# লেখিকাৰ জীৱনী

(চতুৰ্থ খণ্ড)

সম্পাদিকা

নিৰুপমা মিশ্ৰ

সদৌ অসম লেখিকা সমাৰোহ সমিতি

তেজপুৰ, অসম

**LEKHIKAR JIVANI :** *(4th volume) A collection of twenty nine biographical sketces of women writers of Assam. Edited and Compiled by Nirupama Misra and Published by All Assam Lekhika Samaroh Smiti, Tezpur.*
*First Edition : January, 2004.*

প্ৰকাশক : সদৌ অসম লেখিকা সমাৰোহ সমিতি শ্বহীদ চাৰিআলি, পদুম পুখুৰীপাৰ তেজপুৰ - ৭৮৪ ০০১

প্ৰথম প্ৰকাশ : ২৬ জানুৱাৰী, ২০০৪ ইং

সম্পাদনা : নিৰুপমা মিশ্ৰ
গলিয়াহাটী, বৰপেটা, ৭৮১ ৩০১

মূল্য : ৮৫.০০ টকা

ছপা : শৰাইঘাট ফটো টাইপছ
উদ্যোগপাম, বামুণীমৈদাম
গুৱাহাটী- ৭৮১ ০২১

অসমৰ
লেখিকা
সকলৰ
হাতত
পৰম শ্ৰদ্ধাৰে

—সম্পাদিকা

## সদৌ অসম লেখিকা সমাৰোহ সমিতি

# লেখিকাৰ জীৱনী

## (চতুৰ্থ খণ্ড)

সম্পাদনা সমিতি : ড° শীলা বৰঠাকুৰ (সভানেত্ৰী)
আভা বৰা (প্ৰধান সম্পাদিকা)
প্ৰতিমা বৰুৱা (সম্পাদিকা)
ড° চাৰু চহৰীয়া নাথ (সহকাৰী সম্পাদিকা)
মাধন ভূঞা শৰ্মা (সহকাৰী সম্পাদিকা)

সম্পাদিকা : নিৰুপমা মিশ্ৰ
২৬ জানুৱাৰী, ২০০৪ ইং

# সূচীপত্ৰ

## ।। সম্পাদিকাৰ কলমত ।।

সদৌ অসম লেখিকা সমাৰোহ সমিতিয়ে অনুষ্ঠানটিৰ জন্মৰ পাছৰ পৰাই অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ শ্ৰীবৃদ্ধিৰ বাবে যত্নপৰ হৈ আছে। বিশেষকৈ মহিলাসকলৰ বৌদ্ধিক বিকাশ প্ৰকাশৰ বাবে ঐকান্তিক ভাবে কাম কৰি আছে অনুষ্ঠানটিৰ স'তে জড়িত বহুগৰাকী সাহিত্যপ্ৰেমী আৰু কৰ্ম তৎপৰ মহিলাই। ইতিমধ্যে কেবাখনিও বৃহৎ কলেৱৰৰ গ্ৰন্থ প্ৰকাশ পাইছে উক্ত অনুষ্ঠানৰ পৰা। ১৯৮১ চনতে লোৱা আঁচনি মৰ্মে ১৯৮৭ চনৰ ডিচেম্বৰ মাহত প্ৰকাশ পাইছিল 'লেখিকাৰ জীৱনী' ১ম খণ্ড। লেখিকা সমাৰোহ সমিতিৰ তদানীন্তন সম্পাদিকা শীলা বৰঠাকুৰে সম্পাদনা কৰি উলিওৱা ৪১ গৰাকী প্ৰয়াত লেখিকাৰ এই জীৱনী গ্ৰন্থখনে বিদ্বৎ সমাজৰ পৰা তেতিয়াই যথেষ্ট সমাদৃত হৈছিল। সম্পাদিকা বৰঠাকুৰে অসমৰ বিভিন্ন ঠাইলৈ গৈ বিভিন্নজনক লগ ধৰি, বহু কষ্টেৰে তথ্যপাতি সংগ্ৰহ কৰি গ্ৰন্থখন যুগুত কৰি উলিয়াইছিল, আন আন সতীৰ্থ-সহযোগীসকলৰ আন্তৰিক সহায়ত। ষোড়শ শতিকাৰ শেষ, দশকৰ পৰা কুৰি শতিকাৰ শেষাৰ্দ্ধলৈ এই কালছোৱাৰ ভিতৰত সাহিত্য-সংস্কৃতিৰ সেৱাৰে -সাধনাৰে নিজ জীৱন গৰীয়সী আৰু মহীয়সী কৰা সকলৰ জীৱন গাঁথা ১ম খণ্ড জীৱনীত গঁথা হৈছিল।

১৯৯৩ চনৰ জানুৱাৰী মাহত 'লেখিকাৰ জীৱনী' ২য় খণ্ডই প্ৰকাশৰ মুখ দেখিছিল। ঊনৈশ শতিকাৰ শেষ দশকৰ পৰা কুৰি শতিকাৰ ত্ৰিশৰ দশকলৈ জন্ম গ্ৰহণ কৰা ৩৫ গৰাকী লেখিকাৰ সাহিত্যকৰ্ম আৰু জীৱন কৃতিৰে ২য় খণ্ড জীৱনী গ্ৰন্থ সজাই তোলা হৈছিল। অনুষ্ঠানৰ সভানেত্ৰী শীলা বৰঠাকুৰ বাইদেৱে কেবাগৰাকীও সদস্যাৰ সহযোগত অপৰিসীম কষ্টৰে এই জীৱনী গ্ৰন্থখনো সম্পাদনা কৰি উলিয়াইছিল। ২য় খণ্ড জীৱনী গ্ৰন্থইয়ো পটুৱৈ সমাজৰ অভূতপূৰ্ব সমাদৰ লাভ কৰিছিল।

১৯৯৭ চনৰ ডিচেম্বৰ মাহত ৩য় খণ্ড 'লেখিকাৰ জীৱনী' প্ৰকাশ কৰিব পৰা গ'ল। প্ৰাক্তন প্ৰধান সম্পাদিকা, তদানীন্তন উপ-সভানেত্ৰী স্বৰ্ণ শইকীয়াই আন আন সহযোগীসকলৰ সহায়ত যত্ন সহকাৰে এইখন জীৱনী গ্ৰন্থ সম্পাদনা কৰি উলিয়াইছিল। ৩য় খণ্ড জীৱনীত অন্তৰ্ভুক্ত কৰা হৈছিল ২৭ গৰাকীৰ কৰ্মময়-গৌৰৱময় জীৱন কৃতি আৰু সাহিত্যকৃতি। উক্ত গ্ৰন্থখনত ১ম খণ্ড জীৱনীতে অন্তৰ্ভুক্ত হ'বলগীয়া শোভনেশ্বৰী দেৱী গোস্বামীৰ জীৱনীও সংযোজন কৰা হৈছে। এইগৰাকী শাস্ত্ৰজ্ঞ-ধৰ্মপৰায়ণ লেখিকাই ঊনৈশ শতিকাৰ শেষ ভাগত সাঁচিপাতত ধৰ্ম শাস্ত্ৰ আৰু জ্যোতিষ শাস্ত্ৰৰ পুথি ৰচনা কৰি উলিয়াইছিল। তেওঁ ৰচনা কৰা সাঁচিপাতৰ পুথিৰ আলোকচিত্ৰ এখনি গ্ৰন্থখনত সংযোজন কৰি দিবলৈ পৰাটো সম্পাদিকাৰ কৃতিত্ব বুলি ক'ব পৰা যায়। ঊনৈশ শতিকাৰ দ্বিতীয় দশকৰ পৰা চতুৰ্থ দশকৰ ভিতৰত জন্ম গ্ৰহণ কৰা লেখিকাসকলৰ জীৱন কথাৰে আৰু সাহিত্য-সংস্কৃতিমূলক কৰ্মৰ তথ্যৰে সুসমৃদ্ধ হৈছে এই খণ্ড জীৱনী গ্ৰন্থ।

ইতিমধ্যে কেবাটিও বছৰে বাগৰ সলালে। নতুন শতিকাৰো তিনিটা বছৰে মেলানি মাগিলে। আমাৰ অনুষ্ঠানৰ আঁচনি অনুসাৰে ৪ৰ্থ খণ্ড জীৱনী প্ৰকাশ কৰি উলিওৱাৰো কথন-মথন-যতন চলি থাকিল, অথচ কামটি কৰি তুলিব পৰা হোৱা নাছিল। ঘাইকৈ অৰ্থৰ অভাৱতে এই কৰ্ম সম্পন্ন কৰিব পৰা নগৈছিল। অৰ্থৰ নাটনি স্বত্বেও এইবেলি সমিতিৰ আটায়ে এই কৰ্মৰ বাবে তাগিদা অনুভৱ কৰি আমাৰ ওপৰত জীৱনী গ্ৰন্থ সম্পাদনাৰ কাৰ্যভাৰ ন্যস্ত কৰে।

এই খণ্ড জীৱনীতো কুৰি শতিকাৰ প্ৰথম দশকতে ওপজা ৰাজকুমাৰী নিহাৰবালা বৰুৱাকে আদি কৰি পঞ্চাশৰ দশকত ওপজা ভাৰতী বৰুৱালৈ আঠাইশ গৰাকী লেখিকাৰ কৰ্মতৎপৰ-কৰ্মবহুল, অপৰূপ সৃষ্টি কৰ্মৰে গৌৰৱমণ্ডিত জীৱন কাহিনী যথাযথ ভাবে সজাবলৈ প্ৰয়াস কৰা হৈছে। আমাৰ পৰম আনন্দৰ আৰু গৌৰৱৰ কথা যে এই খণ্ড জীৱনীত ভাৰতীয় সাহিত্যৰ সৰ্বোত্তম সন্মান জ্ঞানপীঠ বঁটাৰে বিভূষিত সেইগৰাকী অসম জীয়ৰী মামণি ৰয়চম গোস্বামীৰো ৰূপে-ৰসে পৰিপূৰ্ণ জীৱন গাঁথা গ্ৰথিত হৈছে।

গ্ৰন্থখনি পৰিশুদ্ধ-পৰিমাৰ্জিত ৰূপত প্ৰকাশ কৰি উলিওৱাৰ বাবে যত্নৰ ত্ৰুটি কৰা হোৱা নাই। তথাপিও অগোচৰে-অলক্ষিতে ৰৈ যোৱা আসোঁৱাহ-ভুল-ত্ৰুটিৰ বাবে পঢ়ুৱৈ সমাজৰ ওচৰত কৰযোৰে মাৰ্জনা বিচৰা হ'ল। গ্ৰন্থখনি যুগুত কৰি উলিওৱাৰ ক্ষেত্ৰত সভানেত্ৰী বাইদেউ শীলা বৰঠাকুৰৰ সহায়-সহযোগ আছিল আমাৰ বাবে মূল অনুপ্ৰেৰণা আৰু উৎসাহ। কেবাটিও লিখনি পৰিবৰ্তন-পৰিবৰ্দ্ধন আৰু পৰিশুদ্ধ কৰিবলগীয়া হৈছে গ্ৰন্থখনি পৰিমাৰ্জিত ৰূপত প্ৰকাশৰ খাতিৰত। এইক্ষেত্ৰতো সহায় আগবঢ়াইছে সভানেত্ৰী বাইদেৱে।

তথ্য আদি গোটাই যথাসময়ত এই গ্ৰন্থৰ বাবে জীৱনী লিখি দিয়া লেখিকা সকললৈ জনাইছো সৰ্বান্তঃকৰণে ধন্যবাদ আৰু কৃতজ্ঞতা। পাণ্ডুলিপি প্ৰস্তুত কৰি দিয়াত সহায় কৰিছে আমাৰ সমিতিৰ সহকাৰী সম্পাদিকা আৰু জীৱনী গ্ৰন্থৰ সম্পাদনা সমিতিৰ সদস্যা চাৰু চহৰীয়া নাথ আৰু বিলাসীপাৰা শাখাৰ সদস্যা মধুমিতা ভট্টাচাৰ্যই। আন আন কামত অতি আন্তৰিক ভাবেই সহায় কৰিছে সমিতিৰ নিষ্ঠাৱতী কৰ্মী জীৱন মাধুৰী নেওগ বৰা আৰু সমিতিৰ উপ-সভানেত্ৰী ফুল বৰাই। আটাই কেইগৰাকীলে জনাইছো আমাৰ হিয়াভৰা কৃতজ্ঞতা আৰু প্ৰীতি-শ্ৰদ্ধাৰ যথাযথ সম্ভাষণ।

পঢ়ুৱৈ সমাজৰ আৰু লেখক-লেখিকাসকলৰ বিদ্যাযতনিক দিশত সহায় হ'ব বুলি ভাবি পূৰ্বৰ তিনিখণ্ড জীৱনী গ্ৰন্থত অন্তৰ্ভুক্ত হোৱা বিষয় কালক্ৰম অনুযায়ী সজাই দিয়া হৈছে।

জীৱন আৰু জগতৰ অসীম ৰহস্যৰ প্ৰতি মানুহৰ আছে এক স্বভাৱজাত কৌতূহল। মানুহে মানুহক জনাটোও কৌতূহলৰে প্ৰকাশ মাত্ৰ আৰু ইয়ো এক সাধনালব্ধ কৰ্ম। জীৱনী সাহিত্যই সেই সাধনাৰ পথ প্ৰশস্ত কৰে। জীৱনে জীৱনক অনুপ্ৰাণিত কৰে, উদ্দীপ্ত কৰে, মহত্তৰ জীৱনে জীৱনক লৈ যায় আলোক উদ্ভাসিত এক মহাজীৱনলৈ।

মহত্তৰ অতীতেই জীৱনৰ অমূল্য পাথেয়-পৰম সম্পদ। অতীতৰ জীৱন গাঁথাৰেই চহকী হয় বৰ্তমানৰ জীৱন, ভৱিষ্যতৰ সময়। ৰামধেনুৰ বৰ্ণবৈচিত্ৰ্যৰ মাজত বিভিন্ন বৰ্ণৰ অস্তিত্ব অনুভাৱিত হোৱাৰ দৰে আমাৰ এই জীৱনী গ্ৰন্থ কেই খণ্ডৰ মাজতো সেই অনুভূতি জাজ্বল্যমান হৈ আছে। এই শুভফলদায়ক কৰ্ম আৰু শুভচিন্তা আমাৰ সমিতিত সদাজাগ্ৰত-সদা অব্যাহত হৈ থাকক। আকৌ ৫ম খণ্ড জীৱনী গ্ৰন্থৰ বাবে আমাৰ উত্তৰসূৰীসকলে প্ৰস্তুতি চলাওক। আমাৰ আঁচনিত থকা কেবাগৰাকীও লেখিকাৰ জীৱনী সময়মতে আমাৰ হাতত নপৰা বাবে প্ৰকাশ কৰিব পৰা নগ'ল। পিছৰ খণ্ড জীৱনী নিশ্চয় তেওঁলোকৰ জীৱনগাঁথাৰে সমুজ্বল হ'ব — এই শুভ কামনাৰে সম্পাদকীয় শিতানৰ মোখনি মাৰিলো।

শেষত কৃতজ্ঞতা জনাইছো শৰাইঘাট ফটোটাইপছৰ স্বত্বাধিকাৰী জ্যেষ্ঠভ্ৰাতৃ প্ৰতিম যোগেশ শৰ্মাদেৱক আৰু সহযোগী কৰ্মীবৃন্দক। তেওঁলোকৰ কৰ্ম তৎপৰতা আৰু উৎসাহতে মুৰামুৰি সময়ত হ'লেও এই গ্ৰন্থ প্ৰকাশিত হৈ ওলাল।

**নিৰুপমা মিশ্ৰ,**
**সম্পাদিকা, লেখিকাৰ জীৱনী (৪ৰ্থ খণ্ড)**
২৬/০১/০৪

# লখিমী চৌধুৰী

ড° সান্ত্বনাময়ী মজুমদাৰ



**প্ৰস্তাৱনা ঃ** মহীয়সী নাৰীৰে মহিমামণ্ডিত ভাৰতৰ উত্তৰ-পূব প্ৰান্তত অৱস্থিত আমাৰ এই অসম দেশ। প্ৰাকৃতিক শোভাৰাজিৰে যেনেকৈ অসম মাতৃ শোভিতা, সেইদৰে মহিমাময়ী, গুণী, জ্ঞানী, বিদুষী নাৰীৰেও অসম মাতৃ গৌৰবান্বিতা।

আই পদ্মাপ্ৰিয়া, পদ্মাৱতী আইৰ পৰা সাহিত্য অকাডেমী বঁটা বিজয়ী স্নেহদেৱী, নিৰুপমা বৰগোহাঞিও, জ্ঞানপীঠ বঁটাৰে সন্মানিতা মামণি ৰয়ছম গোস্বামী প্ৰমুখ্যে সাহিত্য সাধনাত ব্ৰতী হৈ থকা বিদুষী মহিলাৰে ঐতিহ্যময় এইখনি অসম দেশ। এনেহেন নানা বৰ্ণে, নানা ছন্দে ৰহণ চৰোৱা দেশখনিত সুন্দৰৰ সাধনাৰে বিদুষী হোৱাৰ সৌভাগ্য লাভ কৰিবলৈ সমৰ্থ হোৱা লখিমী চৌধুৰী অসমৰ সাহিত্য জগতৰ এক উজ্জ্বল নক্ষত্ৰ। সাহিত্যিকা লখিমী চৌধুৰীৰ পিতৃকুল, মাতৃকুল উভয়ে প্ৰাচীন ঐতিহ্যপূৰ্ণ অসমৰ একো একোটি বিদ্বান পৰিয়াল। প্ৰখ্যাত সাহিত্যিক পণ্ডিতপ্ৰবৰ আনন্দৰাম বৰুৱা তেওঁৰ সম্বন্ধীয় পিতামহ। স্বনামধন্য সাহিত্যিক বেণুধৰ ৰাজখোৱাদেৱ তেওঁৰ মাতামহ। ঐতিহ্যময় পৰিয়ালৰ সাহিত্যিক পৰিৱেশত লখিমী চৌধুৰীয়ে জীৱনৰ সোণালী শৈশৱ অতিবাহিত কৰিছিল।

**জন্ম ঃ** ১৯২৫ চনৰ ২৫ অক্টোবৰত ডিব্ৰুগড়ত লখিমী চৌধুৰীৰ জন্ম হয়। তেওঁৰ পিতৃদেৱ ঁলক্ষেশ্বৰ বৰুৱা ১৯৪২ চনৰ স্বাধীনতা ৰণাংগনৰ যুঁজাৰু আৰু মাতৃ ঁজোনতৰা বৰুৱা স্বনামধন্য সাহিত্যিক বেণুধৰ ৰাজখোৱাৰ আদৰৰ জীয়ৰী।

**সাহিত্যিক ঐতিহ্য ঃ** পণ্ডিতপ্ৰবৰ আনন্দৰাম বৰুৱাৰ বংশতে লখিমী চৌধুৰীৰ পিতৃ ঁলক্ষেশ্বৰ বৰুৱাৰ জন্ম। নাতিনীয়েক লখিমী চৌধুৰীয়ে জন্মসূত্ৰেই অসমৰ সাহিত্য আকাশৰ কেইবাটিও উজ্জ্বল ৰত্নৰ বংশ পৰম্পৰাৰে চহকী হোৱাৰ সুযোগ লাভ কৰিছিল। সেই সময়ৰ অসমৰ সাহিত্য জগতৰ

চালুকীয়া বাতাবৰণতে লাভ কৰিছিল সু-সাহিত্যিক মাতামহ বেণুধৰ ৰাজখোৱাৰ নাতিসুলভ স্নেহ-মমতাৰ পৰশ। লগতে লাভ কৰিছিল পণ্ডিতপ্ৰবৰ আনন্দৰাম বৰুৱাৰ ঐতিহ্যমণ্ডিত গুৰু গম্ভীৰ পাণ্ডিত্যৰ সোণসেৰীয়া স্মৃতি।

পিতৃ লক্ষেশ্বৰ বৰুৱাৰ পৰা লাভ কৰিছিল স্বাধীনতা লাভৰ সংঘাতময় অথচ মধুৰতাপূৰ্ণ স্বাদ আৰু বীৰত্বৰ ইতিহাস্। মাতৃ জোনতৰা বৰুৱাৰ পৰাও লাভ কৰিছিল ৰাজখোৱা পৰিয়ালৰ পৰা প্ৰবাহিত হৈ অহা গৌৰৱমণ্ডিত স্মৃতি বিজড়িত বহু ঐতিহ্য। স্বামীৰ পৰিয়ালৰ খুৰা শহুৰ বিহগী কবি ৰঘুনাথ চৌধাৰীৰ পৰাও সাহিত্যৰেই পৰিৱেশ এটি লাভ কৰিছিল। মুঠ কথাত সাহিত্য-সংস্কৃতিৰ ক্ষেত্ৰ এখনতে লখিমী চৌধুৰীয়ে পাৰ কৰিছিল সোণালী শৈশৱ আৰু যৌৱন।

**শৈশৱ ঃ** ছয়টি বাই-ভনীৰে ভৰা ঘৰখনিত লখিমী চৌধুৰীয়ে পাৰ কৰিছিল মধুৰ শৈশৱ। ভাতৃ-ভগ্নীৰ প্ৰতি তেওঁৰ মৰম-চেনেহৰ ডোলডাল আছিল সুদৃঢ়। সৰুতেই তেওঁৰ মাতৃ বিয়োগ হৈছিল। সেয়েহে দয়া, ক্ষমা, ত্যাগ, উদাৰতা, সহনশীলতাৰে ভাতৃ-ভগ্নীৰ মাজতে এখনি সহৃদয়া মাতৃৰ স্থান অধিকাৰ কৰিবলৈ সমৰ্থ হৈছিল লখিমী চৌধুৰীয়ে।

ইয়াৰ উপৰিও তেওঁৰ সৰু অৱস্থাতেই খুৰাক দুলাল চন্দ্ৰ বৰুৱাৰ মৃত্যু হৈছিল। তেওঁৰ তিনিওটা সন্তানৰ দায়িত্ব তেতিয়া মূৰ পাতি লৈছিল বৰদেউতাক লক্ষেশ্বৰ বৰুৱাদেৱে। সোণালী শৈশৱৰ আঁত ধৰি খুৰাকৰ জীয়ৰী শ্ৰীমাধুৰী বৰুৱাই কৃতজ্ঞতাৰে লক্ষেশ্বৰ বৰুৱালৈ শ্ৰদ্ধাঞ্জলি জ্ঞাপন কৰি এনেদৰে স্মৰণ কৰিছিল - 'তেখেতে স্বৰ্গীয় দেউতাৰ অভাৱ পূৰণ কৰিছিল। তেখেতৰ ছয়টি আৰু আমাৰ তিনিটি মুঠ নটি সন্তানৰ পিতৃৰ দায়িত্ব পালন কৰিছিল। আমিও নিজৰ ভাই-ভনীৰ নিচিনাকৈ প্ৰত্যেকেই প্ৰত্যেকৰ সুখ-দুখৰ সমভাগী হৈ মিলি-জুলি আছিলো। অকলে কাম কৰাতকৈ মিলি-জুলি কাম কৰিলে যে ডাঙৰ কাম এটা সহজে কৰিব পাৰি সেই কথা তেখেতৰ সান্নিধ্যত থাকি শিকিছিলো।' ভনীয়েকৰ এই উক্তিৰেই লখিমী চৌধুৰীয়ে কেনে পিতৃৰ সান্নিধ্যত ভাতৃ-ভগ্নীৰ সতে শৈশৱ পাৰ কৰিছিল উপলব্ধি কৰিব পাৰি।

ইয়াৰ উপৰিও লখিমী চৌধুৰীৰ সৰু জীয়ৰী অনুৰূপা হাজৰিকায়ো 'শৈশৱৰ সোণালী স্মৃতিত ককাৰ ছবি' প্ৰবন্ধত এইদৰে কৈছে — 'শৈশৱত গৰমৰ বা জাৰৰ বন্ধত মাহী, জেঠাই আৰু আমাৰ পৰিয়াল একেলগে ৰেলেৰে ডিব্ৰুগড়লৈ যোৱাৰ মধুৰ স্মৃতি এতিয়াও সজীৱ হৈ আছে। গৈ পোৱাৰ পিছদিনাই আমলখী, জলফাইৰ তলে তলে ফল-মূল বিচাৰি ফুৰাৰ কি যে এটা মিঠা আমেজ আছিল। গধুলি গোসাঁই ঘৰত আইতা, মাহীহঁতৰ লগত কৰা সমূহীয়া প্ৰাৰ্থনাই আমাৰ অকণি অকণি হৃদয়ত যি ভকতিৰ ভাব জগাই তুলিছিল, তাৰ সুৰ যেন হৃদয়ত আজিও বাজে। আৰু তাৰ পাছতেই আমি আটাইবোৰে ককাক বেৰি জুই পুৱাই জাৰকালি ককাৰ মুখত দেশ-বিদেশৰ নানা ৰূপ-কথাৰ কাহিনী শুনাৰ

যি আমেজ সেয়েই বছৰি ককাৰ ঘৰলৈ যোৱাৰ আমাৰ প্ৰধান হেঁপাহ আছিল, আকৰ্ষণ আছিল।' এইদৰে এক ৰূপ-কথাসদৃশ কাহিনীভৰা বিজ্ঞ-অভিজ্ঞ পিতৃৰ তত্ত্বাৱধানত সুন্দৰ অতীত পাৰ কৰাৰ ফলস্বৰূপেই লখিমী চৌধুৰীয়ে হয়তো লাভ কৰিছিল সাহিত্য সেৱাৰ হেঁপাহ তথা প্ৰেৰণা।

**শিক্ষা ঃ** সেই সময়ত অসমৰ সকলো ঠাইতে নাৰী শিক্ষাৰ ব্যৱস্থা নাছিল। ডিব্ৰুগড়ত নাৰী শিক্ষাৰ বাবে গ্ৰেহেমবজাৰ বালিকা বিদ্যালয়খনি প্ৰতিষ্ঠা হৈছিল। সেই সময়ত নাৰী শিক্ষাত বাধা আৰোপ কৰা লোক বহু সংখ্যকেই আছিল। সেই বাধাৰ প্ৰাচীৰ ভাঙি লক্ষেশ্বৰ বৰুৱাদেৱে আদৰৰ জীয়াৰী লখিমীক ডিব্ৰুগড় ছোৱালী স্কুলত নাম লগাই দিছিল।

পঢ়া-শুনাৰ ক্ষেত্ৰত লখিমী বৰ আগ্ৰহী আছিল যদিও পঢ়ি থকা অৱস্থাতে বিয়া দিয়াৰ কাৰণে পঢ়া-শুনা সম্পূৰ্ণ কৰিব নোৱাৰিলে।

বিবাহৰ বহুকালৰ পাছত বৰজীয়ৰী শ্ৰীঅণুপ্ৰভা চৌধুৰীৰ লগত একে বছৰতে পৰীক্ষা দি যথাক্ৰমে মেট্ৰিক আৰু পাছত প্ৰি-ডিগ্ৰী পৰীক্ষাত উত্তীৰ্ণ হয়।

বিবাহৰ পিছত এনেদৰে পৰীক্ষা দি উত্তীৰ্ণ হ'ব পৰাৰ আঁৰত এগৰাকী প্ৰেৰণাদায়ক মহিলা আছিল। যোৰহাটৰ স্বনামধন্যা শিক্ষাবিদ ৺ডঃ দেৱিকা শইকীয়াই লখিমী চৌধুৰীক শিক্ষাৰ ক্ষেত্ৰত আগবাঢ়িবলৈ বহু অনুপ্ৰেৰণা যোগাইছিল। এই অনুপ্ৰেৰণাৰ কথা তেওঁ শ্ৰদ্ধাৰে তথা আৱেগবিহুল কণ্ঠেৰে সোঁৱৰে আৰু তেখেতলৈ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰি এনেদৰে কয়— 'বিয়াৰ পাছত মোৰ পঢ়া-শুনাৰ ক্ষেত্ৰত দেৱিকা শইকীয়াই জোৰ-জুলুম কৰি প্ৰেৰণা নিদিয়া হ'লে মই কেতিয়াও আৰু শিক্ষা লাভ কৰিব নোৱাৰিলোহেঁতেন। তেখেতৰ প্ৰতি মই কৃতজ্ঞ।'

**বিবাহ ঃ** সেই সময়ত ছোৱালীক পঢ়া-শুনা কৰোৱাতকৈ বিয়া দিয়াৰ ক্ষেত্ৰতহে অধিক গুৰুত্ব প্ৰদান কৰিছিল। সামাজিক সেই নিয়মৰ অধীনতে অতি কম বয়সতে গুৱাহাটীৰ সেই সময়ৰ বিখ্যাত উকীল বিহগী কবি ৰঘুনাথ চৌধুৰীৰ ভতিজাক ৰমেশ চৌধুৰীৰ লগত ১৯৪৪ চনৰ ২৭ নৱেম্বৰত বিবাহপাশত আবদ্ধ হয়। তেওঁ অতীতৰ মধুৰ স্মৃতি ৰোমন্থন কৰি লিখা 'এজন মহান ব্যক্তিৰ সোঁৱৰণ'ত নামৰ স্মৃতি দৰ্পণত লিখিছে—

'এনে এজন মহান ব্যক্তিক মই স্বামীৰূপে পাই অতি ভাগ্যৱতী'। সেই অতীতৰ সোণালী দিনবোৰৰ কথা ৰোমন্থন কৰি কৈছে যে—

'সেই যে আমাৰ নানা ৰঙেৰ
দিনগুলি
ৰইল না, ৰইল না।'

ছঁয়ামময়াকৈ বিবাহৰ মধুৰ স্মৃতিবোৰ তেওঁ শ্ৰদ্ধাৰে ৰোমন্থন কৰিছিল এনেদৰে—

'হোমৰ গুৰিত যেতিয়া তেখেতে ব্ৰাহ্মণৰ লগে লগে বিয়াৰ মন্ত্ৰ উচ্চাৰণ কৰি অগ্নিপূজা কৰিছিল তেতিয়া মাত্ৰ মই মোৰ ওৰণীৰ তলত এখন শুভ্ৰ হাতেৰে অগ্নিত ঘিঁউ ঢালি দি পূজা কৰাহে দেখিছিলো। মই ভয় আৰু সংকোচত তললৈ চাই থকা মূৰ ওপৰলৈ কৰিব পৰা নাছিলো আৰু মাত্ৰ চকুলো বাগৰি পৰিছিল। মই কেৱল তেখেতে মন্ত্ৰ উচ্চাৰণ কৰাহে শুনিছিলো।

পাছদিনাও দদাইদেৱে খোজকঢ়াই ৰেলত তুলিবলৈ আহোঁতে কেৱল মই তেখেতৰ ভৰি দুটাহে দেখিছিলো—সুন্দৰ বগা ভৰি দুটাত এজোৰ বগা নাগ্ৰা শ্বু। খদ্দৰৰ ধুতী আৰু পাঞ্জাবী পিন্ধি দদাইদেউৰ লগত কথা পাতি মোৰ লগে লগে আহিছিল। পিছদিনা মহামানৱ মহাত্মা গান্ধীৰ এখন জীৱন চৰিতৰ কিতাপ মোৰ হাতত উপহাৰ দি তেখেতে মোৰ লগত চিনাকি হৈছিল।'

এইদৰেই মধুভৰা জীৱন স্মৃতি সুঁৱৰিছিল লখিমী চৌধুৰীয়ে। মধুৰ বৈবাহিক জীৱনৰ সোণালী দিনৰ ৰূপকথাই তেওঁক প্ৰদান কৰিছিল প্ৰশান্তি।

বিয়াৰ পিছত শহুৰ-শাহু, দেওৰ-ননদেৰে ভৰা এখনি ভৰপূৰ সংসাৰৰ দায়িত্ব বহন কৰিছিল তেওঁ। তেওঁ পাঁচোটি সন্তান সুন্দৰভাৱে লালন-পালন কৰি এখনি সুখৰ সংসাৰ অতিবাহিত কৰিছিল। তেওঁলোকৰ প্ৰথম সন্তান শ্ৰীপঙ্কজ চৌধুৰী। তেওঁ ডিগবৈৰ অসম অইল কোম্পানীৰ জেনেৰেল মেনেজাৰ। দ্বিতীয় সন্তান অনুৰূপা বৰুৱা—ভোলাগুৰি চাহ বাগিচাৰ মালিক শশীকান্ত বৰুৱাৰ পত্নী। তৃতীয় সন্তান অনুৰাধা হাজৰিকা—দেৰগাঁৱৰ ডি.কে.ডি. কলেজৰ ইংৰাজী বিভাগৰ প্ৰবক্তা জীৱ হাজৰিকাৰ পত্নী। চতুৰ্থ সন্তান অনুপমা দাস গুৱাহাটীত থাকে। তেওঁৰ স্বামী অৰূপ দাস এগৰাকী অভিযন্তা। পঞ্চম সন্তান অনুৰেখা বৰকাকতি। গোলাঘাটৰ অশোক বৰকাকতিৰ পৰিবাৰ। পেছাত ইঞ্জিনিয়াৰ বৰকাকতি দম্পত্তি বৰ্তমান কলকাতাত থাকে। প্ৰত্যেকগৰাকী সন্তানেই একোজন উপযুক্ত নাগৰিক। সাংসাৰিক দিশত তেওঁ বৰ সুখী আছিল। স্বামী ৰমেশ চৌধুৰীয়ে তেওঁৰ সাহচৰ্য্যত দোপতদোপে উন্নতি লাভ কৰিছিল। তেওঁ ল'ৰা-ছোৱালীকেইটিক মৰমৰ মাতেৰে অনুশাসন কৰি উপযুক্ত শিক্ষাৰে শিক্ষিত কৰি সমাজত একোগৰাকী গণ্য-মান্য ব্যক্তিৰূপে প্ৰতিষ্ঠিত হোৱাৰ সুযোগ প্ৰদান কৰিছিল।

**সাহিত্য ঃ** সাহিত্য ক্ষেত্ৰত লখিমী চৌধুৰী আছিল এক নিপুণ খনিকৰ। তেওঁ সৰুৰে পৰাই সাহিত্য চৰ্চাত হাত দিছিল। তেওঁ সাহিত্যিক জীৱনৰ বিষয়ে এইদৰে ব্যক্ত কৰিছে— 'মোৰ অসমীয়া সাহিত্যৰ প্ৰতি অনুৰাগ বহুদিনৰ পৰাই আছিল। সেইকাৰণে যেতিয়াই যি বস্তু নাইবা ছবি একোখন মোৰ চকুৰ আগত জিলিকি উঠে, তেতিয়াই সাহিত্যৰ যোগেদি ফুটাই তুলিবলৈ সৰুৰে পৰাই চেষ্টা কৰি আছিলো। ডাঙৰ হৈ অহাৰ লগে লগে সংসাৰ ক্ষেত্ৰত সোমাই জীৱনৰ

দুৱাৰদলিত যেতিয়া ভৰি দিলোহি, তেতিয়া মোৰ এই সাহিত্যৰ ভাবধাৰা আৰু বেছি গধুৰ হৈ আহিল আৰু এই ভাবধাৰা প্ৰকাশ কৰিবলৈ মই কেইবাটাও দিশৰ পৰা সুযোগ পালো।'

১৯৬০ চনতেই গুৱাহাটীৰ পৰা প্ৰকাশিত 'নতুন অসমীয়া' কাকতত তেওঁৰ প্ৰবন্ধ প্ৰকাশ পায়। ১৯৬৪ চনত বিভিন্ন ধৰণৰ পত্ৰিকা আৰু দৈনিক কাকতত প্ৰকাশিত সামাজিক আৰু ঘৰুৱা প্ৰবন্ধবোৰ কিতাপ আকাৰে 'বাটৰ দুবৰি বন' নাম দি প্ৰকাশ কৰে।

'বাটৰ দুবনি বন' এখন অতি সুন্দৰ পুথি। এই পুথিত প্ৰকাশ হোৱা সৰু সৰু সামাজিক তথা ঘৰুৱা কথাবোৰে পাঠকৰ সমাদৰ লাভ কৰিছিল। ফলস্বৰূপেই তেওঁ সাহিত্য জগতখনৰ সতে অধিক সম্বন্ধ স্থাপন কৰিলে।

১৯৫৩ চনৰ পৰা তেওঁৰ স্বামী ৰমেশ চন্দ্ৰ চৌধুৰীদেৱ গুৱাহাটী, শ্বিলং ৰোটেৰী ক্লাবৰ লগত ওতঃপ্ৰোতভাবে জড়িত হৈ আছিল। তেখেতে পল হেৰিজ ফেলোৰ মেম্বৰ আছিল। ১৯৭৬ চনত ৰোটেৰী ক্লাবৰ ৩২৯ নম্বৰৰ পৰা গৱৰ্ণৰ নিৰ্বাচিত হয়। সেই সুযোগতে তেখেতে বহু দেশ-বিদেশ ভ্ৰমণ কৰিবৰ সুবিধা লাভ কৰে। লখিমী চৌধুৰীয়েও এই সুযোগতে স্বামীৰ সতে দেশ-বিদেশলৈ যোৱাৰ অভিজ্ঞতা লাভ কৰিবলৈ সমৰ্থ হয়।

তেওঁ স্বামীৰ সতে ১৯৭৬ চনত ফিলিপাইনৰ মেনিলা চহৰলৈ যায়। সেই ঠাইৰ বিভিন্ন অভিজ্ঞতা গোটাই 'মোৰ বিদেশ ভ্ৰমণ কাহিনী' 'অসম বাণী' আদিত প্ৰকাশ কৰে। এই ভ্ৰমণ কাহিনীয়ে পঢ়ুৱৈ সমাজৰ সমাদৰ লাভ কৰে। তেওঁৰ ভ্ৰমণ কাহিনী পঢ়ি সেই ঠাইবোৰলৈ যাব লগাজনৰ বহু কথাৰ সহায়ক হয়। ভ্ৰমণ কাহিনীবোৰ সহজ-সৰল, মনোমোহা প্ৰকাশভংগীৰে বিদেশৰ প্ৰতিটো কথাকে খুতি-নাতি মাৰি লিখে।

তেওঁ মুঠ তিনিখন কিতাপ লিখি অসমীয়া সাহিত্যৰ ভঁৰাল চহকী কৰে। 'বাটৰ দুবৰি বন', 'সাতসাগৰ তেৰ নদীৰ সিপাৰে', 'বিদেশ ভ্ৰমণৰ কাহিনী'। ইয়াৰ উপৰিও সু-সাহিত্যিক বেণুধৰ ৰাজখোৱাদেৱ ৰচিত 'খণ্ডবাক্যৰ কোষ' নামৰ পুথিখনি তেওঁ প্ৰকাশ কৰে। তেওঁৰ আন এখনি পুথি 'বাণী প্ৰকাশ' প্ৰকাশনে ছপাবৰ দায়িত্ব বহন কৰিছিল।

তেওঁৰ ভ্ৰমণ কাহিনী পঢ়ি অসমৰ কেবাগৰাকী পঢ়ুৱৈয়ে তেওঁলৈ এনেদৰে লিখিছিল— 'আপোনাৰ ভ্ৰমণ কাহিনীৰ প্ৰবন্ধবোৰ কাগজত পঢ়ি বৰ ভাল লাগিছে। আৰু এনেদৰে লিখি থাকিব বুলি আশা কৰিলো। কাৰণ বিদেশৰ মানুহৰ ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, বিভিন্ন জীৱন ধাৰা, একোখন দেশৰ সমাজনীতি, ৰাজনীতি সকলোবোৰ ভ্ৰমণ কাহিনীত মনোগ্ৰাহীকৈ বৰ্ণনা দিয়া আছে। তেওঁলোকৰ পৰা শিকিবলগীয়াখিনি শিকি লৈ আমাৰ গাঁও, ভূমি, চহৰ, নগৰৰ উন্নতি কৰিবলৈ প্ৰেৰণা লাভ কৰাৰ যথেষ্ট থল আছে।'

১৯৭২-৭৩ চনত অসমৰ কেবাখনিও মাহেকীয়া, পষেকীয়া পত্ৰিকাত তেওঁৰ প্ৰবন্ধ প্ৰকাশ পাইছে। ১৯৭২ চনৰ পৰা ১৯৭৬ চনলৈকে বিদেশৰ যিকেইখন দেশ ঘূৰিছে সেই দেশসমূহৰ বিভিন্ন দিশৰ বৰ্ণনা কৰি 'সাতসাগৰ তেৰ নদীৰ সিপাৰে' নামৰ আটকধুনীয়া ভ্ৰমণ কাহিনীখন প্ৰকাশ কৰে।

বিদেশৰ অৰ্থনৈতিক আৰু সামাজিক পৰিবেশ কেনেধৰণৰ আৰু প্ৰত্যেকখন দেশে কেনেকৈ উন্নতিৰ পথত আগবাঢ়ি যাব পাৰিছে আৰু সেইবোৰ চাই কেনে ধৰণৰ ধাৰণা তেওঁৰ হৈছিল, তাকেই এই কিতাপত প্ৰকাশ কৰিছে। তেওঁ পাতনিত লিখিছে— 'বিদেশৰ মানুহৰ নিয়মানুবৰ্তিতা, শৃংখলা আৰু দেশপ্ৰেমৰ বিমল ভাবধাৰা যদি আমাৰ দেশৰ সকলো মানুহে অনুকৰণ কৰি কামত খটুৱাব পাৰে, তেনেহ'লে আমি অনতিপলমে চাৰিওপিনে উন্নতিৰ পথলৈ আগবাঢ়ি যাব পাৰিম।'

প্ৰকৃততে 'সাত সাগৰ তেৰ নদীৰ সিপাৰে' এখনি আটকধুনীয়া ভ্ৰমণ কাহিনী। তেওঁ অতি মনোৰমকৈ আৰু সাৱলীলভাবে 'সাত সাগৰ তেৰ নদীৰ একোখনি মনোৰম দৃশ্যৰ দেশ', 'টেহৰান', 'বেইৰুট', 'ৰোম নগৰখন', 'ব্ৰাছলছ্ চহৰখন', 'কোপেন-হেগেন চহৰখন', 'কোপেন হেগেনত আন্তৰ্জাতিক ইনাৰ হুইল ক্লাবৰ দ্বিতীয় বাৰ্ষিক সম্মিলনত এভুমুকি' 'আন্তৰ্জাতিক গ্ৰামীণ মহিলা সংঘৰ ত্ৰিবাৰ্ষিক অধিবেশনৰ বিৱৰণী', 'চিংগাপুৰ ঠাইখন', 'আমেৰিকাৰ অৰ্থনৈতিক আৰু সামাজিক পৰিৱেশত এভুমুকি' আদি ১২টি মনোমোহা কাহিনী সন্নিবিষ্ট কৰিছে তাত।

'আমাৰ এই বিদেশ যাত্ৰা আৰম্ভ হয় ১৯৭৬ চনৰ ছেপ্তেম্বৰ মাহৰ ১১ তাৰিখে'— এইবুলি অতি অনাড়ম্বৰভাবে কথা কোৱাৰ ছলেৰে আৰম্ভ কৰিছে বিদেশ ভ্ৰমণৰ কাহিনীভাগ। এইদৰে আৰম্ভ কৰি এয়াৰ ইণ্ডিয়াত উঠাৰ পৰা কেনেকৈ, কি তাৰিখে যাত্ৰা কৰিলে, কোন হোটেলত থাকিল, সেই ঠাইৰ ৰীতি-নীতি, অৰ্থনীতি, সমাজনীতি সকলো বৰ্ণনাই মোহময়-ৰূপময় হৈ পাঠকক আপ্লুত কৰিছে। পঢ়িলে এনেহে লাগে যেন সেই ঠাইলৈ গৈ লেখিকাৰ পাছে পাছে পাঠক-পাঠিকাই ভ্ৰমণ কৰিছে আৰু বিদেশৰ মনোমোহা দৃশ্যবোৰ উপভোগ কৰিছে। সম্পূৰ্ণ জীৱন্ত ৰূপত প্ৰকাশ পাইছে বিভিন্ন ভ্ৰমণ কাহিনীকেইটি।

টেহৰাণৰ বিৱৰণীত লিখিছে— 'প্লেনৰ ওপৰৰ পৰা দেখিলো এটি মনোৰম দৃশ্য। বাটত খুব ডাঙৰ মৰুভূমি এখনৰ ওপৰেদি আমাৰ প্লেন উৰিলে। মৰুভূমিৰ মাজে মাজে পাহাৰ কিছুমান আৰু ৰাতিপুৱা ৰ'দৰ জিলিকনি পৰি পাহাৰবোৰৰ এটি বেলেগ সৌন্দৰ্য্য ফুটি উঠিছিল। তাৰ পিছত সাগৰৰ দুটা-এটা কোণ সোমাই গৈ একো একোটা সৰু দ্বীপ, হ্ৰদ আৰু নৈ কিছুমান দেখি গৈছিলো।'

বেইৰুট ঠাইখনৰ বিৱৰণীত লিখিছে— 'ইয়াৰ Window shoppingহে দেখা গৈছিল। বেইৰুটত সোণ সস্তা আৰু যথেষ্ট পৰিমাণে পোৱা যায়' বুলি লেখিকাই লিখিছে।

কাইৰো ঠাইখনৰ বিৱৰণীত লিখিছে— 'সকলো মানুহ দেখিলো কামত খুব ব্যস্ত হৈ আছে। কোনোবাই হয়তো আনৰ গাড়ীখন পৰিস্কাৰ কৰি আছে। এথেন্সৰ ৰাজ-আলিবোৰ বৰ সুন্দৰ, এফালে চাৰিখন আৰু আনফালে চাৰিখন সুন্দৰ সুন্দৰ নানা ৰঙৰ গাড়ী অনবৰত অহা-যোৱা কৰি আছে।'

ৰোম নগৰৰ বৰ্ণনাত তেওঁ লিখিছে— 'ৰোমানসকল যে কিমান ডাঙৰ শিল্পী আছিল ভাবিলে আচৰিত হ'ব লাগে। সঁচাকৈয়ে ইংৰাজীত যে এষাৰ কথা আছে 'Rome was not built in a day' ৰোম নগৰৰ এই নানা ধৰণৰ কাৰুকাৰ্য্যৰে গঢ়া শিলৰ ওপৰত থকা মঠ-মন্দিৰৰ যি অপৰূপ মূৰ্তি দেখিলো, এইবোৰ নিজ চকুৰে চালেহে উপলব্ধি কৰিব পাৰি।'

ভেনিচ চহৰখনৰ বৰ্ণনাত তেওঁ লিখিছে— 'বাটৰ দুয়োকাষে গাঁৱৰ মানুহৰ টাইলচৰ ঘৰবোৰ পাই আহিছিলোঁ। বাটত দেখিলো একোজন খেতিয়কে ইটালিয়ান নতুন ফিয়েটত উঠি পৰিষ্কাৰ-পৰিচ্ছন্নভাবে কাপোৰ পিন্ধি আহি খেতিৰ পথাৰত নামি আলু, আপেল, নাচপতি, মাকৈ আদি বস্তুবোৰ মেচিনৰ সহায়েৰে টুকুৰী কিছুমানত ভৰাই ট্ৰাক এখনত উঠাইছে। আমি তেওঁলোকক খেতিয়ক বুলি ধৰিবই পৰা নাছিলো।'

ফ্ৰেঙ্কফোট চহৰখনৰ বৰ্ণনা কৰোতে লিখিছে— 'আমাক প্ৰথমতে ফ্ৰেন্স ৰিপাব্লিক স্কোৱেৰৰ আগেদি লৈ গৈ নেপোলিয়নৰ যুদ্ধৰ ৰজা ফিলিপৰ এটা মূৰ্তি দেখুৱালে। এটা ডাঙৰ ফাউণ্টেনৰ আগেদি গৈ ফৰাচী বিপ্লৱৰ ঠাইডোখৰ চালো।'

লণ্ডন নগৰত দেখা এটি দৃশ্য বৰ্ণনা কৰিছে এনেদৰে— 'মেম আৰু চাহাব কেইজনমানে গেৰুৱা ৰঙৰ ধূতি, গেঞ্জী আৰু গেৰুৱা ৰঙৰ শাৰী পিন্ধি খোল আৰু খুতিতাল বজাই হৰে কৃষ্ণ, হৰে ৰাম' গীত গাই গাই পইচা তুলি ফুৰিছে। কেইবাঠাইতো এই দৃশ্য দেখিছিলো। মেম-চাহাবে এই সাজ-পাৰ পিন্ধা দেখি আমি আচৰিত হৈছিলো।'

কোপেন হেগেনত ইনাৰ হুইল ক্লাবৰ দ্বিতীয় বাৰ্ষিক সন্মিলনত যোগ দিবলৈ যাওঁতে অসমৰ মহিলাৰ জাতীয় পোছাক মেখেলা-চাদৰযোৰ পিন্ধি যাওঁতে তেওঁক কেনেদৰে প্ৰশংসা কৰিছিল তাৰ বৰ্ণনা দিছে এনেদৰে— 'মোৰ মুগাৰ কাপোৰজোৰ দেখি তেওঁলোকে হাতেৰে চুই খুব ভাল কাপোৰ বুলি প্ৰশংসা কৰিলে আৰু তাতোকৈ শুনি আচৰিত হ'ল যেতিয়া আমি ক'লো, আমাৰ প্ৰধান কুটীৰ শিল্প এই এড়ী, মুগা, পাট কাপোৰ। অসমৰ শিপিনীৰ ঘৰে ঘৰে যে তাঁতশাল একোখনি আছে আৰু আমাৰ পিন্ধা কাপোৰ আমি ঘৰতেই নিজ হাতে

তৈয়াৰ কৰি লওঁ— এইবোৰ জানি-শুনি আৰু আচৰিত হ'ল। তেওঁলোকৰ কেইবাগৰাকীয়েও প্ৰশংসা কৰি আমাক ক'লে— Your Assamese dress is so nice and beautiful. আমাক just a minute বুলি কৈ ফটো তুলিলে। বিদেশী মহিলাৰ মুখত অসমীয়া সাজপাৰৰ প্ৰশংসা শুনি নিজেই গৰ্ব অনুভৱ কৰিলো আৰু আনন্দিত হ'লো।'

সদৌ শেষত বৰ্ণনা কৰিছে— 'আমি ২২ তাৰিখে নিউইয়ৰ্কৰ পৰা এয়াৰ ইণ্ডিয়া প্লেনত লণ্ডন, ৰোম, কোৱেইট, দিল্লী হৈ আহি ২৪ তাৰিখে ৰাতিপুৱা বম্বে পালোহি।'

এইদৰে সমগ্ৰ ভ্ৰমণ কাহিনীকেইটিয়েই সুন্দৰ বৰ্ণনাৰ এক সাৱলীল প্ৰকাশ। প্ৰত্যেকটিয়েই মনোৰম, প্ৰতিটো কাহিনীয়ে জীৱন্ত আৰু আকৰ্ষণীয় ৰূপত প্ৰকাশিত হৈ অসমীয়া সাহিত্যত নতুন মাত্ৰা প্ৰদান কৰিছে।

'বাটৰ দুবৰি বন' গচকত পৰা
তাৰো এটি পাতে দিয়ে
স্বৰ্গৰ বতৰা।'

—সঁচাকৈয়ে সৰগৰ বতৰা বিলোৱাৰ দৰে বিদেশৰ বতৰাবোৰ থূপ খুৱাই আমাক বহুতো নজনা-নুশুনা কথা লেখিকাই শুনাবলৈ সমৰ্থ হৈছে।

'বাটৰ দুবৰি বন', 'বিদেশ ভ্ৰমণৰ কাহিনী' আৰু 'সাত সাগৰ তেৰ নদীৰ সিপাৰে' এই তিনিওখন অসমীয়া সাহিত্যৰ উৎকৃষ্ট মনোৰম গ্ৰন্থ।

লখিমী চৌধুৰীৰ জীৱনৰ উত্তৰণৰ মূল প্ৰেৰণাদাতা তেওঁৰ সকলোবোৰ সৃষ্টি কৰ্মৰ আঁৰত থকা উৎসাহ দাতাগৰাকীয়ে লখিমী চৌধুৰীক এৰি থৈ গুচি গ'ল কোনেও ঢুকি নোপোৱা আন এখনি জগতলৈ। ১৯৮৬ চনৰ ২৩ এপ্ৰিল তাৰিখত অসমৰ এগৰাকী প্ৰথিতযশা আইনবিদ ৰমেশ চৌধুৰীয়ে ইহলীলা সম্বৰণ কৰিলে। সহৃদয়বান স্বামীক হেৰুৱাই ৰংঢালী লখিমী চৌধুৰীজনী জয় পৰি গ'ল। তেওঁৰ লিখনিও যেন তাতেই থমকি ৰ'ল। আন আন গ্ৰন্থ লিখাৰ হেঁপাহ মনৰ মাজতে মাৰ গ'ল। তথাপিও তেওঁ অসম প্ৰাদেশিক মহিলা সমিতিৰ সতে শেষ জীৱনলৈ সম্বন্ধ অটুট ৰাখিছিল। মহিলা সমিতিৰ প্ৰায়বোৰ কাৰ্যসূচীতে সক্ৰিয় অংশ গ্ৰহণ কৰি আহিছিল।

স্বামী ঢুকোৱাৰ বাৰ বছৰ পাছত লখিমী চৌধুৰীয়ে তেওঁৰ কৰ্মময় জীৱনৰ সকলো কাম-কাজ সামৰি ১৯৯৮ চনৰ ১০ এপ্ৰিল তাৰিখত অসীমলৈ ৰাওনা হ'ল— হয়তো সীমাই ঢুকি নোপোৱা সেই ঠাইত তেওঁৰ স্বামীয়ে তেওঁলৈয়ে অপেক্ষা কৰি বৈ আছিল। লখিমী চৌধুৰীৰ জীৱনৰ কথাই আমাৰ নতুন চাম মহিলাক অনুপ্ৰাণিত আৰু উৎসাহিত কৰক। ❑

# প্ৰবীণা শইকীয়া

**লতি গগৈ**



অসমৰ সাহিত্য জগতত প্ৰবীণা শইকীয়া এটি পৰিচিত নাম। প্ৰবীণা শইকীয়াৰ জন্ম হৈছিল ১৯৩৬ চনত তিনিচুকীয়া চহৰত। তেওঁ একাধাৰে কবি, গল্পকাৰ, উপন্যাস ৰচয়িতা আৰু অনুবাদিকা আছিল। এগৰাকী ব্যস্ত গৃহিণী আৰু প্ৰবক্তা হৈয়ো মৃত্যুৰ আগমুহূৰ্তলৈকে তেওঁ সাহিত্য সাধনাত ব্ৰতী হৈ আছিল। প্ৰবীণা শইকীয়াই ৰচনা কৰা 'সংবাদ' নামৰ শেষ গল্পটি ১৯৯৮ চনত 'গৰিয়সী' নামৰ আলোচনীত প্ৰকাশ পাইছিল।

১৯৫৮ চনত 'ৰামধেনু'ত প্ৰকাশ পোৱা এটি কবিতাৰেই তেওঁ কবিৰূপে ভুমুকি মাৰিছিল। তাৰ পিছত আৰু ভালেমান কবিতা লিখিছিল। প্ৰায় তিনিকুৰিমান কবিতা লিখিছিল যদিও তেওঁৰ কোনো এখন কাব্য সংকলন প্ৰকাশ হৈ নোলাল। 'ৰামধেনু', 'মণিদীপ', 'প্ৰকাশ' আদি আলোচনীতে তেওঁৰ কবিতাসমূহ সিচঁৰতি হৈ থাকিল। ইয়াৰ প্ৰধান কাৰণ তেওঁ প্ৰচাৰ বিমুখ আছিল। জীৱনৰ দৰ্শন, মনোজগতৰ বিশ্লেষণ, বিৰহ-বিষাদ, প্ৰেম-ভালপোৱা আদি ভাবধাৰাৰে সমৃদ্ধ প্ৰবীণা শইকীয়াৰ কবিতাসমূহত ভাষাৰ সংযত-সুষম ব্যৱহাৰে মানুহৰ অন্তৰ মুহিবলৈ সক্ষম হৈছিল। তেওঁ উপমাসমূহ গ্ৰাম্য সমাজৰ পৰা বুটলি লোৱা আৰু সুশৃংখলিত, সহজ-সৰল প্ৰকাশভংগী আৰু মনোৰম ভাষাই কবিতাবোৰক স্বকীয় সৌন্দৰ্য্য প্ৰদান কৰিছে। তলত তাৰে এটি কবিতাৰ দুটামান স্তৱক দিয়া হ'ল ঃ

'জিলীয়ে কৰিলে জা।  
নাও হেঙুলীয়া বঠা হেঙুলীয়া  
উজাই আহিলে বা।  
এন্ধাৰৰ উমত ওপজা তৰাই  
এঙামুৰি দিলে গা।

জিলীয়ে কৰিলে জা।
কোৱাই কৰিলে কা।
ৰেচমী সূতাৰ মূৰত ওলমে
ধাৰ তিৰবিৰ দা।
তগ্‌বগ্ কৰে কাৰ কেঁচা ঘা।
টপ্‌টপ্ সৰে কাৰ গলিত লা।
চীল মোহৰত ঢাক খালে কাৰ
ফুল কুমলীয়া গা।
কোৱাই কৰিলে কা।

কবিতাটোৰ স্তৱককেইটি কবিয়ে ছন্দ মিলাই নিতৌ ঘটি থকা অথচ চকুত নপৰা কৰ্মব্যস্ত পৰিৱেশৰ এখনি চিত্ৰ অতি সুন্দৰভাবে আঁকি দেখুৱাইছে। তেওঁৰ বৃহন্নলা নামৰ কবিতাটিত তেওঁ বৰ্ণনা কৰিছে—

'মোৰ মৰণাস্ত্ৰ, হে আইঁত
তোমাৰ পাতৰ নীড়ত গৰ্ভস্থ।
ফটা টোপোলাত ওলমি আছে
মোৰ নিঃছিদ্ৰ পুৰুষাৰ্থ।
মৰাশৰ হাড়ৰ ঝন্‌ঝন্
মোৰ নূপুৰৰ নিক্কন
কঙ্কনৰ ঝংকাৰ গাণ্ডীৱৰ টংকাৰ
মোৰ মুগাৰ মেখেলাত
বুটা বছা পৌৰুষৰ হুংকাৰ।
বৈপৰীত্য মোৰ অহংকাৰ।
জেতুকাৰ দাগ লগা চোতালত
পাতলিৰ পৌৰুষে ওমলে।
নিয়ৰৰ দৰে সৰে তাত
যৌৱন, ৰাজ্য আৰু ভৱিষ্যত।
সীমা মূৰলীত ৰণৰ কোঢ়াল
যেন সাধু শুনা শিশুৰ ৰগৰ।'

তেওঁৰ কবিতাটোৰ এই প্ৰথম স্তবককেইটিৰ 'জেতুকাৰ দাগ লগা চোতালত পাতলিৰ পৌৰুষে ওমলে', শাৰীটিতে বৃহন্নলাৰ অসহায় ৰূপ ফুটি উঠিছে। কবিয়ে বুজাবলৈ চেষ্টা কৰিছে যে বৃহন্নলা ৰূপী অৰ্জুনৰ মুগাৰ মেখেলাৰ পাতলিৰ পৌৰুষ চোতালত ওমলে যদিয়ো নিয়ৰ কণাৰ দৰেই সেই পাতলিতে তেওঁৰ ভৱিষ্যতৰ সপোন লুকাই আছে। অসহায় বৃহন্নলাৰ যৌৱন

আৰু ৰাজ্য লাভৰ আশাও বিন্দু-বিন্দুকৈ সৰা নিয়ৰৰ কণাৰ দৰেই তাতে অহৰহ সৰি সৰি পৰে। তেওঁৰ বেছিভাগ কবিতাই পঞ্চাশ/ষাঠীৰ দশকতে প্ৰকাশ পাইছিল, তথাপিও তেওঁ যে কবিতা লেখিছিল সেই কথা বহুতে নেজানিলেই। শব্দ প্ৰয়োগত অতি সচেতন কাব্যিক ব্যঞ্জনাৰে সমৃদ্ধ চিন্তাধাৰাত পৰোক্ষভাবে হ'লেও ৰবীন্দ্ৰনাথ আৰু ইলিয়টৰ সুৰ ধ্বনি শুনিবলৈ পোৱা যায়। পিছৰ জীৱনত তেওঁ গল্প আৰু উপন্যাস ৰচনাতে মন দিছিল।

প্ৰবীণা শইকীয়াৰ প্ৰথমখন গল্প সংকলন 'চিত্ৰতুৰগ' ১৯৭৯ চনতে প্ৰকাশ পাইছিল। তেওঁৰ প্ৰতিটো গল্পৰে নাৰী চৰিত্ৰই প্ৰাধান্য লাভ কৰিছিল। নাৰীৰ সুখ-দুখ, আশা-হতাশা আদিক তেওঁ অতি আন্তৰিকতাৰে বৰ্ণনা কৰিছে। এই পুথিখনিৰ গল্পবোৰত তেওঁৰ সূক্ষ্ম মননশীলতা, প্ৰতীক-ধৰ্মিতা আৰু ব্যঞ্জনা সমৃদ্ধ কাব্যিক ভাষা প্ৰয়োগে পঢুৱৈক আপ্লুত কৰিছিল। তেওঁৰ গল্পৰ বৈশিষ্ট্য হ'ল দীৰ্ঘতা। বৰ বেছি দীঘল হোৱা বাবেই প্ৰবীণা শইকীয়াৰ কিছুমান গল্পৰ শিল্প গুণ হেৰুৱাই পেলোৱা যেন ভাব হয়। অৱশ্যে 'ৰাজকন্যা' গল্পটো যথেষ্ট দীঘল হোৱা সত্ত্বেও পৰিস্থিতি সৃষ্টি কৰাৰ কৌশল আৰু ভাবগত ঐক্যই পাঠকক এখন বেলেগ জগতত বিচৰণ কৰাৰ সুবিধা দিয়ে।

প্ৰবীণা শইকীয়া এগৰাকী মননশীল লেখিকা। অসমীয়া সাহিত্যত সাধাৰণতে গুৰুত্ব নোপোৱা ধৰণৰ বিষয়বস্তু কিছুমান তেওঁ উত্থাপন কৰিছে। তেওঁৰ দ্বিতীয়খন গল্প সংকলন 'অবিনাশী স্বপ্ন' ১৯৯০ চনত প্ৰকাশ হৈ ওলায়। 'ৰাজকন্যা', 'অবিনাশী স্বপ্ন', 'অমৃতৰ সন্তান' আদি গল্পত জীৱনৰ পোৱা-নোপোৱাৰ বহু উৰ্দ্ধত নিৰ্মল-নিস্বাৰ্থ প্ৰেমৰ বৰ্ণনা কৰিছে। 'চৰৈৱেতী' আৰু 'চিত্ৰতুৰগ' গল্প দুটাত অতীত জীৱনত এৰি থৈ অহা প্ৰথম প্ৰেমৰ সুমধুৰ স্মৃতি ৰোমন্থন কৰি জীৱনৰ বিয়লি বেলিকা আপ্লুত হৈ পৰা ভাব সুন্দৰকৈ প্ৰকাশ কৰিছে। 'সিংহদুৱাৰ', 'অভিষেক', 'অভিজ্ঞান' আদি গল্পত সুগভীৰ মৃত্যু চেতনা আৰু ক্ষমা-কৰুণাৰ বৰ্ষণেৰে প্ৰশান্তি লাভ কৰা দেখুৱাইছে। তেনেদৰে 'এটা পাৰ চৰাই' গল্পটোত জীৱশ্ৰেষ্ঠ মানুহ আৰু এটা সামান্য পক্ষীৰ মাজৰ নিগূঢ় সম্পৰ্ক ফুটাই তুলিবলৈ সক্ষম হৈছে। তেওঁৰ 'ৰামৰাজ্য' গল্পটোত পঢ়িবলৈ পাওঁ— 'এফালে মুকলি আকাশত উৰাৰ হেঁপাহ, আনহাতে কৌটিকলীয়া পাৰিবাৰিক সদাচাৰৰ সংস্কাৰ। এই দুই বনৰীয়া ম'হৰ মাজত মণিকাহঁতৰ দৰে বহুত ইকৰা মথিমূৰ হৈ গৈছে'। গল্পটোৰ নায়িকা বোৱাৰী মণিকা, পত্নী মণিকা আৰু ঘৰে-বাহিৰে প্ৰতিষ্ঠা লাভ কৰা মণিকা নামৰ একেজনী মানুহৰ মনৰ সংঘাত পৰিস্ফুট হৈ উঠিছে। শাহুৱেকৰ নীতি-নিয়মৰ দাসী হৈ হৈ মণিকা নামৰ মানুহজনীৰ বিদ্ৰোহী মনে ঠেক গণ্ডীৰ পৰা আঁতৰি গৈ স্বাধীন জীৱন-যাপন কৰিবলৈ উদ্‌বাউল হৈ পৰিছে। তথাপিয়ো অসহায় বৃদ্ধা শাহুৱেকৰ প্ৰতি থকা

কৰ্তব্যবোধকো আওহেলা কৰিব নোৱাৰিলে। 'কোটকোৰা কাঁইট'ত পৰস্ত্ৰীৰ লগত অবৈধ সম্পৰ্ক থকা স্বামীৰ প্ৰতি বিতশ্ৰদ্ধ হ'লেও পত্নীয়ে প্ৰতিহিংসাৰ জ্বালাত পৰ পুৰুষৰ প্ৰতি আসক্তি নেদেখুৱাই নিজৰ তাঁতশালখনতে মনোযোগ দিবলৈ চেষ্টা কৰিছে। 'অভিজ্ঞান' নামৰ গল্পটোৰ নায়িকা ৰেৱতীয়ে সিহঁতৰ বনকৰা ছোৱালী মাখনীহঁতৰ পৃথিৱীখনত ধন-সম্পত্তি আৰু উচ্চাকাঙ্খা নাথাকিলেও কাম কৰি পেটৰ ভাতমুঠি মোকলাই থাকিয়েই যে সুখী সেইটো আন্তৰিকতাৰে অনুভৱ কৰিছে। সিহঁত মুক্তজীৱ, ধুনীয়া পৃথিৱীখনত মুকলিকৈ খোজকঢ়াৰ অধিকাৰ সিহঁতৰ আছে। গল্পটোত সৰ্বহাৰাৰ জীৱনৰ গৌৰৱময় দিশটোৰ প্ৰতি লেখিকাই আমাক আঙুলিয়াই দেখুৱাইছে। 'মই কেতেকী' নামৰ গল্পটোত আজলী ছোৱালী কেতেকীয়ে শাহুৰ অত্যাচাৰ আৰু স্বামীৰ অৱহেলা সহি সহি কেনেদৰে তিল্‌তিল্‌কৈ দহি দহি মৰিবলগীয়া হৈছিল সেইটো পঢ়ুৱৈৰ মন চুই যোৱাকৈ বৰ্ণনা কৰিছে। প্ৰবীণা শইকীয়াইৰ 'নদী' নামৰ গল্পটো অনাৱশ্যকভাবে দীঘল। গল্পটো পঢ়ি যাওঁতে এনে ভাব হয় যেন পিছৰ অংশৰ আৱশ্যক নাছিলেই! তেনেদৰে 'তহবিল' নামৰ গল্পটোতো বৰ্ণনাৰ বাহুল্যতাই গল্পৰ মূল ভাবধাৰাক লুকুৱাই পেলোৱা যেন ভাব হয়। চুটি গল্পৰ আঙ্গিকেৰে পৰিপূৰ্ণ তেওঁৰ দুটি সাৰ্থক গল্প হ'ল 'মূৰ্তি' আৰু 'সাৰথি'।

প্ৰবীণা শইকীয়াই ৰচনা কৰা উপন্যাস দুখনিৰ নাম 'উত্তৰায়ণ' আৰু 'সিংহ দুৱাৰ'। ১৯৬৭ চনত প্ৰকাশ পোৱা 'উত্তৰায়ণ' নামৰ উপন্যাসখনৰ জৰিয়তে তেওঁ উপন্যাস সাহিত্যৰ জগতত আত্মপ্ৰকাশ কৰে। উপন্যাসখনৰ নায়িকা মালবিকাই সুখৰ সপোন দেখি বিভোৰ হৈ থাকে। স্বামী অজয়ৰ অকাল মৃত্যুৱে তাইৰ সেই সপোন চাৰখাৰ কৰি দিলে। তাইৰ জীৱন শূন্যতাৰে ভৰাই পেলালে। সন্তান সম্ভৱা মালবিকাৰ প্ৰসৱৰ সময়ত ডাঃ ত্ৰিদিবে যত্নসহকাৰে চোৱা-চিতা কৰিছিল। সেইবাবে ডেকা ডাক্তৰজন তাইৰ বাবে ত্ৰাণকৰ্তা দেৱতুল্য হৈ পৰিল। তাৰ পিছত বহুত দিন পাৰ হৈ গ'ল। এদিন হঠাতে ডাঃ ত্ৰিদিবৰ লগত তাইৰ পুনৰ সাক্ষাৎ হয়। পত্নীৰ বিয়োগ ঘটা ডাক্তৰে একাকিত্বৰ বেদনা পাহৰিব নোৱাৰি সেই সময়ত স্বনিৰ্বাসিত জীৱন-যাপন কৰিছিল। মালবিকাৰ কন্যা বীথিক দেখা পাই তেওঁৰ মন অপত্য স্নেহেৰে সিক্ত হৈ পৰিল। তাৰ পিছত এদিন স্বামীহাৰা মালবিকা আৰু বিপত্নীক ডাঃ ত্ৰিদিবৰ যুগ্মজীৱন আৰম্ভ হ'ল। দেউতাকৰ ছাঁটোও নেদেখা বীথিয়ে ত্ৰিদিবকে নিজৰ পিতৃ বুলি গ্ৰহণ কৰে। কিন্তু মালবিকাৰ দ্বিতীয় সংসাৰখনো সুখৰ নহ'ল। তাই বুজিলে ত্ৰিদিব আৰু তাইৰ দৈহিক মিলন ঘটিলেও মনৰ ফালৰ পৰা যেন দুয়ো দুয়োকে সম্পূৰ্ণভাবে গ্ৰহণ কৰিবলৈ অক্ষম। মানসিকভাবে বিপৰ্যস্ত ত্ৰিদিব এদিন অসুস্থ হৈ পৰিল। অসহায় ত্ৰিদিবৰ মঙ্গলৰ বাবে কিন্তু মালবিকাই পত্নীয়ে কৰিবলগীয়া কৰ্তব্য

আন্তৰিকতাৰে কৰি গৈছে। উপন্যাসখনিৰ ভাষা সাৱলীল। নাৰী জীৱনৰ প্ৰতিচ্ছবি উপন্যাসখনত সুন্দৰকৈ প্ৰতিফলিত কৰাত তেওঁ সফল হৈছে। তেওঁৰ দ্বিতীয়খন উপন্যাস 'সিংহ দুৱাৰ' ১৯৮২ চনত প্ৰকাশ হয়। উপন্যাসখন সংলাপধৰ্মী। উপন্যাসখনৰ কাহিনীভাগত মাজে মাজে শিথিলতাৰ সৃষ্টি হোৱা যেন লাগে। উপন্যাসৰ নায়িকা কল্পনাৰ ভূমিকা বৰ সক্ৰিয় নহয়। তথাপিয়ো অসমৰ গ্ৰাম্য জীৱনৰ জৰিয়তে অসমীয়া সংস্কৃতিৰ এটি নিটোল চিত্ৰ ফুটাই তোলাত লেখিকা সফল হৈছে। সহজ-সৰল ভাষাৰ যোগেদি তেওঁ আদৰ্শবাদৰ কথা ক'বলৈ চেষ্টা কৰিছে। সৃষ্টিশীল লেখিকাৰূপে দুয়োখন উপন্যাসৰ যোগেদি তেওঁৰ অমূল্য বৰঙণি স্বীকাৰ কৰিবই লাগিব। তেওঁৰ আন এখন উপন্যাস 'শুকুলা ঘোঁৰা' তেওঁৰ মৃত্যুৰ পাছত 'বনলতা'ই প্ৰকাশ কৰা 'ৰচনা সম্ভাৰ'ত প্ৰকাশ পাইছে। বনলতাই প্ৰকাশ কৰা প্ৰবীণা শইকীয়াৰ 'ৰচনা সম্ভাৰ' ১ম খণ্ডৰ পাতনিত সুলেখিকা আৰাধনা গোস্বামীয়ে প্ৰবীণা শইকীয়াৰ সৃষ্টিশীল সাহিত্য কৰ্মৰ ওপৰত আলোকপাত কৰি লেখিছে ঃ

'প্ৰবীণা শইকীয়াৰ সাহিত্যকৃতিৰ আকৰ্ষণৰ গুৰিতে লেখিকাৰ সংবেদনশীল সন্ধানী মন, গভীৰ জীৱনবোধ, প্ৰকাশক্ষম ব্যঞ্জনাময় এক নিটোল ভাষা, মানৱ চৰিত্ৰ সম্পৰ্কে তেওঁৰ কৌতূহল, সম্পৰ্কৰ বিশ্লেষণ ক্ষমতাই মননশীলতাৰ লগতে তেওঁৰ বিৰল নৈতিক সাহসৰো পৰিচয় দিয়ে। তেওঁ মূলতঃ এগৰাকী কবি আৰু কবিৰ সমৃদ্ধ কল্পনা, সূক্ষ্ম অনুভূতি আৰু অৰ্থঘন শব্দৰ কুশল প্ৰয়োগে তেওঁৰ প্ৰায় প্ৰতিটো সৃষ্টিশীল ৰচনাকে এক অপূৰ্ব ব্যঞ্জনা দান কৰিছে। জীৱনৰ তুচ্ছ আৰু প্ৰাত্যাহিক দাবীৰ সন্মুখত লেখিকা ক্ষুব্ধ। অসহায়তাৰ আৰ্তিত কোনো কোনো ঠাইত বিদ্ৰোহ ধ্বনিত নোহোৱা নহয়। কিন্তু বিহ্বল অথবা হতাশ নহৈ লেখিকাই নিৰন্তৰ সন্ধান কৰিছে জীৱনক সুন্দৰ আৰু মহৎ কৰিব পৰা স্বপ্নৰ।' লেখিকাৰ অনুবাদ সাহিত্যৰ বিষয়ে শ্ৰীমতী গোস্বামীয়ে আকৌ লেখিছে ঃ

'নীৰৱে অকলশৰে এনেদৰে প্ৰবীণা শইকীয়াই আধুনিক অসমীয়া সাহিত্যত অনুবাদৰো এক নৱজাগৰণৰ সূচনা কৰি থৈ গ'ল সাহিত্যৰ বুৰঞ্জীকাৰসকলৰ অজ্ঞাতেই। অনুবাদ সাহিত্যই তেওঁৰ বিস্ময়কৰভাৱে বিস্তৃত মানসিক দিগন্তৰ কথাকে সূচায়। সন্দেহ নাই, বিশ্বৰ শ্ৰেষ্ঠ গ্ৰন্থৰাজিৰ অধ্যয়ন আৰু অনুবাদৰ অভিজ্ঞতাই তেওঁৰ কল্পনাক সতেজ-সমৃদ্ধ কৰি তেওঁৰ সৃষ্টিশীল সাহিত্যই আমাৰ সাহিত্যত বিৰল ব্যাপ্তি আৰু গভীৰতা প্ৰদান কৰিছে।'

ড° আনন্দ বৰমুদৈয়ে প্ৰবীণা শইকীয়াৰ 'ৰচনা সম্ভাৰ' ২য় খণ্ডৰ পাতনিত লেখিকাৰ সাহিত্য কৰ্মৰ সুন্দৰভাৱে বিশদ আলোচনা আগবঢ়াইছে —'প্ৰবীণা শইকীয়াৰ উপন্যাস আৰু গল্পৰ কেতবোৰ বৈশিষ্ট্য এনে ধৰণৰ ঃ 'তেওঁৰ গল্প-

উপন্যাসৰ কাহিনী প্ৰচুৰ ঘটনাৰে সংগঠিত আৰু ঘটনাই কাৰ্যকাৰণ নীতি মানি আগবাঢ়ে। কাহিনী আৰু ঘটনাৰ প্ৰাচুৰ্যৰ বাবে কিন্তু গল্প-উপন্যাসক ঘটনা-প্ৰধান আখ্যা দিব নোৱাৰি। বাহিৰৰ জগতত ঘটা ঘটনাৰ অভিঘাত চৰিত্ৰৰ মনৰ জগতলৈ লৈ যোৱা হয় আৰু মনৰ জগতৰ ক্ৰিয়া-প্ৰতিক্ৰিয়া হৈ পৰে গল্প-উপন্যাসৰ প্ৰধান বিষয়। কাৰ্যকাৰণে এখন জগতৰ পৰা আন এখন জগতলৈ অহা-যোৱা কৰি বৃত্তান্তক আগুৱাই নিয়ে, কিন্তু বৃত্তান্তৰ কেন্দ্ৰ মনৰ জগতৰ পৰিধিৰ মাজতে থাকে। ঘটনাৰ পৃষ্ঠভূমি ইখন জগতৰ পৰা সিখন জগতলৈ সলনি হৈ থাকে যদিও মূল দ্বন্দ্ব, বৈপৰীত্য আৰু অতীতৰ জগতখন মনৰ জগত। গল্প-উপন্যাসৰ বৃত্তান্তই যিবোৰ ঘটনাক সামৰি লয়, সিবিলাক একান্ত মিতব্যয়িতাৰে লেখিকাই মূৰ্ত কৰি তুলিব পাৰে, কিন্তু মূৰ্ত কৰাটোৱেই লেখিকাৰ উদ্দেশ্য নহয়। লেখিকা বা কাহিনীকাৰৰ উদ্দেশ্য সিবিলাকৰ তাৎপৰ্য বিচাৰ কৰি জীৱনত সিবিলাকৰ মূল্য নিৰূপণ কৰা।

নাৰী-পুৰুষ সম্পৰ্কত প্ৰেমক স্থান আৰু কালৰ সীমাৰ পৰা আঁতৰাই অমৰ কৰা কথা যেতিয়া আহে, সেই অমৰত্ব বিবাহ বহিৰ্ভূত সম্পৰ্কতহে সম্ভৱ বুলি প্ৰবীণা শইকীয়াৰ উপন্যাসত দেখা পোৱা যায়। লেখিকাৰ দৃষ্টিত অমৰ প্ৰেম সমস্ত অনুভূতিৰ সৰ্বাত্মক তীব্ৰতাৰে উপলব্ধি কৰা প্ৰেমৰ মুহূৰ্ত। প্ৰেমৰ এই তীব্ৰ আনুভূতিক উপলব্ধি দৈহিক নহ'বও পাৰে।

প্ৰবীণা শইকীয়াৰ গল্প-উপন্যাসৰ নাৰী পৰম্পৰাগত সংস্কাৰৰ কাৰণে অৱহেলিত বা নিৰ্যাতিত হ'ব পাৰে, কিন্তু অবলা নহয়। পুৰুষতকৈ তেওঁলোক অধিক সূক্ষ্মদৰ্শী, বুদ্ধিমান, দূৰদৰ্শী। সংস্কৃতিৰো তেওঁলোক ধাৰক বাহক আৰু প্ৰেম আৰু যৌন জীৱনতো তেওঁলোকৰ ভূমিকা অগ্ৰণী।

লেখিকাৰ নিজা দৃষ্টিকোণ পৰিস্কাৰ কৰাৰ কৌশল মন কৰিবলগীয়া। য'তেই লেখিকাই নাটকীয়া পৰিস্থিতি ৰচনা কৰিছে, তাতেই সংলাপৰ বুদ্ধিদীপ্ততা চমৎকাৰ। তেওঁৰ সংলাপৰ ভাষা স্বাভাৱিক স্বতঃস্ফূৰ্ততাৰে পৰিস্থিতিৰ পৰা উদ্ভৱ হোৱা ভাষা। মানৱীয় দোষ-ত্ৰুটিৰ প্ৰতি লেখিকা যিদৰে সহানুভূতিশীল, সেইদৰে মানুহৰ উত্তৰণতো তেওঁ বিশ্বাসী।'

প্ৰবীণা শইকীয়াই অনুবাদ সাহিত্যৰ যোগেদি অসমৰ পাঠকসকলক যথেষ্ট অৱদান দি গৈছে। লুই কেৰলৰ বিশ্ববিখ্যাত গ্ৰন্থ 'এলিচ ইন ৱাণ্ডাৰ লেণ্ড' নামৰ গ্ৰন্থখন 'অজান দেশত এলিচ' নাম দি ১৯৬৩ চনত 'থ্ৰুলুকিং গ্লাচ'ক 'দাপোন দেশত এলিচ' (১৯৮৪) আৰু 'দি হাণ্টিং অৱ দ্য স্নাৰ্ক' 'স্নাৰ্ক চিকাৰ' (১৯৮২) নামেৰে অসমীয়া ভাষালৈ অনুবাদ কৰি থৈ গৈছে। বিভিন্ন আলোচনীত কেইবাগৰাকীও বিশ্ববিখ্যাত গল্পকাৰৰ গল্প অনুবাদ কৰি গৈছে। সেইবোৰৰ ভিতৰত জন ৰাস্কিনৰ 'আন টু দ্যা লাষ্ট ('অসমীয়া' দ্বিতীয় বছৰ ১৯৭০)

শ্বেক্যপিয়েৰৰ হেমলেট, অ'থেলো, কিং লিয়েৰ, মেকবেথ, মে'জাৰ ফৰ মে'জাৰ আদি 'নতুন দৈনিক' কাকতত ধাৰাবাহিক ৰূপে ওলায়। ইয়াৰ পিছত 'দ টেম্পেষ্ট'ৰ অনুবাদ 'অসম বাণী'ত প্ৰকাশ হয়। আন্না ছিৱেলৰ অমৰ শিশু কাহিনী 'ব্লেক বিউতি'ৰ ১৯৯৯ চনত 'কলামণি'ৰ সফল অনুবাদ পঢ়িলে তেওঁৰ ইংৰাজী সাহিত্যৰ ওপৰত থকা দখলৰ কথা সহজেই অনুমান কৰিব পাৰি। ইয়াৰ বাহিৰেও (ট্ৰেজাৰ আইলেণ্ড) অমূল্য ৰত্নৰ দ্বীপ, এইচ এ ফাৰকেৰ 'আৰজি্ ভাণ্ডাকাৰ', 'চিক্কবীৰ ৰাজেন্দ্ৰ', 'একুড়ীৰ স্বপ্ন' আদিও লেখিকা গৰাকীৰ সফল অনুবাদ।

ইমানবোৰ সাহিত্য সৃষ্টি কৰা স্বত্ত্বেও প্ৰবীণা শইকীয়াই সমালোচকসকলৰ দ্বাৰা অৱহেলিত হৈয়েই ৰ'ল। সেইবাবে কোনো কোনোৱে তেওঁক সুবিখ্যাত লেখিকা জেন-অষ্টিনৰ লগত তুলনা কৰে। তেওঁৰ সাহিত্যৰাজিক উপযুক্ত মূল্যায়ন নকৰাৰ বাবে লেখিকাগৰাকীৰ অন্তৰত নিশ্চয় অভিমান আছিল আৰু সেই অৱহেলাৰ দুখে যেন তেওঁক দহিছিল। মৃত্যুৰ আগতে কোনো কোনোজনৰ আগত সেই দুখ তেওঁ অকপটে স্বীকাৰ কৰিছিল। কিন্তু প্ৰচাৰবিমুখ হোৱাবাবেই তেওঁ আঁৰতে ৰৈ গ'ল।

১৯৩৬ চনত জন্মা প্ৰবীণা শইকীয়া আছিল এগৰাকী অমায়িক, দূৰদৰ্শী, বুদ্ধিমতী আৰু অল্পভাষী নাৰী। তেওঁৰ দেউতাকৰ নাম নন্দেশ্বৰ দাস আৰু মাকৰ নাম ৰত্নেশ্বৰী দাস। অতি কম বয়সতে তেওঁ পিতৃহাৰা হয়। মাতৃ আৰু ঘৰৰ অন্যান্যসকলৰ মৰম-চেনেহৰ মাজত তেওঁ ডাঙৰ হয়। সন্দিকৈ কলেজৰ পৰা স্নাতক ডিগ্ৰী লোৱাৰ পিছত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰে। বি. বৰুৱা মহাবিদ্যালয়ত অসমীয়া বিভাগৰ অধ্যাপিকা ৰূপে সুদীৰ্ঘ কাল চাকৰি কৰাৰ পিছত ১৯৯৫ চনত অৱসৰ গ্ৰহণ কৰে। অসমৰ সাহিত্য জগতৰ ভোটাতৰা স্বৰূপ অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি শ্ৰীযুত চন্দ্ৰপ্ৰসাদ শইকীয়াদেৱৰ লগত ১৯৫৮ চনত তেওঁ বিবাহপাশত আবদ্ধ হয়। প্ৰবীণা শইকীয়াই এগৰাকী প্ৰবক্তা, লেখিকা, সুগৃহিণী আৰু মাতৃৰ ভূমিকা সফলতাৰে পালন কৰি আহিছিল। তাৰোপৰি প্ৰবীণা শইকীয়াই সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ লগত জন্ম লগ্নৰে পৰা জড়িত আছিল। ১৯৭৫ চনত তেজপুৰত বহা প্ৰথম অধিবেশনত অনুবাদ সাহিত্যৰ ভিত্তিত তেওঁ এটি পাণ্ডিত্যপূৰ্ণ বক্তৃতা আগবঢ়ায়। মঙলদৈ অধিবেশনত মুকলি সভাত নিৰ্দিষ্ট বক্তাৰ ভাষণ ৰাখে আৰু অনুষ্ঠানৰ উপ-সভানেত্ৰী নিৰ্বাচিত হয়। তদুপৰি বোকাখাত অধিবেশনত আলোচনা-চক্ৰৰ সঞ্চালক, গুৱাহাটী অধিবেশনত গল্প-সাহিত্যৰ আলোচনা-চক্ৰত মুখ্য আলোচক স্বৰূপে অংশ গ্ৰহণ কৰে। তিতাবৰ অধিবেশনতো তেওঁ ভাষণ দান কৰে। জালুকবাৰী শাখাৰ উদ্যোগত গুৱাহাটী

বিশ্ববিদ্যালয়ত হোৱা 'সুধা বৰুৱা স্মৃতি' বক্তৃতা অনুষ্ঠানত ভাগ লৈ সুন্দৰ ভাষণ এটি প্ৰদান কৰে। প্ৰবীণা শইকীয়া সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ মুখপত্ৰ 'লেখিকা'ৰ নিয়মীয়া লেখিকা আছিল।

এটি পুত্ৰ সন্তান আৰু দুটি কন্যা সন্তানৰ মাতৃ প্ৰবীণা শইকীয়া। তেওঁলোকৰ নাম যথাক্ৰমে শান্তনু, মৈত্ৰেয়ী আৰু জিনা। বোৱাৰীৰ নাম ছবিনা, দুই জোঁৱাই দীপক আৰু জেমছ। জিষ্ণু, অৰুন্ধতী, অনিৰুদ্ধ, প্ৰজ্ঞান আৰু নন্দিতা পাঁচ গৰাকীকৈ নাতি-নাতিনীৰে প্ৰবীণা শইকীয়াৰ আছিল এখনি পৰিপূৰ্ণ সুখৰ সংসাৰ। সেই সুখৰ সংসাৰত আনন্দ লভিবলৈ ঈশ্বৰে তেওঁক দীৰ্ঘ জীৱনৰ পৰা বঞ্চিত কৰিলে। ৰূপে-গুণে মোহনীয়-বৰণীয় মানুহগৰাকীক দুৰাৰোগ্য ৰোগে কাহিল কৰি পেলালে। স্বামী, পো-বোৱাৰী, জী-জোঁৱাই আটাইৰে ঐকান্তিক পৰিচৰ্য্যা, শুশ্ৰূষা, চিকিৎসকসকলৰ উন্নত চিকিৎসা সেৱা একোৱে মানুহগৰাকীক ধৰি ৰাখিব নোৱাৰিলে। প্ৰবীণা শইকীয়াক মহাকালে কালৰ গৰাহত নিমজ্জিত কৰিলে ১৯৯৯ চনৰ ২৩ মাৰ্চ তাৰিখত। অসমীয়া ভাষা-সাহিত্যৰ একান্ত সেৱিকা, নীৰৱ কৰ্মী, সৃষ্টিশীল সাহিত্যৰে পঢ়ুৱৈ সমাজৰ মন পৰশা প্ৰবীণা শইকীয়া জীয়াই থাকিব তেওঁৰেই সৃষ্টিশীল কৰ্মৰ মাজত, প্ৰবীণা শইকীয়া জীয়াই থাকিব পঢ়ুৱৈ সমাজৰ অন্তৰৰ গোপনতম কক্ষত। ❑

# ভাৰতী বৰুৱা

**পুৰবী বৰমুদৈ**



জীৱন নামৰ পথটোৰ খলা-বমা, বোকা-পানী খচকি তাৰ মাজৰ পৰাই জীৱনৰ পৰিপূৰ্ণ আনন্দ বুটলি লৈ জীৱনটোক আনন্দময় কৰি সুখেৰে জীৱন-যাপন কৰিব জানিছিল ভাৰতী বৰুৱাই। মানুহগৰাকী জীয়াই থাকোতেও যেনেকৈ আছিল অফুৰন্ত সাহসৰ উৎস, আৰু মৃত্যুৰ পিছতো তেওঁৰ নামৰ উচ্চাৰণেই ওচৰ চুবুৰীয়া, বন্ধু-বান্ধৱ, আত্মীয়-স্বজন আৰু চিনাকী লোকসকলকো সাহস সঞ্চয় কৰাৰ শিক্ষা দি থৈ গ'ল। আনন্দময় জীৱন এটা যথাৰ্থ অৰ্থতেই যাপন কৰি গ'ল ভাৰতী বৰুৱাই। মানুহ গৰাকীক লগ পাই, মুগ্ধ হৈ তেওঁৰ ওচৰ চপা সকলোৱেই নিঃসংকোচে এটা কথা স্বীকাৰ কৰিব যে তেওঁ উপলব্ধি কৰা জীৱনৰ সেই সুফলতম আনন্দৰ স্পৰ্শৰে অতি নিঁখুতকৈ তৈয়াৰ কৰা ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ চৌহদৰ তেওঁলোকৰ আবাসগৃহৰ সেই ফুলনিখন আৰু শাকনিডৰা, নিখুঁতকৈ সজোৱা ঘৰখন, মানুহগৰাকীৰ পাকৈত হাতৰ ৰন্ধা বঢ়া, বেজীৰ কাম, উলৰ কাম, মুখত অনবৰতেই লাগি থকা হাঁহিটোৰে আলহি-অতিথিৰ লগত সাহিত্য, চিনেমা নাটকৰ পৰা ৰন্ধন প্ৰকৰণলৈ, উলৰ ডিজাইন, ফুলগছৰ যতন আদিলৈকে পতা কথা-বতৰাৰে মানুহগৰাকী ইমান মোহনীয় আৰু অতুলনীয় হৈ পৰিছিল যে সেয়া ভাৰতী বৰুৱাৰ সুক্ষ্ম দৃষ্টিভঙ্গী আৰু জীৱনৰ সুন্দৰতম দিশটোৰ প্ৰতি থকা অসীম আকুলতাৰ বাবেহে সম্ভৱ আছিল।

কি নকৰিছিল ভাৰতী বৰুৱাই? মুখত হাঁহিটোৰ সতে অনবৰতেই লাগি আছিল ৰাগী লগা তামোল এখন, কেতিয়াবা খনীয়া তামোল, অসমীয়া পাণ আৰু ধঁপাত। কেতিয়াবা মিঠা পট্টি পাণ, তামোল-পাণ, জৰ্দ্দা-ধঁপাতৰ ৰাগী লগা গোন্ধেৰে ভাৰতী বৰুৱাৰ বহা কোঠা আমোলমোলাই আছিল। পাকঘৰত যতনাই থৈছিল বিধে বিধে আচাৰ-জেলী, কাসুন্দি-খাৰলি। বটল ভৰাই আটকৰ দিনলৈ সাঁচি সামৰি থৈছিল শুকান শেৱালি ফুল, তিতা ফুল, শুকান আমলখি, শুকান শিলিখা। হাতত লাগি আছিল চিলাই এখন বা চুৱেটাৰ এটা। আলহী অতিথি আহি পৰে-

অপৰে ওলালেহি মুখত নাছিল অকণো বিৰক্তিৰ চিন। সেলেণ্ডি লগা তামোলখনৰ দৰেই সেলেণ্ডি লগা হাঁহিটোৰে ভাৰতী বৰুৱাই সকলোলৈকে অবাৰিত কৰি দিছিল হৃদয়ৰ দুৱাৰ।

এই গৰাকী ভাৰতী বৰুৱাৰে মৃত্যু হ'ল দুহেজাৰ এক চনৰ চব্বিশ নবেম্বৰৰ দিনা। মৃত্যুৰ দুদিন মানৰ আগতেহে হস্পিতাললৈ গৈছিল, ওচৰ-চুবুৰীয়াক, বন্ধু-বান্ধৱক মাত লগাই গৈছিল। এইবাৰ হস্পিতালৰ পৰা আহি লওঁ। আহি এবাৰ সেইফালে বহুপৰ বহাকৈ পাক এটা মাৰিম। হস্পিতালৰ বিচনাৰ পৰাই ফুলনিখনৰ চিন্তা। 'ফুলনিৰ ফুলবোৰ নুফুলিবগৈয়েই নেকি? যতন লোৱা হোৱাই নাই। সকলো মোৰ লগতে ব্যস্ত।' শেষ মুহূৰ্তলৈকে ঘৰৰ চিন্তা। ফুলনিখন, শাকনি ডৰাৰ চিন্তা। স্বামী-পুত্ৰ, বন্ধু-বান্ধবৰ চিন্তা, গৃহস্থালি কৰ্মত লাচনি-পাচনি কৰা ল'ৰাটোৰ চিন্তা, পোহনীয়া কুকুৰজনীৰ চিন্তা। হস্পিতালৰ বিচনাৰ পৰা আহি ঘৰৰ কাম-কাজ চম্ভালি লোৱাৰ চিন্তা, জীৱনটো পুনৰ খুঁতি-নাতি সহ জুকিয়াই চোৱাৰ চিন্তা। মানুহৰ জীৱন আৰু জীৱনৰ ৰং-ৰূপ, গন্ধ-স্পৰ্শ, ৰস-আনন্দ এইকেইটা সুকীয়া বস্তু। কিন্তু ভাৰতী বৰুৱাই পৃথিবীৰ কম মানুহে জনা সেই কৌশলটো জানিছিল। যিটো কৌশলৰে জীৱনৰ সৰু-সৰু কামৰ পৰা তেওঁ আহৰণ কৰিছিল ৰং-ৰূপ, গন্ধ-স্পৰ্শ, ৰস-আনন্দ, আৰু তাৰেই তেওঁ নিজৰ জীৱনৰ লগতে তেওঁৰ সংস্পৰ্শলৈ অহা অইন মানুহৰ জীৱনো জীৱনৰ আনন্দৰে পৰিপূৰ্ণ কৰি দিছিল।

বাতৰি কাকতত সৰুকৈ বাতৰি এটা ছপা হ'ল। 'ভাৰতী বৰুৱাৰ বিয়োগ'। সৰু মানুহৰ বাতৰিবোৰো সৰু হয়। কোনোৱে গমেই নেপালে ভাৰতী বৰুৱানো কোন? হয়তো কোনো কোনোৱে গম পালে। গম পোৱাসকলৰ হৃদয় ভাগিল। বৰ সৰু আৰু সাধাৰণ মানুহ আছিল ভাৰতী বৰুৱা। কিন্তু জীৱনটোক আৰু জগতক বৰ অসাধাৰণ ভাৱে ভাল পাইছিল তেওঁ। কেৱল ভাল পাইছিল বাবেই জীৱনৰ পৰা তেওঁ সমস্ত গ্ৰহণ কৰিছিল বৰ নিষ্ঠা আৰু কৃতজ্ঞতাৰে।

জুলাই মাহৰ বাৰ তাৰিখ, উনৈশ শ ছয়সত্তৰ চন, ভাৰতী বৰুৱা বিবাহ সূত্ৰে আবদ্ধ হয় ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অৰ্থনীতি বিভাগৰ শিক্ষক ভুবন বৰুৱাৰ সৈতে। ভুবন বৰুৱা এজন সফল সাহিত্যিক। সাহিত্যিক স্বামীৰ সান্নিধ্যত ভাৰতী বৰুৱাই নিজৰ সাহিত্য জীৱনটো ক্ৰম বিকশিত কৰাৰ সুবিধা পালে। সংসাৰখন পাতি লোৱাতেই কাম শেষ নহয়। সংসাৰ পতাৰ পিছত সাংসাৰিক কাম আৰু দায়িত্ব বাঢ়ে আৰু সেই কাম আৰু দায়িত্বৰ অধিকাংশই মূৰ পাতি ল'ব লগা হয় ঘৰখনৰ গৃহিণী গৰাকীয়ে। তেওঁ চাকৰিয়ালেই হওক বা অনা চাকৰিয়ালেই হওক। গৃহিণী গৰাকীৰ গৃহিণী হিচাপে শ্ৰমৰ মূল্য এতিয়ালৈকে কোনেও দিয়া নাই আৰু কোনো অসমীয়া মহিলাই সেই শ্ৰমৰ মূল্য বিচৰাও নাই। শ্ৰমৰ মূল্য নিবিচৰাকৈয়ে ভাৰতী বৰুৱাই ঘৰুৱা কাম-কাজ আৰু দায়িত্ব পালন কৰি এগৰাকী পাকৈত গৃহিণীত

পৰিণত হ'ল। নিজৰ সংসাৰখন সেয়ে তেওঁৰ শ্ৰমৰ মূল্য বুলি স্বীকৃত হ'ল। নিয়াৰিকৈ সংসাৰখন চলোৱাটোও কম অসাধ্য সাধন নহয়। সাহিত্যিক স্বামীৰ অনুপ্ৰেৰণা আৰু উৎসাহত ভাৰতী বৰুৱাই সেই অসাধ্য সাধন কৰাৰ মাজতে আৰু এক চমকপ্ৰদ অসাধ্য সাধন কৰি দেখুৱালে। নানানটা ঘৰুৱা কাম আৰু ঘৰুৱা জঞ্জালৰ পৰা টৌতে খৰ মাৰি আজৰি হৈ তেওঁ নিৰৱচ্ছিন্ন ভাৱে ৰচনা কৰি গ'ল, গল্প, কবিতা, প্ৰবন্ধ, শিশু-সাহিত্য। ঘৰ সংসাৰ পৰিচালনা কৰোতে পোৱা নানানটা তিতা-মিঠা অভিজ্ঞতাৰে তেওঁ চিত্ৰন কৰিলে, ঘৰুৱা ঘটনাৰ চিত্ৰসমূহ আৰু সেই চিত্ৰসমূহ এসময়ত পঢ়ুৱৈ সমাজত যথেষ্ট সমাদৃত হৈছিল। 'ঘৰুৱা বা ঘটনা'ৰ চিত্ৰ সমূহে প্ৰত্যেক গৰাকী গৃহিনীকে এইটো ঘটনা দেখোন মোৰো জীৱনত ঘটা ঘটনা' বুলি ভাবিবলৈ সুযোগ দিছিল। ঘটনাবোৰ সাধাৰণ, কেইবাদিনো ধৰি বৰষুণ দিয়াৰ পাছত ৰ'দৰ ৰেঙনি দেখি গৃহিণীগৰাকীয়ে চোতালৰ তাঁৰত সমস্ত সেমেকা কাপোৰ মেলি দিছে। পাকঘৰৰ পৰা উলিয়াই আনি ৰ'দত দিছে আচাৰৰ বটল, আটকত খাবলৈ বুলি শুকুৱাই থোৱা আমলখি, শিলিখা, শোকোটা নেমুটেঙাৰ বটল। তাৰ পিছত হেপাঁহ পলুৱাই গাটো ধুই লওঁ বুলি গা ধোৱা ঘৰত সোমাই চক খাই উঠিছে। আধা গা ধোৱা অৱস্থাতে তেওঁ গম পাইছে, পুনৰ আহিছে হুৰহুৰাই বৰষুণ— নিতান্তই সৰু আৰু সাধাৰণ ঘটনা, সচৰাচৰ ঘটি থকা। কিন্তু নিখুঁত কল্পনা, ভাষাৰ সাৱলীলতা, শব্দ চয়নৰ অপূৰ্ব কৌশলৰে ভাৰতী বৰুৱাই সেই নতুনত্ব বিহীন সৰু আৰু সাধাৰণ ঘটনাবোৰকে একো একোটা পৰিপূৰ্ণ শিল্পকৰ্মলৈ ৰূপান্তৰিত কৰি পেলাইছিল। ক'বলৈ গ'লে— ভাৰতী বৰুৱাই অনবৰতে নিজৰ চকু, কাণ খুলি ৰাখিছিল। আৰু তেওঁৰ সেই সুতীক্ষ্ণ পহৰাৰ জাল ফালি জীৱন আৰু জগতৰ ধাৰণাৰে পৰিপুষ্ট যিকোনো অভিজ্ঞতাই সাৰি যাব পৰা নাছিল। সফল সাহিত্যিক হ'বলৈ হ'লে মানুহৰ এই গুণটো থাকিবই লাগিব। সাহিত্যিক কেৱল আজৰি পৰৰ চৰ্চা আৰু মুনাফা লাভৰ উপায় বুলি ধৰি নোলোৱাসকলহে এই গুণটোৰ অধিকাৰী হয়। সাহিত্য ভাৰতী বৰুৱাৰ বাবে জীৱনৰ অংগ নাছিল। বৰঞ্চ সাহিত্যই আছিল তেওঁৰ জীৱন। তেওঁৰ প্ৰসাৰিত হৃদয়খনে এই ক্ষেত্ৰত তেওঁক সহায় কৰিছিল। হৃদয়বান স্বামীৰ অনুপ্ৰেৰণা আৰু উৎসাহৰে সেয়ে ভাৰতী বৰুৱাই ৰচনা কৰি গৈছিল শিশুৰ বাবে তেওঁৰ কেবাখনো উপন্যাস আৰু গল্প। শিশুৰ বাবে লিখাই হৈছে আটাইতকৈ কঠিন আৰু কষ্টকৰ কাম। বহুতো মহৎ সাহিত্যিকো শিশুৰ বাবে লিখাৰ ক্ষেত্ৰত বিফল হ'ব পাৰে। শিশুৰ বাবে লিখিবলৈ লওঁতাজনৰ শিশু মনস্তত্ত্বৰ ওপৰত গভীৰ দখল আৰু অধ্যয়ন থকাটো নিতান্তই অপৰিহাৰ্য কথা। লগতে শিশুৰ লগত শিশু হৈ সিহঁতক সম্পূৰ্ণকৈ বুজিবও পাৰিব লাগিব। স্বাভাৱিকতেই ডাঙৰ মানুহতকৈ শিশুৰ মন অধিক কল্পনা-প্ৰৱন। অনবৰতেই সিহঁতৰ মনটো কাৰ্যকৰী হৈ থাকে। শিশুৰ এটা চিন্তাও অবাবত কৰা

চিন্তা নহয়। সিহঁতৰ চিন্তা আৰু কল্পনাৰ উহ বিচাৰি উলিয়াব নোৱাৰিলে সিহঁতৰ বাবে লেখা নাযায়। শিশুৰ বাবে লেখা সাহিত্য ডাঙৰেও পঢ়ি ৰস পোৱা হ'ব লাগে। শিশুৰ বাবে এটা অৰ্থ, আৰু ডাঙৰে বুজিব এটা অৰ্থ এনেদৰে দুটা অৰ্থৰে লিখিব পৰা বৰ অনায়স কথা নহয়। ভাৰতী বৰুৱাই পাৰিছিল। পুত্ৰ মিকুলক সাধুৰ চলেৰে কোৱা কথাবোৰকে তেওঁ একো একোটা নিটোল কাহিনীৰ ৰূপ দিছিল আৰু সাৱলীল ভাষাৰে সজাই পৰাই লিখি উলিয়াইছিল। 'অৰণ্যত অবিচাৰ', 'মিকুলৰ কথা', 'মৌবনত মিকুল', 'মিকুলৰ কবিতা', 'মিকুল, নিকল্প, পিনচু, পাবলো', 'যাদুৰ কথাৰে সাধু', 'সোণতকৈও দামী' ইত্যাদি পুথিসমূহত তেওঁ সৰু সৰু ল'ৰা-ছোৱালীৰ বাবে খাপ-খোৱাকৈ কিছুমান কাহিনী লিখিছিল; যাৰ মূল চৰিত্ৰ আছিল মিকুল নামৰ এটি সৰু দুষ্ট ল'ৰা। মিকুলক মূল চৰিত্ৰ হিচাপে লৈ লিখা সেই লেখাবোৰৰ মিকুলৰ কাণ্ড-কাৰখানাই ডাঙৰ সৰু সকলোকে কিছুমান কথা চিন্তা কৰিবলৈ শিকাইছিল।

নিজে নাৰী বাবেই নহয়, এগৰাকী সুক্ষ্মতম আৰু বৈজ্ঞানিক দৃষ্টি সম্পন্ন নাৰী আছিল বাবেই ভাৰতী বৰুৱাই নাৰীৰ সমস্যা কিছুমান মানৱতাবাদী দৃষ্টিভংগীৰে অনুধাৱন কৰি ৰচনা কৰা ঘৰুৱা ঘটনা সমূহ ভাব আৰু ভাষাৰ ফালৰ পৰাও কেৱল সুখ পাঠ্যই নহয়, চিন্তাৰ খোৰাকো যোগায়, দেখাত তুচ্ছাতিতুচ্ছ বুলি উলাই কৰিব পৰা একো একোটা সৰু ঘটনা ভাৰতী বৰুৱাৰ নিপুণ হাতত পৰি সামাজিক চিত্ৰ এখন হৈ পৰে। বোধহয় ভাষাৰ ওপৰত থকা এই গভীৰ আৰু সুন্দৰ দখলৰ বাবেই তেওঁ লিখা কবিতা আৰু সৰু সৰু ধেমেলীয়া পদ্যবোৰতো সেইকথাৰ প্ৰমাণ পোৱা যায়। পদ্যবোৰত থকা ছন্দৰ মাধুৰ্যই পদ্যবোৰ সুখ পাঠ্য কৰাৰ উপৰিও সকলোৰে মনত এঠাৰ দৰে লাগি ধৰা বিধৰ।

উনৈশ আঠছল্লিছ চনত ৺ফটিক চন্দ্ৰ বৈৰাগী আৰু ৺হেমপ্ৰভা বৈৰাগীৰ ঘৰত জন্ম লোৱা ভাৰতী বৰুৱা নামৰ মানুহ গৰাকীক নিশ্চয় পিতৃ-মাতৃ, পৰিয়াল-পৰিজন, ওচৰ চুবুৰীয়াৰ পৰা পোৱা শিক্ষাই মনটোক সংকীৰ্ণতা মুক্ত কৰাত প্ৰথম পদক্ষেপ লৈছিল। গুৱাহাটীৰ তাৰিণীচৰণ ছোৱালী হাইস্কুল, আৰু অসমৰ প্ৰথম মহিলা কলেজ সন্দিকৈ ছোৱালী কলেজৰ শিক্ষাই মানুহগৰাকীক এটা পৰিপূৰ্ণ জীৱনবোধ দিছিল। সৰুৰে পৰাই ভাৰতী বৰুৱাৰ আছিল কিতাপ পঢ়াত ৰাপ। অসমীয়া আৰু বাঙালী ভাষাৰ বাছকবনীয়া কিতাপবোৰ বৰ সৰুতেই পঢ়িবলৈ লোৱাত কিশোৰী কালৰে পৰাই জীৱন আৰু জগত সম্পৰ্কে এটা ধাৰণা তেওঁ মনৰ মাজত তৈয়াৰ কৰি লৈছিল। এইটোৱেই হ'ল ভাৰতী বৰুৱাৰ ভৱিষ্যতৰ সাহিত্যিক জীৱনৰ ভেঁটি। সৰুৰে পৰা পঢ়া বিভিন্ন কিতাপ-পত্ৰই তেওঁৰ সাহিত্যিক ভাষাটোত এটা স্বকীয়তা প্ৰদান কৰিছিল, আৰু মানসিক ক্ষেত্ৰখনো বহল কৰি পেলাইছিল। হাইস্কুলৰ তলৰ শ্ৰেণীৰ ছাত্ৰী হৈ থকা অৱস্থাতে ভাৰতী বৰুৱাৰ

কলম জাগৰিত হৈ পৰিছিল; আৰু মৃত্যুৰ সময়লৈকে নিৰবচ্ছিন্ন গতিৰে চলি আছিল। 'অসম বাণী'ৰ 'মইনাৰ চ'ৰা, 'জোনবাই', 'দীপক' আদিত কবিতা লিখি তেওঁ নিজৰ সাহিত্য জীৱনটোৰ শুভাৰম্ভ কৰিছিল।

উনৈশ শ সাতষষ্ঠী চনৰ পৰা উনৈশ শ ছয়সত্তৰ চনলৈকে ভাৰতী বৰুৱাই আকাশবাণী গুৱাহাটী কেন্দ্ৰত চাকৰিও কৰিছিল। তাৰ মাজতো তেওঁ নিজকে জড়িত কৰিছিল কেবাখনো বাতৰি কাকত আৰু আলোচনী আদিত। 'জোনবিৰি', 'বহ্নিমান', 'প্ৰতিধ্বনি' আদি আলোচনী পৰিচালনা আৰু লিখা কামত জড়িত থকাত বাদেও তেওঁ চন্দ্ৰপ্ৰসাদ শইকীয়া সম্পাদিত 'নতুন দৈনিক'ত উনৈশ শ সাতাশী চনৰ পৰা উনৈশ শ উনানব্বৈ চনলৈকে মহিলা চ'ৰাটো পৰিচালনা কৰিছিল। চাকৰি আৰু ঘৰ সংসাৰ চম্ভালিও ভাৰতী বৰুৱাই মৌচুমী শইকীয়া ছদ্মনামত দুকুৰি কবিতা লিখি প্ৰকাশ কৰিছিল। নিজৰ নামত লিখা প্ৰকাশিত কবিতাৰ সংখ্যা ডেৰকুৰি। অপ্ৰকাশিত কবিতা দুই শতাধিক।

ভাৰতী বৰুৱাই লিমাৰিকো লিখিছিল। সাধাৰণতে লিমাৰিক লিখাটো বৰ কঠিন কাম। কবিতা বা পদ্য লিখিব পাৰিলেই লিমাৰিকো যে লিখিব পাৰিব তেনে কোনো কথা নাই। ছন্দৰ ওপৰত থকা গভীৰ দখল, বুদ্ধিদীপ্ততা, আৰু জন্মসূত্ৰে লাভ কৰা ধেমেলীয়া স্বভাৱটোৰ লগতে যিকোনো এটা কথাকে সূক্ষ্মভাৱে অনুধাৱন কৰিব পৰা শক্তিটোৰ বাবেই ভাৰতী বৰুৱাই লিখা ডেৰকুৰি লিমাৰিকৰ আটাইবোৰেই চমৎকাৰ।

আঢ়ৈকুৰিৰো অধিক গীত ভাৰতী বৰুৱাই ৰচনা কৰি থৈ গৈছে। আকাশবাণীত এই গীতসমূহ সুৰাৰোপিত কৰি বিভিন্ন শিল্পীয়ে কণ্ঠদান কৰিছিল। সুখ্যাত গায়ক এছ, পি বালাসুব্ৰমণিয়মেও ভাৰতী বৰুৱাই লিখা গীত এটি গাইছিল।

'নতুন দৈনিক' কাকতৰ মহিলা শিতানটো দুবছৰৰ বাবে পৰিচালনা কৰোতে তেওঁ শাৰদী জোৎস্না বৰুৱা আৰু গুলঞ্চ বৰুৱা ছদ্মনামত মহিলা বিষয়ক কেবাটাও প্ৰবন্ধ লিখিছিল, গল্প, কবিতা, শিশু উপন্যাস, লিমাৰিক প্ৰবন্ধ আদি সাহিত্যৰ আটাইকেইটা শাখাতে হাত দিয়া ভাৰতী বৰুৱাই চাৰিখন অনাতাঁৰ নাটকো ৰচনা কৰিছিল। আৰু সেই নাটক আকাশবাণী ডিব্ৰুগড় যোগে প্ৰচাৰিত হৈছিল।

'বাইবেলৰ প্ৰেম কাহিনী' ভাৰতী বৰুৱাৰ এখন ভিন্নধৰ্মী পুথি। মূল বাইবেলত থকা বিভিন্ন প্ৰেমৰ কাহিনীবোৰ পঢ়ি তাৰ পৰা শাহটো লৈ নিজৰ কল্পনাৰ ৰং তুলিকা ব্যৱহাৰ কৰি একো একোটা নিটোল কাহিনী তেওঁ লিখি উলিয়াইছিল। মূল বাইবেলৰ উপৰিও তেওঁ বিভিন্ন প্ৰাসংগিক পুথিৰো এই ক্ষেত্ৰত সহায় লৈছিল। 'বাইবেলৰ প্ৰেম কাহিনী' এখন অৱশ্যেই পঠনীয় পুথি।

অসুখৰ যন্ত্ৰণাদায়ক কথা কোনো মানুহকে জানিবলৈ নিদি, কেৱল অইনৰ

দুখত দুখী আৰু সুখত সুখী হৈ থকা মানুহজনীয়ে অসুখৰ মাজতো যে কেনেদৰে নিজৰ সংসাৰখন পৰিচালনা কৰিছিল, কি অসীম প্ৰেৰণা আৰু শক্তিৰে উৎসাহী আৰু শক্তিশালী হৈ তেওঁ ৰন্ধা-বঢ়া কৰিছিল, আলহি-অতিথিৰ শুশ্ৰুষা কৰিছিল, নিপুণ কাজী হাতেৰে শিল্প সুলভকৈ, দৃষ্টি নন্দনকৈ গৃহকোন সজাইছিল, ফুলনিত ফুল ৰুইছিল, জীৱনৰ অন্তিম ক্ষণলৈকে তামোলৰ সেলেঙিৰে ৰঙা হোৱা ওঠত অইনৰ হৃদয় উজ্জ্বলাই ৰঙা কৰিবলৈ জিলিকাইছিল অকৃত্ৰিম হাঁহিটো, ভাবিলে তবধ মানিব লাগে। অইনক অসুখী নকৰাৰ এটা বিশাল দায়িত্ববোধ লৈ তেওঁ পৃথিবীলৈ আহিছিল আৰু পৃথিবীৰ পৰা গুচি যোৱাৰ পৰত তেওঁ সেই দায়িত্ব বোধৰেই প্ৰমাণ দি থৈ গ'ল। তেওঁৰ মৃত্যুৰ পিছত মানুহে কোৱা কুই কৰিলে, 'কেৱল জানো এয়ে? ভাৰতী বৰুৱাক যি দায়িত্ব দিয়া হৈছে সকলো দায়িত্বই সুচাৰুৰূপে পালন কৰিছে। কোনো সংস্থাৰ বা অনুষ্ঠানৰ ফালৰ পৰা তেওঁক যদি কিবা দায়িত্ব দিয়া হৈছিল— সি বিহুৰ অনুষ্ঠানেই হওক বা শিশুৰ অনুষ্ঠানেই হওঁক, সাহিত্যৰ অনুষ্ঠানেই হওক বা কাৰোবাৰ ঘৰুৱা অনুষ্ঠানেই হওক, শেষলৈকে থাকি খুতি-নাতি মাৰি তেওঁৰ ওপৰত ন্যস্ত দায়িত্ব পালন কৰিছিল। দায়িত্ববোধৰ এই চেতনাটো ভাৰতী বৰুৱাৰ জন্মলব্ধ চেতনা আছিল।

ভাৰতী বৰুৱাই কেতিয়াও প্ৰচাৰৰ আশা কৰি একো লিখা নাছিল। সদা প্ৰচাৰ বিমুখ মানুহগৰাকী সেয়ে জীৱিত কালত আঁৰ কাপোৰৰ আঁৰতেই থাকি গ'ল। কিন্তু আঁৰ কাপোৰৰ আঁৰত থাকিলেও জনা লোকে জানিলে, আঁৰ কাপোৰৰ আঁৰৰ গৃহিণীগৰাকী অইন কোনো নহয় তেওঁ ভাৰতী বৰুৱা। জীৱন ৰসত ডুব গৈ থকা জাগতিক চেতনাৰে সদা উদ্দীপ্ত সেই মানুহগৰাকী অকালতে গুচি গ'ল। এৰি থৈ গ'ল তেওঁৰ চিন্তাৰে সমৃদ্ধ অনেক লিখনি, এৰি থৈ গ'ল একমাত্ৰ পুত্ৰ সন্তান ছাবিশ বছৰীয়া মিকুলক, এগৰাকী সফল স্বাৱলম্বী ব্যৱসায়ী ৰূপে, যিজনাৰ পোছাকী নাম সন্দীপন বৰুৱা আৰু এৰি থৈ গ'ল তেওঁৰ জীৱন কৃতিৰ মূল প্ৰেৰণাদাতা, বিশিষ্ট অৰ্থনীতিবিদ, সুসাহিত্যিক, শিক্ষাবিদ স্বামী ভুৱন বৰুৱাক।

বৰপেটাৰ সন্তান ভুৱন বৰুৱা কৰ্মসূত্ৰে ডিব্ৰুগড়ত আছিল যদিও বৰপেটাৰ উৎসব-পাৰ্বনত, আত্মীয়-স্বজনৰ সুখে-দুখে ইটো-সিটো দায়িত্বৰ খাটিৰত সঘনাই স্ব-ভূমিত উপস্থিত হৈছিলগৈ পত্নী ভাৰতী বৰুৱাৰ স'তে। সমাজপ্ৰিয়-সৰবৰহী ভাৰতী বৰুৱাই বৰপেটাৰ আত্মীয়-স্বজন, বন্ধু-বান্ধৱীৰ স'তেও গঢ়ি তুলিছিল নিবিড় আত্মীয়তাৰে আন্তৰিক সম্বন্ধ। ঐতিহ্যপূৰ্ণ পবিত্ৰ ধাম বৰপেটাৰ এগৰাকী নিভাঁজ বোৱাৰীৰ ভূমিকা পালন কৰি ভাৰতী বৰুৱা আছিল সঁচাকৈয়ে গৌৰৱান্বিতা আৰু আনন্দিতা।

ভাৰতী বৰুৱাৰ কৰ্মপটু-কৰ্মতৎপৰ জীৱনৰ ৰেঙনিয়ে আৰু বহুজনক উৎসাহিত আৰু অনুপ্ৰাণিত কৰি তোলক। ❑

# ৰাজকুমাৰী নীহাৰবালা বৰুৱা

গায়ত্ৰী শৰ্মা



কলা-কৃষ্টি আৰু সংস্কৃতিৰ কেন্দ্ৰস্থল গৌৰীপুৰৰ এক গৌৰৱোজ্জ্বল বংশৰ জীয়ৰী ৰাজকুমাৰী নীহাৰবালা বৰুৱা সমগ্ৰ নাৰীসমাজৰ আদৰ্শস্বৰূপ। ১৯০৫ চনত জন্মগ্ৰহণ কৰা জমিদাৰ প্ৰভাত চন্দ্ৰ বৰুৱাৰ জ্যেষ্ঠ কন্যা নীহাৰবালা বৰুৱাৰ ঘুলা পৰগণাৰ ঝাপসাবাৰী গাঁৱৰ মুকুন্দ বৰুৱাৰ (অনাৰেৰী মেজিষ্ট্ৰেট) সৈতে বিবাহপাশত আৱদ্ধ হয়। বিয়াৰ পাছত তেওঁলোক পুনৰ গৌৰীপুৰলৈ আহে, তেওঁলোকৰ বাবে ৰজাই নিৰ্মাণ কৰা নতুন ভৱনটোলৈ।

গৌৰীপুৰৰ জমিদাৰ প্ৰভাত চন্দ্ৰ বৰুৱাৰ জ্যেষ্ঠ পুত্ৰ ভাৰতীয় চলচ্চিত্ৰ জগতৰ পথিকৃৎ প্ৰমথেশ বৰুৱা, হস্তী বিশাৰদ প্ৰকৃতিশ বৰুৱা (লালজী), ফুটবল খেলুৱৈ প্ৰণবেশ বৰুৱা, ৰাজকুমাৰী নীহাৰবালা বৰুৱা আৰু ৰাজকুমাৰী নীলিমা বৰুৱা নিজৰ বহুমুখী কৰ্মেৰে মহীয়ান। এইসকল লোক যেন আজিও গৌৰীপুৰৰ জীয়া ইতিহাস।

গোৱালপৰীয়া লোকগীতৰ সম্ৰাজ্ঞী, পদ্মশ্ৰী, সংগীত, নাটক অকাডেমী বঁটা বিজয়ী প্ৰতিমা বৰুৱা পাণ্ডে, আন্তৰ্জাতিক খ্যাতিসম্পন্না হস্তী ৰাণী পাৰ্বতী বৰুৱা এই ৰাজবংশৰে মধ্যম কুমাৰ প্ৰকৃতিশ চন্দ্ৰ বৰুৱাৰ কন্যা।

যিকোনো ব্যক্তিৰ জীৱন অংকন কৰাটো বৰ দুৰূহ কাম যদিহে সেই ব্যক্তি হয় অসাধাৰণ। ৰাজকুমাৰী নীহাৰবালা বৰুৱাৰ সৃষ্টিশীল প্ৰতিভা, জীৱনযোৰা সাধনাৰে থুপ খাই থকা লোক-সংস্কৃতিৰ বিকাশৰ কাৰণে যি ত্যাগ স্বীকাৰ কৰিলে সি অতুলনীয়। ৰাজকুমাৰী হৈও তেওঁ গ্ৰামীণ থলুৱা সংস্কৃতিৰ প্ৰতি আকৰ্ষিত হৈ অশেষ কষ্টেৰে তথ্যবোৰ সংগ্ৰহ কৰি বিশাল ব্যক্তিত্বৰ পৰিচয় দিছিল।

ৰাজমহলত মাগিবলৈ অহা ভিক্ষাৰী 'অক্ৰুৰ'ৰ পৰা শিকিছিল গোৱালপৰীয়া লোকগীত, যিবোৰ গীত দেশী গান বুলি পৰিচিত আছিল। লোক-সংস্কৃতিৰ অন্তৰ্গত গোৱালপৰীয়া লোকগীত আৰু লোকনৃত্যৰ প্ৰতি আকৰ্ষিত আৰু মুখে মুখে প্ৰচলিত গীতবোৰ শুনি ৰাজমহলৰ ভিতৰতে প্ৰশিক্ষণৰ ব্যৱস্থা লয় দুই ৰাজকুমাৰী

নীহাৰবালা আৰু নীলিমাই। প্ৰতিমা বৰুৱা পাণ্ডেৰ ভনীয়েক পূৰ্ণিমা বৰুৱা, প্ৰতিভা বৰুৱাই ৰাজমহলত নাচ শিকি নৃত্যপটীয়সী হৈ উঠিছিল। এওঁলোকে ডাঃ ভূপেন হাজৰিকা পৰিচালিত 'মাহুত বন্ধু' চিনেমাখনত নৃত্য প্ৰদৰ্শন কৰি প্ৰশংসা বুটলিছিল এই কথা আমাৰ সকলোৰে বিদিত'।

ৰাজমহলৰ ভিতৰত চৰ্চা হোৱা থলুৱা নৃত্য-গীত দেখি-শুনি বহুতে বিতুষ্টিৰে হেয় প্ৰতিপন্ন কৰি উঠিছিল। সেই সময়ত লোকগীতবোৰ বহুলভাৱে প্ৰচলিত হোৱা নাছিল। এই গীতৰ চৰ্চা লোকসমাজত নিন্দনীয় আছিল কোনো ভদ্ৰ পৰিয়ালত এইবোৰ গীতৰ প্ৰচলন নাছিল। গ্ৰাম্য সংস্কৃতিৰ গীতক "ছোটলোকৰ গীত' বুলি হেয় জ্ঞান কৰিছিল সেই সময়ৰ ভদ্ৰসমাজে। কিন্তু নীহাৰবালাৰ দৃঢ় মনোবল আৰু ঐকান্তিক প্ৰচেষ্টাৰ ফলত ৰাজবাৰীত বাধাৰ প্ৰাচীৰ ভাঙি গোৱালপৰীয়া নৃত্য-গীত চৰ্চাৰ কেন্দ্ৰ স্থাপিত হ'ল। গোৱালপৰীয়া সংস্কৃতিক ৰাজপৰিয়ালত শ্ৰদ্ধাৰে আঁকোৱালি ল'লে। এইখন সংস্কৃতি সম্পন্না ঘৰৰ কন্যা নীহাৰবালা। কলা সংস্কৃতিৰ দিশত বুজন পৰিমাণৰ অৰিহণা যোগোৱা ৰাজাবাহাদুৰ প্ৰভাত চন্দ্ৰ বৰুৱা নিজেও এগৰাকী সংগীতজ্ঞ আছিল। কাশী, কাণপুৰ আদিৰ পৰা ওস্তাদ আনি ৰাজবাৰীত শাস্ত্ৰীয় সংগীতৰ আসৰ বহুৱাইছিল। প্ৰমথেশ বৰুৱা, নীহাৰবালা বৰুৱাই ৰাজবাৰীৰ কোঠাৰ ভিতৰতেই শাস্ত্ৰীয় সংগীত শিকিছিল।

সংস্কৃতিসম্পন্ন পিতৃৰ পৰা প্ৰেৰণা পাই গাঁৱলীয়া অঞ্চলৰ চুকে-কোণে সিঁচৰতি হৈ থকা সাংস্কৃতিক উপাদানবোৰ সংগ্ৰহ কৰি থলুৱা নৃত্য-গীতৰ সংস্কাৰমুখী কামত আগবাঢ়ে নীহাৰবালাই। তেওঁৰ অশেষ যত্নৰ ফলতেই এসময়ৰ 'দেশী গানে' পোহৰ পাই গোৱালপৰীয়া লোকগীতৰূপে আকৰ্ষণীয় ৰূপত সমৃদ্ধিশালী হৈ উঠে। লোকগীতে এখন সমাজৰ প্ৰেম-বিৰহ, হাঁহি-কান্দোন, আশা-নিৰাশাৰ প্ৰতিচ্ছবি দাঙি ধৰে। কাতি পূজাৰ গীত, হুদুম গীত, চড়ক পূজাৰ গীতসমূহে নীহাৰবালা বৰুৱাৰ যত্নত পৈণত ৰূপ লয়।

গাঁৱৰ চহা জীৱনগাঁথাৰ পৰিপূৰ্ণ সাংস্কৃতিক উপাদানেৰে চহকী গোৱালপৰীয়া লোকগীতক আধুনিক মঞ্চত উপস্থাপিত কৰি প্ৰতিমা বৰুৱা পাণ্ডে যি অৱদান দি থৈ গ'ল, বিশ্বৰ দৰবাৰত লোকগীত উপস্থাপন কৰি যি শুনাম আৰ্জিলে তাৰ মূলতে ৰাজকুমাৰী নীহাৰবালাৰ ভূমিকা স্মৰণযোগ্য। সকলো দিশতে আগৰণুৱা, সাহসী, প্ৰতিভাশালী নাৰী ৰাজকুমাৰী নীহাৰবালা বৰুৱাই নাচিছিল লয়লাসে। তেওঁৰ নৃত্যপটুতা কলিকতা মঞ্চত প্ৰস্ফুটিত হৈছিল। কলিকতাৰ বিভিন্ন মঞ্চত তেওঁ গোৱালপৰীয়া নৃত্য প্ৰদৰ্শন কৰিছিল, কলিকতাত থকা সময়ত তেওঁ বহুমুখী প্ৰতিভাৰ পৰিচয় দিছিল। কলিকতা দূৰদৰ্শনত লয়লাস ভংগীৰে নচা তেওঁৰ থলুৱা নৃত্যই কলাপ্ৰেমীসকলক আকৰ্ষিত কৰিছিল— সেয়া সঁচাকৈয়ে প্ৰণিধানযোগ্য। ঘৰুৱা কাম-কাজতো তেওঁ আছিল যথেষ্ট কৰ্তব্য

সচেতন। জমিদাৰ কন্যা হ'লেও তেওঁ ৰন্ধা-বঢ়া, পিঠা-পনা আদি তৈয়াৰ কৰাত আগৰণুৱা আছিল। পৰিয়ালৰ বিভিন্নজনৰ আল-পৈচান ধৰাৰ পৰা অতিথি সেৱালৈ সকলো ক্ষেত্ৰতে তেওঁ সচেতন মহিলা। মটৰগাড়ী নিজে চলাব পাৰিছিল সেই তেতিয়াই দ্বিধাহীনভাৱে।

পাঁচজন পুত্ৰ সন্তান আৰু এজনী কন্যা সন্তানক লৈ তেওঁ ঘৰখন নিয়াৰিকৈ চলাইছিল। ছোৱালীক চাৰিবেৰৰ মাজত আবদ্ধ নাৰাখি উলিয়াই আনিছিল বাহিৰা জগতলৈ। সেই যুগতে নিজেও চাইকেল চলাইছিল আৰু ছোৱালীকো শিকাইছিল। নীহাৰবালা বৰুৱাই চাইকেলত উঠি গৌৰীপুৰৰ আলিবাটত, বজাৰৰ মাজেৰে যেতিয়া ঘূৰি ফুৰে, ৰাইজে বৈ বৈ চায় তেওঁলৈ। কোনেও আশালীন মন্তব্য কৰিব নোৱাৰিছিল, ঠাট্টাও কৰা নাছিল হয়তো ৰজাঘৰীয়া বুলিয়ে। তেওঁৰ দুৰ্দ্দান্ত সাহসৰ পৰিচয় সকলোৰে জ্ঞাত আছিল। তেওঁ সুনিপুণা চিকাৰীও আছিল। ৰাজ পৰিবাৰৰ লোক চিকাৰলৈ যোৱাটো এটা নিচা। নীহাৰবালা বৰুৱাও ব্যতিক্ৰম নহয়। পিতৃ প্ৰভাত চন্দ্ৰ বৰুৱাৰ লগত তেওঁ চিকাৰলৈ গৈছিল। চিকাৰৰ কলা-কৌশল শিকি তেওঁ ছয়টাকৈ বাঘ, ভালুক আৰু হৰিণ মাৰিছিল।

কলা-কৃষ্টিৰ পূজাৰী নীহাৰবালাৰ বাসভৱনৰ সমুখৰ মুক্তাংগনত প্ৰথম গোৱালপৰীয়া লোক-নৃত্যৰ, গীত-মাতৰ সংগীতানুষ্ঠান পাতিছিল ৰাজহুৱাভাৱে। দৰ্শকৰ মন মুহি নিয়া এই সংগীতানুষ্ঠানে তেওঁৰ জীৱনত এক সুকীয়া আসন প্ৰতিষ্ঠিত কৰিছিল। ধুবুৰীত, মৰনৈ চাহ-বাগিচাত তেওঁলোকক নৃত্য-গীত প্ৰদৰ্শন কৰিবলৈ সম্মানেৰে আহ্বান কৰি নিছিল।

ৰাজকুমাৰী হ'লেও নীহাৰবালাই জীৱন-যাপন কৰিছিল সাধাৰণভাৱে। হীৰা-মুকুতাৰ অলংকাৰ, ৰাজকীয় সাজপাৰ পৰিধান কৰি ভালপোৱা নাছিল তেওঁ। এইবোৰ আছিল তেওঁৰ চাৰিত্ৰিক বৈশিষ্ট্য।

জীৱ-জন্তু, চৰাই-চিৰিকতিৰ প্ৰতিও তেওঁৰ মৰম আছিল। সাপক বশ কৰি তেওঁ সাপৰ লগত খেলিছিল। সাপ গলত মেৰিয়াই লোৱা তেওঁৰ ফটোত সেই কথাৰ উমান পোৱা যায়। জ্যোতিৰ্বিজ্ঞানৰ প্ৰতিও তেওঁৰ ৰাপ আছিল। টেলিস্কোপ লৈ সন্ধিয়া গ্ৰহ-নক্ষত্ৰবোৰ চাইছিল। জ্যোতিৰ্বিজ্ঞানত তেওঁৰ যথেষ্ট জ্ঞান আছিল। ভ্ৰাতৃ প্ৰমথেশ বৰুৱাৰ সতে লণ্ডন, পেৰিছলৈ গৈ দেশ-বিদেশ ভ্ৰমণৰ আনন্দ, অভিজ্ঞতা তেওঁ অৰ্জন কৰিছিল। ব্যক্তি স্বাতন্ত্ৰবোধৰ বাবে তেওঁ বিভিন্ন কৰ্মত সফলতা আৰ্জিছিল। ভাৰত-পাকিস্তানৰ বিভাজনৰ সময়ত ধুবুৰী, গৌৰীপুৰ পূব-পাকিস্তানৰ অন্তৰ্ভুক্ত হোৱাৰ খবৰ প্ৰচাৰ হোৱাত তেওঁ ধুবুৰীৰ কেইগৰাকীমান বিশিষ্ট আইনবিদ, আৰু গৌৰীপুৰৰ প্ৰাক্তন এম. এল. এ. সন্তোষ বৰুৱাৰ সৈতে আলোচনামৰ্মে দিল্লীত উপস্থিত হৈছিল এই কাৰ্য্যত বাধা দিবলৈ। বৃহত্তৰ গোৱালপাৰা জিলাক পূব-পাকিস্তানৰ অন্তৰ্ভুক্ত নকৰিবলৈ প্ৰতিবাদৰ জোৱাৰ

তোলা এই অঞ্চলৰ প্ৰথম ব্যক্তি আছিল ৰাজকুমাৰী নীহাৰবালা বৰুৱা। এই মহৎ কৰ্মৰাজিৰ বাবে তেওঁ আজিও চৰ্চিত হৈ আছে।

নীহাৰবালা বৰুৱাৰ মাতৃ, ৰজা বাহাদুৰ প্ৰভাত চন্দ্ৰ বৰুৱাৰ পত্নী ৰাণী সৰোজবালা এগৰাকী দয়াৱতী মহিলা আছিল। তেওঁ দলগোমা সত্ৰৰ বৈষ্ণৱ পৰিয়ালৰ কন্যা। ৰাজা বাহাদুৰ প্ৰভাত চন্দ্ৰ বৰুৱাই পিতৃ প্ৰতাপ চন্দ্ৰ বৰুৱাৰ নামত ১৮৯৯ চনত এখন বিদ্যালয় স্থাপন কৰে। সেই একে সময়তে ৰাণী সৰোজবালা বৰুৱাই নাৰীশিক্ষাৰ হকে এখন বালিকা বিদ্যালয় স্থাপন কৰে। প্ৰাথমিক স্তৰৰ এই বিদ্যালয়খনি গৌৰীপুৰৰ ৰাজ পৰিয়ালৰ মহিলা সমাজলৈ এক বিশেষ অৱদান। আয়াই প্ৰতি ঘৰৰে পৰা ছোৱালীক লৈ গৈছিল আৰু ছুটীৰ পিছত ঘৰত আনি থৈ গৈছিল। ৰজাবাহাদুৰৰ পৃষ্ঠপোষকতাত এই বিদ্যালয় পিছলৈ এম, ই স্কুললৈ ৰূপান্তৰিত হয়। কলিকতাৰ পৰা শিক্ষয়িত্ৰী আনি শিক্ষা প্ৰদান কৰাৰব্যৱস্থা কৰিছিল ৰজা বাহাদুৰে। আজিৰ পৰা এশবছৰ পূৰ্বে যেতিয়া ছোৱালীক পৰ্দাৰ আঁৰত ৰখাৰ ব্যৱস্থা আছিল সেই সময়তে নাৰীশিক্ষাৰ প্ৰয়োজনীয়তাৰ কথা চিন্তা কৰিছিল ৰাণী সৰোজবালাই।

ৰাজকুমাৰী নীলিমা বৰুৱা আৰু নীহাৰবালাৰ অশেষ যত্নত মাতৃৰ নামত "ৰাণী সৰোজবালা নাৰী সমিতি" জন্ম হয়। গোৱালপৰীয়া মহিলাসকলৰ আৰ্থসামাজিক দিশত সহায় আগবঢ়াইছিল এই সমিতিয়ে। পাৰদৰ্শী শিপিনীৰ দ্বাৰা উন্নতমানৰ বস্ত্ৰ তৈয়াৰ কৰি অসম তথা ভাৰতত আৰু পশ্চিমীয়া দেশ লণ্ডন, পেৰিচ আদি ঠাইত প্ৰদৰ্শনী পাতি সুখ্যাতি লভিবলৈ সমৰ্থ হৈছিল তেওঁ।

ব্যক্তিৰ উৎকৰ্ষ সাধনত নাৰী-পুৰুষৰ ভেদাভেদ কেতিয়াও থাকিব নালাগে। নাৰীয়ে পুৰুষৰ সমানে শিক্ষা লাভ কৰিব পাৰিলেহে নাৰীশক্তিক উপেক্ষা কৰিবলৈ পুৰুষৰ সাহস নাথাকিব। স্ত্ৰী-শিক্ষাও যে পুৰুষৰ সমানে প্ৰয়োজনীয় সেই কথা উপলব্ধি কৰি ৰাজকুমাৰী নীহাৰবালা বৰুৱাই এই ক্ষেত্ৰত অগ্ৰণী ভূমিকা লৈছিল। তেওঁৰ আপ্ৰাণ চেষ্টাৰ ফলতেই প্ৰতাপ চন্দ্ৰ বিদ্যালয়ত ১৯৪১ চনত সহশিক্ষাৰ বাট মুকলি কৰি কু-শিক্ষা আৰু অন্ধবিশ্বাসে আৱৰি ৰখা নাৰীসকলক পোহৰ পোৱাৰ সুযোগ দিলে। ল'ৰা-ছোৱালী একেলগে বহি শিক্ষা লাভ কৰিব এই ব্যৱস্থাত বহুতে বিৰোধিতা কৰিছিল। সকলো বাধাক অতিক্ৰম কৰি তেওঁ উচ্চ শিক্ষাৰ বাট মুকলি কৰে। তেওঁৰ এই মহৎ অৱদান সঁচাকৈয়ে প্ৰশংসনীয় আৰু স্মৰণীয়। প্ৰচাৰ বিমুখ, নম্ৰ ভাষী এইগৰাকী মহীয়সী নাৰীৰ কৰ্তব্যৰ প্ৰতি আছিল একলব্য লক্ষ্য। তেওঁ প্ৰচাৰ বিচৰা নাছিল। যিকোনো ব্যক্তিয়েই তেওঁৰ ব্যক্তিত্বত মুগ্ধ নোহোৱাকৈ থকা নাছিল।

সৰুৰে পৰা তেওঁৰ চৰিত্ৰত প্ৰকাশ পাইছিল দৃঢ়তা। তেওঁ ক'ৰবাত কিবা বস্তু দেখিলে ঘৰলৈ আনি সযতনে সংৰক্ষণ কৰিছিল। য'লৈকে গৈছিল তাৰে পৰা

বাৰেবৰণীয়া বস্তু সংগ্ৰহ কৰি নিজা বাসভৱনতে এটি যাদুঘৰ সজাই তুলিছিল। ৰাজকুমাৰীৰ দ্বাৰা প্ৰতিষ্ঠিত এই সংগ্ৰহালয়ে তেওঁৰ সৌন্দৰ্যবোধ আৰু ব্যক্তিত্বৰ পৰিচয় প্ৰদান কৰি আছে। বিভিন্ন চৰাইৰ চিত্ৰ-বিচিত্ৰ কণী, ভিন্ ভিন্ আকাৰৰ শিল, বাঘৰ ছাল, হাতীৰ দাঁত, বাঁহ-বেতৰ সামগ্ৰী, পোৰামাটিৰ মূৰ্তি আদি যিদৰে সংৰক্ষিত কৰা হৈছে, সিয়ে প্ৰতিজন দৰ্শকৰে দৃষ্টি কাঢ়ি নিয়ে। এটি কলাসুলভ মনৰ পৰিচয় পোৱা যায় তেওঁ সংগ্ৰহ কৰা প্ৰাচীন গহণা-গাঁঠৰি, পোছাক-পৰিচ্ছদ, বাচন-বৰ্তন, বিভিন্ন জাতৰ সাপ, মাটিৰ পাত্ৰ আৰু কুহিলাৰ সামগ্ৰীবোৰৰ যোগেদি। স্থাপত্য আৰু ভাস্কৰ্যৰ অপূৰ্ব সমাহাৰৰে ঘৰতে স্থাপন কৰা এই সংগ্ৰহালয় নীহাৰবালা বৰুৱাৰ সংস্কৃতিপ্ৰেমৰ পৰিচয় মাথোন।

তেওঁৰ কৃতি আৰু কৃতিত্বৰ উজ্জ্বলতা পৰিচয় বহন কৰে 'প্ৰান্তবাসীৰ কুলি' নামৰ পুথিখনে। শান্তি-নিকেতনৰ সৈতে এটি যোগসূত্ৰ স্থাপন হোৱাত পিছলৈ তেওঁ কলকাতাতে থাকিবলৈ লয়। লোকসংস্কৃতি সম্পৰ্কীয় পুথিবোৰ সংগ্ৰহ কৰি পঢ়াত মনোনিবেশ কৰে। কলকতাত বসবাস কৰি বহুতো গুণী-জ্ঞানী ব্যক্তিৰ সংস্পৰ্শলৈ আহে তেওঁ। ভাষাবিদ সুকুমাৰ সেনৰ প্ৰেৰণা লাভ কৰি 'সোণাৰায়', নমলাকাতিৰ গীত' 'মৈষাল' 'মাহুত হস্তীৰ কন্যা'ৰ কাহিনীৰ ওপৰত প্ৰবন্ধ লিখি সু-লেখিকাৰ সুনাম আৰ্জিলে। কলিকতাৰ পৰা প্ৰকাশিত 'দেশ পত্ৰিকা', 'বিশ্বভাৰতী', 'পৰিচয় পত্ৰিকা' আৰু statesman ত তেওঁৰ লেখনীবোৰ প্ৰকাশ হৈছিল। ইয়াৰ উপৰি নাৰী সম্বন্ধীয় প্ৰবন্ধ লিখিও নাৰীসমাজক সজাগ কৰিবলৈ চেষ্টা চলাইছিল। স্বনামধন্য হেমাংগ বিশ্বাস, খালেক চৌধুৰীৰ লগত লগ হৈ গঢ় দিয়ে Folkmusic and Folkore Research Institute ৰ নিচিনা অনুষ্ঠানক। গোৱালপৰীয়া সংস্কৃতিৰ প্ৰতিচ্ছবি দাঙি ধৰি সামাজিক তথা বৌদ্ধিক মননশীলতাৰ পৰিচয় দিছিল তেওঁ।

ধুবুৰী জিলাৰ আগমণি অঞ্চলৰ ঘুৰ্লা পৰগণাৰ ঝাপসাবাৰী গাঁৱৰ অমৃত নাৰায়ণ বৰুৱা আৰু উমাময়ী বৰুৱাৰ পুত্ৰ মুকুন্দ নাৰায়ণ বৰুৱাৰ সৈতে এঘাৰ বছৰ বয়সত ৰাজকুমাৰী নীহাৰবালা বৰুৱাৰ বিয়া হয়। পঞ্চপুত্ৰ আৰু একমাত্ৰ কন্যাক লৈ তেওঁলোকৰ পূৰ্ণ সংসাৰখন। এজন পুত্ৰ আমেৰিকাত, এজন দিল্লীত, এজন কলকাতাত আৰু দুই পুত্ৰৰ গৌৰীপুৰত বসবাস। ছোৱালীজনীৰ বিয়া হৈছে পঞ্জাবত।

প্ৰথম পুত্ৰ— মনীন্দ্ৰ নাৰায়ণ বৰুৱা, বোৱাৰী— ৰাণী বৰুৱা, নাতি— কুশল বৰুৱা, নাতি বোৱাৰী— সুমনা বৰুৱা, নাতি— প্ৰৱাল বৰুৱা, নাতি বোৱাৰী— দীপা বৰুৱা, পৰিনাতি— কৰাই, কভাল।

দ্বিতীয় পুত্ৰ— মৃণাল কুমাৰ বৰুৱা, বোৱাৰী— কিৰণ বৰুৱা, নাতি— ঋষি বৰুৱা, নাতি বোৱাৰী— সীমা বৰুৱা, পৰিনাতি— বাবাই।

তৃতীয় পুত্ৰ— মনোজ কুমাৰ বৰুৱা, বোৱাৰী— দীপ্তি বৰুৱা, নাতি— ৰাহুল বৰুৱা, নাতি বোৱাৰী— চম্পা বৰুৱা, পৰিণাতি— নাতিনী ৰোহন আৰু ৰীমা, নাতিনী— সুতপা বৰুৱা ৰায়, নাতিজোঁৱাই শৈবাল ৰায়। পৰিনাতি, নাতিনী— ঈশিতা, ৰিশা।
চতুৰ্থ পুত্ৰ— মিহিৰ বৰুৱা, বোৱাৰী— বন্দনা বৰুৱা, নাতি— পাৰ্থ বৰুৱা, নাতি বোৱাৰী— তুষ্টি বৰুৱা, পৰিনাতিনী ইস্কন।
পঞ্চম পুত্ৰ— প্ৰবীৰ বৰুৱা, বোৱাৰী— কুমকুম বৰুৱা।
নাতি— সৌমাভ বৰুৱা, নাতি বোৱাৰী নীলাঞ্জনা বৰুৱা পৰিনাতিনী অনুস্কা, আৰুণি। কন্যা— অনিতা বৰুৱা, জোঁৱাই বলদেৱ গাৰৱাল, নাতি— বিক্রম সিং, নাতিনী— হীতাসিং, তৃপ্তা সিং। পো-বোৱাৰী, নাতি-নাতিনী-পৰিনাতিৰ পৰিপূৰ্ণ এখন সংসাৰৰ গৃহকর্ত্রী— শ্ৰীমতী নীহাৰবালা বৰুৱা।

জীৱন পৰিক্ৰমাত দীৰ্ঘদিনীয়া বাট বুলি বৰ্তমান নিৰাময়ৈ বছৰত ভৰি দিয়া শ্ৰীমতী বৰুৱাই স্মৃতিশক্তি হেৰুৱাই নিজ বাসভৱনত দিন নিয়াইছে। বহুতেই নাজানে তেওঁৰ অতুলনীয় অৱদানৰ বিষয়ে। অন্ধকাৰচ্ছন্ন হৈয়ে থাকিল তেওঁৰ জীৱন কৃতি। তেওঁৰ কৰ্মপ্ৰেৰণা আমাৰ আদৰ্শ হওক। অক্লান্ত কৰ্মী ৰাজকুমাৰী নীহাৰবালা বৰুৱাৰ দৰে এগৰাকী মহিলাৰ স্মৃতি যুগমীয়া কৰি ৰখাটো আমাৰ একান্ত কৰ্তব্য বুলি ক'ব পৰা যায়। সঁচাকৈয়ে এইগৰাকী অনন্যা নাৰীৰ আদৰ্শ আৰু প্ৰেৰণা জীৱন বাটৰ সঁচাৰ কাঠি আৰু জীৱনবোধৰ জ্বলন্ত বন্তি স্বৰূপ। ❑

# ইন্দিৰা দত্ত

**কবিতা ৰাজগুৰু**



যোৰহাটৰ যশস্বী মহিলাসকলৰ অন্যতম হ'ল শ্ৰীযুতা ইন্দিৰা দত্ত। নাৰীৰ স্বকীয় গুণেৰে বিভূষিতা ইন্দিৰা দত্ত যোৰহাটৰ শৈক্ষিক, সামাজিক আৰু সাংস্কৃতিক জগতৰ এগৰাকী হোতাস্বৰূপ।

এইগৰাকী মহিলাৰ জন্ম কুৰি শতিকাৰ দ্বিতীয় দশকৰ শেষৰফালে নগাঁও জিলাৰ ৰহাত। এজন ব্যক্তিৰ জীৱনত বংশগতি আৰু পৰিৱেশে কি ধৰণে প্ৰভাৱ বিস্তাৰ কৰে তাৰ জ্বলন্ত উদাহৰণ যেন ইন্দিৰা দত্ত। প্ৰয়াত কৃতী শিক্ষক কমনাথ ভূঞাৰ জ্যেষ্ঠ কন্যা ইন্দিৰা দত্ত যেন অভিজাত ভূঞা বংশৰ এটি প্ৰতীক। পিতৃৰ তত্ত্বাৱধান আৰু পৰিয়ালৰ কেইগৰাকীমান বিশিষ্ট শিক্ষাবিদৰ সান্নিধ্যই শ্ৰীমতী দত্তৰ জীৱন যেন পোহৰাই তুলিছিল। সেই সময়ত অসমৰ সংস্কৃতিবান প্ৰতিটো পৰিয়ালতে সাহিত্য, দৰ্শন আৰু সংগীতৰ বহুলভাৱে চৰ্চা হৈছিল। ইন্দিৰা দত্ত তেনে এটা পৰিয়ালৰে সদস্য আছিল। এজন ব্যক্তিৰ জীৱন মহিমামণ্ডিত কৰাত আনুষ্ঠানিক শিক্ষাতকৈয়ো অনানুষ্ঠানিক শিক্ষাই অধিক প্ৰভাৱ পেলাব পাৰে। বিখ্যাত ইংৰাজ সাহিত্যিক জৰ্জ বাৰ্নাড শ্বই সঠিকভাৱেই আঙুলিয়াই দিছিল যে যিজন ব্যক্তিয়ে সংগীত, দৰ্শন, চিত্ৰকলা, ইতিহাস সম্পৰ্কে একো নাজানে তেওঁক প্ৰকৃত শিক্ষিত লোক বুলি ক'ব নোৱাৰি। 'শ্ব'ৰ নিজৰেই আনুষ্ঠানিক শিক্ষা আছিল অতি সামান্য। কিন্তু তেওঁক বিংশ শতাব্দীৰ এজন অন্যতম বুদ্ধিজীৱী বুলি গণ্য কৰা হয়। শ্ৰীমতী দত্তই অতি কম বয়সতে বৈবাহিক জীৱন-যাপন কৰিবলগীয়া হোৱাত বিশ্ববিদ্যালয়ৰ তথাকথিত উচ্চ ডিগ্ৰী লাভ কৰিবলৈ সুবিধা নাপালে। তথাপি উল্লেখিত আটাইকেইটি গুণৰ তেওঁ অধিকাৰিণী আছিল। তাৰ প্ৰমাণ আমি তেওঁৰ সন্তানকেইটিৰ যোগেদিয়েই পাওঁ। তেওঁ আছিল ৰত্নগৰ্ভা। প্ৰতিটো সন্তানৰে জীৱনক কৃতিত্বৰে আগবঢ়াই নিয়াত তেওঁৰ উল্লেখযোগ্য বৰঙণি নুই কৰিব নোৱাৰি। তেওঁৰ জ্যেষ্ঠ পুত্ৰ শ্ৰীঅৰূপ কুমাৰ দত্ত অসম তথা ভাৰতৰ বুদ্ধিজীৱীৰ মাজত এটি পৰিচিত নাম।

শ্ৰীমতী দত্তৰ সোতৰ বছৰ বয়সতে যোৰহাটৰ বিশিষ্ট ব্যক্তি প্ৰয়াত গুণ গোবিন্দ দত্তৰ পুত্ৰ শ্ৰীযুত গিৰীশ চন্দ্ৰ দত্তৰ লগত বিবাহ সম্পন্ন হয়। অধ্যয়নৰ প্ৰতি অনুৰাগ থকা ইন্দিৰা দত্তক ঘৰুৱা জঞ্জালে বান্ধি ৰাখিব নোৱাৰিলে। বিদ্যানুৰাগী শাহু-শহুৰ আৰু স্বামীৰ অনুমতি সাপেক্ষে তেওঁ ৱাৰ্দ্ধা হিন্দী প্ৰচাৰ সমিতিৰ যোগেদি পৰীক্ষা দি শেষত 'কোৱিদ' (হিন্দীৰ স্নাতকোত্তৰ ডিগ্ৰী) লাভ কৰিলে। ইয়াৰ পিছতেই ১৯৫২ চনত তেওঁ ৰাজহুৱা জীৱনলৈ ওলাই আহে। যোৰহাটৰ বহুমুখী বালিকা বিদ্যালয়ত শিক্ষক হিচাপে যোগদান কৰে। ১৯৮৮ চনত তেওঁ কৰ্ম জীৱনৰ পৰা অৱসৰ গ্ৰহণ কৰে। অৱসৰ গ্ৰহণ কৰাৰ কিছু বছৰ আগতে ১৯৮২ চনত তেওঁৰ কৰ্ম জীৱনত এচপৰা ক'লা ডাৱৰ নামি আহে। সুদীৰ্ঘ ছবছৰীয়া অসম আন্দোলনত অংশ গ্ৰহণ কৰা হেতুকে তেওঁক চাকৰিৰ পৰা নিলম্বিত কৰা হয়। তেওঁৰ কথা আৰু কামৰ মাজত পাৰ্থক্য নাছিল। অৰ্থাৎ তেওঁ hypocrate নাছিল। ইচ্ছা কৰা হ'লে চৰকাৰৰ ওচৰত আবেদন কৰিব পাৰিলেহেঁতেন। তেওঁ সেইবোৰ একো নকৰিলে। নিজৰ নীতিত অটল হৈ থাকিল। ১৯৮৬ চনত অসম চৰকাৰে স-সন্মানেৰে তেওঁক পুনৰ পূৰ্বৰ চাকৰিত নিয়োগ কৰিলে। ১৯৮৮ চনৰ ৫ চেপ্টেম্বৰৰ শিক্ষক দিৱসত তেওঁক কৃতী শিক্ষকৰ সন্মান যাচিলে। গোৰ মাৰি গংগাত পেলোৱাৰ দৰে নিলম্বিত সময়ছোৱাত শ্ৰীমতী দত্ত সামাজিক কামত ওতঃপ্ৰোতভাৱে জড়িত হৈ পৰে। সেই সময়তে 'সদৌ যোৰহাট সংগ্ৰামী মহিলা সমাজ' নামেৰে এটি মহিলা অনুষ্ঠানৰ জন্ম হ'ল। এই অনুষ্ঠানক নেতৃত্ব দিলে শ্ৰীমতী দত্তই। যোৰহাটৰ সামাজিক জীৱনত ই এটা উল্লেখযোগ্য অনুষ্ঠান। তেওঁৰ নেতৃত্বত সমাজৰ পিছপৰা মহিলাসকলক নাৰীৰ অধিকাৰ সম্পৰ্কে সজাগ কৰা হ'ল আৰু নাৰীয়ে যাতে সকলো ফালে আগবাঢ়ি যাব পাৰে তাৰ বাবে চেষ্টা চলালে। ইয়াৰোপৰি সমাজৰ সকলো শ্ৰেণীৰ লোকৰ বিভিন্ন সমস্যাৰাজিৰ আশু সমাধানৰ বাবে সময়ে সময়ে চৰকাৰক আবেদন আৰু অনুৰোধ জনাই সমস্যা সমাধানৰ বাবে যত্নপৰ হৈছিল। ২১ মাৰ্চটো ইন্দিৰা দত্তৰ বাবে এটা উল্লেখনীয় দিন। মুকুলী ৰাভা নামৰ এগৰাকী নিৰ্যাতিতা মহিলাৰ নামত এই দিৱসটো সকলো নিষ্পেষিতা-নিৰ্যাতিতা মহিলাসকলৰ দিৱস হিচাপে বহু বছৰ তেওঁৰ নেতৃত্বত অনুষ্ঠিত কৰি আহিছিল। তেওঁক জিলা প্ৰশাসনে দিয়া এটুকুৰা মাটিত ৰাইজৰ দান-বৰঙণিৰে সংগ্ৰামী মহিলা সমাজৰ এটি স্থায়ী ভৱন নিৰ্মাণৰ চেষ্টা চলাই আহিছে।

সংগ্ৰামী মহিলা সমাজৰ উপৰিও ইন্দিৰা দত্ত সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ আজীৱন সদস্যা, যোৰহাট লেখিকা সমাৰোহ সমিতিৰ উপ-সভানেত্ৰী আৰু পিছলৈ সভানেত্ৰী আৰু বৰ্তমান উপদেষ্টা হৈ লেখিকা সমাৰোহ সমিতিৰ

সাংগঠনিক কামত জড়িত হৈ আছে। সদৌ অসম লেখিকা সমাৰোহে তিনিদিনীয়াকৈ অনুষ্ঠিত কৰা শিশু সাহিত্যৰ কৰ্মশালাখনি নিয়াৰিকৈ নিবৰ বাবে তেওঁ অহোপুৰুষাৰ্থ কৰিছিল। সেই কৰ্মশালাৰ পৰা শিশু সাহিত্যৰ লেখিকাসকল যথেষ্ট উপকৃত হৈছিল। অসমীয়া সাহিত্যলৈ অৰিহণা যোগাই থকা মহিলাসকলৰ ভিতৰত শ্ৰীযুতা দত্ত অন্যতম। বিভিন্ন কাকত, আলোচনী আৰু অনাতাঁৰ কেন্দ্ৰই তেওঁৰ গল্প, কবিতা, প্ৰবন্ধ আদি প্ৰকাশ কৰি আহিছে। অসমীয়া অনুবাদ সাহিত্যত তেওঁৰ বৰঙণি লেখত ল'বলগীয়া। ১৯৮৫ চনত হিন্দী সাহিত্যৰ উপন্যাস সম্ৰাট মুন্সী প্ৰেমচান্দৰ কেইটামান বিখ্যাত গল্প অসমীয়ালৈ অনুবাদ কৰি অসমৰ পঢ়ুৱৈ সমাজক তাৰ সোৱাদ ল'বলৈ সুবিধা আগবঢ়ায়। ১৯৯৩ চনত 'গল্প মঞ্জৰী' নামৰ পুথিখনত প্ৰেমচাঁন্দকে ধৰি চাৰিজন বিশিষ্ট ভাৰতীয় লেখক-লেখিকাৰ কেইটামান গল্প অনুবাদ কৰি প্ৰকাশ কৰে। হিন্দী সাহিত্যৰ লেখিকা শিৱানীৰ তিনিটা গল্প 'অভিসম্পাত', 'মোৰ ভাই' আৰু 'জ্যেষ্ঠা' ভগৱতী চৰণ বাৰ্মাৰ 'প্ৰায়শ্চিত্ত', বিশিষ্ট পাঞ্জাবী লেখিকা অমৃতা প্ৰীতমৰ 'সেই মানুহজন', 'নিজৰ নিজৰ ঋণ', আৰু মুন্সী প্ৰেমচাঁন্দৰ 'মিচ পদ্মা', 'মনোবৃত্তি', 'জৰিমণা' আৰু 'ঈদগাহ' নামৰ বিখ্যাত গল্পকেইটা এই গ্ৰন্থখনিত সন্নিৱিষ্ট কৰে। এই গল্পকেইটিয়ে অসমীয়া পাঠকক এটা অনুপম নান্দনিক ৰুচিৰ সন্ধান দিয়ে। ১৯৯৭ চনত 'এচেৰেঙা ৰান্ধনী ৰ'দ' নাম দি আন এখন গল্প সংকলন প্ৰকাশ কৰি উলিয়ায়। এই সংকলনত নিজৰ ছটা গল্প সন্নিৱিস্ট কৰাৰ উপৰিও প্ৰেমচাঁন্দৰ চাৰিটা, অমৃতা প্ৰীতমৰ দুটা আৰু শিৱানীৰ দুটা মুঠ চৈধ্যটা গল্পৰে 'এচেৰেঙা ৰান্ধনি ৰ'দ' প্ৰকাশ কৰি উলিয়ায়। শ্ৰীযুতা দত্তই তেওঁৰ গল্পকেইটিত বৰ্তমান সমাজত সঘনাই ঘটি থকা ঘটনা, যান্ত্ৰিকতা আৰু আত্মকেন্দ্ৰিক মনৰ বিশ্লেষণ এইকেইটাকে মূল বিষয় হিচাপে লোৱা দেখা যায়। তেওঁৰ লিখনিত মহিলাৰ প্ৰতি সমাজৰ অবিচাৰ-অন্যায় আদি বিষয়বোৰে গুৰুত্বপূৰ্ণ স্থান অধিকাৰ কৰি আহিছে। ভাষাৰ সাৱললিতা আৰু সৰস প্ৰকাশভংগীয়ে 'এচেৰেঙা ৰান্ধনি ৰ'দ' গ্ৰন্থখনি সুখপাঠ্য কৰি তুলিছে। জ্যেষ্ঠ পুত্ৰ অৰূপ কুমাৰ দত্তৰ শিশুৰ বাবে লিখা ইংৰাজী গ্ৰন্থ 'Crystal Cave'ৰ অসমীয়ালৈ অনুবাদ কৰি তেওঁ শিশু গ্ৰন্থৰ ভঁৰাল চহকী কৰে। অৰূপ কুমাৰ দত্তৰ 'The Kazıranga Travel' নামৰ শিশু গ্ৰন্থখনিও তেওঁ অনুবাদ কৰে। তেওঁৰ আন কেবাখনো গ্ৰন্থ অনুবাদ কৰাৰ আঁচনি থাকিলেও শাৰীৰিক অসুস্থতাৰ বাবে কাৰ্যকৰী কৰিব পৰা নাই।

তেওঁৰ পুত্ৰ শ্ৰীঅৰূপ কুমাৰ দত্তই উচ্চমানবিশিষ্ট সাহিত্য সৃষ্টিৰ বাবে দেশ-বিদেশৰ কেবাটিও বঁটা লাভ কৰিছে। কেবাটিও বিদেশী ভাষালৈ অৰূপ কুমাৰ দত্তৰ গ্ৰন্থ অনূদিত হৈছে।

এটা মটৰ দুৰ্ঘটনাত তেওঁৰ বৰ জোঁৱায়েক আৰু নাতিৰ অকাল মৃত্যুৰ দাৰুণ শোকত তেওঁ কিছু থমকি ৰ'বলগীয়া হৈছিল যদিও সাহিত্য কৰ্ম স্থবিৰ হোৱা নাছিল তেওঁৰ। কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰৰ সেই প্ৰেৰণাময় বাণীয়ে যেন তেওঁক শোক সহিবলৈ শক্তি প্ৰদান কৰিছিল ঃ

"বিপদে মোরে রক্ষা করো,
এ নহে মোর প্রার্থনা—
বিপদে আমি না যেন করি ভয়।
দুঃখ তাপে ব্যথিত চিত্তে
নাই বা দিলে সান্ত্বনা,
দুঃখ যেন করিতে পারি জয়।"

ব্যথিত হৃদয়েৰেও তেওঁ সাহিত্য সৃষ্টিত মনোনিৱেশ কৰি আছে এতিয়াও শ্ৰীযুতা দত্তৰ হাতত এক বুজন সংখ্যক গল্প, কবিতা, প্ৰবন্ধ অপ্ৰকাশিত অৱস্থাত আছে।

এই যান্ত্ৰিক যুগতো তেওঁৰ পৰিয়ালত নান্দনিক ৰুচিবোধৰ সমাহাৰ দেখিবলৈ পোৱাতো সৌভাগ্যৰ কথা। ৰবীন্দ্ৰ সংগীত, ৰবীন্দ্ৰ সাহিত্যৰ প্ৰতি আকৃষ্ট হৈ পৰা শ্ৰীযুতা দত্তৰ অসমীয়া ভাষা-সংস্কৃতিৰ প্ৰতি থকা শ্ৰদ্ধা তথা জাতীয়তাবোধ অনুকৰণীয়। তেওঁ স্পষ্টবাদী আৰু সাহসী। তেওঁৰ নিস্বাৰ্থ দেশ প্ৰেম, মানৱ প্ৰেম আৰু সমাজ সেৱা উত্তৰ পুৰুষৰ বাবে আদৰ্শনীয়।

যোৰহাটৰ আটিলা গাঁৱত স্বামী আৰু চাৰিটি সন্তান আৰু নাতি-পুতিৰে ইন্দিৰা দত্তৰ ভৰপূৰ সংসাৰ। ভগৱানে অকৃপণভাৱে তেওঁক দিছে ৰূপ-লাৱণ্য। তেওঁ সভা শুৱনী এগৰাকী অপৰূপা মহিলা। তেওঁ এগৰাকী নিভাঁজ অসমীয়া বোৱাৰী। কৰ্মময় জীৱনৰ ব্যস্ততাৰ মাজতো পুৱা-গধূলি প্ৰাৰ্থনা জনোৱা, ওচৰ-চুবুৰীয়াৰ লগত মধুৰ সম্পৰ্ক ৰক্ষা কৰা, সুমিষ্ট মাত-কথাৰে সকলোকে আপ্যায়িত কৰা, ৰন্ধা-বঢ়া, উলৰ কাম, বেজীৰ কাম আদি আটক ধুনীয়াকৈ কৰি ঘৰখনত এটি সাংস্কৃতিক পৰিৱেশৰ সৃষ্টি কৰি আটাইকেউটি সন্তানকে শিক্ষা-দীক্ষা-উচ্চভাব-চিন্তাধাৰাৰে সুপ্ৰতিষ্ঠিত কৰিব পৰাতো মাতৃ এগৰাকীৰ বাবে কম আনন্দৰ কথা— গৌৰৱৰ কথা নহয়— সেই গৌৰৱৰ অধিকাৰী শ্ৰীযুতা দত্ত আৰু তেওঁৰ সহৃদয়বান স্বামী গিৰীশ চন্দ্ৰ দত্তদেৱ।

তেওঁৰ সান্নিধ্যলৈ অহাসকলে এটা কথা নিশ্চয় অনুভৱ কৰিব পাৰে— বঙ্কিম চন্দ্ৰৰ সেই 'সুহাসিনী, সুমধুৰ ভাষিণী' শব্দ দুটিৰ যথাযথ তাৎপৰ্য। এইগৰাকী কৰ্মশীলা মহিলালৈ আন্তৰিক শ্ৰদ্ধা জ্ঞাপন কৰি তেওঁৰ সুস্বাস্থ্যপূৰ্ণ দীৰ্ঘায়ু কামনা কৰিলো। শ্ৰীযুতা দত্তৰ কলমৰ পৰা নিগৰি থাকক সৃষ্টিশীল কৰ্মৰ ৰসৰ নিজৰা। ❑

# প্ৰফুল্লবালা দাস

## হিৰণ শইকীয়া লহকৰ



কুৰি শতিকাৰ তৃতীয় দশকত জন্মগ্ৰহণ কৰা প্ৰফুল্লবালা দাস বৰপেটাৰ সমাজত পৰিচিত আছিল— 'হিন্দী বাইদেউ'ৰূপে। ছাত্ৰ-ছাত্ৰীসকলৰ 'হিন্দী বাইদেউ' সম্বোধনটোৱেই হৈ পৰিছিল তেওঁৰ পোচাকী নাম আৰু প্ৰফুল্লবালা দাস নামটো সোমাই পৰিছিল বিদ্যালয় কাৰ্যালয়ৰ ফাইলৰ মাজত। পুৰণি চাম ছাত্ৰীৰ হৃদয়ত 'হিন্দী বাইদেউ' নামটোৱে এতিয়াও শিহৰণ জগায়। তেওঁ আছিল এটি চলন্ত অনুশাসন। ছাত্ৰীসকলৰ আচাৰ-ব্যৱহাৰ, সাজপাৰ, নৈতিকতা সকলোতে আছিল। তেওঁৰ মৰমৰ অনুশাসন। সেয়েহে সেইসকল ছাত্ৰীয়ে এতিয়াও 'হিন্দী বাইদেউ' নামটো শ্ৰদ্ধাৰে উচ্চাৰণ কৰে; নতুন প্ৰজন্মৰ আগত 'হিন্দী বাইদেউৰ' কাহিনী কয়। এই কাহিনীৰেই আমিও অৰ্থাৎ এই আলেখ্য লেখিকাও প্ৰভাৱিত হৈছোঁ। দুই এবাৰ আলেঙে-আলেঙে লগ পোৱাৰ অভিজ্ঞতাও আছে। কিন্তু প্ৰধানকৈ তেওঁৰ বিষয়ে চৰ্চিত আড্ডাতহে তেওঁৰ বিষয়ৰ কথাবোৰ শুনি পুলকিত হৈছিলোঁ। জানিবলৈ বৰ ইচ্ছা হৈছিল-মানুহগৰাকীৰ কি বিশেষ গুণে সান্নিধ্যলৈ অহা মানুহক তথা পৰিচিতক ইমানকৈ প্ৰভাৱিত কৰে।

শেষত তেওঁৰ সান্নিধ্যলৈ আহি উপলব্ধি কৰিলোঁ, তেওঁৰ পিন্ধন-উৰণ, চলন-ফুৰণ, কথন-মথন, লেখন-ভাষণ আদি সকলোবোৰেই মানুহক গভীৰ মুগ্ধতাৰে বান্ধি পেলায়। এবাৰ লগ পালে, পিছলৈ মানুহে তেওঁক পাহৰিব নোৱাৰে; শ্ৰদ্ধামিশ্ৰিত ছবি এখন মানসপটত অংকিত হৈ ৰৈ যায়। ফলত তেওঁৰ আগত ছাত্ৰ-ছাত্ৰী তথা আন মানুহে অমাৰ্জিত সাজপাৰ, বেশ-ভূষা, আচৰণ প্ৰদৰ্শন কৰিব নোৱাৰা হয়। এই গৰাকী 'হিন্দী বাইদেউ' তথা প্ৰফুল্লবালা দাসে শিক্ষকতা, সমাজসেৱা আদি কামৰ ব্যস্ততাৰ মাজতো সুৰুঙা উলিয়াই সাহিত্য-চৰ্চা কৰিছিল, যাইকৈ অকণি-অকণি শিশুহঁতৰ বাবেই তেওঁ সাহিত্যৰ জগতত সোমাই পৰিছিল।

বৰপেটাৰ এইগৰাকী সমাজ-সেৱিকা, নাৰীসমাজৰ গুৰি ধৰোঁতা, অতন্দ্ৰ প্ৰহৰী স্বৰূপ, বৰপেটা লেখিকা সমাৰোহ সমিতিৰ প্ৰথম সভানেত্ৰী, শিশু-

সাহিত্যিকা শ্ৰীপ্ৰফুল্লবালা দাসৰ জীৱন-আলেখ্য লেখিবলৈ পাই নিজকে ধন্য মানিছোঁ।

**জীৱন আৰু শিক্ষা ঃ** ১৯২১ ইং চনৰ ডিচেম্বৰ মাহত বৰপেটা জিলাৰ চেঙা গাঁৱত শ্ৰীপ্ৰফুল্লবালা দাসৰ জন্ম হয়। তেওঁৰ পিতৃৰ নাম ৺ শৰৎ চন্দ্ৰ বৰ্মা আৰু মাতৃৰ নাম ৺ সাবিত্ৰীবালা বৰ্মা। প্ৰফুল্লবালাৰ ভাষাত তেওঁৰ পিতৃ 'বৰ সহজ-সৰল, নম্ৰ আৰু দয়ালু' আৰু মাতৃ আছিল 'বৰ সাহসী, দূৰদৰ্শী আৰু কৰ্মী'। তেওঁৰ মতে মাকৰ কঢ়া শাসন আৰু পিতৃৰ মৰম-স্নেহে প্ৰফুল্লবালা আৰু তেওঁৰ ভাই-ভনীসকলক সুন্দৰ-নিকা জীৱন গঢ়াত সহায় কৰিছিল। তেওঁৰ পিতৃয়ে গুৱাহাটীত চাকৰি কৰাত প্ৰফুল্লবালাইঁত গুৱাহাটীত ডাঙৰ-দীঘল হয়। গুৱাহাটীৰ ছাত্ৰীবাৰী মিছন স্কুলতে প্ৰফুল্লবালাৰ শিক্ষাৰম্ভ হয়। কিন্তু চতুৰ্থ শ্ৰেণী পোৱা সময়ত তেওঁ মাকৰ লগত চেঙাৰ ঘৰলৈ গুচি আহিব লগাত পৰে। তেওঁ চেঙা গাঁৱৰ পৰাই প্ৰাথমিক বৃত্তি পৰীক্ষা দি বৰপেটা মহকুমাৰ ভিতৰতে প্ৰথম হৈ বৃত্তি লাভ কৰে। তাৰ পিছৰ শিক্ষা বৰপেটা চহৰত আৰম্ভ হয়।

প্ৰফুল্লবালাই বৰপেটাৰ ছায়াৰাম ছোৱালী শিক্ষানুষ্ঠান (তেতিয়াৰ আমবাৰী স্কুল) ৰ পৰা এম. ভি. পাছ কৰে। এম. ভি. স্কুলত ইংৰাজী শিক্ষাৰ ব্যৱস্থা নাছিল যদিও তেওঁলোকৰ শিক্ষক ৺ হৰেশ্বৰ দাসে শ্ৰেণীত মাজে মাজে ইংৰাজী শিকাইছিল। প্ৰফুল্লবালাই ঘৰতো ইংৰাজী শিকাৰ সুবিধা পাইছিল।

এম. ভি. পৰীক্ষা দিয়াৰ পিছতেই ১৯৩৬ ইং চনত গোৱালপাৰা জিলাৰ দলগোমা গাৱঁৰ ৺ নিশিকান্ত দাসৰ লগত বিয়া হয়। তেওঁৰ স্বামী আছিল বিদ্যালয় -পৰিদৰ্শক। কিন্তু প্ৰফুল্লবালাৰ দুৰ্ভাগ্য, বিয়াৰ পিছত এবছৰ পূৰ নৌহঁতেই তেওঁৰ স্বামীৰ দেহাৱসান হয়। জীৱনপথত তেওঁ অকলশৰীয়া হৈ পৰিল। কিন্তু জীৱনতৰী অকলেই চলাই নিবলৈ তেওঁ বাধ্য হ'ল; কাৰণ তেওঁৰ স্বামীয়ে তেওঁক দি গৈছিল মাতৃত্বৰ দায়িত্ব। স্বামীৰ মৃত্যুৰ কেইমান পিছতে তেওঁ এটি কন্যা সন্তানৰ জন্ম দিয়ে।

১৯৪০ খ্ৰীঃত প্ৰফুল্লবালা শিক্ষয়িত্ৰী হিচাবে কামত যোগদান কৰে। আমবাৰী স্কুলতে তেওঁ সহকৰ্মী হিচাবে পায় 'অসম ৰাষ্ট্ৰভাষা প্ৰচাৰ সমিতিৰ সচিব ৰজনীকান্ত চক্ৰৱৰ্তীদেৱৰ পত্নী সীতাদেৱী চক্ৰৱতীক। সীতাদেৱী ৱাৰ্দ্ধাত হিন্দী পঢ়ি অহা শিক্ষয়িত্ৰী। প্ৰফুল্লবালাই আজৰি সময়ত সীতাদেৱীৰ পৰা হিন্দী শিকা আৰম্ভ কৰিলে। ৰজনীকান্ত চক্ৰৱৰ্তী দেৱেও তেওঁক সহায় কৰিলে।

প্ৰফুল্লবালাই এনেকৈ হিন্দী শিকিয়ে ৰাষ্ট্ৰভাষা প্ৰচাৰ সমিতিৰ অধীনৰ হিন্দী পৰীক্ষাবোৰ দিবলৈ ধৰিলে আৰু অসমৰ ভিতৰতে প্ৰথম হৈ পাছো কৰিলে। এই ফলাফলে তেওঁক উৎসাহিত কৰিলে; সময়-সুযোগ বুজি প্ৰফুল্লবালাই উচ্চ শিক্ষাৰ বাবেও ৱাৰ্দ্ধালৈ যাত্ৰা কৰিলে। 'হিন্দুস্তানী প্ৰচাৰ সভা' নামৰ অনুষ্ঠানতে তেওঁৰ নামভৰ্তি হ'ল আৰু পঢ়িবলৈ ধৰিলে। তাত হিন্দী আৰু উৰ্দ্দু দুয়োটা ভাষাকে

শিকোৱা হৈছিল। সেই সময়খিনিত তেওঁ মাহে ২৫/- টকাকৈ বৃত্তি লাভ কৰিছিল। সেয়েহে তেওঁৰ একমাত্ৰ কন্যাটিকো লগতে লৈ গৈছিল, কিন্তু তাত, আশ্ৰমত ছোৱালীটিক ৰখাৰ অসুবিধা হোৱাত তাইক মোমায়েকৰ ঘৰলৈ পঠিয়াই দিলে।

বাৰ্দ্ধাত থাকোঁতে প্ৰফুল্লবালা জাতিৰ পিতা মহাত্মা গান্ধীৰ সান্নিধ্যলৈ আহে। অৱশ্যে তাৰ আগতেই ১৯৩৩-৩৪ চন মানত গান্ধীজী বৰপেটালৈ আহোঁতে প্ৰফুল্লবালাই লগ পাইছিল আৰু সেইদিনাৰ সভাত গান্ধীজীৰ আগত থকা শৰাইখনত সকলো মানুহে টকা/সোণ আদি দান দিয়া দেখি এম. ভি স্কুলত পঢ়ি থকা প্ৰফুল্লবালাই কাণত পিন্ধি অহা সোণৰ নতুন ইয়াৰিংযোৰ খুলি দি গান্ধীজীক তুপুককৈ সেৱা এটা কৰি দিছিল। সেইজনী প্ৰফুল্লবালাই গান্ধীজীক বাৰ্দ্ধাৰ সেবাশ্ৰমত ইমান ওচৰতে লগ পোৱাত তেওঁৰ হিয়া দুৰু দুৰুকৈ কঁপিছিল। সেইসময়ত গান্ধীজীয়ে যতঁৰত সূতা কাটি আছিল।

লগত যোৱা কাকা চাহেব কালেলকৰে প্ৰফুল্লবালাক গান্ধীজীৰ লগত পৰিচয় কৰি দিছিল। সেইদিনা বাপুজীয়ে প্ৰফুল্লবালাক কেবাটিও প্ৰশ্ন সুধিছিল। বাপুজীয়ে সুধিছিল তেওঁৰ নাম কি? ইমান দূৰলৈ পিতৃ-মাতৃয়ে পঢ়িব আহিবলৈ অনুমতি দিছেনে? অসমৰ পৰা বাৰ্দ্ধালৈ যাওঁতে কিমান খৰছ লাগিছে। এইবোৰ প্ৰশ্নৰ উত্তৰ প্ৰফুল্লবালাই ভয়ে ভয়ে ভঙা ভঙা হিন্দীৰে দিছিল। কিন্তু ভিতৰি ভিতৰি, কিতাপত পঢ়ি অহা, ছবিত দেখি অহা বা আগতে এবাৰ দেখি অহা বাপুজীয়ে ইমান মৰমেৰে কথা সোধাত তেওঁ আপ্লুত হৈ পৰিছিল।

তাৰ পিছতো গান্ধীজীক, জাতিৰ পিতাক ওচৰৰ পৰা বহুদিন লগ পাইছিল তেওঁ, প্ৰত্যেকবাৰেই প্ৰথমবাৰৰ দৰেই এক বুজাব নোৱাৰা ভাল লগা ভাব, তথা নিজকে ভাগ্যৱতী বুলি তেওঁৰ অন্তৰত অনুভৱ হৈছিল।

বাৰ্দ্ধাৰ আশ্ৰমত থকা দিনবোৰ যদিও পৰিশ্ৰম বেছি হৈছিল, তথাপি তেওঁৰ বাবে বৰ আনন্দদায়ক আছিল সেইদিনবোৰ। ভাৰতৰ বিভিন্ন ঠাইৰ পৰা যোৱা মানুহখিনিৰ আটাইৰে একেই অৱস্থা। হিন্দী, উৰ্দ্দু শিকাৰ বাহিৰেও তেওঁলোকে আশ্ৰমৰ সকলো কাম নিজে কৰিব লাগিছিল। যেনে— জাঁটত গম পিহি আটা তৈয়াৰ কৰা, গমৰ জাবৰ-জোঁথৰ গুচাই পৰিষ্কাৰ কৰি উলিওৱা, নাদৰ পৰা পানী তোলা, তৰকাৰী কটা, ৰুটি-তৰকাৰী ৰান্ধি-বাঢ়ি সকলোকে ভগাই দিয়া, চোতাল সৰা, পায়খানা চাফা কৰা ইত্যাদি। অৱশ্যে প্ৰতিটো কাম আটায়ে পাল পাতি কৰিছিল। এনেদৰে পঢ়িয়েই তেওঁ তিনিবছৰৰ পাঠ্যক্ৰম এবছৰতে পঢ়ি শেষ কৰি ঘৰলৈ ঘূৰি আহে। তেওঁ 'হিন্দুস্থানী নিপুণ' উপাধি লাভ কৰি সফলতাৰেই অসমলৈ ঘূৰি আহিছিল।

১৯৪৭ চনত প্ৰফুল্লবালা দাসে বৰপেটাৰ জুৰোৰাম পাঠক ছোৱালী হাইস্কুলত শিক্ষয়িত্ৰী হিচাবে যোগদান কৰে যদিও সপ্তাহত তিনিদিন আমবাৰী স্কুলতো হিন্দী পঢ়াব লাগিছিল। ১৯৪৯ চনৰ পৰা অৱশ্যে স্থায়ীভাৱে জুৰোৰাম

পাঠক ছোৱালী হাইস্কুলতে কাম কৰিবলৈ ধৰিলে। তেতিয়াৰ পৰা ১৯৮২ চনলৈ তাতেই থাকে। ১৯৮২ চনত এই স্কুলৰ পৰাই প্ৰফুল্লবালাদাসে অৱসৰ গ্ৰহণ কৰে।

**সাহিত্য প্ৰীতি আৰু কৃতি ঃ**

এসময়ৰ অসাধাৰণ প্ৰতিভাময়ী ছাত্ৰীগৰাকী জন্মিছিল ভগৱানৰ অকৃপণ হাতৰ দান লৈ। কিন্তু ভাগ্যই যেন তেওঁক পূৰ্ণ সহযোগ নকৰিলে। সেয়ে হয়তো তেওঁৰ প্ৰতিভাৰ পূৰ্ণ স্ফূৰণ নঘটিল, পাৰিপাৰ্শ্বিকতা তথা সমাজৰ কিছু প্ৰতিবন্ধকতাৰ বাবেই হয়তো তেওঁৰ প্ৰতিভাৰ জিলিঙনি পূৰ্ণৰূপে জিলিকি নুঠিল, অপাৰ সম্ভাৱনা তেওঁৰ ভিতৰতে বিলীন হৈ থাকিল।

প্ৰফুল্লবালাৰ কাব্য-প্ৰতিভা অংকুৰিত হোৱাৰ ক্ষেত্ৰত তেওঁৰ মন্তব্য হ'ল— "স্বামীৰ মৃত্যুৰ পিছৰ পৰাই মোৰ মনলৈ কেতিয়াবা কেতিয়াবা কবিতাৰ ভাব আহিছিল। কেতিয়াবা সেইবোৰ মই লিপিবদ্ধ কৰিছিলোঁ আৰু কেতিয়াবা মনৰ কথা মনতেই শেষ হৈছিল। মনৰ দুখেই মোৰ কবিতাৰ পাতনি।" কাব্য-প্ৰতিভাৰ ক্ষেত্ৰত এনেদৰে মন্তব্য দিলেও সাহিত্যৰ প্ৰতি আকৰ্ষণৰ গভীৰতা আৰু শ্ৰদ্ধা তেওঁৰ সৰুৰে পৰা আছিল। শৈশৱ কালত চেঙাত থকা সময়ত গাঁৱৰ নীতি-নিয়ম, চলন-ফুৰণ, ভাৱধাৰা, কথা-বাৰ্তা, লোক-কাহিনী, বিশ্বাস আদিয়ে তেওঁৰ মনত ৰেখাপাত কৰিছিল আৰু সেইবোৰেই মনত লাহে লাহে গল্পৰ ৰূপ পাইছিল। সৰু সৰু ভায়েক-ভনীয়েকহঁতক সেইবোৰকে গল্পৰ দৰে কৈছিল। জীৱনৰ খলা-বমা গচকি আহি যেতিয়া চাকৰি জীৱন আৰম্ভ কৰি আৰ্থিক নিৰাপত্তা লাভ কৰিলে, তেতিয়া আজৰি সময়ত সেইবোৰকে তেওঁ লিখিত ৰূপ দিব ধৰিলে। সেই ক্ষেত্ৰত তেওঁক উৎসাহ যোগাইছিল সেই সময়ৰ সুন্দৰীদিয়া গাঁও নিবাসী জন-সাহিত্যিক ৺ শ্ৰীৰাম দাসে। তেখেতে লগ পালেই কৈ গৈছিল— "লিখিবা লিখিবা, যি জানা তাকেই লিখিবা, গীত-মাত, ফকৰা-যোজনা, গল্প-কবিতা, ঘটনা, জীৱনী, কাহিনী— সকলো।

হয়। প্ৰফুল্লবালাই লিখিছিল। আৰু সেই লিখনিসমূহ স্কুলৰ আৰু স্থানীয় বিভিন্ন আলোচনীত প্ৰকাশ হৈছিল। এনেদৰে তেওঁ লিখি যোৱা কিছু গল্প পৰৱৰ্তী কালত কিতাপ আকাৰে ছপা কৰি উলিয়ায়। তেওঁৰ প্ৰকাশিত দুয়োখন কিতাপেই শিশুৰ বাবে লিখা। তাৰে এখন হ'ল সাধুকথাৰ পুথি— "পাটমাদৈৰ বিয়া" আৰু আনখন হ'ল— "মহাভাৰত আৰু ভাগৱতৰ কাহিনী"।

"পাটমাদৈৰ বিয়া"ত আছে ১০ টি কাহিনী, যথা (১) পাটমাদৈৰ বিয়া (২) আমাৰ বাইদেউ (৩) সেই দেওলগা টকাটো (৪) সোণৰ নৌকা ৰূপৰ বঠা (৫) মণিমালা (৬) নীলা পৰী (৭) শিয়াল বাপু (৮) সোণৰ পাথৰ (৯) ৰঙা ঘোঁৰা (১০) সি গুচি গ'ল।

উক্ত আটাইবোৰ কাহিনীতে থকা বাস্তৱ আৰু অবাস্তৱ জগতৰ বৰ্ণনাই শিশু-মনক কৌতূহল নিৰসন কৰি আনন্দৰ সোঁতত উটুৱাই নিব পাৰে। সাধুবোৰৰ

লৌকিক-অলৌকিক জগতখনে দিব পাৰে শিশুমনত অলৌকিক কল্পনাৰ স্বাদ, ৰোমাঞ্চ।

দ্বিতীয়খন গ্ৰন্থ "মহাভাৰত আৰু ভাগৱতৰ কাহিনী" বচা বচা বাৰটা ভিন্ন স্বাদৰ কাহিনীৰ সমষ্টি। মহাভাৰত আৰু ভাগৱত-পুৰাণত সিঁচৰতি হৈ থকা প্ৰতিটো কাহিনীয়ে শিশুক দিয়ে ভাৰতীয় জ্ঞান-বিজ্ঞান, ধৰ্ম-কলা, শিক্ষা-সংস্কৃতি, ৰাজনীতি-সমাজনীতি, ইতিহাস, যুদ্ধবিদ্যা আদি বিভিন্ন বিষয়ৰ শিক্ষা। ইয়াৰ লগে লগে দিয়ে সত্য, অহিংসা, ন্যায়, ত্যাগ, প্ৰেম, দয়া, ক্ষমা আদি মানবীয় প্ৰমূল্যবোধৰো শিক্ষা।

উক্ত গ্ৰন্থখনত থকা কাহিনীবোৰ হ'ল— (১) ৰজা জন্মেজয়ৰ যজ্ঞ (২) ব্যাসদেৱৰ জন্ম (৩) দুষ্মন্ত ৰজাৰ জন্ম কথা আৰু ভৰত ৰজাৰ চৰিত্ৰ (৪) মহাৰাজ শান্তনুৰ জন্মকথা আৰু গঙ্গাদেৱীৰ লগত বিবাহ (৫) ভীষ্মৰ জন্ম কথা আৰু শিক্ষাদান (৬) বশিষ্ঠ মুনিৰ যজ্ঞ আৰু অষ্টবসুৰ কামধেনু হৰণ (৭) শান্তনু ৰজাৰ সত্যৱতীৰ লগত বিয়া, ভীষ্মৰ প্ৰতিজ্ঞা আৰু বিচিত্ৰবীৰ্য্য তথা চিত্ৰাঙ্গদৰ জন্ম (৮) কাশীৰজাৰ তিনিজনী কন্যাৰ সয়ম্বৰৰ পৰা হৰণ, বিচিত্ৰবীৰ্য্য আৰু চিত্ৰাঙ্গদৰ লগত বিবাহ (৯) সত্যৱতীৰ অনুৰোধত ব্যাসদেৱৰ দ্বাৰা ধৃতৰাষ্ট্ৰ, পাণ্ডু আৰু বিদুৰৰ জন্ম (১০) ভীষ্মৰ ওচৰত নিৰাশ হৈ অম্বাৰ পিতৃগৃহলৈ প্ৰত্যাবৰ্তন আৰু ভীষ্মৰ লগত পৰশুৰামৰ যুদ্ধ (১১) শঙ্কৰৰ ওচৰত অম্বাৰ বৰ-ভিক্ষা, দ্ৰৌপদী, ধৃষ্টদ্যুম্ন আৰু শিখণ্ডীৰ জন্মগ্ৰহণ (১২) দুৰ্ব্বাসা মুনিৰ দ্বাৰা গান্ধাৰী আৰু কুন্তীৰ বৰ লাভ (১৩) সমুদ্ৰমন্থন (১৪) গজেন্দ্ৰ মোক্ষনৰ কথা (১৫) দানৱ দলন আৰু কংস বধ।

ওপৰোক্ত কাহিনীবোৰৰ মাজেদি প্ৰকাশিত শাশ্বত, চিৰন্তন মানবীয় গুণবোৰ সকলো দেশ, সকলো কাল আৰু সকলো মানুহৰ বাবে আদৰণীয় আৰু অনুকৰণীয়। বিশেষকৈ আমাৰ উঠি অহা নতুন প্ৰজন্মৰ বাবে এই গুণসমূহৰ চিন্তা-চৰ্চা আৰু অনুশীলন অতি প্ৰয়োজনীয় বুলি লেখিকাই অনুভৱ কৰে।

**ভাষা ঃ** বৰ্ণনাৰ সাৱলীলতা আছিল প্ৰফুল্লবালাৰ লেখনিৰ অন্যতম যোগাত্মক দিশ। জনসমাজত প্ৰচলিত কাহিনীয়েই হওক তথা মহাভাৰত বা ভাগৱতৰ কাহিনীয়েই হওক কাহিনীৰ গতিময়তাই পাঠকক আগবঢ়াই লৈ যায়। এনে মুগ্ধতাৰ মাজতে পায় পাঠকে আনন্দময় ৰসানুভৱতা। যথাযথ শব্দৰ ব্যৱহাৰত লেখিকাৰ জীৱনৰ শৃঙ্খলাবদ্ধতাৰ ৰেঙণিৰ আভাষ পোৱা যায়। তদুপৰি চিত্ৰধৰ্মিতা হৈ পৰিছে বৰ্ণনাবোৰৰ বিশেষত্ব। এটি উদাহৰণ দাঙি ধৰা হওক ঃ "ৰাতিপুৱা বাহীবন শেষ কৰি তিৰোতাসকলে জাক পাতি গা-ধুবলৈ যায় বৰ পুখুৰীলৈ। মাকহঁত আহি ঘৰ পালে জীয়েকহঁতেও হাতে হাতে কলহ লৈ দলে দলে ওলায় বৰ পুখুৰীৰ পাৰলৈ। কানি-কাপোৰ, গা-মুৰ ধুই নিকা হৈ কলহবোৰ ভৰাই লৈ ঘৰলৈ আহে। দুপৰীয়া হালৰ পৰা আহি মতা মানুহবোৰেও বৰ পুখুৰীৰ পাৰতেই গোট খায়হি গা-ধুবলৈ বুলি।" (সোণৰ নৌকা ৰূপৰ বঠা)।

কাহিনীবোৰত চুটি চুটি বাক্যবোৰে শিশুমনত সহজবোধ্য হোৱাৰ উপৰিও নৈতিক জ্ঞান প্ৰদায়ক হৈছে। চোৱা যাওকচোন তেনে এটা বৰ্ণনা। ব্যাসদেৱে কৈছে— "হে ৰজা জন্মেজয়, তুমি সেইবাবে কোনো খেদ নকৰিবা। ৰাজ্যৰ লোভত পৰি তেওঁলোকে নিজৰ সকলো মান-মৰ্য্যদা আদি বিসৰ্জ্জন দিলে। কোনেও কাৰো কথা নুশুনা হ'ল। তুমিও হয়তো মোৰ কথা নুশুনিবা। তুমি নুবুজি নুশুনিহে মোক এইদৰে দোষাৰোপ কৰিছা। ভগৱানৰ ইচ্ছাত বাধা দিবৰ কাৰো শক্তি নাই।" এইদৰেই কাহিনীৰ মাধ্যমত নিয়তিৰ অপ্ৰতিৰোধ্যতাৰ জ্ঞান শিশু, ডাঙৰ সকলোকে অতি সহজে দিব পৰা শক্তি আছে প্ৰফুল্লবালাৰ বৰ্ণনাত।

**বাটৰ কাঁইট ঃ** লেখিকা জীৱনত এক বাধাহীন গতিত লেখিকা গতিশীল হ'ব পৰা নাছিল। তাৰ প্ৰাথমিক কাৰণসমূহ তেওঁৰ জীৱনেই প্ৰতিফলন কৰে। নিজৰ সন্তানক অকলে ডাঙৰ-দীঘল কৰাৰ লগে লগে সংসাৰৰ আন কাম, চাকৰি আদি প্ৰাত্যহিক দায়িত্ব আৰু কৰ্তব্যৰ উপৰিও বহুতো সামাজিক কামত জড়িত হৈ পৰি লেখিকাই তেওঁৰ সৃষ্টি অব্যাহত ৰাখিব পৰা নাছিল। সময় পালেহে তেওঁ কাগজ-কলম লৈ বহিছিল। অন্তৰত তাগিদা থকা স্বত্বেও প্ৰায়ে তেওঁ লিখিবলৈ বহিব নেপাইছিল। তথাপি দৃঢ়চেতা প্ৰফুল্লবালাই নিলিখাকৈ থকা নাছিল।

**জীৱন দৰ্শন ঃ** ভাৰতীয় জীৱনৰ আদৰ্শই আছিল প্ৰফুল্লবালাৰ দাসৰ জীৱনৰ চালিকা শক্তি। গান্ধীজী আছিল তেওঁৰ জীৱনৰ ধ্ৰুৱতৰা স্বৰূপ। ৰাৰ্দ্ধাত থকা এবছৰ কালত গান্ধীজীৰ জীৱন-দৰ্শনে তথা আদৰ্শই তেওঁৰ অন্তৰত গভীৰভাৱে ৰেখাপাত কৰিছিল আৰু সমগ্ৰ জীৱন সেই আদৰ্শই তেওঁক চলাই লৈ ফুৰিছিল। সদায় ৰিহা-মেখেলা-চাদৰ পৰিহিতা, ওৰণিৰে আবৃতা হিন্দী বাইদেৱে সদায় কঠোৰ অনুশাসনৰ মাজত নিজকে আবদ্ধ ৰাখিছিল আৰু আনৰ ক্ষেত্ৰতো তেনে অনুশাসনৰ পোষকতা কৰিছিল। পিছলৈ তেওঁ কেবাটাও ৰোগ দেহত পুহি ৰাখিব লগা হোৱা স্বত্বেও কেৱল মনৰ জোৰেই তেওঁক দায়িত্ব আৰু কৰ্তব্য পালনত সহায় কৰিছিল।

সত্য, অহিংসা, ন্যায়, ত্যাগ, প্ৰেম, দয়া, ক্ষমা আদি মহৎ গুণসমূহক নিজৰ ভিতৰত লালন-পালন কৰাৰ উপৰিও আনৰ ক্ষেত্ৰতো সেইবোৰৰ অধিকাৰী হোৱাতো তেওঁ বিচাৰিছিল। তেওঁৰ ছাত্ৰীসকলৰ মাজত ভাৰতীয় সভ্যতা আৰু সংস্কৃতিৰ প্ৰতি আদৰ দেখিবলৈ প্ৰফুল্লবালা সদায়ে উন্মুখ আছিল।

**সমাজ সেৱা ঃ** নাৰীমুক্তি আন্দোলনৰ একনিষ্ঠ কৰ্মী, জাতিৰ পিতা গান্ধীজীৰ আদৰ্শত মনে-প্ৰাণে দীক্ষিতা, ভাৰতৰ স্বাধীনতা আন্দোলনৰ নিৰৱকৰ্মী, হিন্দী ভাষাৰ প্ৰচাৰ আৰু প্ৰসাৰত একান্ত ব্ৰতী, অসমীয়া ভাষা-সাহিত্যৰ পূজাৰিনী প্ৰফুল্লবালা দাস স্বৰূপাৰ্থত আছিল এগৰাকী সমাজসেৱিকাও। দেশৰ ভৱিষ্যৎ মাতৃ, তেওঁৰ ছাত্ৰীসকলক নিখুঁতভাৱে গঢ় দি উজ্জ্বল সমাজ গঢ়াত অৰিহণা যোগাইছিল। আনহাতে নাৰীৰ ওপৰত হোৱা অনিয়ম তথা সামাজিক হেঁচাবোৰো

তেওঁ মানি ল'ব পৰা নাছিল। সেয়েহে বৰপেটাৰ মহিলা সমিতিৰ তৰফৰ পৰা "কীৰ্ত্তন ঘৰত মহিলাৰ প্ৰবেশ" কাৰ্যসূচী ৰাখি এদিন কীৰ্ত্তন ঘৰত সোমাবলৈ এটি দল লৈ গৈছিল। সেই দলত আছিল— সেই সময়ৰ আন দুগৰাকী সজাগ মহিলা কবি সাৰদাবালা দাস আৰু শৈলবালা দেৱী। মহিলা সমিতিৰ সভা-সমিতিবোৰত দিয়া তেওঁৰ উদ্দীপ্ত ভাষণে শ্ৰোতাসকলক উদ্দীপনা আৰু সাহস যোগাইছিল।

**সাংগঠনিক শক্তি ঃ** বৰপেটাৰ মহিলা সমিতিৰ লগে লগে সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ শাখা বৰপেটা লেখিকা সমাৰোহ সমিতি, ছাত্ৰবৃত্তি স্কুলত থকা হিন্দী স্কুল আদি প্ৰফুল্লবালাৰ সাংগঠনিক কামৰ উদাহৰণ। অসমৰ অস্তিত্ব ৰক্ষাৰ আন্দোলনৰ কালত আন্দোলনত সক্ৰিয় সহযোগিতা দিবলৈ গঢ়ি উঠা বৰপেটা জিলা "সংগ্ৰামী নাৰী সন্থা"ৰ হিন্দী বাইদেউ আছিল সভানেত্ৰী আৰু মহিলাসকলক সবল নেত্ৰীত্ব দিছিল তেওঁ।

সদৌ অসম লেখিকা সমাৰোহৰ অন্যতম বৰপেটা শাখাটি ১৯৮১ চনত বৰপেটা লেখিকা সমাৰোহ সমিতি নাম দি স্থাপন কৰাত প্ৰফুল্লবালা দাসে আগভাগ লয়। জন্মক্ষণৰ পৰা অনুষ্ঠানটিৰ সভানেত্ৰীৰূপে থাকি অনুষ্ঠানৰ সম্পাদিকা শ্ৰীনিৰুপমা মিশ্ৰৰ লগত আন্তৰিক উৎসাহ আৰু সময়োচিত বলিষ্ঠ সিদ্ধান্তকে মূলধন হিচাবে লৈ ইয়াক গঢ়ি তোলে।

**ভাটিয়ালী সুৰ ঃ** ১৯৮২ চনত শিক্ষয়িত্ৰী জীৱনৰ পৰা অৱসৰ লোৱা প্ৰফুল্লবালা দাসে অকলশৰে বাই অনা জীৱনতৰী এতিয়া ভাটিয়ালী সোঁতত নিৰ্দিষ্ট গতিৰে ৰ'বলৈ আৰম্ভ কৰিলে। জীৱনভৰ নিজৰ বাবে নিজাকৈ কোনো আশ্ৰয়স্থান কৰাৰ কথা তেওঁ কোনোদিনে নাভাবিলে। চাকৰি কৰি থকা সময়তে একমাত্ৰ কন্যাৰ শিক্ষা দিয়া তথা বিবাহ আদি সম্পন্ন কৰি তুলিছিল। অৱসৰৰ পিছত প্ৰফুল্লবালা দাসে ভাতৃৰ আশ্ৰয়ত থাকিবলৈ ল'লে। অৱশ্যে বৰ্তমান অভয়াপুৰী নিবাসী তেওঁৰ জী-জোঁৱাইৰ লগতে বাইদেউ থাকিবলৈ লৈছে বা জী-জোঁৱায়ে লগত ৰাখিছে।

কৈশোৰ-যৌৱনৰ সন্ধিক্ষণতে জীৱনৰ কৰুণ দিশটোৰ লগত মুখা-মুখী হোৱা প্ৰফুল্লবালা দাসে অকাল বৈধব্যৰ (১৭ বছৰ বয়সতে) যন্ত্ৰণা ভুগি জীৱনটোকে কঠোৰ কৰি তুলিছিল। ১৭ বছৰীয়া ছোৱালীজনীয়ে স্বামীৰ বিষয়ে বুজি নুঠোতেই স্বামীক হেৰুৱাই হয়তো তেওঁ মানসিকভাৱে দগ্ধ হৈ পৰিছিল। অন্তৰ দগ্ধ আৰু বাহিৰৰ কঠিন আৱৰণৰ মাজত বাস কৰা প্ৰফুল্লবালাই হয়তো আৰু বহুতো সাহিত্যিক অৱদানেৰে অসমীয়া সাহিত্যক চহকী কৰিব পাৰিলেহেঁতেন। কিন্তু প্ৰতিকূল পৰিৱেশত সেইটো সম্ভৱ নহ'ল।

এই লেখাটিৰ জৰিয়তে আমাৰ শ্ৰদ্ধাৰ লেখিকা শ্ৰীপ্ৰফুল্লবালা দাসৰ সুস্বাস্থ্যপূৰ্ণ সুদীৰ্ঘ জীৱন কামনা কৰিলোঁ আৰু শ্ৰদ্ধামিশ্ৰিত মৰম আৰু শুভেচ্ছা যাচিছোঁ। ❑

# মিনতি ৰাজখোৱা

**ড° অঞ্জলি বৰঠাকুৰ**



আজিৰেপৰা তিনিকুৰি বছৰৰো আগতে অসমৰ সংবাদ-পত্ৰিকাই পৰিচয় কৰি দিছিল এগৰাকী কিশোৰীক। যি গৰাকীয়ে আজিকোপতি সঙ্গীত, সাহিত্য আৰু সমাজসেৱাৰ বিভিন্ন ক্ষেত্ৰত উল্লেখনীয় অৱদান যোগাই আহিছে; অথচ নিজৰ প্ৰচাৰবিমুখিতাৰে লোকচক্ষুৰ আঁৰত থাকিয়ে সক্ৰিয় জীৱন-নিৰ্বাহ কৰিছে। ১৯৪১ চনৰ সদৌ অসম সঙ্গীত সম্মিলনত খেয়াল, ঠুংৰী, গজল আৰু ভজনত প্ৰথম পুৰস্কাৰ পোৱাৰ উপৰিও মণিপুৰী নৃত্যতো প্ৰথম হৈ সৰ্ব্বশ্ৰেষ্ঠ প্ৰতিযোগীৰ সন্মানেৰে সুখ্যাতি পোৱা সেই স্কুলীয়া ছাত্ৰীগৰাকী আছিল মিনতি বৰুৱা, পিছলৈ সুলেখিকা আৰু অনাতাঁৰ গায়িকা মিনতি ৰাজখোৱা।

উজানবজাৰৰ সুপ্ৰসিদ্ধ বৰুৱা পৰিয়ালৰ জীয়ৰী মিনতি ৰাজখোৱাৰ জন্ম ১৯২৫ চনৰ ১৩ জানুৱাৰীৰ দিনা কৰিমগঞ্জ চহৰত। পিতৃ গুৰুপ্ৰসাদ বৰুৱা (আই, পি, এছ বিষয়া) আৰু মাতৃ পদ্মৰেখা বৰুৱাৰ নুমলীয়া জী মিনতি ৰাজখোৱাৰ দুজন ককায়েক নাট্য প্ৰভাকৰ ⁄ সত্যপ্ৰসাদ বৰুৱা আৰু শ্ৰীতাৰাপ্ৰসাদ বৰুৱা (ভাৰতীয় ষ্টেট বেংকৰ অৱসৰপ্ৰাপ্ত উচ্চপদস্থ বিষয়া)। একমাত্ৰ বাইদেৱেক ⁄ লীলাদেৱী সেইদিনতে কলকাতা বিশ্ববিদ্যালয়ৰ স্নাতকোত্তৰ শিক্ষা সুখ্যাতিৰে শেষ কৰি কলম্বিয়া বিশ্ববদ্যালয়ৰ পৰা এম্ এড্ ডিগ্ৰী লৈছিল আৰু কলকাতাতে ওৰে জীৱন শিক্ষাব্ৰতী হৈ ৰ'ল। এনে এক সুসংস্কৃত পৰিয়ালত জন্মগ্ৰহণ কৰি মিনতি ৰাজখোৱাই বিশেষকৈ কাকাইদেৱেক ⁄ সত্যপ্ৰসাদ বৰুৱাৰ পৰা পোৱা প্ৰেৰণাতে সঙ্গীত-সাহিত্যৰ জগতত খোজ পেলাইছিল। ১৯৪৪ চনত কটন কলেজৰ প্ৰথিতযশা শিক্ষক সুৰেশ চন্দ্ৰ ৰাজখোৱাৰ (পিছলৈ অসমৰ শিক্ষাধিকাৰ, শিক্ষাবিদ আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য) সৈতে বিবাহ হোৱাৰ পিছত সাংসাৰিক দায়িত্বৰ মাজতো নিজৰ সঙ্গীত সাধনা আৰু সাহিত্য চৰ্চা নিৰবধি চলাই যাবলৈ সুযোগ্য স্বামীৰ পৰা অনুপ্ৰেৰণা লাভ কৰিছিল। তেখেতসকলৰ দুই পুত্ৰ প্ৰীতম বৰুৱা, গৌতম ৰাজখোৱা আৰু এগৰাকী জীয়ৰী প্ৰিয়ম গোস্বামীক

উপযুক্তভাৱে গঢ়ি তোলাৰ পিছত নিজ নিজ কৰ্মক্ষেত্ৰত সুপ্ৰতিষ্ঠিত হৈ আছে। এইগৰাকী অনন্যা নাৰীৰ সফল জীৱনযাত্ৰাই আমাৰ নাৰীসমাজক নিশ্চয় কৰ্তব্যৰ পথ নিৰ্দেশনা দিব পাৰিব।

**সঙ্গীত চৰ্চা ঃ** উচ্চপদস্থ পুলিচ বিষয়া হিচাপে চাকৰিসূত্ৰে বিভিন্ন ঠাইত পিতৃয়ে কাৰ্য্যনিৰ্বাহ কৰোঁতে নিজৰ নুমলীয়া জীয়েকক নৃত্য-গীত শিকাবলৈ উপযুক্ত শিক্ষক এগৰাকী প্ৰতিখন ঠাইতে বিচাৰি উলিয়াইছিল। ধুবুৰীত লেডী কেৰ (Ledy Kerr) বালিকা বিদ্যালয়ত পঢ়ি থাকোঁতে মিনতি ৰাজখোৱাই সু-সঙ্গীতজ্ঞ ৺হীৰালাল বেনাৰ্জীৰ শিষ্যত্ব লাভ কৰে। ১৯৪১ চনত সদৌ অসম সঙ্গীত সম্মিলনত যোগ দি সকলো শাখাতে প্ৰথম পুৰস্কাৰ পাই সৰ্বশ্ৰেষ্ঠ প্ৰতিযোগীৰ সন্মান পায়। ১৯৪৮ চনত গুৱাহাটী অনাতাঁৰ কেন্দ্ৰ স্থাপন হয় আৰু মিনতি ৰাজখোৱাই প্ৰথম শ্ৰেণীৰ ('A' grade artist) শিল্পীৰূপে নিৰ্বাচিত হৈ সঙ্গীত পৰিৱেশন কৰিবলৈ লয়। পদ্মশ্ৰী নলিনীবালা দেৱী, মহেশচন্দ্ৰদেৱ গোস্বামী, পদ্ম বৰকটকী আদি গীতিকাৰসকলৰ গীতবোৰত হীৰালাল বেনাৰ্জী, সুৰেন চক্ৰৱৰ্তী আদি সুৰকাৰৰ উপৰিও নিজেও সুৰ দি তেওঁ ৰেডিঅ'ত গাইছিল। জ্যোতিপ্ৰসাদৰ পৰা কেইটিমান বিশেষ গীত শিকিবৰ পৰত গীতসমূহৰ কেইটিমান বৈশিষ্ট্যৰ কথা তেখেতে মিনতি ৰাজখোৱাক বুজাই দিছিল। শিলচৰৰ বিদ্যালয়ত পঢ়া অৱস্থাত তেওঁ নৃত্যবিদ সেনাৰিক সিঙৰ পৰা মণিপুৰী নৃত্যশিক্ষা লয়। এইগৰাকী নৃত্যগুৰুৱে শান্তি-নিকেতনত বহুদিন নৃত্যৰ শিক্ষকতা কৰিছিল আৰু সাধনাবোসকে আদি কৰি কেবাগৰাকী প্ৰসিদ্ধ বোলছবি তাৰকাৰ নৃত্যশিক্ষক আছিল। ১৯৩৬ চনত মিনতি ৰাজখোৱাই প্ৰাচীন নৃত্য শিকিবৰ সময়ত অসমীয়া সম্ভ্ৰান্তলোকৰ ঘৰৰ ছোৱালীৰ বাবে এনে কাম অভাৱনীয় কথা আছিল। কম বয়সতে দুই একে শিকিলেও অলপ ডাঙৰ হ'লৈই এৰি দিছিল। শ্বিলঙত স্বামী সুৰেশচন্দ্ৰ ৰাজখোৱাই চাকৰি কৰি থকা কালত মিনতি ৰাজখোৱাই শ্বিলং ৰেডিঅ'ৰ পৰাও গীত পৰিবেশন কৰিছিল। পিছে এগৰাকী আত্মীয় অনাতাঁৰ কেন্দ্ৰৰ বিষয়াৰূপে নিযুক্ত হোৱাৰ লগে লগে বিধিগত কাৰণতে তেওঁ অনাতাঁৰযোগে গীত পৰিবেশন এৰি দিব লগা হয়। ৰেডিঅ'ৰ "আইদেউৰ বুলনি" অনুষ্ঠানটি অনেক বছৰ ধৰি সঞ্চালনিকৈ তেওঁ পৰিচালনা কৰিছিল। ১৯৯৪ চনত অসম চৰকাৰৰ শিল্পী পেঞ্চন যাচি তেওঁক সন্মানিত কৰা হয়। সঙ্গীতপ্ৰাণা এইগৰাকী মহিলাই এতিয়াও আপোনমনে গীত গাই প্ৰাণ জুৰায়— নিজৰ বাসগৃহত নিৰলে বহি।

**শিক্ষাজীৱন ঃ** অসমৰ বিভিন্ন ঠাইৰ বিদ্যালয়ত বঙালী মাধ্যমত শিক্ষা লাভ কৰি মিনতি ৰাজখোৱাই ১৯৪২ চনত ধুবুৰীৰ পৰা কলকাতা বিশ্ববিদ্যালয়ৰ দ্বাৰা পৰিচালিত (তেতিয়া গুৱাহাটী বিশ্ববিদ্যালয় স্থাপিত হোৱা নাই)। মেট্ৰিক পৰীক্ষা দিয়ে আৰু বুৰঞ্জীবিষয়ত লেটাৰসহ প্ৰথম বিভাগত উত্তীৰ্ণ হৈ কটন কলেজত নাম

লগায়। সেই সময়ত কটন কলেজত মুঠতে ত্ৰিশগৰাকীমানহে ছোৱালীয়ে পঢ়িছিল। কমলা দাস, বন গোঁহাই আদি সহপাঠী ছাত্ৰীসকলৰ সৈতে তেতিয়াৰ যুদ্ধকালীন পৰিবেশৰ মাজতে পঢ়াশুনা কৰি ১৯৪৪ চনত কলিকতা বিশ্ববিদ্যালয়ৰ আই. এ. পৰীক্ষাত প্ৰথম বিভাগ লৈ উত্তীৰ্ণ হয়। কলেজীয়া ছাত্ৰী হৈ থাকোঁতেই মিনতি ৰাজখোৱাই ককাইদেৰেক নাট্যপ্ৰভাকৰ সত্যপ্ৰসাদ বৰুৱাৰ উদ্‌গনিত কটন কলেজৰ আৰু সুন্দৰসেৱী সংঘৰ দ্বাৰা পৰিবেশিত নাটকত সহ-অভিনয় কৰিছিল, সেই সময়ৰ ৰক্ষণশীল সমাজে সহ-অভিনয়হে নালাগে শিক্ষানুষ্ঠানত ল'ৰা-ছোৱালীৰ সহশিক্ষাৰ কথাকো ভাল চকুৰে নাচাইছিল। আই. এ. পাছ কৰাৰ পিছতে পিতৃয়ে শিৱসাগৰৰ সুখ্যাত ৰসেন্দ্ৰ বংশৰ সুদৰ্শন আৰু মেধাবী সন্তান সুৰেশ চন্দ্ৰ ৰাজখোৱাৰ সৈতে তেওঁৰ বিবাহ সম্পন্ন কৰে। ন-বোৱাৰী হৈ সকলোৰে মন যোগাই শহুৰ-শাহুৰ মৰম-আশীৰ্বাদ শিৰত লৈ মিনতি ৰাজখোৱাই ঘৰতে নিজৰ পঢ়াশুনা চলাই গ'ল। শিক্ষাবিয়ত এম. এ. পঢ়াৰ আশাৰে তেওঁ শিক্ষাবিষয়ত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা ১৯৪৬ চনত স্নাতক উপাধি ল'লে যদিও অধিক পঢ়াৰ আশা মনতে মাৰ গ'ল। ১৯৪২ চনতে তেওঁ বঙ্গীয় সাহিত্য মণ্ডলৰ দ্বাৰা পৰিচালিত পৰীক্ষা দি আন এক বিৰল সন্মান "সাহিত্য সৰস্বতী" উপাধি গ্ৰহণ কৰে। স্বাধীনতাৰ পূৰ্বেই এনে উচ্চ শিক্ষাৰে শিক্ষিতা মিনতি ৰাজখোৱাই যিকোনো শিক্ষানুষ্ঠানত বৃত্তিগতভাৱে জড়িত হ'ব পাৰিলেহেঁতেন। কিন্তু সু-গৃহিণী হৈ নিজৰ ঘৰখনৰ দায়িত্ব চম্ভালি লোৱাটো আছিল তেওঁৰ মানত প্ৰথম কৰ্তব্য। তাৰ উপৰিও তেওঁ অসমৰ শিক্ষাজগত আৰু সামাজিক সমস্যাৱলীৰ প্ৰতি সতৰ্ক দৃষ্টি ৰাখি বিভিন্নভাৱে নিজৰ সেৱা আগবঢ়াই থাকিল।

**সাহিত্য চৰ্চা ঃ** মিনতি ৰাজখোৱাৰ সাহিত্য সাধনা বিশেষত ঃ উদ্দেশ্যধৰ্মী যদিও মনোৰঞ্জক হোৱাৰ মূলতে হ'ল তেওঁৰ সৰল-সবল ভাষা আৰু প্ৰকাশভঙ্গী। সংখ্যাগতভাৱে নহ'লেও গুণগতভাৱে উচ্চ তেওঁৰ সৃষ্টিকৰ্ম। এতিয়ালৈকে প্ৰকাশিত "অকণিৰ এগুৰাৰছন" এখনি বহুপঠিত শিশু সাহিত্য। মূলপুথিৰ পৰা সুন্দৰকৈ ভাবানুবাদ কৰা এই পুথি শিশুৰ বাবে মনোগ্ৰাহীকৈ লিখা হৈছে। ১৯৬৩ চনত প্ৰকাশ হয় তেওঁৰ অনুবাদ গ্ৰন্থ "জেইন আয়াৰ"। ১৮৮৭ চনত চাৰ্লটি ব্ৰণ্টে কিউৰাৰ বে'ল ছদ্মনাম লৈ লিখা মূল উপন্যাসৰ অসমীয়া অনুবাদ গ্ৰন্থখনিত লেখিকাৰ ভাষা অতি সাৱলীল আৰু মনোগ্ৰাহী। তেওঁৰ তৃতীয় পুথি "নাৰীসংগঠন"ৰ কলেৱৰ সৰু কিন্তু সদ্যসাক্ষৰ ন-শিকাৰুসকল, বিশেষকৈ নাৰীসমাজৰ কাৰণে অতিকে উপযোগী হোৱাৰ কাৰণ হ'ল পুথিখনিত যুক্তাক্ষৰহীন শব্দ আৰু সুন্দৰ কাহিনীভাগৰ উপস্থাপন। নগৰৰ পৰা গাঁৱলৈ, মগন চৌকা, শিপিনী সংঘ, শিপিনী যশোদা, আলোচনা-সভা ইত্যাদি শীৰ্ষক নানান লেখনিৰ মাধ্যমত লেখিকাই নাৰীসকলক সমাজৰ বিভিন্ন হেঙাৰ ভাঙি

মৰ্য্যদাসহকাৰে আগবাঢ়ি যাবলৈ প্ৰেৰণা যোগাইছে। সাম্প্ৰতিক কালৰ বিভিন্ন কেন্দ্ৰীয় শিক্ষা আঁচনিসমূহৰ ৰূপায়ণ কাৰ্য্যৰ এইখন পুথি এতিয়াও অতিকে প্ৰাসঙ্গিক হৈ আছে। ১৯৮০ চনত অসম চৰকাৰে ইয়াৰ তৃতীয়টি সংস্কৰণ প্ৰকাশ কৰিছিল। এইখন পুথি উপযুক্ত ব্যৱহাৰৰ বাবে লেখিকা সমাৰোহে পদক্ষেপ লোৱাৰ থল আছে। অনেক বছৰৰ আগতে লিখি থোৱা কেবাখনো পুথিৰ পাণ্ডুলিপি মিনতি ৰাজখোৱাৰ হাতনিপেৰাত সোমাই আছে। বিশেষকৈ বিভিন্ন বয়সৰ শিশুসকলৰ কাৰণে ভাগে ভাগে লিখা কিতাপৰ পাণ্ডুলিপিকেইখনে শিশুৰ প্ৰতি থকা তেখেতৰ স্বাভাৱিক মনোযোগৰ আৰু দায়বদ্ধতাৰ নিদৰ্শন দিয়ে। বিভিন্ন বয়সৰ শিশুৰ বাবে বিভিন্ন বিষয় আৰু বিভিন্ন ভাষাৰ প্ৰয়োগ। আঠ-দহ বছৰ বয়সৰ শিশুৰ বাবে বিভিন্ন দেশৰ এটোটি শিশুৰ সাহসিকতাৰ কথা। বাৰ-চৈধ্য বছৰৰ কিশোৰৰ বাবে একোখন দেশৰ একো একোজন ডাঙৰ ব্যক্তিৰ একোটা বিশেষ ঘটনা আদি পুথিৰ পাণ্ডুলিপিসমূহে অচিৰেই প্ৰকাশৰ মুখ দেখাটো বাঞ্ছনীয়। শিশু আলোচনী "মুকুতা"ত মিনতি ৰাজখোৱাৰ ধাৰাবাহিক ৰচনা "দেশ-বিদেশৰ সাধু" প্ৰকাশিত হৈছিল। শিশুকল্যাণ পৰিষদৰ আলোচনীত মনোবিজ্ঞানমূলক নানান লেখনি প্ৰকাশ হৈ থকাৰ উপৰিও 'প্ৰান্তিক', 'দৈনিক অসম', 'অসম বাণী', 'সচেতনা', 'জনকল্যাণ' আদি সংবাদপত্ৰত মিনতি ৰাজখোৱাই লিখা নাৰী প্ৰগতি, মাদ্ৰক দ্ৰব্য নিবাৰণ আদি বিষয়ৰ নানান মনোবিজ্ঞানসম্মত লেখনি সিঁচৰতি হৈ আছে। পঢ়ুৱৈশ্ৰেণীৰ প্ৰতি সজাগ দৃষ্টি ৰাখি উপযুক্ত প্ৰকাশভঙ্গী প্ৰয়োগ কৰাত তেওঁ অতিকে সিদ্ধহস্ত। সকলো সময়তে, যিকোনো পৰিস্থিতিতে বাস্তৱ অভিজ্ঞতাৰ পৰা শিকনি লোৱা, ন-কৈ জনাৰ আগ্ৰহ আৰু দায়বদ্ধতাই মিনতি ৰাজখোৱাৰ লেখনিক এক বৈশিষ্ট্য প্ৰদান কৰিছে।

**সমাজ সাংগঠনিক কাম ঃ** সমগ্ৰ জীৱনজুৰি মিনতি ৰাজখোৱা গাৰ্লছ গাইডিং বিষয়ত জড়িত। ১৯৩৪ চনত নগাঁও মিশ্যন স্কুলত পঢ়াকালত মিছ হেই (Mis Hey) আনন্দি কানৱাৰ এই সকলৰ তত্ত্বাৱধানত তেখেতে Blue Bird (আজিকালি "বুলবুল") হিচাবে প্ৰশিক্ষণ লৈছিল। শিলচৰ মিশ্যন স্কুলত "গাৰ্লছ গাইড"ত ভৰ্তি হৈ বৃটিছ মহিলা মিছ জৌনছ (Miss Jones) ৰ পৰা প্ৰশিক্ষণ লয়। ধুবুৰীৰ স্কুলত 'গাইড্ নাছিল' কিন্তু স্থানীয় জুইশলা ফেক্টৰীত থকা বৃটিছ মহিলা মিছেছ একছেলছনৰ পৰা স্বেচ্ছাই প্ৰশিক্ষণ লোৱাৰ সুবিধাটো গ্ৰহণ কৰিছিল। এনে ধাউতিৰ প্ৰতি দৃষ্টি ৰাখি ১৯৫৬ চনত অসমৰ শিক্ষাধিকাৰ ৺ হিৰণ্য চন্দ্ৰ ভূঞাঁই তেওঁক গাইডৰ ৰাজ্যিক কমিশ্যনাৰ হিচাবে নিযুক্তি দিছিল। তিনিদশক ধৰি তেওঁ এই পদত থাকি গাৰ্লছ গাইডৰ বিকাশাৰ্থে আ:াণ চেষ্টাৰে কাম কৰিছিল। সেই সময়ত অসমৰ দুৰ্গা গুৰুং নামৰ গাইড গৰাকীয়ে পৰ্বতাৰোহণত সৰ্বভাৰতীয় পৰ্য্যায়ত শ্ৰেষ্ঠ সন্মান পায়। অসমীয়া ছাত্ৰী আৰু

শিক্ষয়িত্ৰীসকলক দেশে-বিদেশে গাইডৰ প্ৰশিক্ষণ ল'বলৈ পঠিওৱা হয়। ১৯৬২ চনত লণ্ডনত অনুষ্ঠিত হোৱা স্কাউট এণ্ড গাইডৰ কমনৱেলথ্ সম্মিলনত ভাৰতক প্ৰতিনিধিত্ব কৰিবলৈ যাওঁতে মিনতি ৰাজখোৱাই বৃটিছ ৰাজকুমাৰী মাৰ্গাৰেট আৰু লেডী বেডেন পাৱেলৰ সৈতে গাইডিং সম্পৰ্কে আলোচনা কৰাৰ সুযোগ পাইছিল। ৰাজ্যিক গাইডৰ উপ-সভানেত্ৰী হিচাপেও তেওঁ তিনিদশক ধৰি কাৰ্য্যনিৰ্বাহ কৰাৰ উপৰিও "স্কাউট এণ্ড গাইড"ৰ কেন্দ্ৰীয় পৰিষদৰো সদস্যা হৈ আছিল।

মিনতি ৰাজখোৱা ভাৰতীয় শিশুকল্যাণ পৰিষদৰ অসম শাখাৰ প্ৰতিষ্ঠাপকসকলৰ এগৰাকী। এসময়ত এই অনুষ্ঠানৰ উপ-সভানেত্ৰী মিনতি ৰাজখোৱা ইয়াৰ আজীৱন সদস্যাৰূপে এতিয়াও সক্ৰিয়ভাৱে জড়িত হৈ আছে। জালুকবাৰীত থকা অনাথ শিশুসদন, আনন্দনগৰ মহিলা সমিতি আদিৰ লগত সম্প্ৰতি জড়িত মিনতি ৰাজখোৱাই যেতিয়াই য'তে থাকে তাৰ স্থানীয় কল্যাণমূলক কাম-কাজ তথা শিশু আৰু নাৰীৰ প্ৰগতিমূলক কামত সদায় আগভাগ লৈ আহিছে। তেওঁৰ জীৱন-দৰ্শন হৈছে মানৱ কল্যাণমূলক কাম-কাজত নিস্বাৰ্থভাৱে নিজকে উছৰ্গা কৰা। সামাজিক প্ৰতিষ্ঠা বা যশ লাভৰ স্বাৰ্থত নহয়। ব্যক্তিগত জীৱনত তেওঁ অতিকৈ পৰিপাটী। মিনতি ৰাজখোৱাৰ সফল ব্যক্তিগত তথা পাৰিবাৰিক জীৱনৰ আদৰ্শই অনেক লোকক অনুপ্ৰাণিত কৰিব। আমি আশা কৰোঁ, এই বিষয়তো তেওঁ কলম তুলি ল'ব। আমি তেওঁৰ সুস্বাস্থ্য আৰু সুদীৰ্ঘ আয়ুসৰ বাবে কামনা কৰিছোঁ। ❑

# দিব্যপ্ৰভা দেৱী

**ৰেণুকা শৰ্মা**



সমাজত এনে কিছু ব্যক্তি আছে যি জন্মতে সোণ-ৰূপৰ চামুচ মুখত লৈ জন্ম নহ'লেও নিজ প্ৰতিভাৰ বলতে সমাজত একোখন বিশিষ্ট আসন লাভ কৰিবলৈ সক্ষম হয়। হয়তো জন্মক্ষণেই ভৱিষ্যতৰ ইঙ্গিত দিয়ে। এনে এটা ক্ষণতে জন্ম হৈছিল শ্ৰীমতী দিব্যপ্ৰভা দেৱীৰ। সেই দিনটো আছিল ভাদ মাহৰ পবিত্ৰ কৃষ্ণা অষ্টমী তিথিৰ নৈবেদ্য আগবঢ়োৱাৰ সময়। ১৯২৫ চনৰ সেই পবিত্ৰ দিনটোৰ পবিত্ৰ ক্ষণতে দিব্যপ্ৰভা দেৱীৰ জন্ম হয় তেতিয়াৰ বৰপেটা মহকুমাৰ ক্ষুদ্ৰ ভালুকী গাঁৱত। ভূটান পৰ্বতৰ পৰা অতি বেগেৰে বৈ অহা কালদিয়া নদীৰ পাৰৰ ভালুকী গাঁও— য'ত জনম বিদ্ৰোহিনী পদ্মশ্ৰী চন্দ্ৰপ্ৰভা শইকীয়ানীয়ে নিজ ভগ্নী তথা অসমৰ প্ৰথম মহিলা ডাক্তৰ ৰজনীপ্ৰভাৰ সৈতে সেই সময়ৰ সমাজত হাজাৰ বাধা নেওচি প্ৰাথমিক শিক্ষা লাভ কৰিছিল। সেই একেখন স্কুলতে দিব্যপ্ৰভায়ো স্কুলীয়া শিক্ষা আৰম্ভ কৰিছিল। তেওঁৰ পিতৃ বিশিষ্ট চকু চিকিৎসক কবিৰাজ ৺প্ৰাণেশ্বৰ শৰ্মা আৰু মাতৃ সাহিত্যসেৱী সুগৃহিণী, বিদুষী মহিলা ৺অমৃতপ্ৰিয়া। তদুপৰি তেওঁৰ পথ-প্ৰদৰ্শক আদৰ্শ গুৰু আছিল কলা-বিজ্ঞানভিত্তিক সাহিত্যৰ 'জোনবাইৰ দেশলৈ অভিযান', 'উৰন্ত দেশৰ দুৰন্ত সাধু', 'বিজ্ঞানৰ বিচিত্ৰ বাতৰি' আদি বিভিন্ন পুথি ৰচয়িতা সমাজসেৱক, স্বদেশপ্ৰেমী সৰু দাদাক ৺দীপেন্দ্ৰ নাৰায়ণ শৰ্মা। এই তিনিও ব্যক্তিৰ উপৰিও শিশু দিব্যপ্ৰভাৰ ওপৰত প্ৰভাৱ পেলাইছিল গাঁওখনৰ নৈসৰ্গিক পৰিৱেশে। বাৰিষা ৰূপৱতী ভৰযৌৱনা গাভৰু ৰূপৰ কালদিয়াৰ বুকুৰেদি অহা নাওবোৰৰ দৃশ্য, শিহু-ঘঁৰিয়াল আদিৰ নৃত্যই তেওঁৰ শিশু মনত দোলা দি গৈছিল। সেই একেখন নদীয়েই খৰালি কালত যেতিয়া এজনী সৰু বালিকা ৰূপত ধৰা দিয়ে তেওঁ আচৰিত হৈ সেই দৃশ্য চাই ৰয়। "নদী পাৰৰ পৰা বহুদূৰলৈকে বিয়পি পৰা হালধীয়া সৰিয়হ ফুলৰ সৌৰভে মন আমোদিত কৰাৰ লগতে মৌ-মাখিবোৰে গুণগুণাই প্ৰাণত কৰ্মপ্ৰেৰণা যোগাই তুলিছিল।" (স্মৃতিৰ সফুৰা)

মাতৃ অমৃতপ্ৰিয়াৰ কৰ্মপ্ৰেৰণা আৰু নিয়মানুবৰ্তিতাৰ কাৰণেই সম্ভৱ হৈছিল ঘৰুৱা সাধাৰণ কাম-বনৰ মাজতো লিখা-পঢ়া, সূতা কটা আদি কাম কৰাটো। তদুপৰি কামৰ মাজে মাজে ভীম-চৰিত্ৰ, প্ৰহ্লাদ চৰিত্ৰ, ধ্ৰুৱ চৰিত্ৰৰ গীত-পদবোৰ সৰুৰে পৰাই মুখে মুখে শিকাইছিল মাতৃয়ে। লগে লগে ঘৰৰ আটাইকেইজনী ছোৱালীকে পিতৃ, মাতৃ, ভাতৃ সকলোৱে সাহসী হ'বলৈকো শিকাইছিল যাতে জীৱনত হঠাতে আহি পৰা যিকোনো পৰিস্থিতিৰ সম্মুখীন হ'ব পাৰে। যোৱাটো শতিকাৰ দ্বিতীয় দশকৰ এখন সমাজ য'ত স্ত্ৰী শিক্ষাৰ নাম-গোন্ধেই নাছিল। তেনে সময়তে তেওঁৰ মাতৃৰ বিষয়ে কন্যাই স্মৃতিচাৰণ কৰিছে তেওঁৰ 'স্মৃতিৰ সঁফুৰা' নামৰ পুথিত এনেদৰে— "যি সময়ত স্ত্ৰী শিক্ষাৰ প্ৰচলন নাছিল সেই সময়তে এইগৰাকী নাৰীয়ে সাধাৰণ শিক্ষা লাভ কৰিয়েই প্ৰতিভাময়ী নাৰীস্বৰূপে স্থান লাভ কৰিছিল। ... অমৃতপ্ৰিয়াৰ 'সাদিনীয়া অসমীয়া' কাকতত "গৰু বিহু আৰু অসমীয়া সংস্কৃতি" নামৰ গৱেষণামূলক প্ৰবন্ধ এটিও প্ৰকাশ পায়।

"কবি ধৰ্মেশ্বৰী দেৱী বৰুৱানীৰ লগত মোৰ মাতৃদেৱীৰ সহৃদয়তা থকা বাবেই কাব্যভাৰতী ধৰ্মেশ্বৰী দেৱী বৰুৱানীয়ে মাতৃৰ উদ্দেশ্যে লিখা কবিতা এফাঁকি শ্ৰীমতী স্বৰ্ণ গোস্বামীয়ে লিখা 'অমৃতপ্ৰিয়া দেৱী' নামৰ জীৱনীত উদ্ধৃত কৰিছে। (সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ দ্বাৰা প্ৰকাশিত আৰু শীলা বৰঠাকুৰ সম্পাদিত লেখিকাৰ জীৱনী) (১ম খণ্ড) কাব্য-ভাৰতী ধৰ্মেশ্বৰী দেৱী বৰুৱানীৰ উপৰিও পদ্মশ্ৰী নলিনীবালা দেৱী, অসম কেশৰী অম্বিকাগিৰী ৰায়চৌধুৰী আদি বৰেণ্য ব্যক্তিসকলৰ সান্নিধ্যয়ো সৰুতেই দিব্যপ্ৰভাক অনুপ্ৰাণিত কৰিছিল। সৰু দাদাকৰ প্ৰভাৱত মহাত্মা গান্ধীৰ অহিংস আন্দোলনৰ সময়তো হাতত সৰু সৰু পতাকা লৈ সমদলত যোগ দিছিল আৰু দাদাকক জেললৈ নিয়া প্ৰত্যক্ষ কৰিছিল। এইদৰেই স্বদেশপ্ৰেমৰ ভাব তেওঁৰ অন্তৰত জাগৃত হয়। দাদাক জেলৰ পৰা ওলাই অহাৰ পাছতে ভালুকী গাঁৱত অনুষ্ঠিত হোৱা কংগ্ৰেছ মহাসভাত যোগ দিবলৈ অহা সমাজ সংস্কাৰক বি.কে. ভাণ্ডাৰী সহ আন ভালেকেইজন বিশিষ্ট ব্যক্তিৰ সান্নিধ্য লাভ কৰিছিল। সেই সভাৰ সভাপতি আছিল গন্ধিয়াৰ বিশিষ্ট সাহিত্যিক, শিক্ষক, শিল্পী, কংগ্ৰেছ কৰ্মী ৺মাধৱচন্দ্ৰ শৰ্মাদেৱ। সভাৰ আৰম্ভণীতে স্কুলীয়া ছাত্ৰী দিব্যপ্ৰভাই লগৰীয়াৰ লগত সমবেত গীতত অংশ গ্ৰহণ কৰিছিল যি গীতৰ ৰচক আছিল সভাপতি ৺মাধৱ চন্দ্ৰ শৰ্মাদেৱ।

"জাগা জাগা অসম মহিলা  
এলাহ নিদ্ৰা পৰি হৰি

জাগ্ৰত আজি নিখিল বিশ্ব
তুমি কিয় ৰবা পৰি।।"

এই গীতৰ কথায়ো দিব্যপ্ৰভাক অনুপ্ৰেৰণা দিছিল। সেই সভাতে সূতা কটা প্ৰতিযোগিতাত প্ৰথম হৈ এখন সৰস্বতীৰ ফটো আৰু কবিতাৰ স্মৃতিশক্তি প্ৰতিযোগিতাত প্ৰথম হৈ এখন আৰ্চী পুৰস্কাৰ পাইছিল তেওঁ। এই কবিতাফাঁকিয়েও বালিকা দিব্যপ্ৰভাৰ ওপৰত প্ৰভাৱ পেলাবলৈ সক্ষম হৈছিল।

"যথা শক্তি লবি সোণ দেশীয় পোচাক
দেশ কাল পাত্ৰ চাই নহ'বি অবাক।"

সেইদিনা সভাৰ শেষত নিজ ঘৰলৈ যাব নোৱাৰি সভাপতি মাধৱ বাবু আৰু আন দুজনমান ব্যক্তি বন্ধু দ্বীপেন্দ্ৰ নাৰায়ণ শৰ্মাৰ ঘৰতে আলহী হ'ল। সভাত উপস্থিত থকা গুণী-জ্ঞানী ব্যক্তিসকলক ঘৰতে অতিথি স্বৰূপে পাই দিব্যপ্ৰভাই পৰম আনন্দ লাভ কৰিলে আৰু তেওঁলোকৰ প্ৰতি ভক্তিভাৱ জাগ্ৰত হ'ল। দাদাকে ঘৰতে প্ৰতিষ্ঠা কৰা 'প্ৰাণামৃত লাইব্ৰেৰী' চাই মাধৱ শৰ্মা আনন্দিত হ'ল আৰু তাৰ কিতাপবোৰ দিব্যপ্ৰভাকো পঢ়িবলৈ আৰু ভালকৈ সূতা কাটিবলৈ উপদেশ দিলে। এনেকৈয়ে মাধৱ বাবু মানুহজনে কোনেও গম নোপোৱাকৈ বালিকা দিব্যপ্ৰভাৰ অন্তৰত দিব্যজ্যোতি বিলাই গ'ল।

ইয়াৰ কিছুদিন পাছতে বৃত্তি পৰীক্ষা পাচ কৰা দিব্যপ্ৰভাক সখীয়েক ৰমাৰে সৈতে মাক আৰু দাদাকে ছাত্ৰ বৃত্তি স্কুলত নাম লগাই দিলে। তেওঁলোকেই ছাত্ৰ বৃত্তি স্কুলৰ প্ৰথম ছাত্ৰী আছিল যদিও সমাজৰ প্ৰতিকূল পৰিৱেশৰ কাৰণেই দুয়ো স্কুল এৰিবলৈ বাধ্য হ'ল। স্কুল এৰাৰ আগতেই এদিন হঠাত সৰু দাদাকৰ গুৰুস্বৰূপ গুণী, জ্ঞানী, শিল্পী, নাট্যকাৰ, সাহিত্যিক, মুক্তিযুঁজাৰু মাধৱ বাবুৰ লগত ডাঙৰ দাদাকৰ আপত্তি সত্বেও দিব্যপ্ৰভাৰ বিয়া ঠিক কৰা হয় আৰু স্কুল এৰাৰ কিছু দিন পাছতেই বিবাহপাশত আবদ্ধ হয় তেওঁ। শহুৰ-শাহু, দেবৰ-জা, ননদ-জেশাহুৰে ভৰপূৰ যৌথ পৰিয়াল এটাৰ বোৱাৰী হৈ আহি স্বামীৰ অনুপ্ৰেৰণাতে ঘৰখনত আদৰৰ আসন এখন ল'বলৈ দিব্যপ্ৰভা সক্ষম হয়। শাহু জয়মতী দেবীয়ে মাতৃৰ দৰেই ঘৰখনৰ সকলো কথা-বতৰা, কাম-কাজ শিকাই-বুজাই সহজ কৰি দিছিল। স্বামী বিশিষ্ট মুক্তিযুঁজাৰু মাধৱ শৰ্মাই লিখা আৰু অসমকেশৰী ৰায়চৌধুৰী দেৱে প্ৰকাশ কৰা স্বদেশ প্ৰেমমূলক কিতাপ 'মুকুল' বিক্ৰী কৰাৰ অপৰাধত স্বামীক গ্ৰেপ্তাৰ কৰে। কিন্তু এজন শিক্ষক হোৱা কাৰণে তেওঁক সোনকালে মুক্তিও দিয়ে। এনেবোৰ সময়ত তেওঁ স্বামীৰ লগত অনবৰতে ছাঁৰ দৰে লাগি আছিল আৰু এজনী স্কুলীয়া ছাত্ৰীৰ দৰেই সকলো কামতে সহযোগিতা আগবঢ়াই প্ৰকৃত সহধৰ্মিনী ৰূপে নিজৰ পৰিচয় দিবলৈ সক্ষম হৈছিল কিশোৰী দিব্যপ্ৰভাই। ৰবীন্দ্ৰনাথৰ কিতাপ-পত্ৰও তেওঁ পঢ়িছিল আৰু এনেকৈয়ে তেওঁ বঙলা আৰু হিন্দী ভাষা শিকিছিল। ৰাতি টোপনিৰ পৰা

উঠি হ'লেও হঠাতে মনত পৰা একোটা শব্দৰ অৰ্থ অভিধান চাই লিখি থ'ব লগা হৈছিল স্বামীৰ কাৰণেই।

গুণী-জ্ঞানী স্বামীৰ সান্নিধ্যত লাহে লাহে প্ৰস্ফুটিত হ'বলৈ ধৰা ফুলপাহ যেন আধাতে মৰহি যোৱাৰ উপক্ৰম হ'ল। দুখৰ ৰাতি নুপুৱাই, সুখৰ সপোন আহে যায়। দিব্যপ্ৰভায়ো সৰু সৰু তিনিজনী ছোৱালীৰ মাতৃ হোৱাৰ পাছত স্বামীৰ পদানুসৰণ কৰিবলৈ লওঁতেই হঠাতে স্বামীক উচ্চ ৰক্তচাপ ৰোগ আৰু লিভাৰজনিত নানা উপসৰ্গই আক্ৰমণ কৰিলে। সেই সময়ত নলবাৰীত হাততে ঢুকি পোৱা সুচিকিৎসাই কাম নিদিয়াত সম্বলহীনা পত্নীয়ে গুৱাহাটীত ভাৰাঘৰত থাকিও উন্নত চিকিৎসাৰ ব্যৱস্থা কৰিলে যদিও স্বামীৰ প্ৰাণৰক্ষা কৰিব নোৱাৰিলে। ১৯৫৫ চনত বিনা মেঘে বজ্ৰপাত হোৱাদি স্বামীহাৰা দিব্যপ্ৰভা এমা-ডিমা ছোৱালী তিনিজনীকে বুকুত সাৱটি ঘৰলৈ উভতি আহে। তেওঁৰ চকুৰে ধোঁৱা-কোঁৱা দেখিলেও ধৈৰ্য্যহাৰা কিন্তু নহ'ল। কিয়নো তেওঁৰ সমুখত এতিয়া সাগৰ সন্ধাশ কৰ্তব্য। তেওঁৰ নিজৰ ভাষাতে— "দুখৰ মাজতো স্বামীৰ সজ কৰ্মসমূহৰ চানেকি হৃদয়ঙ্গম কৰি সান্ত্বনা লভাৰ বাহিৰেও মোৰ প্ৰকৃত কৰ্তব্য হ'ল স্বামীৰ আধৰুৱা কাম সম্পূৰ্ণ কৰা। স্বামীৰ বাক্য পালন কৰি যৌৱন কালত নিজকে আৰু এমা-ডিমা ছোৱালী তিনিজনীক আদৰ্শ নাৰী হিচাপে গঢ়ি তোলা।" প্ৰিয় স্বামীৰ কৰ্তব্য পালন কৰাটোৱেই আছিল তেতিয়া তেওঁৰ একমাত্ৰ ধ্যান-ধাৰণা। সেয়েহে এটি সৰু কবিতা লিখি স্বামীৰ পাদুকাযোৰত অৰ্পণ কৰিলে—

> "প্ৰাণ পতি সাকাৰ দেৱতা গুৰু মোৰ
> ভয়াবহ ঝঞ্ঝাবাত শত ঘাত প্ৰতিঘাত
> অসীম ৰেখাত গ'ল দিগন্ত বিয়পি
> সত্য ধৰ্ম অহিংসাৰ মাজেৰে সুজিম ধাৰ
> ভাবি কৰ্ম সমাধিছোঁ তোমাকেই জপি।"

কঠোৰ বাস্তৱৰ মুখামুখি হৈ কৰ্তব্য পালনৰ তাগিদাতে ষষ্ঠমানলৈ পঢ়া দিব্যপ্ৰভাই সৰু দাদাকৰ সহায়ত পুনৰ ছাত্ৰী হিচাপে এম.ভি. আৰু শিক্ষক বাচনি পৰীক্ষাত সুখ্যাতিৰে উত্তীৰ্ণ হৈ প্ৰাথমিক স্কুলৰ শিক্ষয়িত্ৰী নিযুক্ত হয় আৰু ছোৱালী তিনিজনীক উপযুক্ত শিক্ষা-দীক্ষাৰে গঢ়ি তোলা কামত ব্ৰতী হয়। সময়ত ডাঙৰ দুয়োজনী ছোৱালীয়ে মাতৃৰ আদৰ্শ অনুসৰণ কৰি প্ৰাথমিক স্কুলৰ শিক্ষয়িত্ৰী হয় যদিও মাতৃ-পুত্ৰী তিনিও লগ লাগি সৰু ছোৱালী মীৰাক সু-প্ৰতিষ্ঠিত কৰাৰ ব্ৰত লয়। বৰ্তমান তিনিওজনী নিজৰ নিজৰ সংসাৰত সু-প্ৰতিষ্ঠিত। ডাঙৰ জীয়ৰী নীহাৰিকা পিতৃ আৰু মাতৃৰ আদৰ্শৰে অনুপ্ৰাণিত হৈ লিখিকা ৰূপে আত্মপ্ৰকাশ কৰিছে। ডাঙৰ নাতি ৺ত্ৰিলোচনো অতি কম বয়সতে কবি-সাহিত্যিক ৰূপে পৰিচিত হৈছিল।

উনৈশ শ সাতচল্লিশ চনৰ পোন্ধৰ আগষ্টৰ স্বাধীনতা দিৱসৰ শুভ মুহূৰ্তৰ শুভ চেতনাৰে স্বামীৰ চেষ্টাতে গঢ় লৈ উঠা 'গন্ধিয়া মহিলা সমিতি'ৰ দায়িত্ব লৈ মহিলাসকলক সচেতন কৰা, স্ত্ৰী শিক্ষাৰ প্ৰচাৰ কৰা আদি কামত দিব্যপ্ৰভাই আগভাগ লয়। ১৯৪৮ চনৰ পৰা অসম প্ৰাদেশিক মহিলা সমিতিৰ অন্তৰ্ভুক্ত হৈ সূতা আনি গন্ধিয়াৰ সুদক্ষা শিপিনীসকলৰ দ্বাৰা বিভিন্ন কাপোৰ বোৱাইছিল। ১৯৫৫ চনত ৰাজ্যিক মহিলা অভিৱৰ্তনৰ প্ৰদৰ্শনীত তেওঁ দ্বিতীয় পুৰস্কাৰ লাভ কৰিবলৈ সক্ষম হৈছিল। তেতিয়াৰ পৰা এতিয়ালৈকে শৰীৰ আৰু মনেৰে যিখিনি কৰিব পাৰে তেওঁ অৱহেলা কৰা নাই কোনোদিনে। লেখা-পঢ়াৰ লগতে সমাজ সংগঠনৰ কামতো ভাগ লৈ আছে। 'গন্ধিয়া মহিলা সমিতি আৰু মই' নামৰ গ্ৰন্থ এখন বৰ্তমান প্ৰকাশৰ পথত।

গন্ধিয়া গাঁৱৰ হাতে লিখা আলোচনী 'বালক বন্ধু'ত স্বামীৰ অনুপ্ৰেৰণাতে চেগা-চোৰোকাকৈ দুই এটা কবিতা, প্ৰবন্ধ লিখি প্ৰকাশ কৰিছিল যদিও একাণপতীয়াকৈ সাহিত্য চৰ্চাত ব্ৰতী হোৱা নাছিল। স্বামীৰ পৰলোকৰ পাছত মনৰ দুখ পাতলাবলৈ তেওঁ এইবাৰ জীৱন সংগ্ৰামৰ মাজতে কাব্য চৰ্চাত ব্ৰতী হয়। অৰুণ আৰু বৰুণ নামৰ দুটি ধনী আৰু দুখীয়া ঘৰৰ ল'ৰাৰ চৰিত্ৰৰ মাজেৰে দেশপ্ৰেম আৰু শিশু চৰিত্ৰ গঠনৰ দৃষ্টান্ত দাঙি ধৰা শিশু উপন্যাস 'অৰুণ-বৰুণ' তেওঁৰ প্ৰথম প্ৰকাশিত পুথি। তাৰ পাছতে শিশুৰ উদ্দেশ্যে ৰচনা কৰা গল্প পুথি 'অকণিৰ বন্তি' দ্বিতীয় প্ৰকাশিত পুথি। শিক্ষকতাৰ পৰা অৱসৰ পোৱাৰ পাছত বিভিন্ন গ্ৰন্থ অধ্যয়ন কৰাৰ উপৰিও সমাজখনত দেখা দিয়া প্ৰদূষিত পৰিৱেশে তেওঁৰ লিখনিৰ পৰা 'নাৰীৰত্ন' নামৰ আন এখন আজিৰ যুগৰ মহিলাসকলৰ কাৰণে মূল্যবান গ্ৰন্থ প্ৰকাশ পায়। লাজ, সৰলতা, নম্ৰতা, কোমলতা, দেশসেৱা, অতিথি সেৱা, গাম্ভীৰ্যতা, স্বামী ভক্তি, সতীত্ব ৰক্ষা আদি গুণবোৰ যিকোনো নাৰীৰ অলঙ্কাৰস্বৰূপ— যাৰ অবিহনে সমাজৰ শৃংখলা-নীতি-আদৰ্শ আৰু সু-স্বাস্থ্য ৰক্ষা কৰা কঠিন। মাতৃসকলৰ এই গুণবোৰৰ অভাবেই আমাৰ সমাজখনত দেখা দিয়া নানা ধৰণৰ বিশৃংখলতাৰ কাৰণ। 'নাৰী ৰত্ন'ৰ প্ৰবন্ধসমূহত লিখিকাই সহজ-সৰল ভাষাত আজিৰ মাতৃসকলৰ নিজ কৰ্তব্য আৰু কৰ্মৰাজিৰ বিষয়ে উনুকিয়াইছে।

তেওঁৰ ছপা পুথিৰ সংখ্যা নগণ্য হ'লেও বহুকেইখন পুথি অপ্ৰকাশিত হৈয়ে আছে। 'স্মৃতিৰ সফুঁৰা' তেওঁৰ আত্মজীৱনী হ'লেও ইয়াৰ বক্তব্য উপন্যাসৰ দৰেই মনোগ্ৰাহী। এইখন পুথি ২০০০ চনতহে প্ৰকাশ হৈছে। নানা ঘাত-প্ৰতিঘাতৰ মাজেৰে বাট বুলিব লগাত লিখিকাই যিকোনো বিপদ বা হতাশাই আগভেটিব নোৱাৰাকৈ ভগৱানৰ ওপৰতে আত্ম সমৰ্পণ কৰি সন্তুষ্টি লাভ কৰে। তেওঁ শিৱতত্ত্ব, বিল্ব মঙ্গল, মীৰবাঈ আদি পুথি মূল বঙলাৰ পৰা অনুবাদ

কৰিছে। তেওঁৰ নিজৰ ভাষাতে ঃ “কলমৰ পৰা নিগৰি ওলোৱা কবিতাবোৰ মোৰ হিয়াৰ উচুপনি।”

“মোৰ হিয়াৰ দেৱতা শুনা দুটি কথা
কাতৰ কৰিছো মই,
মই চিৰ অভাগিনী জনম দুখুনী
পাপ তাপ কৰা লয়।
মোৰ যতেক কামনা সপিছো তোমাতে
যি কৰা কৰা গোসাঁই,
এই জীৱন সামৰি পাওঁ যেন তোমাৰ
ৰঙা চৰণতে ঠাই।”

—প্ৰাৰ্থনা (কাথাগুা) ১৯৫৮

“জীৱন বন্ধু প্ৰাণৰ দেৱতা
এবাৰ সঁহাৰি দিয়া
বিচলিত মোৰ হৃদয় মন্দিৰ
তুমি কেনেদৰে হৈ আছা থিৰ
দুৰ্গম পথত পৰি আছো সবে
এবাৰ সঁহাৰি দিয়া
শাত কৰা মোৰ হিয়া।”

চাৰিওফালৰ প্ৰদূষিত পৰিৱেশেও কবিৰ হৃদয় কৰিছে অশান্ত আৰু অস্থিৰ। সেয়েহে মনৰ ক্ষোভ প্ৰকাশ কৰিছে কবিতাৰ মাজেৰে—

“সমাজৰ এই গৰা খহনীয়া
দেখি চকু মেলি কিয়নো নোচোৱা
পাপ প্ৰলোভনে ঢাকিছে জগত
দেখি শুনি কিয় নামাতা নোবোলা।
নোৱাৰা যদিহে অকলে টানিব
মোকো লোৱা সঙ্গী কৰি,
অভয় প্ৰদান কৰা জগদীশ
খাটিছো চৰণে ধৰি।”

—নীলকণ্ঠ (কাথাগুা)

স্বৰ্গ আৰু মৰ্ত্যৰ তুলনাও তেওঁৰ কবিতাত অতি সুন্দৰভাৱে প্ৰকাশ পাইছে—

“এই ধৰাখনি মোৰ অতিকে আপোন;
ৰচি আছো যদিওবা সৰগ সপোন।

ভাবো এই মৰ্ত্যখনি সৰগৰে স্থান;
পাই আছো যি ঠাইত মানৱতা জ্ঞান।

................................................

ই বিশ্বৰ সৎসঙ্গ অতিকে আপোন;
সৰগতো দেৱগণ কলহ মগন।

................................................

ভেদাভেদ কিনো ভাবে স্বৰগ মৰত;
বিৰাজে ই সুখ-দুখ স্বৰ্গও মৰ্ত্যত।"

—স্বৰ্গ আৰু মৰ্ত্য

সকলো ক্ষেত্ৰতে সকলো কামতে ভগৱানৰ ওচৰত আত্মনিৱেদন কৰি ভালপোৱা কবিয়ে বৃদ্ধ বয়সত আন এটা দুখ পাবলগীয়া আছিল। ডাঙৰ নাতিল'ৰা উদীয়মান সাহিত্যিক কুৰি বছৰীয়া ত্ৰিলোচনে হঠাতে দুৰ্ঘটনাত পতিত হৈ ইহ সংসাৰ ত্যাগ কৰিব লগা হোৱাত আইতাকৰ অন্তৰ যেন চূৰ্ণ-বিচূৰ্ণ হৈ গ'ল। অন্তৰৰ দুখ কবিতাৰ মাধ্যমত প্ৰকাশ কৰিছে এইদৰে—

"এৰি গলা প্ৰিয় যদিওবা তুমি
গাম তোমাৰেই গান
চিনাকি যদিও দুদিন কালৰ
কৰালা অমৃত পান
গাম তোমাৰেই গান
প্ৰাণময়ী ছন্দেৰে ৰচা গীত মোৰ
নীৰৱে নীৰৱে গাওঁ
তোমাৰ সুৰতে সুৰ মিলাও।"

দুখে জুৰুলা কৰা মাতৃ হৃদয়ত যেন শান্তি পানী ছটিয়ালে ডাঙৰ ছোৱালী নীহাৰিকাই লাভ কৰা শিক্ষক দিৱসৰ ৰাষ্ট্ৰীয় বঁটাই। এইবাৰ মাতৃ হৃদয়ৰ পৰা নিগৰি ওলাল চকুপানী নহয়— আনন্দৰ ফল্গুধাৰা। কন্যাক তেওঁ আশীৰ্বাদ দিছে—

"গুৰু সেৱা গুৰু পূজা সাধনাৰ ফল
হিয়া জোলোঙাত মোৰ আছিলে লুকাই
বাস্তৱত পৰিণত হ'ল
কৃতী শিক্ষকৰ পুত্ৰী পালে ৰাষ্ট্ৰবঁটা
আনন্দত প্ৰাণ মোৰ কৰে টল মল।

................................................

শিক্ষক দিৱস আজি দুহেজাৰ চন

জ্যেষ্ঠ কন্যা নীহাৰিকা হৃদয়ৰ ধন

.................................................

সুখে থাক চিৰকাল পৱিত্ৰ ধৰাত।

বিভুক সুমৰি থাক হিয়া কৰি শাত।।"

এইদৰেই বিভিন্ন আলোচনী, স্মৃতিগ্ৰন্থ আদিত নানা বিষয়ক প্ৰবন্ধ-কবিতা আদি প্ৰকাশ হৈছে দিব্যপ্ৰভা দেবীৰ। ১৯৯৩ চনত নলবাৰীত অনুষ্ঠিত প্ৰাদেশিক মহিলা সমিতিৰ স্মৃতিগ্ৰন্থত 'নাৰীৰ মৰ্যাদা' নামৰ এটি অতি মূল্যবান প্ৰবন্ধ প্ৰকাশ হয়। বৰ্তমান তেওঁ গন্ধিয়া শাখা সাহিত্য সভাৰ সভানেত্ৰী আৰু জিলা সাহিত্য সভাৰ স্বীকৃতিপ্ৰাপ্ত সদস্যা।

জীৱনৰ বিয়লি বেলা সন্ত্ৰাস, ধৰ্ষণ, হত্যা আদিয়ে জোকাৰি পেলোৱা সমাজৰ ৰূপটোৱেও তেওঁক বিমৰিষ কৰি তুলিছে। মহাপুৰুষসকলৰ বাণী সাৰোগত কৰি অসহায় অৱস্থাৰ পৰা পৰিত্ৰাণ পাব পাৰি বুলিয়েই তেওঁ বিশ্বাস কৰে। নিজৰ ভাষাতে—

"নিখিল বিশ্ব হওঁক মধুময়

হওঁক মধুবায়ু প্ৰবহমান;

সৰিৎ সাগৰ হওঁক মধুময়

উঠক সঘনে মধুৰে বান।"

দিব্যপ্ৰভাৰ দিব্যজ্যোতিৰ আধাৰত তেওঁৰ কাপৰ পৰা ওলোৱা লিখনিয়ে আমাৰ সকলোকে উদ্ভাসিত কৰক। তেওঁৰ জীৱন সুখময়-মধুময় আৰু দীৰ্ঘায়ু হওক। ❑

# পাৰুল শৰ্মা

**অনুভা বৰুৱা**



উদ্যোগ চহৰ তিনিচুকীয়া—কোনো নৱাগতই আহি যদি চহৰখনৰ চাৰিওফালে এপাক মাৰি চায়হি, তেতিয়া তিনিচুকীয়াৰ দৰে চহৰ এখনত যে অসমীয়া সাহিত্য-সংস্কৃতিৰ কিবা উঁহ আছে তাক প্ৰথম দৃষ্টিত ধৰিব নোৱাৰিব। তিনিচুকীয়া এনেকুৱা এখন চহৰ য'ত অসমীয়া সাহিত্য-সংস্কৃতিৰ গতি-ধাৰাৰ চিন-মোকাম চহৰখনৰ বাহিৰে-ভিতৰে, চুকে-কোণে সুগন্ধি পুষ্প-পাতৰ আঁৰত লুকাই থকাৰ দৰেই লুকাই আছে; বিচাৰিব জানিলেহে হেজাৰ অপসংস্কৃতিৰ মাজতো ইয়াৰ আপুৰুগীয়া সংস্কৃতিয়ে লাহে লাহে আহি ধৰা দিবহি নৱাগতৰ দুচকুত। তেনেদৰেই সাহিত্য-সংস্কৃতিৰ সাধকসকলো লোকচক্ষুৰ আঁৰত সৌৰভ বিলাই থকা একোপাহ সুগন্ধি পুষ্পৰ দৰে হৈ থাকে অদৃশ্যমান। বিচাৰিব জানিলেহে ইয়াত সেই পুষ্প সদৃশ ব্যক্তিসকলৰ দৰ্শন লাভ কৰি উপভোগ কৰিব পাৰি তেওঁলোকৰ উমাল সান্নিধ্য।

তিনিচুকীয়াৰ পাৰুল শৰ্মা অসমৰ সাহিত্য-কাননলৈ, সমাজ-জীৱনলৈ সৌৰভ বিলাই দিয়া এগৰাকী বিশিষ্টা কবি, সাহিত্যিক তথা অক্লান্ত সমাজকৰ্মী। আজিও সকলো দিশতে সক্ষম তিনিকুৰি পোন্ধৰ বছৰৰো ঊৰ্দ্ধ এইগৰাকী নাৰীৰ সান্নিধ্যলৈ নাহিলে তেওঁৰ সুন্দৰ ব্যৱহাৰ, প্ৰজ্ঞা আৰু সবল অন্তৰখনৰ কথা ধৰিব নোৱাৰি। তেওঁ এতিয়াও সু-স্বাদু ৰন্ধনেৰে পাগঘৰৰ লগত মিতিৰালি পাতি থকা এগৰাকী সু-গৃহিণী, স্নেহশীলা মাতৃ, নাতি-নাতিনীহঁতৰ মৰম-আদৰুৱা আইতা আৰু তিনিচুকীয়া চহৰত অনুষ্ঠিত প্ৰায় ভাগ সভা-সমিতিৰ সমুখত বহি সভা শুৱনি কৰা এগৰাকী সমাজ সচেতন মহিলা।

**জন্ম, ল'ৰালি আৰু ছাত্ৰী জীৱন ঃ** ১৯২৮ চনৰ ১০ ডিচেম্বৰত পাৰুল শৰ্মাৰ জন্ম হয় শিৱসাগৰ জিলাৰ দিখৌৰে গৰকি যোৱা নগৰ নাজিৰাত। পিতৃ আছিল এসময়ৰ কৃতি শিক্ষক স্বৰ্গীয় গোপাল বৰদলৈ আৰু মাতৃ স্বৰ্গীয়া পদ্মাৱতী বৰদলৈ। ঘৰখনত এটা সাংস্কৃতিক পৰিৱেশ থকাত পাৰুল শৰ্মাই সৰুৰে পৰাই নৃত্য-গীত আদিৰ দিশত ব্যুৎপত্তি, বাহিজৰ পৰা প্ৰশংসা-সমাদৰ আৰু বহুতো পুৰস্কাৰ লাভ

কৰিবলৈ সক্ষম হৈছিল। ১৯৩৬ চনত শিৱসাগৰত অনুষ্ঠিত হোৱা 'অসম মণ্ডল কাননগু সম্মিলন'ত নৃত্য আৰু গীত পৰিৱেশন কৰি জীৱনৰ প্ৰথমটো ৰূপৰ পদক লাভ কৰিছিল কণমানি ছোৱালী পাৰুলে। তেওঁৰ দেউতাক কেৱল এজন শিক্ষকেই নাছিল তেওঁ আছিল এজন সমাজ সচেতন ব্যক্তি। তেওঁ ছাত্ৰ-ছাত্ৰীসকলক কেৱল পুথিগত শিক্ষা দিয়াতে ক্ষান্ত নাথাকি নৃত্য, গীত, নাটক আদিৰো শিক্ষা দিছিল। পাৰুল শৰ্মাৰ প্ৰথম আৰু প্ৰধান গুৰু আছিল দেউতাক। গড়মুৰ সত্ৰৰ বৰমেধিৰ ওচৰত তেওঁ বৰগীত শিক্ষা গ্ৰহণ কৰিছিল। তদুপৰি, ডাঙৰ ককায়েক এসময়ৰ কৃতি ফুটবল খেলুৱৈ ৺ তৰুণ শৰ্মা আৰু ৺ শৰৎ শৰ্মাৰ পৰা আধুনিক গীতৰ শিক্ষা লৈছিল। সেই সময়ত যাতায়তৰ সুচল অৱস্থা নথকাত পাৰুল শৰ্মাই বিভিন্ন সভা-সমিতিলৈ আমন্ত্ৰণক্ৰমে গীত-নৃত্য পৰিবেশনৰ বাবে যাওঁতে ককায়েক আৰু দেউতাকৰ লগত কেতিয়াবা চাইকেলত, কেতিয়াবা গৰুগাড়ীত আৰু কেতিয়াবা ট্ৰলিত উঠিও যাবলগীয়াত পৰিছিল। এনেদৰে ১৯৩২ চনৰ পৰা ১৯৪৬ চনলৈকে বিভিন্ন সভা-সমিতিত নৃত্য, গীত, বৰগীত, আধুনিক গীত, লোকগীত, আইনাম, ধাইনাম, গজল, ভজন আদি পৰিবেশন কৰি বাৰটা ৰূপৰ পদক, এশতকৈও অধিক কিতাপ, শৰাই, বঁটা আদি পুৰস্কাৰ হিচাপে পাইছিল।

১৯৩৫ চনত ঘটা ঘটনা এটাক লৈ পাৰুল শৰ্মাই আজিও আক্ষেপ কৰি থকা দেখা যায়। যিটো ঘটনা তেওঁৰ জীৱনত ঘটা হ'লে হয়তো তেওঁৰ জীৱনৰ গতিধাৰাই সলনি হৈ গ'লহেঁতেন। সেই চনত শিমলুগুৰি ৰেলৱে ষ্টেচনৰ জিৰণি কোঠাত কলিকতাৰ 'সেনোলা কোম্পানী'ৰ (গ্ৰামোফোন ৰেকৰ্ড) এজন বিষয়াই তেওঁৰ কণ্ঠ পৰীক্ষা কৰি এটা ৰাগৰ গীত আৰু এটা বৰগীত বাণীবদ্ধ কৰিবলৈ যাবলৈ দেউতাকক প্ৰতিশ্ৰুতিমৰ্মে আগধন দিছিল। কিন্তু সেই সময়ৰ নাজিৰাৰ কেইজনমান মুখিয়াল ব্যক্তিয়ে 'বামুণৰ ছোৱালীক গীত গাবলৈ কলিকতালৈ নি জাত মাৰিব' —বুলি কোৱাত ৺ গোপাল বৰদলৈদেৱে সমাজৰ পৰা এঘৰীয়া হোৱাৰ শংকাতে তেওঁক কলিকতালৈ নপঠিয়ালে। নহ'লে গীত বাণীবদ্ধ কৰা তেওঁৱে প্ৰথম অসমীয়া ছোৱালী হ'লহেঁতেন।

ল'ৰালিতে পাৰুল শৰ্মাৰ সাংস্কৃতিক পৰিবেশ এটাৰ লগত এনেদৰেই চিনাকি হৈছিল, যিটোৱে তেওঁক পৰৱৰ্তী জীৱনত সাহসী আৰু সমাজৰ প্ৰতি দায়বদ্ধ হ'বলৈ অনুপ্ৰাণিত কৰিছিল। ১৯৪০ চনত নাজিৰাত প্ৰথম ছাত্ৰীসকলক একত্ৰিত কৰি 'শিশু হিত সাধনী সভা' নামেৰে সংগঠন এটা গঠন কৰি পাৰুল শৰ্মাকে ইয়াৰ সম্পাদিকা পাতিছিল, তেতিয়া তেওঁ পঞ্চম শ্ৰেণীৰ ছাত্ৰী আছিল মাথোন। সেই সময়ত নাজিৰাত ছোৱালীৰ এম, ভি, স্কুলহে আছিল। পাৰুল শৰ্মাই এজনী অকণমানী ছোৱালী হৈও এখন ৰাজহুৱা সভাত তেওঁলোককো ইংৰাজী ভাষা শিকিবলৈ এখন স্কুল লাগে বুলি প্ৰস্তাৱ দিছিল। তাৰে পৰিপ্ৰেক্ষিততে ল'ৰাৰ

হাইস্কুলৰ প্ৰধান শিক্ষক প্ৰয়াত আজিজুৰ ৰহমান আৰু প্ৰয়াত ফণীধৰ দত্ত ডাঙৰীয়াই ইংৰাজী তৃতীয় আৰু চতুৰ্থ শ্ৰেণীৰ পাঠদান দিছিল। পাৰুল শৰ্মা তেতিয়া অসমীয়া মাধ্যমৰ বিদ্যালয়ত পঢ়ি থকাৰ কাৰণে ইংৰাজী পাঠৰ শ্ৰেণীত নাম লগাব পৰা নাছিল। ১৯৪২ চনত এম. ভি. পৰীক্ষাত উত্তীৰ্ণ হৈ ১৯৪৩ চনত ইংৰাজী তৃতীয়, চতুৰ্থ, পঞ্চম আৰু ষষ্ঠ শ্ৰেণীৰ পাঠ পঢ়ি ইংৰাজী বিষয়ৰ পৰীক্ষা দি এম. ই. পাছ কৰে। কৃতী শিক্ষাবিদ তেতিয়াৰ নাজিৰা হাইস্কুলৰ শিক্ষক প্ৰয়াত নৱনাথ শৰ্মাই তেওঁক এই শিক্ষা দিছিল। তাৰ পাছত আৰু পাৰুল শৰ্মাৰ উচ্চ শিক্ষা লোৱা হৈ নুঠিল। কিয়নো সেই সময়ৰ সংৰক্ষণশীল সমাজখন বাধাৰ প্ৰাচীৰ হৈ উঠিল। মাত্ৰ দহ বছৰ বয়সতে আঙঠি পিন্ধাই থোৱা পাৰুল শৰ্মাক শহুৰেকৰ ঘৰখনে আন ঠাইত গৈ উচ্চ শিক্ষা ল'বলৈ যাবলৈ নিদিলে। সেয়েহে তেওঁ বিয়াৰ আগলৈকে ঘৰতে থাকি পঢ়া-শুনা, চিলাই—তাঁত শালত লগাৰ উপৰিও 'শিশু হিত সাধিনী' সভাৰ জৰিয়তে লগৰ সমনীয়াক নৃত্য-গীত আদি শিকোৱাত মনোনিবেশ কৰে। এনেকৈয়ে এটা অদমনীয় মন লৈ পাৰুল শৰ্মাই জীৱনৰ কঠিনতম যাত্ৰাত খোজ আগবঢ়াইছিল।

**বিবাহ, সাংস্কৃতিক আৰু সামাজিক জীৱন ঃ** ১৯৪৬ চনৰ জানুৱাৰী মাহত তিনিচুকীয়া নিবাসী সেই সময়ৰ চেনাইৰাম উচ্চ ইংৰাজী বিদ্যালয়ৰ শিক্ষক উমেশ চন্দ্ৰ শৰ্মাৰ লগত তেওঁ বিবাহ-পাশত আবদ্ধ হয়। পাৰুল শৰ্মাৰ এটা উদাৰ আৰু বহল মন থকাৰ বাবেই তেওঁ নিজৰ পুৰস্কৃত এশখন কিতাপসহ নিজে গীত, নৃত্য, নাটক আদি প্ৰদৰ্শন কৰি বঁটা হিচাবে পোৱা অৰ্থৰে আৰু কিছু কিতাপ কিনি নাজিৰা ছোৱালী হাইস্কুলত 'শান্তি ভৱন' নামেৰে পুথি ভঁৰাল এটা প্ৰতিষ্ঠা কৰি থৈ আহিছিল। তেওঁ স্বামীৰ লগত ১৯৪৬ চনৰ পৰা ১৯৫৩ চনলৈকে তিনিচুকীয়াত থাকি তিনিচুকীয়াৰ সমাজ সংস্কৃতিলৈ ভালেমান অৰিহণা যোগাই যায়। সেই সময়ত চেনাইৰাম উচ্চ ইংৰাজী বিদ্যালয়ত সহ শিক্ষা আছিল। ১৯৪৭ চনত তেওঁ এইখন বিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰীসকলক গীত, নৃত্য আৰু নাটক শিকাই বিভিন্ন সভা-সমিতিবোৰত পৰিবেশন কৰোৱাইছিল। তাৰোপৰি শহুৰ আৰু শাহুৰ মৃত্যুৰ পাছত ১৯৫৩ চনৰ পাছত গৃহস্থৰ লগত অসমৰ বিভিন্ন ঠাই—গোলাঘাট, মঙলদৈ কহিমা, শিৱসাগৰ, ডিব্ৰুগড় আদি ঠাইত চাকৰি সংক্ৰান্তত ঘূৰি ফুৰিবলগীয়া হৈছিল। গোলাঘাটত থাকোতে 'গোলাঘাট সংগীত বিদ্যালয়'ত শিক্ষয়িত্ৰী পদত নিযুক্ত হৈ ছাত্ৰ-ছাত্ৰীসকলক বৰগীত শিকাইছিল আৰু নিজেও শাস্ত্ৰীয় সংগীতৰ শিক্ষা ল'বলৈ সুবিধা পাইছিল।

১৯৭৬ চনত গৃহস্থ ৺উমেশ চন্দ্ৰ শৰ্মাই অৱসৰ গ্ৰহণ কৰাৰ পাছত তিনিচুকীয়াত নিগাজীকৈ থাকিবলৈ লৈ বিভিন্ন সামাজিক কামত নিজকে জড়িত কৰে। ১৯৮০ চনৰ পৰা ১৯৯০ চনলৈকে তিনিচুকীয়াৰ 'বিষ্ণুজ্যোতি সংগীত

মহাবিদ্যালয়'ৰ অবৈতনিক অধ্যক্ষা হিচাবে কাৰ্যনিৰ্বাহ কৰে। ১৯৮০ চনত পাৰুল শৰ্মাই ডিব্ৰুগড় অনাতাঁৰ কেন্দ্ৰত কণ্ঠ পৰীক্ষাত উত্তীৰ্ণ হৈ দিহা নামৰ নিয়মীয়া শিল্পীৰূপে ১৯৯৯ চনলৈকে নাম পৰিবেশনত ব্ৰতী থাকে। তদুপৰি তেওঁৰ বৰগীত বাণীবদ্ধ কৰিও আকাশবাণীয়ে প্ৰচাৰ কৰিছিল। ডিব্ৰুগড় দূৰদৰ্শন কেন্দ্ৰতো তেওঁ দিহা নাম পৰিবেশন কৰিছিল। নাম, গীত, কবিতা গাই ভাল পোৱা এই বৰ্ষীয়ান গাভৰু মহিলাগৰাকী এতিয়া বিভিন্ন নামঘৰ, তিনিচুকীয়া শাখা সাহিত্য সভা, সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ তিনিচুকীয়া শাখা আদি বিভিন্ন সাংস্কৃতিক আৰু সামাজিক কাম-কাজৰ লগত ওতঃপ্ৰোতভাৱে জড়িত। যোৱা আঠ বছৰ ধৰি তিনিচুকীয়া আইন মহাবিদ্যালয়ৰ পৰিচালনা সমিতিৰ সভানেত্ৰীৰ পদ অলংকৃতা কৰি আছে। অসমীয়া সংস্কৃতি, ৰীতি-নীতি, ৰন্ধা-বঢ়া, চিলাই, অতিথি-আপ্যায়ন আদি কৰি ভালপোৱা পাৰুল শৰ্মাৰ তিনিজন শিক্ষিত পুত্ৰ-বোৱাৰী, তিনিগৰাকী সু-শিক্ষিতা জী-জোঁৱাই আৰু এঘাৰটা নাতি-নাতিনীৰে ভৰা সুখৰ সংসাৰ। যোৱা ১৯৯২ চনত এসময়ৰ কৃতি শিক্ষক উমেশ চন্দ্ৰ শৰ্মা স্বৰ্গগামী হোৱাত তেওঁ জীৱনত চৰম আঘাত পায় আৰু যন্ত্ৰণা পাহৰিবলৈকে সাহিত্য সাধনাৰ প্ৰতি বেছি মনোযোগ দিয়ে। তেওঁৰ সৃষ্টিশীল মন এটা থকাৰ বাবেই অসমীয়া সাহিত্য-কাননলৈ শেহতীয়াকৈ কেইবাখনো উপন্যাস, কবিতা আৰু গীতৰ সংকলনৰ অৱদান আগবঢ়ায়।

**ৰাজনৈতিক জীৱন ঃ** পাৰুল শৰ্মাৰ নাজিৰাৰ পিতৃৰ ঘৰখন আছিল সংস্কৃতিবান। তেওঁৰ পিতৃ সমাজৰ এজন গণ্যমান্য ব্যক্তি হোৱা হেতুকে তেওঁলোকৰ ঘৰখনলৈ অসমৰ বহুতো গণ্যমান্য আৰু বৰেণ্য ব্যক্তিৰ আগমন ঘটিছিল। তাৰে পৰিপ্ৰেক্ষিতত সৰুতেই পাৰুল শৰ্মাই এইসকল ব্যক্তিৰ সান্নিধ্যলৈ আহিছিল। তেওঁৰ অকণমানি মনটিত এইসকল ব্যক্তিৰ ব্যক্তিত্ব আৰু দেশপ্ৰেমে বাৰুকৈয়ে সাঁচ বহুৱাইছিল। সেই সময়ত আমাৰ দেশ বৃটিছৰ পৰাধীন আছিল। পৰাধীন দেশৰ দেশপ্ৰেমিক ব্যক্তিসকলৰ নিকট সান্নিধ্যই তেওঁক সাহসী আৰু সমাজৰ প্ৰতি দায়বদ্ধ হ'বলৈ প্ৰভূত অৰিহণা যোগাইছিল। বিভিন্ন সভা-সমিতিত লগ পোৱা এই ব্যক্তিসকল আছিল—প্ৰয়াত পদ্মধৰ চলিহা, ককা নীলমণি ফুকন, হেম বৰুৱা, লোকপ্ৰিয় গোপীনাথ বৰদলৈ, দেশভক্ত তৰুণৰাম ফুকন, বিষ্ণুৰাম মেধি, আদি পুৰোধা ব্যক্তিসকলৰ দেশপ্ৰেমৰ ভাষণ শুনি তেওঁৰ অকণমানি মনত দেশক ভালপোৱাৰ বীজ অংকুৰিত হৈছিল আৰু গোটেই জীৱনজুৰি তাৰ প্ৰতিক্ৰিয়া ঘটিছিল। তেওঁ বাৰ বছৰ বয়সতে স্বাধীনতা আন্দোলনত যোগ দিছিল। বিয়াৰ পিছত তেওঁ ছটি সন্তানৰ আলপৈচান ধৰি লিখাই-পঢ়াই উপযুক্ত কৰি গঢ়ি তুলিবলৈ গৈ ৰাজহুৱা আৰু ৰাজনীতিৰ পথাৰখনৰ পৰা কিছু অব্যাহতি লৈছিল।

সন্তানসকলক সু-শিক্ষিত কৰি, বিয়া-বাৰুৰ দিশটোও সামৰি পাৰুল শৰ্মা পুনৰ ৰাজনীতিৰ পথাৰখনলৈ অদম্য সাহস আৰু কৰ্তব্যনিষ্ঠাৰে ওলাই আহে।

১৯৭৯ চনৰ পৰা আৰম্ভ হোৱা অসমৰ অস্তিত্ব ৰক্ষাৰ আন্দোলনত তেওঁ সক্ৰিয় অংশগ্ৰহণ কৰে। আৰম্ভৰ পৰা শেষলৈকে সকলো কাৰ্যসূচীত উপস্থিত থাকি পুলিচৰ নিৰ্যাতন ভোগ কৰিবলগীয়া হৈছিল, যাৰ বাবে তেওঁৰ বাওঁকাণখন বেয়া হয়। ১৯৮০ চনত ২২ ডিচেম্বৰৰ পৰা ২৯ ডিচেম্বৰলৈকে ৮ টা দিন তেওঁ আন্দোলন কৰাৰ হেতুকে জেল খাটিবলগীয়া হৈছিল। ১৯৯০ চনতো তিনিচুকীয়াৰ উপায়ুক্তৰ কাৰ্যালয়ত সন্ত্ৰাসবাদৰ বিৰুদ্ধে ধৰ্ণা দিবলৈ গৈ এৰাতি ডিব্ৰুগড় জেলত থাকিবলগীয়া হৈছিল। ১৯৭৯ চনৰ পৰা অসমৰ অস্তিত্ব ৰক্ষাৰ আন্দোলনত সক্ৰিয় অংশগ্ৰহণ। ১৯৮৫ চনত আন্দোলনৰ কঠিয়াতলিত জন্ম লাভ কৰা অসম গণ পৰিষদ দলৰ সক্ৰিয় কৰ্মী হৈ ১৯৮৬ চনত তিনিচুকীয়া জিলা মহিলা পৰিষদৰ নিৰ্বাচিত সভানেত্ৰী হিচাপে ৮ বছৰ কাৰ্যনিৰ্বাহ কৰিছিল। সেইসময়ত তিনিচুকীয়াৰ উপৰিও কাষৰীয়া গাঁও অঞ্চল, বাগিচা আদিৰ মহিলাসকলৰ নানা ধৰণৰ সমস্যা, বিবাদ, আদি নিষ্পত্তি কৰিবলগীয়াত পৰিছিল। অসম গণ পৰিষদ তিনিচুকীয়া জিলা সমিতিৰ উপ-সভানেত্ৰীপদত কাৰ্যনিৰ্বাহ কৰিবলগীয়া হোৱাত মহিলা পৰিষদৰ সভানেত্ৰীৰ পদ ত্যাগ কৰে। বৰ্তমান পাৰুল শৰ্মাই অসম মহিলা পৰিষদৰ কেন্দ্ৰীয় সমিতিৰ উপদেষ্টা হিচাপে কাৰ্যনিৰ্বাহ কৰি আছে। ১৯৮৫ চনৰ পৰা ১৯৯০ চনলৈকে তিনিচুকীয়া পৌৰসভাৰ ৱাৰ্ড মেম্বাৰ আছিল।

**সাহিত্য কৃতি ঃ** সমাজখনৰ প্ৰতি বহল দৃষ্টিভঙ্গী থকা পাৰুল শৰ্মা কেৱল এগৰাকী যে সাংস্কৃতিক বা ৰাজনৈতিক কৰ্মীয়েই আছিল এনে নহয়, তেওঁ এগৰাকী গীতিকাৰ, সুৰকাৰ, কবি, সাহিত্যিক আৰু উপন্যাসিকাও। ১৯৮০ চনত তেওঁৰ প্ৰথম গীত আৰু কবিতাৰ পুথি 'স্মৃতিলিপি' প্ৰকাশ পায়। ১৯৮৫ চনত দিহা নামৰ পুথি 'নাম মন্দাকিনী', ১৯৯৮ চনত দ্বিতীয়খন কবিতা পুথি 'দাপোন', ১৯৯৯ আৰু ২০০৩ চনত 'নাম মন্দাকিনী'ৰ দ্বিতীয় আৰু তৃতীয় সংস্কৰণ পুনৰ মুদ্ৰণ, ১৯৯৯ চনত গীত আৰু কবিতাৰ পুথি 'শঙ্খ লগ্ন' প্ৰকাশ হয়।

পাৰুল শৰ্মাই শেষ বয়সত উপন্যাস লিখাত হাত দিয়ে। তেওঁৰ প্ৰথম উপন্যাস 'বনশিখা'ই ২০০৩ চনত 'সদৌ অসম লেখক-লেখিকাসকলৰ উপন্যাস প্ৰতিযোগিতা'ত নৱম স্থান অধিকাৰ কৰি 'দিপালী দাস সোঁৱৰণী ন্যাস'ৰ বঁটা লাভ কৰে। তেওঁৰ দ্বিতীয়খন উপন্যাস 'ত্ৰিভূজ' প্ৰকাশ হয় ২০০৩ চনত। তৃতীয়খন উপন্যাস 'প্ৰহেলিকা' এতিয়াও হাতে লিখা অৱস্থাতে প্ৰকাশ নোহোৱাকৈ আছে।

'স্মৃতিলিপি'ৰ বিষয়ে কৰিৰ ভাষাতে কওঁ ঃ 'গীত মই বৰ ভাল পাওঁ। চাৰি বছৰ বয়সৰ পৰাই সমাজত গীত গাবলৈ আৰম্ভ কৰিছিলোঁ। পঢ়ি থকা অৱস্থাতে মই দুই এটা গীত লিখিছিলোঁ। 'স্মৃতিলিপি'ৰ গীতকেইটি ১৯৪৭ চনতে লিখা।

কবিতাকেইটা বহু আগৰ ১৯৪৭ চনৰ পৰা ১৯৬২-৬৩ চনৰ চীনা যুদ্ধৰ সময়লৈ।' ইয়াৰ পৰা অনুমান কৰিব পাৰি পাৰুল শৰ্মাৰ গাৰ্হস্থ্য জীৱনে যেন তেওঁক কিছু সময়ৰ বাবে চিৰ সুন্দৰ সাহিত্য জগতখনৰ পৰা থমকি ৰ'বলৈ বাধ্য কৰাইছিল। সেয়েহে হয়তো গীতৰ মাজেৰেই তেওঁ মনৰ সেই বাসনা প্ৰকাশ কৰিছে—

হে সুন্দৰ তোমাৰ সৌন্দৰ্যৰ
এটি কণা মাথো মোক দিয়া।
সেই কণিকাৰে সজাই তুলিম
জীৱনক কৰি মোহনীয়া
এটি কণা মাথো মোক দিয়া।
(১৬ নং গীতঃ স্মৃতিলিপি)

পাৰুল শৰ্মাৰ দেশৰ প্ৰতি ভালপোৱা সেই ল'ৰালিতে অংকুৰিত হৈছিল— লগপোৱা গণ্যমান্য ব্যক্তিসকলৰ ভাষণ শুনি, সংস্পৰ্শলৈ আহি। সেয়ে তেওঁ ১৯৬২ চনত চীনৰ যুদ্ধৰ সময়ত নিজৰ মনৰ ভাব কবিতাৰে প্ৰকাশ কৰিছে—

যিদিনা শুনিলো এটি অশুভ মুহূৰ্তত
সীমান্তত শতৰুৰ ৰণৰ কিৰিলি
গাৰ মঙহ যেন সুলকি পৰিল
হিয়া ফাটি হ'ল যেন চিৰিলা চিৰিল
অসমীৰ শিৰৰ সেওঁতা
হ'ল আজি সন্তানৰ তেজেৰে ৰাঙলী।
(আমি হ'লো আজাৰৰ ফুল ঃ স্মৃতিলিখা।)

তেওঁৰ আন এখন উল্লেখযোগ্য পুথি হ'ল দিহা নামৰ পুথি 'নাম মন্দাকিনী'। সৰুৰে পৰা দেউতাকৰ সান্নিধ্যত লোক সঙ্গীতৰ চৰ্চা কৰা পাৰুল শৰ্মাই বোৱাৰী জীৱনত ভাদমহীয়া নামঘৰত নাম ল'বলৈ যাওঁতে গোঁসাই নামৰ যথেষ্ট সংগ্ৰহ নথকাত প্ৰায়ে একেবোৰ নামকে লগাবলৈ বেয়া পাই আক্ষেপ কৰিছিল যে 'কীৰ্তন'খনত যদি দিহা নামো থাকিলেহেঁতেন! তেওঁৰ এই দুৰন্ত আকাংখ্যাই কীৰ্তনখনৰ সমস্ত অধ্যায় ঘোষা-পদেৰে সম্পূৰ্ণ নিজৰ ভাষাৰে সজাই পেলাবলৈ মনোবল যোগালে। তেওঁ এই লেখিকাক কথা প্ৰসঙ্গত গুৱাহাটীৰ দৌল গোবিন্দ'ৰ গোঁসাইজনাক এবাৰ সপোনত দেখাৰ কথা কৈছিল। সপোনতে তেওঁ কামাখ্যা দৰ্শন কৰিবলৈ গৈ কামাখ্যা দেৱীৰ সলনি গোবিন্দ গোঁসাইক দেখা পাই কৈছিল— 'কামাখ্যাও গোঁসাই শ্ৰীকৃষ্ণও গোঁসাই এজনক দেখা পালেই হ'ল, তাৰ পাছত যেতিয়া তেওঁ গুৱাহাটীলৈ যায় তেতিয়া দৌল-গোবিন্দৰ মন্দিৰৰ ভিতৰলৈ সোমাই

গৈ সপোনত দেখা একেজনা মূৰ্তিকে দেখিবলৈ পাই অজ্ঞান পুলকত কান্দি পেলাইছিল।

'নাম মন্দাকিনী'ৰ সম্পৰ্কত ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অধ্যাপক কেশৱানন্দ দেৱ গোস্বামীদেৱৰ ভাষাত—'শ্ৰীপাৰুল শৰ্মাৰ 'নাম মন্দাকিনী'খন চাই অনুমান কৰিব পাৰি—এই বিষয়টোত তেখেত কিমান মজি আছে। অন্যাথাই কীৰ্তন-ঘোষাৰ বিবিধ কাহিনীৰ ভিত্তিত এনে স্বতঃস্ফূৰ্ত পদ, গীত সহজে নোলায়।' তিনিচুকীয়াৰ অন্যতম এগৰাকী সাহিত্যিক মনোমোহন মহন্তই তেওঁৰ বিষয়ে 'নাম মন্দাকিনী'ৰ সম্পৰ্কে লিখিবলৈ গৈ মন্তব্য কৰিছে—'শ্ৰীমতী শৰ্মা এগৰাকী আশৈশৱ শিল্পী আৰু সাহিত্য-সংস্কৃতিৰ স্বনামধন্য সেৱিকা। তেখেতৰ সুললিত কণ্ঠ-নিঃসৃত নাম-গীতসমূহ আকাশবাণীৰ যোগে সকলোৱে প্ৰায়েই শুনিছে। সৰ্বজন সমাদৃতা আৰু সম্মানিতা শ্ৰীমতী শৰ্মা তেখেতৰ শান্ত-সৌম্য, জীৱন-বিয়লি তিনিচুকীয়া তথা আশ-পাশ অঞ্চলৰ সাংস্কৃতিক অনুষ্ঠানসমূহত প্ৰায়েই উপস্থিত থকা দেখা যায়।'

(৪ মে' ১৯৮৯, দৈনিক জনমভূমি)

পাৰুল শৰ্মাই গভীৰ অধ্যয়ন তথা মননৰ দ্বাৰা 'কীৰ্তন'ৰ প্ৰতিটো অধ্যায়কে নিজস্ব কাব্যিক সৌন্দৰ্যৰে সুন্দৰকৈ সজাই পেলাইছে। পাৰুল শৰ্মাই নিজস্ব পৰিমাৰ্জিত শব্দৰে সকলোৱে নিঃসংকোচে গ্ৰহণ কৰিব পৰাকৈ প্ৰকাশ কৰিছে কীৰ্তনৰ হৰমোহন অধ্যায়টো—

ঘোষা ঃ দৰ্পহাৰী ভগৱানে দৰ্প চূৰ্ণ কৰি।
হৰৰ হৰিলে চিত্ত নাৰী ৰূপ ধৰি।।

পদ ঃ লাজ মান সকলোটি এৰি পশুপতি।
ল'ব খোজে আঁকোৱালি সুন্দৰী যুৱতী।।
বাৰে বাৰে ৰিঙিয়াই ফুৰে পুষ্পবনে।
এই ধৰো এই চোওঁ বুলি ভাবে মনে।।
লগ নিদি ৰমণীয়ে আঁতৰি পলায়।
হৰেও পাছতে খেদে শ্ৰুতি হেৰুৱাই।।
মহাযোগী শংকৰৰ নাই স্মৃতি জ্ঞান।
কৃষ্ণৰ মোহিনী বেশে মুহিলে পৰাণ।।

(হৰ-মোহনৰ নাম ঃ পৃষ্ঠা ১১)

'ৰাসৰ নাম' শীৰ্ষক অধ্যায়তো পাৰুল শৰ্মাই বৃন্দাবনৰ এটি সুন্দৰ বৰ্ণনা দাঙি ধৰি কাব্য প্ৰতিভাত তেওঁৰ দক্ষতা প্ৰতীয়মান কৰিছে।

ঘোষা ঃ এ শ্যাম কানু কি কৰা কদমৰ তলে
শ্যামকানু কি খেলা যমুনাৰ জলে
পদ ঃ অনুপম অতুলন সুশোভিত বৃন্দাবন
হেমন্তৰ জোনালী ৰাতি।
কুলু কুলু সুৰে যমুনা বইছে
কুঁৱলীৰ পৰিছে ছাটি।।
এনে হেন ৰাতি বৈকুণ্ঠৰ পতি
গোপিনীৰ সঙ্গকে লৈ।
বৃন্দাবনৰ মাজে কৰে ৰাস ক্ৰীড়া
কদমৰ তলতে বৈ।।

('ৰাসৰ নাম' ঃ নাম-মন্দাকিনী, পৃষ্ঠা ৫২)

তেওঁৰ কবিতা পুথি 'দাপোন' আৰু 'শংখ-লগ্ন'টো কবিজনাৰ অন্তৰৰ ভাব সুন্দৰকৈ বিকশিত হৈছে। পাৰুল শৰ্মাই নিজৰ জন্মভূমিক ভাল পায়। সেইবাবে তেওঁ অস্তিত্ব ৰক্ষাৰ আন্দোলনত জপিয়াই পৰি কেইবাবাৰো কাৰাবাস খাটিছে, পুলিচৰ নিৰ্যাতনৰ বলি হৈছে। তথাপিও তেওঁ এইখন দেশতে পুনৰ জনমে-মৰণে স্থান লভিবলৈ বাঞ্ছা কৰিছে।

অসমা সুষমা আমাৰ দেশ,
চালে চকুৰোৱা মোহিনী বেশ,
বুকুৰ আপোন অসমী আই,
জনমে-মৰণে দিবা মোক ঠাই।

('অভিলাষ' ঃ দাপোন)

অন্যায়ৰ প্ৰতিবাদত পাৰুল শৰ্মা সদায় মুখৰ হৈ উঠিছিল। সেয়ে তেওঁ কবিতাৰ পংক্তিৰে মনৰ ভাব প্ৰকাশ কৰিছে এনেদৰে—

শোষিতৰ নিষ্ঠুৰ চলনা
আকাশী লতাৰ দৰে
কৰে নিষ্পেষণ
মূৰ দাঙি উঠিব নোৱাৰে।
অন্নহীন বস্ত্ৰহীন দৰিদ্ৰ জনতা
নিজৰ দেশতে থাকি পৰৰ অধীন।

('প্ৰত্যয়'— দাপোন।)

কবিসকল সাধাৰণতে ভাববিলাসী হয়। কবি পাৰুল শৰ্মাও তাৰ ব্যতিক্ৰম নহয়। অতীত সোঁৱৰণ মানুহৰ বৰ প্ৰিয় হয়, আৰু প্ৰিয় হয় জন্মদাত্ৰী আইৰ চেনেহী কোলা। মৰম আকলুৱা পাৰুল শৰ্মাইও তেনে এটি ছবিকে মনৰ

বোকোচাত অনবৰতে কঢ়িয়াই লৈ ফুৰাৰ বাবেই চাগে কলমেৰে শব্দত প্ৰকাশিছে— মুখত সেলেঙি লগা তামোলৰ পাগ
ৰঙা কেচ বচা ৰিহাৰ আঁচলেৰে
বিচি বিচি আয়ে গোৱা নিচুকণি গীত।

('বৰষা'— শঙ্খ লগ্ন)

পাৰ্থিৱ এই সংসাৰখনত মানুহৰ জীৱন সুখ-দুখ, হাঁহি-কান্দোন, জ্বালা-যন্ত্ৰণাৰে আৱৰা। কেতিয়াবা সুখ, কেতিয়াবা দুখ; কেতিয়াবা পোৱাৰ আনন্দ আৰু আন কেতিয়াবা পাহি হেৰুৱাৰ গভীৰ যাতনাই মানুহক সততে আচ্ছন্ন কৰি ৰাখে। কবি পাৰুল শৰ্মাইও চাগে সত্তৰৰ দেওনাত ভৰি লৈ জীৱনটোৰ পোৱা-নোপোৱাৰ হিচাপ-নিকাচত ভাগি পৰি লিখিছে—

মোক লাগে এটি নিৰ্জন দ্বীপ
নাইবা এটা গুহা।
যত মোৰ অশান্ত মনটোৱে স্থিতি লভে।

..........................................

..........................................

বাস্তৱৰ অচিনাকী সুৰে অক্টোপাচৰ দৰে
মেৰিয়াই ধৰিছে।
বৰ অসহায় মই, বৰ অসহায়
অসহ্য অনুভৱ।

(অসহ্য অনুভৱ—শঙ্খলগ্ন)

বাস্তৱদৰ্শী কবিগৰাকীৰ সত্তৰৰ দেওনা পাৰ হৈ লিখা আন তিনিখন উপন্যাসো সুখ-পাঠ্য। এবাৰ পঢ়িবলৈ আৰম্ভ কৰি শেষ নকৰালৈকে কাহিনীৰ সাৱলীল গতি তথা প্ৰকাশ-ভঙ্গীমাই পাঠকক সত্যাত আচ্ছন্ন কৰি ৰাখে। বৰ্ণনা বহুল হ'লেও প্ৰাঞ্জল ভাষা আৰু বৰ্ণনৰ চমৎকাৰিত্বই পাঠকক আমনি দিয়াৰ সলনি এক অনুসন্ধিৎসাৰ ভাবহে মনৰ মাজত জন্ম দিয়ে। জীৱনৰ গভীৰ অৰ্থ যেন এই উপন্যাসকেইখন পঢ়ি অনুভৱ কৰিব পৰা যায়। আমি ভাবো গদ্য-সাহিত্যত একেবাৰে নবীনা হ'লেও প্ৰবীণা পাৰুল শৰ্মা এগৰাকী সঁচাকৈয়ে সাৰ্থক লেখিকা। তেওঁ আৰু আগতেই যদি এই ক্ষেত্ৰত হাত দিলেহেঁতেন তেন্তে অসমীৰ সাহিত্য-কাননলৈ আৰু ভালেকেইপাহ গন্ধ-পুষ্প উপহাৰ দিব পাৰিলেহেঁতেন। এতিয়াও আমি তেওঁৰ কাপৰ পৰা অন্তঃসলিলাৰ দৰে সমাজৰ মঙ্গলকামী লিখনি ওলাই থকাৰে আন্তৰিক কামনা কৰিলোঁ।

'বনশিখা' উপন্যাসখন এখন মুলতঃ প্ৰেমৰ উপন্যাস। কাহিনীৰ নায়ক স্পন্দন আৰু নায়িকা বনশিখাৰ অব্যক্ত প্ৰেমেই উপন্যাসখনৰ মূল ভেটি। লেখিকাই

উপন্যাসখনৰ ভেটিটো দৃঢ় কৰি গঢ়িবলৈ যাওঁতে প্ৰথম খণ্ডত বনশিখাৰ প্ৰতি বেছি মনোযোগ দিয়া যেন লাগে। উপন্যাসখনত সমাজখনৰ সাংস্কৃতিক দিশটো বৰ সুন্দৰভাৱে প্ৰকাশিত হৈছে। লেখিকা সত্তৰৰ উৰ্দ্ধত হোৱা বাবেই চাগে নিজৰ মনৰ নিৰাসক্ত ভাবৰ মূৰ্ততা এহাল যুৱক-যুৱতীৰ প্ৰেমতো বিচাৰি পাইছে যিটো কেৱল কিতাপৰ পাত বা বৈৰাগ্য অনুভৱতহে সম্ভৱ হয়। আজিৰ বাস্তৱত ইমান ওচৰা-ওচৰিকৈ থকা ডেকা-গাভৰু এহালৰ মানসিক দৃঢ়তা থকাতো কেৱল অকল্পনীয়েই নহয়, সপোনৰো অগোচৰ। যিকি নহওক, 'বনশিখা'ই পাঠকৰ আদৰ বুটলিবলৈ সক্ষম হ'ব বুলি আমাৰ দৃঢ় বিশ্বাস।

তেওঁৰ দ্বিতীয়খন উপন্যাস 'ত্ৰিভুজ' সঁচাকৈয়ে পঢ়ি অনাবিল আনন্দ তথা আন্তৰিক সুখ অনুভৱ কৰিব পৰা উপন্যাস। অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি, ড° নগেন শইকীয়াদেৱে আগকথাত লিখিছে—'তেখেতৰ 'ত্ৰিভুজ' নামৰ উপন্যাসখনিৰ পাণ্ডুলিপি পঢ়ি চালোঁ। 'ক্ষেত্ৰজ' সন্তান লাভৰ দৰে এটা দুঃসাহসিক বিষয় লৈ লিখা এইখন অসমীয়া ভাষাৰ প্ৰথম উপন্যাস। সেই 'থিম'ৰ আধাৰত অয়ন, ৰাধা আৰু শ্যামক লৈ ৰচিত হৈছে এটা ত্ৰৈভুজিক কাহিনী। 'ত্ৰিভুজ' নামটো সেইবাবে উপযুক্ত হৈছে।'

'ক্ষেত্ৰজ' সন্তানৰ চিন্তাটো পাৰুল শৰ্মাৰ মনলৈ কিয় আহিল এইকথা সোধোতে তেওঁ কৈছিল যে, তিৰোতা মানুহবোৰ সন্তানহীন হ'লে গিৰীয়েকবোৰক এজনী এজনীকৈ দুজনী তিনিজনীকৈ বিয়া কৰাবলৈ দি নিজে একুৰা জুলা-জুই হিয়াত বান্ধি লৈ ফুৰে। তেওঁলোকৰ প্ৰতিটো দিন-ক্ষণ কেনে অসহনীয়ভাৱে পাৰ কৰি জীৱনটো কটাব লাগে সেয়া আমি দেখি শুনি আৰু বিভিন্ন গল্প-উপন্যাস পঢ়ি অনুভৱ কৰিব পাৰোঁ। মানুহজনীয়ে গিৰীয়েকক ভাল পায় বাবেই এৰি যাব নোৱাৰে। কিন্তু পুৰুষৰ ক্ষেত্ৰত আমি সেয়া দেখিবলৈ নাপাওঁ। সেইবাবেই লেখিকাই এজন পুৰুষে ঘৈণীয়েকক কিমান ভাল পালে, মাকক কিমান ভক্তি কৰিলে তেনে এটা সিদ্ধান্তলৈ আহিব পাৰে আৰু তাৰ লগে লগে তেওঁৰ মানসিক দ্বন্দ কেনে হ'ব পাৰে তাৰে এটা মনঃপূত বৰ্ণনা দাঙি ধৰিছে। তাৰ উপৰিও উপন্যাসখনত জয়মালী গাঁৱৰ প্ৰাকৃতিক সৌন্দৰ্য, গাঁৱৰ মানুহবোৰৰ মিলা-প্ৰীতি, উৎসৱ-পাৰ্বন, চৈ দিয়া গৰুৰ গাড়ীত উঠি চাৰিভীয়া গোঁসাইৰ ওচৰত শৰণ ল'বলৈ যোৱাৰ মনোৰম দৃশ্যৰ বৰ্ণনা, চহৰ আৰু গাঁৱৰ বাতাবৰণ, আলিবাটত প্ৰথম বাচ চলাৰ অভিজ্ঞতাৰ কথা আদিৰ সৰল-নিপোটল বৰ্ণনাৰে উপন্যাসখন সঁচাকৈয়ে এখন সুখপাঠ্য কৰি তুলিছে। ইতিমধ্যে উপন্যাসখনে পঢ়ুৱৈৰ সমাদৰ লাভ কৰিবলৈ সক্ষম হৈছে।

পাৰুল শৰ্মা এগৰাকী আদৰ্শ মাতৃও। তেওঁৰ তিনিজন পুত্ৰ আৰু তিনিগৰাকী জীয়াৰী। শিক্ষা লাভৰ সময়ত আটাইকেইগৰাকীয়েই বিশেষ কৃতিত্ব আৰু সুখ্যাতি

লাভ কৰিছিল। তেওঁৰ বৰ জীয়াৰী ড° অনুভা শইকীয়া, বৰ্তমান যোৰহাট কৃষি বিশ্ববিদ্যালয়ৰ অৰ্থনীতি বিভাগৰ মুৰব্বী অধ্যাপিকা আৰু বৰ জোঁৱাই ড° ত্ৰৈলোক্য শইকীয়া উত্তৰ-পূৱ ভাৰতৰ কৃষি অৰ্থনৈতিক কেন্দ্ৰৰ বৰ্তমান সঞ্চালক।

বৰপুত্ৰ অনুপ শৰ্মা গুৱাহাটী মীন বিভাগৰ অধিক্ষক অভিযন্তা, বোৱাৰী ত্ৰিবেণী শৰ্মা সুগৃহিণী। মাজু জীয়াৰী অৰূপা বৰদলৈ, ৰসায়ন বিভাগৰ বিষয় শিক্ষয়িত্ৰী, জোঁৱাই ডাঃ ৰাণাভিৰাম বৰদলৈ। মাজু পুত্ৰ অনুজ শৰ্মা আৰু বোৱাৰী অজন্তা শইকীয়া সফল ব্যৱসায়ী। সৰু পুত্ৰ আবিৰ শৰ্মা চাহ বাগিচাৰ সহকাৰী পৰিচালক আৰু বোৱাৰী জয়া শৰ্মা এগৰাকী সুগায়িকা।

সুগায়িকা পাৰুল শৰ্মাৰ ভনীয়েক শেৱালী বৰুৱা এগৰাকী গায়িকা তথা লেখিকাও, তেওঁৰ ভনী জোঁৱাই দিলীপ শৰ্মাইয়ো সুন্দৰ কবিতা লিখে। তেওঁ অসম চৰকাৰৰ নিৰ্মাণ নিগমৰ অধীক্ষক অভিযন্তা হৈ অৱসৰ গ্ৰহণ কৰে।

কবি, সাহিত্যিক, সুৰকাৰ, গীতিকাৰ পাৰুল শৰ্মাৰ বিষয়ে কৈ থাকিলেও অন্ত নপৰে। আমি আন্তৰিকতাৰে আশা কৰোঁ এতিয়াও মেলে-মিটিঙে, সভাই-সমিতিয়ে, বিয়াই-সবাহে অনলসভাৱে ঘূৰি ফুৰা পাৰুল শৰ্মাৰ কাপৰ পৰা নিগৰি বৈ আহক তেওঁৰ প্ৰায় চাৰিকুৰি বছৰীয়া স্মৃতিৰ মেটমৰা বোজাৰ পৰা সমাজৰ প্ৰকৃত প্ৰতিচ্ছবি প্ৰতিফলিত হোৱা আৰু বহু লিখনি, যিবোৰে অসমীয়া ভাষা সাহিত্যৰ সৌধ আৰু উচ্চ স্তৰলৈ লৈ যাবলৈ অৰিহণা যোগাব। শেষত পাৰুল শৰ্মাৰ সু-স্বাস্থ্য আৰু দীৰ্ঘজীৱন কামনা কৰিলোঁ। ❑

# ড° অনিমা গুহ

**শশীপ্ৰভা দাস**



সত্তৰৰ দশকত ভাৰতৰ এগৰাকী শ্ৰেষ্ঠগবেষক ৰূপে স্বীকৃতি লাভ কৰা অসমৰ বিদুষী নাৰী ড° অনিমা গুহ বাইদেউ একেধাৰে প্ৰবন্ধকাৰ, অনুবাদক, সমালোচক, প্ৰাকৃতিক চিকিৎসাবিদ, সুবক্তা, সমাজসেৱিকা আৰু যুক্তিবাদী স্বাধীনচিতিয়া নাৰীয়েই নহয় তেওঁ সুসংস্কৃতিসম্পন্ন, মানৱতাবাদী, আদৰ্শনীতিৰ অনুশীলনকাৰী ইত্যাদি বিভিন্ন গুণেৰে ভূষিতা এগৰাকী আদৰ্শ মাতৃ।

আদৰ্শপৰায়ণা ড° অনিমা গুহ বাইদেউৰ জীৱনৰ ভেটিটোৱেই আছিল আদৰ্শবাদৰ ওপৰত প্ৰতিষ্ঠিত। গুহ বাইদেউৰ জন্ম হয় ১৯৩২ চনত ধুবুৰীৰ এক সম্ভ্ৰান্ত, সংস্কৃতিবান পৰিয়ালত। দেউতাক গিৰীন্দ্ৰ মোহন দাস আছিল বিজনী ৰাজ এষ্টেটৰ সহকাৰী দেৱান। দেউতাকে ১৯১৭ চনত কটন কলেজত পঢ়ি থকা সময়ত অধ্যক্ষ আছিল ফ্ৰেডৰিক উইলিয়াম চুডমাৰ্চন চাহাব। ধুবুৰীত ডাঙৰ হোৱা বাবে প্ৰগতিশীল ব্ৰাহ্মসমাজখনৰ প্ৰভাৱ পৰিছিল গিৰীন্দ্ৰ মোহন দাসৰ ওপৰত। তদুপৰি কটন কলেজলৈ আহি শিক্ষা-দিক্ষাত পাৰদৰ্শী অধ্যাপকসকলৰ সান্নিধ্য লাভ কৰা দেউতাক চুড়্মাৰ্চন চাহাবৰ প্ৰিয়পাত্ৰ আছিল। ১৯১৯ চনত কবিগুৰু ৰবীন্দ্ৰ নাথ ঠাকুৰ অসমলৈ আহোতেও দেউতাকে তেওঁৰ ওচৰলৈ আহিবলৈ সুযোগ পাইছিল। এনে এটা পৰিবেশত জীৱনৰ মুখ্য কালচোৱা অতিবাহিত কৰা বাবে দেউতাক স্বতঃস্ফূৰ্তভাৱে শিক্ষানুৰাগী হোৱাতো স্বাভাৱিক।

মাক নীহাৰিকা দাসৰ দেউতাক কেশৱচন্দ্ৰ চৌধুৰী আছিল এগৰাকী কবি। তেখেতে চাণক্য শ্লোকখন অসমীয়াতে পদ্যাকাৰে অনুবাদ কৰি ১৯২৬ চনতে প্ৰকাশ কৰে। শিশুৰ উপযোগী কৰি ৰামায়ণ, মহাভাৰত, ভাৰতবুৰঞ্জী আদি তেওঁ পদ্যাকাৰে লিখিছিল। মাকৰ ককাক পুষ্পৰাম চৌধুৰীৰ পূৰ্বপুৰুষ খীৰামৰলে শ্ৰীশ্ৰীশঙ্কৰদেৱে পাটবাউসীত থকা সময়ত গুৰুজনাৰ সেৱা কৰাৰ সুযোগ পাইছিল।

এনে পৰিবেশৰ পৰা অহা পিতৃ-মাতৃয়ে জীয়ৰীক উচ্চ শিক্ষা দিয়াৰ সংকল্প

লৈ ঘৰতে পঢ়ুৱাই পিছত হোষ্টেলত ৰাখি পঢ়াৰ বাবে শান্তিনিকেতনলৈ পঠোৱাৰ কথাও চিন্তা কৰিছিল। সেই উদ্দেশ্য লৈ গুহ বাইদেউ আৰু বায়েকক মাক-দেউতাক আৰু গৃহশিক্ষকে ঘৰতে পঢ়াবলৈ আৰম্ভ কৰিছিল। অনিমা বাইদেৱে পাঁচবছৰ বয়সতে সংস্কৃত শ্লোক মুখস্থ কৰিছিল। কক্কাকে কবিতাৰ আকাৰে লিখা ৰামায়ণ-মহাভাৰত আৰু ভাৰতবুৰঞ্জী নাৰ্চাৰী ৰাইমৰ দৰে মুখস্থ কৰি আওৰাইছিল। গানৰ মাষ্টৰ এজনে তেওঁলোকক গান শিকাইছিল। আইতাকে হিন্দুধৰ্মৰ আখ্যান-উপাখ্যানবোৰ মুখে মুখে বাইদেউহঁতক শিকাইছিল আৰু বিশাল আকাশৰ গ্ৰহ-নক্ষত্ৰৰ লগত চিনাকি কৰি দিছিল। স্কুলত নপঢ়াকৈয়ে বাইদেৱে বিভিন্ন বিষয়ৰ ওপৰত শিক্ষা লাভ কৰি ল'ৰালিৰ দিনবোৰ অতিবাহিত কৰিছিল। দেউতাকে বাইদেউক শান্তিনিকেতনত পঢ়ুৱাবৰ বাবে নানা শিক্ষা দান কৰি উপযোগী কৰি তুলিছিল যদিও বিভিন্ন সমস্যাৰ বাবে সেয়া হৈ নুঠিল।

বাল্যকালডোখৰ দেউতাকৰ চাকৰিসূত্ৰে গুহ বাইদেৱে কোকৰাঝাৰত কটায়। সেই সময়ত কোকৰাঝাৰত ল'ৰাৰ শিক্ষাৰ বাবে স্কুল স্থাপিত হৈছিল যদিও স্ত্ৰীশিক্ষাৰ বাবে তেতিয়ালৈ কোনো শিক্ষানুষ্ঠান গঢ়ি উঠা নাছিল। কিন্তু ত্ৰিশৰ দশকৰ শেষৰ ফালে ছোৱালীৰ বাবে প্ৰাইমাৰী স্কুল এখন স্থাপিত হ'লেও শিক্ষয়িত্ৰীৰ সমস্যাই দেখা দিছিল। ঘৰতেই পঢ়া আৰম্ভ কৰি বাইদেৱে দ্বিতীয় শ্ৰেণীত নাম লিখিছিল। এল. পি স্কুলৰ প্ৰথম নাম লগোৱা ছাত্ৰীসকলৰ ভিতৰত বাইদেৱো আছিল। পিছত সহ শিক্ষাৰ ব্যৱস্থা থকা স্কুলত সপ্তম শ্ৰেণীত নাম লগোৱা দুগৰাকী ছাত্ৰীৰ ভিতৰত এগৰাকী আছিল বাইদেউ। পিছত খুৰাক বীৰেন্দ্ৰ মোহন দাসৰ লগত যোৰহাটত থাকি ১৯৪৭ চনত যোৰহাটৰ ছোৱালী হাইস্কুলৰ পৰা প্ৰথম বিভাগত মেট্ৰিক পাছ কৰি অসম চৰকাৰৰ পৰা বৃত্তি লাভ কৰে। কলিকতা বিশ্ববিদ্যালয়ৰ পৰা মেট্ৰিক পাছ কৰা বাইদেউ আৰু তেওঁৰ সহপাঠীসকলেই আছিল শেষবাৰৰ পৰীক্ষাৰ্থী। কাৰণ তাৰ পিছৰ বছৰতেই গুৱাহাটী বিশ্ববিদ্যালয় স্থাপিত হৈছিল।

গুহ বাইদেৱে ১৯৪৯ চনত প্ৰথম বিভাগত আই, এছ, চি পাছ কৰি বৃত্তি লাভ কৰে। ১৯৫২ চনত ডিষ্টিংশ্যন সহ দ্বিতীয় স্থান অধিকাৰ কৰি বি, এছ, চি পাছ কৰে। উদ্ভিদ বিদ্যাত গুহ বাইদেউৰ সৰ্বোচ্চ নম্বৰ থকাৰ বাবে বায়'লজিকেল চছাইটিয়ে এটা সোণৰ পদক তেওঁলৈ আগবঢ়ায়। ইয়াৰ পিছত তেওঁৰ কলিকতাত এম, এছ, ছি পঢ়াৰ ব্যৱস্থা হ'ল। কিন্তু সেই সময়তে দেউতাকৰ মৃত্যু হোৱাত পৰিয়ালত বিভিন্ন সমস্যাই দেখা দিয়াৰ ফলত বাইদেৱে ধুবুৰী ছোৱালী হাইস্কুলত অংক আৰু বিজ্ঞানৰ শিক্ষয়িত্ৰী হিচাবে যোগদান কৰে।

সেই সময়তেই গুহ বাইদেৱে কংগ্ৰেছ দলৰ প্ৰতি আকৃষ্ট হৈ ধুবুৰী জিলা যুৱ কংগ্ৰেছত যোগ দিয়ে। শ্ৰীযুত শৰৎ চন্দ্ৰ সিংহৰ নেতৃত্বত বাইদেউ অমৃতসৰ

কংগ্ৰেছ অধিবেশনলৈ গৈছিল। তাত জবাহৰলাল নেহৰু, গোবিন্দ বল্লভ পন্ত, বিজয় লক্ষ্মী পণ্ডিত এইসকল স্বাধীনতা যুদ্ধৰ নেতাক লগ পাইছিল। পাণ্ডুত অনুষ্ঠিত কংগ্ৰেছ অধিবেশনৰ পাছতহে ৰাজনীতি ক্ষেত্ৰৰ পৰা ওলাই আহিছিল কাৰণ এই ক্ষেত্ৰতকৈ শিক্ষাৰ প্ৰতিহে বাইদেউৰ আগ্ৰহ জন্মিছিল।

পঞ্চাশৰ দশকৰ মাজভাগত চৰকাৰে কিছুমান স্কুল উচ্চতৰ মাধ্যমিক স্তৰলৈ ৰূপান্তৰিত কৰিবৰ বাবে কৰা আঁচনিমতে স্নাতকোত্তৰ ডিগ্ৰীধাৰী শিক্ষকৰ প্ৰয়োজন পূৰাবলৈ, যি প্ৰশিক্ষণৰ ব্যৱস্থা কৰা হৈছিল, সেই প্ৰশিক্ষণ কটন কলেজত লৈ গুহ বাইদেৱে সুখ্যাতিৰে উত্তীৰ্ণ হৈছিল।

সেই সময়তেই ১৯৬০ চনত দৰং কলেজৰ তদানীন্তন অধ্যাপক, ইতিহাসবিদ, কবি, সমাজবিজ্ঞানী শ্ৰীঅমলেন্দু গুহৰ সৈতে অনিমা বাইদেউৰ বিবাহ সম্পন্ন হয়। গৱেষণাৰ কামত ড° অমলেন্দু গুহ দিল্লীলৈ যোৱাত অনিমা গুহ বাইদেৱে সেই সুযোগতে দিল্লী বিশ্ববিদ্যালয়ৰ নৃতত্ত্ব বিভাগত এম, এছ, ছি, ক্লাছত ভৰ্ত্তি হয়। তীক্ষ্ণ বুদ্ধিসম্পন্না গুহ বাইদেউৰ একাগ্ৰতা, অধ্যৱসায় আৰু ধৈৰ্য শক্তি থকা বাবেই বি. এছ. ছি পাছ কৰাৰ দহ বছৰৰ পিছত ১৯৬২ চনত প্ৰথম বিভাগত প্ৰথম স্থান অধিকাৰ কৰি এম. এছ. ছি পাছ কৰে। দুবছৰীয়া এম. এছ. ছি কোৰ্ছটোৰ প্ৰথম পৰীক্ষাত সৰ্বোচ্চ নম্বৰ পোৱা বাবে দিল্লী বিশ্ববিদ্যালয়ৰ পৰা 'ছায়েঞ্চ এক্‌জিবিশ্যন পুৰস্কাৰ' লাভ কৰিছিল।

গুহ বাইদেউ বিদুষী, মেধাবী, নাৰীয়েই নহয় তেওঁ যে এগৰাকী দায়িত্ববোধ সম্পন্ন, দূৰদৰ্শী, আত্মসন্মানবোধ থকা সুগৃহিণী আৰু আদৰ্শ মাতৃ সেয়া তেওঁৰ জীৱনধাৰাৰ পৰাই পৰিলক্ষিত হয়। যি আদৰ্শ আজিৰ শিক্ষিতা নাৰীৰ ক্ষেত্ৰত বিৰল।

অসমলৈ উভতি অহাৰ পাছত ১৯৬৩ চনত গুৱাহাটী বিশ্ববিদ্যালয়ত পি. এইছ. ডি ডিগ্ৰীৰ বাবে গৱেষণা কৰিবলৈ বিশ্ববিদ্যালয় মঞ্জুৰি কমিশ্যনৰ পৰা এটা ফেলশ্বিপ পাইছিল যদিও গ্ৰহণ নকৰিলে। কাৰণ সেই বছৰতেই তেওঁলোকৰ একমাত্ৰ সন্তান সুপ্ৰতীকৰ জন্ম হয়। গৱেষণাৰ কামত লাগিলে সন্তানটিৰ যথাযথ যত্ন উপেক্ষা কৰিব লাগিব বুলি ভাবিয়েই সেই সময়ত বাইদেউৰ দুই নাৱত দুই ভৰিৰ লেখিয়া অৱস্থা হৈছিল। কাৰণ এনে হেন বৃত্তিটো প্ৰত্যাখান কৰা মানেই উচ্চতম শৈক্ষিক কৰ্ম এটিৰ সোণালী সুযোগৰ পৰা বঞ্চিত হোৱা। বিবেকৰ তুলাচনীত সন্তানৰ প্ৰতি কৰ্ত্তব্যবোধৰ দায়িত্বই গুৰুত্ব লাভ কৰিলে আৰু তেওঁ সেই সুযোগ ইচ্ছাকৃত ভাবেই বিসৰ্জন দিলে।

গৃহস্থ ড° অমলেন্দু গুহৰ কৰ্মসূত্ৰে অনিমা গুহ বাইদেৱে পুণেত ১৯৬৫ ৰ পৰা ১৯৭৩ চনলৈ বসবাস কৰি এখন উন্নত সমাজৰ সৈতে চিনাকি হ'বলৈ সুযোগ পাইছিল। মাৰাঠীসকলৰ সাংস্কৃতিক কেন্দ্ৰ পুণেৰ লোকসকলৰ নিৰহঙ্কাৰী

ব্যক্তিত্ব, কৰ্মসংস্কৃতি, সহজ-সৰল জীৱন যাপনৰ পদ্ধতি, শ্ৰমৰ প্ৰতি মৰ্যাদা আদি গুণে গুহ বাইদেউক বৰকৈ আকৰ্ষণ কৰিছিল। তেতিয়াই এইখন সমাজৰ কথা পঢ়ুৱৈসকলক জনাবলৈ অধুনালুপ্ত 'অসম বাতৰি', 'আমাৰ প্ৰতিনিধি', 'নতুন অসমীয়া' আদি কাকত-পত্ৰিকাত লিখিবলৈ আৰম্ভ কৰে। পুণেক কেন্দ্ৰ কৰি দক্ষিণ ভাৰতৰ নানা ঠাই ভ্ৰমণৰ অভিজ্ঞতাও তেওঁ লিপিবদ্ধ কৰে। অসমীয়া কাকতত প্ৰকাশ কৰিবলৈ বিখ্যাত লেখকসকলৰ চিন্তাগধুৰ প্ৰবন্ধ কিছুমানো বাইদেৱে অনুবাদ কৰিছিল। কলিকতাৰ পৰা প্ৰকাশিত 'দেশ' আৰু 'অমৃত' নামৰ আলোচনীতো তেওঁ বাংলা ভাষাত লিখিছিল। সেই সময়ত পুণেৰ পৰা প্ৰকাশিত বাংলা আলোচনীত অসমীয়া সমাজৰ কথা, যৌতুক প্ৰথাহীন অসমীয়া সমাজত মহিলাৰ স্থান সম্পৰ্কেও ধাৰাবাহিকভাৱে নানা প্ৰবন্ধ-নিবন্ধ লিখিছিল।

প্ৰবাসত থকা সময়তেই গুহ বাইদেউৰ লেখিকা জীৱনৰ আৰম্ভণি হৈছিল। ড° গুহ বাইদেউ এবছৰৰ বাবে দিল্লীত থাকিব লগা হোৱাত 'নতুন অসমীয়া' কাকতখনত দিল্লীৰ বিষয়ে এটি শিতান লিখিছিল। সেই সময়তেই অসম ভ্ৰমণ কৰি শ্ৰীপদ যোশী নামৰ মাৰাঠী সাহিত্যিক গৰাকীয়ে "পূৰ্বাঞ্চলাদি মুচাফৰী" নামৰ মাৰাঠী ভাষাত লিখা ভ্ৰমণ কাহিনীখন অসমীয়ালৈ অনুবাদ কৰিছিল। কিতাপখন প্ৰকাশ কৰিছিল বীণা লাইব্ৰেৰীয়ে। নেচনেল বুক ট্ৰাষ্টৰ অনুৰোধত চৈয়দ আব্দুল মালিকৰ "সূৰুজমুখীৰ স্বপ্ন" নামৰ উপন্যাসখনো গুহ বাইদেৱে পুণেত থকা সময়তে বাংলালৈ অনুবাদ কৰিছিল।

'ইণ্ডিয়ান কাউন্সিল অব হিষ্টৰিকেল ৰিচাৰ্চে' গুহ বাইদেউক ইতিহাসবিদ নিহাৰৰঞ্জন চৰকাৰৰ 'বাঙ্গালী ইতিহাস' নামৰ এহেজাৰ পৃষ্ঠাৰ সুবিশাল গ্ৰন্থখন অসমীয়ালৈ অনুবাদ কৰিবলৈ দিছিল। 'নিহাৰ ৰঞ্জন চৰকাৰে কেইবা শতিকাৰ সমল যোগাই যদি কিতাপখন লিখিব পাৰে মই কিয় অনুবাদ কৰিব নোৱাৰিম।" এই দৃঢ় সংকল্প লৈয়েই গুহ বাইদেৱে অনুবাদৰ কাম হাতত লৈ নিৰ্দ্দিষ্ট সময়ৰ ভিতৰতে সম্পন্ন কৰে।

গুহ বাইদেৱে এম. এছ. চি পাছ কৰাৰ আঠ বছৰৰ পিছত পুণেত থকাৰ সময়তে ১৯৭১ চনত সন্তানৰ দায়িত্ববোধৰ খাতিৰত প্ৰত্যাখ্যান কৰা বৃত্তিটো সৌভাগ্য ক্ৰমে পুনৰায় লাভ কৰে। তেওঁ বংশগতি (Genetics) শাস্ত্ৰৰ ওপৰত গৱেষণা কৰিবলৈ পুণে বিশ্ববিদ্যালয়ত নাম ভৰ্ত্তি কৰে।

গুহ বাইদেউক ভাৰতৰ নৃতত্ত্ব বিষয়ক এগৰাকী শ্ৰেষ্ঠ গৱেষক বুলি আখ্যা দিব পাৰি কাৰণ যিটো সময়ত (সত্তৰৰ দশকত) এটা অত্যন্ত জটিল বিষয় 'যমজ সন্তান'ৰ ওপৰত গৱেষণা কৰিবলৈ লৈছিল তেওঁ, সেই সময়ত ভাৰতত এই বিষয়টোৰ ওপৰত গৱেষণা হোৱা নাছিল। গুহ বাইদেৱে এনে এটা জটিল বিষয়ৰ ওপৰত গৱেষণা কৰিবলৈ লোৱাটো প্ৰকৃততে আচৰিত হবলগীয়া কথা। দৃঢ়

সংকল্প থাকিলে মানুহৰ বাবে কোনো কামেই অসম্ভৱ নহয়।

সেই সময়ত গুহ বাইদেৱে ভনীয়েকৰ যঁজা ছোৱালী দুজনী হোৱাত যঁজাসকলৰ যোগেদি বংশগতি শাস্ত্ৰৰ সমস্যাৰ বিষয়ে গৱেষণা কৰিবলৈ হেনো ধাউতি উপজিল, কিন্তু এই বিষয়টোৰ ওপৰত গৱেষণা কৰিবলৈ যাওঁতে নানা সমস্যাৰ সন্মুখীন হৈছিল তেওঁ। কাৰণ লাইব্ৰেৰী, লেবৰেটৰীত বহি অকলে অকলে কাম কৰা আৰু কম পক্ষেও হাজাৰ বাৰশ মানুহক বিশেষকৈ যমজকসলক লগ ধৰি তেওঁলোকৰ ওপৰত গৱেষণা কৰাৰ মাজত পাৰ্থক্য আছে। তদুপৰি এই কাম বহুত কষ্টকৰো। কিন্তু দৃঢ় মনোবলৰ বাইদেৱে কামত যিমানে বাধা পায় সিমানে উৎসাহী হৈ পৰিছিল। পুণেৰ মাৰাঠী লোকসকল অত্যন্ত প্ৰগতিশীল আৰু বিদ্যোৎসাহী হোৱা বাবে বাইদেৱে এই লোকসকলৰ পৰা গৱেষণা কামত সম্পূৰ্ণ সহায়-সহযোগ পাই অত্যন্ত উৎসাহী হৈ পৰিছিল। গুহ বাইদেৱে দহৰপৰা পয়ত্ৰিশ বছৰ বয়সলৈকে এশ সাতযোৰা যঁজা পাইছিল উচ্চস্তৰৰ এই গৱেষণা কামৰ বাবে। এই কামত বাইদেউৰ নিচা ইমানেই প্ৰবল হৈছিল যে জটিল বিষয় হ'লেও অনায়াসে অগ্ৰসৰ হ'ব পাৰিছিল। যমজসকলক বিচাৰি উলিওৱাতকৈ যমজসকলক জধে-মধে আহিলা হিচাবে ব্যৱহাৰ কৰা সম্ভৱ নহয়। তেজ, মুখৰ লালটি, দেহৰ নানা ধৰণৰ জোখ-মাখ, হাতৰ তলুৱা, আঙুলি, ভৰিৰ তলুৱাৰ ছাপ আদি পুৰুষানুক্ৰমে বিশ্লেষণ কৰিলেহে কামত সাফল্য লাভ কৰা যায়। এনেধৰণৰ গৱেষণা সাধাৰণ স্তৰৰ গৱেষণাগাৰত কৰা সম্ভৱ নহয়। তদুপৰি এই গৱেষণা কৰিবলৈ যিবোৰ ৰাসায়নিক পদাৰ্থৰ প্ৰয়োজন সেইবোৰ ইমান দামী যে নতুনকৈ বিশ্ববিদ্যালয় মঞ্জুৰি আয়োগৰ পৰা পোৱা ফেল'শ্বিপৰ টকাৰে সম্ভৱ নহয় আৰু নিজেও যোগাৰ কৰা সম্ভৱ নাছিল। কিন্তু আন্তৰিক ইচ্ছা আৰু একাগ্ৰতা থাকিলে কামত যে সফলতা লাভ হয় সেয়া বাইদেৱে গভীৰভাৱে অনুভৱ কৰিছিল, বিশ্বাস কৰিছিল আৰু সেইবাবেই তেওঁ সাফল্য লাভ কৰিবলৈ সক্ষম হৈছিল।

সত্তৰৰ দশকত পুণেৰ মেডিকেল কলেজত আছিল উচ্চ পৰ্যায়ৰ জেনেটিক লেবৰেটৰি। মেডিকেল কলেজৰ ডীন ডা° জি. এচ. মুতালিকৰ লেবৰেটৰিত কাম কৰিবলৈ বাইদেউক সুবিধা দিয়াৰ উপৰিও মূল্যৱান ৰাসায়নিক সামগ্ৰী তেওঁ বিনামূল্যে দিবলৈ আগ্ৰহ প্ৰকাশ কৰাত বাইদেৱে হাততে সৰগ ঢুকি পোৱাদি পালে। যঁজা সন্তানৰ বিষয়ে অধ্যয়ন কৰিবলৈ আগবাঢ়ি অহাৰ পাছত দেখা দিয়া দুয়োটা প্ৰতিবন্ধক পাৰ হোৱাত গুহ বাইদেউ ইমানেই উৎফুল্লিত হৈ পৰিছিল যে তেওঁ বিশ্ব বিজয় কৰা যেন অনুভৱ কৰিছিল বুলি আমাৰ আগত সেই ভাব প্ৰকাশ কৰে। এশ সাতযোৰা যঁজা সন্তান আৰু পৰিয়ালবৰ্গৰ পৰা অভূতপূৰ্ব সহায়-সহযোগ লাভ কৰি বাইদেউ পৰম উপকৃত হৈছিল।

"যমজ সন্তান"ৰ ওপৰত সেইসময়ত কোনেও গৱেষণা কৰা নাছিল আৰু

একবিংশ শতিকাতো এই জটিল বিষয়টোৰ ওপৰত কোনেও গৱেষণা কৰা নাই বুলি বাইদেৱে কয়। যমজসকলৰ ওপৰত দুমূৰ্ল্য তথ্যপাতি বিশ্লেষণ কৰি বংশগতিৰ ওপৰত প্ৰয়োজনীয় গৱেষণা কৰাৰ বাবে আমেৰিকাৰ এটা 'যমজ গৱেষণা কেন্দ্ৰৰ সদস্যাৰূপে বাইদেউক অন্তৰ্ভুক্ত কৰিছিল। সত্তৰৰ দশকৰ শেষৰ ফালে বাইদেৱে সেই কেন্দ্ৰলৈ যাবলৈ সুযোগ পায়ো গ্ৰহণ নকৰিলে। কাৰণ ঘৰ সংসাৰৰ প্ৰতি উদাসীন বুদ্ধিজীৱী গৃহস্থৰ তত্ত্বাৱধানত প্ৰবেশিকা পৰীক্ষাৰ্থী পুত্ৰৰ পঢ়া-শুনাৰ দায়িত্ব দি যাবলৈ সচেতন মাতৃগৰাকীয়ে ইচ্ছা নকৰিলে। তদুপৰি বিদেশলৈ যোৱা প্ৰস্তুতি আৰু গৱেষণাপত্ৰ লিখি উলিওৱাৰ বাবে যি দীঘলীয়া সময়ৰ প্ৰয়োজন সেয়া কাৰ্যকৰণৰ বাবে বাইদেউৰ কিছু অসুবিধা আছিল। এই সোণালী সুযোগটো গ্ৰহণ নকৰাৰ বাবে বাইদেউৰ গৃহস্থ আৰু পুত্ৰকে মুখ্য কৰি বিভিন্নজনে সহজভাৱে গ্ৰহণ কৰিব পৰা নাছিল। বাইদেউৰ নীতি আছিল মাতৃ হোৱাৰ পিছত প্ৰধান কৰ্তব্য সন্তানক চোৱা-চিতা কৰি প্ৰকৃত সন্তানৰূপে গঢ় দিয়া।

গুহ বাইদেৱে সংসাৰৰ দায়িত্ব আৰু গৱেষণাৰ কামৰ ভাৰসাম্য ৰাখি ১৯৭৫ চনত পি. এইছ. ডি ডিগ্ৰী লাভ কৰি কলিকতাত থকা 'এন্থ্ৰপলজিকেল চাৰ্ভে অৱ ইণ্ডিয়া'ত যোগদান কৰে। বংশগতি অধ্যয়ন আৰু গৱেষণা কৰাৰ কামেই আছিল গুহ বাইদেউৰ এই অনুষ্ঠানৰ মুখ্য বিষয়। ইয়াৰ কেইবছৰমানৰ পাছত বাইদেৱে 'কাউন্সিল অৱ ছায়েন্টিফিক এণ্ড ইণ্ডাষ্ট্ৰিয়েল ৰিচাৰ্চ'ৰ বিজ্ঞানী হিচাবে যোগ দিয়ে। শেষত বিশ্ববিদ্যালয়ৰ মঞ্জুৰি আয়োগৰ ৰিচাৰ্চ এছোচিয়েট হিচাবে কলিকতাৰ নৃতত্ত্ববিভাগত যোগদান কৰে। এই বিভাগত গুহ বাইদেৱে বিভিন্ন বাবত থাকি গৱেষণামূলক কাম কৰে। ১৯৭৭ চনত গুহ বাইদেৱে আমেৰিকাত থকা 'ইণ্টাৰনেচনেল টুইন ষ্টাডিজ'ৰ ফেলো নিৰ্বাচিত হয়। ১৯৭০ ৰ পৰা ১৯৯২ চনৰ ভিতৰত বাইদেউৰ কেইবাখনো গৱেষণাপত্ৰ বিজ্ঞানভিত্তিক জাৰ্ণেলত প্ৰকাশ পাইছে। দিল্লী আৰু যুগোশ্লাভিয়াৰ জাগ্ৰেৰ মহানগৰীত অনুষ্ঠিত আন্তৰ্জাতিক নৃতত্ত্ব সম্পৰ্কীয় কংগ্ৰেছত বাইদেউৰ গৱেষণাপত্ৰ পাঠ কৰা হৈছিল।

সুদীৰ্ঘ দিন অসমৰ বাহিৰত কটাই ১৯৯২ চনৰ পৰা গুৱাহাটীত জীৱন-যাপন কৰা সময়তে গুহ বাইদেৱে সাহিত্য চৰ্চাত পুনৰ মনোনিবেশ কৰে। বিভিন্ন কাকত আলোচনীত প্ৰবন্ধ, অনুবাদ কৰ্ম, ভ্ৰমণ কাহিনী, গৱেষণামূলক প্ৰবন্ধ আদি প্ৰকাশ পোৱাৰ উপৰিও বাংলাৰ দেশ আৰু অমৃত বাজাৰ পত্ৰিকাতো বাংলাভাষাত ভিন-ভিন প্ৰবন্ধ প্ৰকাশ পাইছিল।

আশীৰ দশকৰ প্ৰথমফালে ভাৰত চৰকাৰৰ নৃতত্ত্ববিভাগে গ্ৰামাঞ্চললৈ গৈ লুপ্তপ্ৰায় বনৌষধি চিকিৎসাসমূহ লিপিবদ্ধ কৰি ৰাখিবলৈ এখন আঁচনি লয়। সেই আঁচনিমতে কোকৰাঝাৰ জিলাৰ বড়ো আৰু বঙাইগাঁৱৰ ৰাজবংশী জনগোষ্ঠীৰ মাজলৈ তেওঁ বনৌষধিৰ অমূল্য তথ্যৰাজি সংগ্ৰহ কৰিবলৈ গৈছিল। এই নতুন

বিষয়বস্তুটোৰ অনেক নজনা কথা জানি বাইদেৱে এখন নতুন বিশ্বৰদৰ্শন পোৱা যেন অনুভৱ কৰিছিল। বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ যুগত এল'পেথিক দৰবৰ অভূতপূৰ্ব প্ৰচলন হোৱা স্বত্ত্বেও প্ৰাচীন ভাৰতীয় চিকিৎসা পদ্ধতিত গাঁওবোৰ যে ইমান উন্নত সেই কথা গুহ বাইদেউৰ ধাৰণাৰো অতীত আছিল। গছ-লতা-পাতৰ ঔষধিগুণৰ বিষয়ে গভীৰ জ্ঞান থকা গাঁৱৰ ওজাসকলৰ সৈতে পৰ্বতে-ভৈয়ামে বাইদেৱে ঘূৰি ঘূৰি সংগ্ৰহ কৰিছিল। বিভিন্ন চিকিৎসাৰ বাবে প্ৰয়োজনীয় বিভিন্ন গছ, লতা-গুল্ম। সেই গছ-লতাবোৰ বাইদেৱে কলিকতালৈ লৈ গৈ বিশেষজ্ঞৰ হতুৱাই চিনাক্ত কৰাইছিল। উল্লেখযোগ্য যে সেই সময়ত গুহ বাইদেউৰ সৈতে যোগাযোগ কৰিছিল মুম্বাই আৰু কলিকতাৰ একাধিক দৰৱ প্ৰস্তুতকাৰক প্ৰতিষ্ঠানে। বাইদেউৰ এই গৱেষণাৰ ফলাফল প্ৰকাশ হয় বুদ্ধদেৱ চৌধুৰী সম্পাদিত Cultural and Environmental Dimension of Health আৰু Tribal Health নামৰ গ্ৰন্থ দুখনত।

১৯৯১ চনত কলকাতাৰ Centre for studies in Social Sciences নামৰ গৱেষণা কেন্দ্ৰটোৰ অধ্যাপকৰূপে চাকৰি কৰা বাইদেউৰ স্বামী ড° অমলেন্দু গুহ গুৱাহাটীৰ স্ব-গৃহলৈ প্ৰত্যাৱৰ্তন কৰে। যিজন সন্তানৰ দায়িত্ববোধৰ বাবে আদৰ্শ মাতৃৰূপে বাইদেৱে নিজৰ সোণালী সুযোগ গ্ৰহণ নকৰি পুত্ৰক মানুহ কৰাৰ সপোন দেখিছিল সেইজন পুত্ৰ ড° সুপ্ৰতীক বৰ্তমান আমেৰিকাৰ বিখ্যাত কম্পিউটাৰ প্ৰস্তুতকাৰক আই. বি. এমৰ ৰিচাৰ্চ এণ্ড ডেভেলপমেণ্ট বিভাগৰ এজন বিজ্ঞানী। তেওঁৰ বোৱাৰী মনীষা আই আই টিৰ স্নাতক হোৱাৰ পিছত আমেৰিকাত পি. এইচ. ডি. ডিগ্ৰী লাভ কৰি বৰ্তমান ফিলিপচ্ কোম্পানীৰ ৰিচাৰ্চ এণ্ড ডেভেলপমেণ্ট বিভাগৰ বিশেষজ্ঞ। নাতি দুটা স্কুলীয়া ছাত্ৰ।

১৯৯১ চনৰ শেষভাগত পুত্ৰ-বোৱাৰীৰ সংসাৰ চাবলৈ বাইদেউ আমেৰিকালৈ গৈছিল। আমেৰিকাৰ পৰা আহি তেওঁ অসমীয়া আৰু বাংলাভাষাত তৃতীয় বিশ্ববাসিনীৰ আমেৰিকা দৰ্শন নামৰ ভ্ৰমণ কাহিনী লিখিছিল। কৃষ্ণাঙ্গৰ সমাজ আৰু নিবনুৱা সমস্যাৰ ওপৰত আলোকপাত কৰা বাবেই এই কিতাপখন জনপ্ৰিয় হৈ উঠিছিল। বিভিন্ন কাকত পত্ৰত প্ৰকাশ পোৱা তেওঁৰ প্ৰবন্ধ, লেখনিসমূহ গ্ৰন্থ আকাৰে উলিওৱাহেঁতেন অসংখ্য কিতাপ হ'লহেঁতেন। নিজৰ নাম যশৰ প্ৰতি সম্পূৰ্ণ উদাসনী এইগৰাকী বিদুষী নাৰীয়ে প্ৰকাশকে প্ৰকাশৰ বাবে পাণ্ডুলিপি বিচাৰিলেও নেতিবাচক উত্তৰহে পায় বাইদেউৰ অনীহাৰ বাবে। অনিমা গুহ বাইদেউৰ প্ৰকাশিত গ্ৰন্থসমূহ হ'ল—

(১) তৃতীয় বিশ্ববাসিনীৰ আমেৰিকা দৰ্শন, (২) এমুঠি অভিজ্ঞতা (৩) মানুহৰ চিত্ৰশালাত (৪) মন মোৰ উৰণীয়া পখী (৫) তৃতীয় বিশ্ববাসিনীৰ দৃষ্টিত নাৰী আৰু সমাজ।

**অনুবাদ গ্ৰন্থ ঃ**

বাঙালীৰ ইতিহাস (অসমীয়ালৈ অনুবাদ), পূৰ্বাঞ্চলচি মুচাফৰী (শ্ৰীপদ যোশীৰ ভ্ৰমণ কাহিনী ঃ অসমীয়ালৈ অনুবাদ) সুৰুজমুখীৰ স্বপ্ন (বাংলালৈ অনুবাদ)।

ড° অনিমা গুহ বাইদেউৰ স্বামী ড° অমলেন্দু গুহক সংসাৰৰ সকলো দায়িত্বৰ পৰা মুক্ত কৰি একান্তভাৱে সাহিত্য সাধনাত লাগিবৰ বাবে তেওঁ অনুপ্ৰেৰণা যোগাই আহিছে, সহায়-সহযোগ কৰি আছে।

সমাজসচেতক, মানৱতাবাদী ড° অনিমা গুহ বাইদেৱে লিখনিৰ মাজেদিয়েই নহয় 'নাৰী নিৰ্যাতন' আৰু শিশু নিৰ্যাতন'ৰ বিৰুদ্ধে দায়বদ্ধ নাগৰিক হিচাবে ব্যক্তিগতভাৱে আৰু সংগঠনৰ যোগেদিও মাত মাতি আহিছে, বিভিন্ন আঁচনি আগবঢ়াই আহিছে। নিৰ্যাতিত, বিপদগ্ৰস্ত লোকক পথ প্ৰদৰ্শন কৰাৰ উপৰিও আগ্ৰহ, আন্তৰিকতা, সহানুভূতি আৰু মাতৃ স্নেহৰ সহৃদয়তাৰে আৰ্থিকভাৱেও আত্মীয় স্বজনকে ধৰি বিভিন্ন অভাৱগ্ৰস্ত লোকক সহায় সহযোগ আগবঢ়াই পৰম সন্তুষ্টি লাভ কৰে। ড° অনিমা গুহ বাইদেউ বৰ্তমান অসমৰ কেইবাটাও সামাজিক সংগঠনৰ লগত জড়িত। তদুপৰি তেওঁ 'নিৰ্যাতন বিৰোধী ঐক্য মঞ্চ'ৰ সভানেত্ৰী।

যশ-কীৰ্ত্তি, পদবী, সন্মান আদিৰ প্ৰতি সম্পূৰ্ণ উদাসীন অথচ সদাসচেতন-কৰ্মতৎপৰ মহিমামণ্ডিত ড° অনিমা গুহ বাইদেৱে জীৱনত বিখ্যাত হোৱাৰ বাবে নানা সোণালী সুযোগ লাভ কৰিছিল। সেইবোৰ গ্ৰহণ কৰা হ'লে ড° গুহ বাইদেৱে ভাৰতৰ এগৰাকী লেখত ল'বলগীয়া ব্যক্তি ৰূপে প্ৰতিষ্ঠা লাভ কৰিব পাৰিলেহেঁতেন। বৰ্তমান অশান্তি জৰ্জৰ সমাজত ড° অনিমা গুহ বাইদেউৰ দৰে যুক্তিবাদী, আত্মিক গুণৰ অধিকাৰী, মানৱতাবাদী নাৰী আমাৰ অতীব প্ৰয়োজন। এনে এগৰাকী গুণবিশিষ্ট নাৰীকলৈ আমি সকলোৱে গৌৰৱ অনুভৱ কৰিব পাৰো। তেওঁ সঁচাকৈয়ে অনন্যা নাৰী। ড° গুহ বাইদেউৰ সুস্বাস্থ্য আৰু মঙ্গল কামনা কৰি পৰমেশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনালো। গুহ বাইদেৱে সমাজৰ কল্যাণৰ অৰ্থে মানৱৰ মঙ্গলৰ হকে কাম কৰি যাওক ন ন চিন্তাৰে, আঁচনিৰে—এয়াই আমাৰ কামনা। ❐

# ড০ ৰেণু দেৱী

**নীলিমা বৰা**

কল্পনাৰ ৰঙীন তুলিৰে অঁকা
সঁচাকৈয়ে তাই এটি জীৱন্ত কবিতা
সেয়ে যেন শয়নে-সপোনে
বাৰে বাৰে কানে কানে কয়,
জগতত মোৰ পৰিচয়
অনাদি যুগৰ নাৰী মই।।

(বিমল ভাগৱতী)



বিচিত্ৰ পৃথিৱীত জীৱনৰ অবধাৰিত গতি। কালৰ বুকুত নিচিহ্ন হৈ পৰে মানুহৰ জীৱন ইতিহাস। কিন্তু কালক জয় কৰি কেতিয়াবা কালজয়ী হয় জীৱন। জীৱন হৈ পৰে—শব্দময়। জীৱন সত্তাৰে সুন্দৰ কৰি থয় সময়।। তেনে এটি জীৱনৰ গৰাকী ড০ ৰেণু দেৱী। খৰস্ৰোতা জলৰাশিৰ দৰে তেজস্বিনী, জ্ঞান সাধনাৰে প্ৰজ্ঞাৱতী তেওঁ।

ড০ ৰেণু দেৱীৰ জন্ম গুৱাহাটীৰ চেনিকুঠীত। ১৯৩৩ চনৰ ৩০ জুলাইত তৃতীয় সন্তান ৰূপে জন্মি মাতৃ শ্ৰীযুতা সূৰ্যপ্ৰভা বৰুৱা আৰু পিতৃ শ্ৰীযুত পুণ্যধৰ বৰুৱাৰ কোলা শুৱনি কৰেহি।

তেওঁৰ ককায়েক নলিনী কান্ত বৰুৱা। ভ্ৰাতৃ যোগেন বৰুৱা, সুৰেণ বৰুৱা আৰু জীতেন বৰুৱা। বাইদেৱেক তৰুলতা বৰুৱা, ভনীয়েক বীণা শৰ্মা। সাতগৰাকী ভাইভনীৰ মাজত লালিত পালিত ৰেণুদেৱীৰ বাল্য অৱস্থাতে অঙ্কুৰিত হৈছিল জ্ঞান-জিজ্ঞাসাৰ এটি পিপাসু মন। তেওঁৰ মাতৃ সূৰ্যপ্ৰভা বৰুৱা আছিল এগৰাকী দূৰদৰ্শী আৰু শিক্ষানুৰাগী মনৰ মহিলা। শিক্ষাৰ প্ৰতি তেওঁৰ আছিল প্ৰবল ধাউতি। শিক্ষাৰ প্ৰয়োজনীয়তাৰ কথা তেওঁ ভালদৰে হৃদয়ঙ্গম কৰিছিল। সেয়েহে নিজে পঢ়াশালিৰ শিক্ষা ল'ব নোৱাৰিলেও তিনিও গৰাকী জীয়ৰীকে পুত্ৰসকলৰ লগতে পঢ়াশুনাৰ সম্পূৰ্ণ সা-সুবিধা দিছিল, আৰু সুন্দৰভাৱে তদাৰক কৰিছিল। সেইবাবে সেই সময়ৰ মহিলাসকলৰ পৰা তেওঁ ইতিকিংৰ মুখামুখিও হ'ব লগাত পৰিছিল।

কিন্তু তেওঁৰ দৃঢ়মন বিচলিত হোৱা নাছিল। তিনিও গৰাকী জীয়েকক তেওঁ উচ্চ শিক্ষাৰে শিক্ষিতা কৰি তুলিছিল।

**শিক্ষা আৰু চাকৰি জীৱন**

গুৱাহাটী তাৰিণী চৰণ হাইস্কুলত উচ্চ শিক্ষাৰ প্ৰাৰম্ভৰ বাবে প্ৰথম খোজ থৈছিল ৰেণু দেৱীয়ে। জ্ঞানৰ কাঁচলি ৰ'দত উমপোৱা তেওঁৰ মনে পাখি মেলিছিল আলোক উদ্ভাসিত এখনি পৃথিবীলৈ। পঢ়া-শুনাৰ প্ৰতি থকা এই একাগ্ৰতাই সকলোকে মুগ্ধ কৰিছিল যেতিয়া 'ভূগোল' আৰু 'সাধাৰণ জ্ঞান'ত লেটাৰসহ তাৰিণীচৰণ হাইস্কুলৰ পৰা (১৯৫০) প্ৰথম বিভাগত প্ৰৱেশিকা পৰীক্ষাত উৰ্ত্তীৰ্ণ হৈ বৃত্তি পায়। তাৰ পিছত তেওঁ আৰু উভটি চোৱা নাই।

গুৱাহাটী সন্দিকৈ কলেজত ভৰি থৈ যেন নিজৰ অৰ্হাতাৰ দুৱাৰত টুকুৰিয়ালে। ১৯৫২ চনত গুৱাহাটী বিশ্ববিদ্যালয়ত নৱম স্থান অধিকাৰ কৰি প্ৰথম বিভাগত 'আই এ' পাছ কৰিলে। শিক্ষা বিষয়ত অনাৰ্চ লৈ সুখ্যাতিৰে বি. এ পাছো কৰিলে তেওঁ।

১৯৫৭ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা শিক্ষা বিষয়ত প্ৰথম শ্ৰেণীৰ প্ৰথমস্থান লৈ স্নাতকোত্তৰ ডিগ্ৰী অৰ্জন কৰি এই বিষয়ত প্ৰথম বিজেতা ৰূপে সম্মানিত হ'ল। সেই বছৰতে তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়তে নিজ যোগ্যতা অনুযায়ী প্ৰবক্তাৰূপে নিযুক্তি লয়। স্নাতক মহলাৰ ছাত্ৰ-ছাত্ৰীসকল, বি. টি মহলাৰ ছাত্ৰ-ছাত্ৰীক আৰু লগতে স্নাতকোত্তৰ মহলাৰো শিক্ষাৰ্থীসকলক তেওঁ অত্যাধিক শ্ৰম কৰি পঢ়ুৱাব লগা হৈছিল। তথাপি তেওঁ যেন ভাগৰি পৰা নাছিল। তেওঁৰ শিক্ষা পিপাসু মনটোক যেন কোনেও ৰূদ্ধ কৰিব পৰা নাছিল। তাৰ মাজেদিয়ে তেওঁ নিৰবে নিজৰ শিক্ষা সাধনাত ব্ৰতী হৈ পৰিছিল। ফল স্বৰূপে ১৯৫৮ চনত তেওঁ আইনৰ এল. এল. বি. ডিগ্ৰীও লৈ পেলাইছিল।

আই সৰস্বতীয়ে মুক্ত হস্তে যেন তেওঁৰ শিৰত আশীষৰ মুকুতা পিন্ধাইছিল। ভাৰত চৰকাৰৰ জলপানী লৈ ১৯৬৩ চনত প্ৰবক্তা ৰেণুদেৱী লণ্ডন বিশ্ববিদ্যালয়ৰ 'ইনষ্টিটিউট অব এডুকেশ্যন'ত (Institute of Education) পঢ়িবলৈ উৰা মাৰে।

ইংলণ্ডৰ মাধ্যমিক শিক্ষাৰ সংগঠন পাঠ্যক্ৰম, পৰীক্ষা আৰু প্ৰশাসনৰ ওপৰত কৰা ক্ষেত্ৰভিত্তিক গৱেষণাৰ বাবে তেওঁ 'এছ'ছিয়েটশ্বিপ' (associateship) সম্মানেৰে সম্মানিত হয়।

১৯৭২ চনত এই শিক্ষানুৰাগী বিদুষী মহিলা গৰাকীয়ে ড° ভেংকট ৰাওৰ তত্ত্বাৱধানত 'Progress of Education in Assam (1882-1937)' ৰ ওপৰত গৱেষণা কৰি ডক্তৰেট উপাধি লাভ কৰে।

১৯৭৬ চনলৈকে ভাৰতীয় শিক্ষক সন্থা আৰু ভাৰতীয় মহিলা অধ্যয়ন সন্থাৰ

কাৰ্যকৰী কমিটিৰ তেওঁ দুবাৰকৈ সদস্য নিৰ্বাচিত হয়। আনহাতে নতুন দিল্লীত থকা এন. চি আৰ টি (NCRT) মূল্যায়ণ কমিটি, একাডেমী কমিটি আৰু 'নিপাৰ' একাডেমীক কমিটিৰ বিশেষজ্ঞ হিচাবেও নিৰ্বাচিত হৈছিল।

ড° ৰেণু দেৱী প্ৰবক্তাৰ পৰা 'ৰিডাৰ' হোৱাৰ পিছত ১৯৮২ চনত প্ৰফেচাৰ পদলৈ প্ৰমোচন হয়।

কৰ্মই যেন হাত বাউলি দিছিল বিজ্ঞ-প্ৰাজ্ঞ ড° ৰেণুদেৱীক, ইউ. জি. চি (U.G.C) ৰ সাংস্কৃতিক বিনিময় আঁচনিত তিনিমাহৰ বাবে জাৰ্মান ডেম'ক্ৰেটিক ৰিপাব্লিকৰ গ্ৰাইফ ওৱাল্ড, মাৰ্টিন লুথাৰ, হাম বল্ড বিশ্ববিদ্যালয়, টেকন'লজিকেল বিশ্ববিদ্যালয়ৰ শিক্ষা বিভাগত বক্তৃতা দিবলৈ আকৌ এবাৰ ১৯৮৩ চনত যাত্ৰা কৰে বিদেশলৈ—

ফুৰিছো যাত্ৰী স্বদেশ বিদেশ<br>
সৌন্দৰ্য্য আভাস যাতে পাও একনিকা,<br>
সুন্দৰৰ আৰধনা জীৱনৰ খেল<br>
অভিনয় অন্তে ঘোৰ কাল যৱনিকা।

গতিময় জীৱন বেলিকা যেন হেঁপাহ সঁফুৰাত আজলি ভৰাই ল'ব বিশ্বৰ স্তুপীকৃত বিভিন্ন জ্ঞান। বাৰ্লিন, ড্ৰিচডেন, হালে, উত্তৰ মেৰু সাগৰৰ ওচৰত থকা গ্ৰাইফ ওৱাল্ড আদি অনেক ঠাই ভ্ৰমণ কৰি তাৰ সাংস্কৃতিক পৰিবেশ বোৰৰ পৰা জ্ঞান আহৰণ কৰি জীৱন ধন্য কৰিছিল তেওঁ।

১৯৮৩ চনত প্যাৰীৰ উইনেক্ৰত হোৱা 'আন্তৰ্জাতিক জীৱন জোৰা সংহত শিক্ষা'ৰ সম্মিলনত যোগদান কৰি পাঠ কৰিছিল গৱেষণা পত্ৰ। অকল সেয়ে নহয় বৈঠকবোৰত সভাপতিৰ আসনো শুৱনি কৰিছিল।

১৯৮৭ চনত বিনিময়ৰ 'ভিজিটিং ফেল'' হৈ কাৰ্লিফোৰ্ণিয়া বিশ্ববিদ্যালয়ত তিনিমাহ, থাকলৈই আমেৰিকাৰ উচ্চশিক্ষিত কমিউনিটি কলেজৰ গুৰুত্ব বিষয়টো অধ্যয়ণ কৰিছিল।

কৰ্মত অশেষ দক্ষতা আৰু পটুতা অৰ্জন কৰা ড° ৰেণু দেৱীয়ে ১৯৮৭ চনত 'শান্তাবাৰকৰা'ত 'উইমেন ৰিচাৰ্হ চেণ্টাৰ' (Women Research Centre) য়ে পতা 'বৌদ্ধিক বৃত্তিমূলক আৰু পাৰিবাৰিক বিষয়ত মহিলাৰ ভূমিকা' নামৰ এক আন্তৰ্জাতিক সম্মিলনতো ভাগলৈ তেওঁ সৰ্বোত্তম চিন্তা শক্তিৰ পৰিচয় দিছিল।

১৯৮৯ চনত গুৱাহাটী বিশ্ববিদ্যালয়ত স্থাপন হোৱা 'মহিলা গৱেষণা অধ্যয়ন কেন্দ্ৰ'ৰ প্ৰতিষ্ঠাপক অবৈতনিক সঞ্চালিকা হিচাবে গুৰুভাৰ গ্ৰহণ কৰি নিজৰ দায়বদ্ধতাৰে আৰু যোগ্যতাৰে সুন্দৰ ৰূপে পালন কৰিছিল উক্ত কেন্দ্ৰটি।

জ্ঞানৰ সাধনাত, শিক্ষা প্ৰদানত তেওঁ যেন এক অবিৰাম-অবিৰত যাত্ৰাৰ যাত্ৰী। ক্লান্তিক প্ৰশ্ৰয় নিদিয়া ড° ৰেণু দেৱীৰ মনত যেন প্ৰতিটো পল ব্যস্ততাৰে

পৰিপূৰ্ণ। ১৯৯০ চনত তেওঁ পুনৰ উৰা মাৰিলে দায়িত্বৰ আহ্বানত নিউইয়ৰ্কলৈ। নিউইয়ৰ্ক বিশ্ববিদ্যালয়ত পতা 'আন্তৰাষ্ট্ৰীয় মহিলা কংগ্ৰেছ'ৰ বৈঠকত যোগদান কৰি পুংখানুপুংখ ভাৱে ফঁহিয়াই জনালে ভাৰতৰ মহিলা সকলৰ শিক্ষাৰ অগ্ৰগতিত থকা বিভিন্ন সমস্যাৰ কথা, বিভিন্ন আঁসোৰাহৰ কথা আঙুলিয়ালে, সামাজিক মৰ্য্যদাত হেয় প্ৰতিপন্ন হৈ থকা ভাৰতীয় নাৰীসকলৰ দুখ-দুৰ্দশাৰ কথা। বৈঠকবোৰত তেওঁ যোগদানেই কৰা নহয় সঞ্চালনা কৰাৰ বাবেও আমন্ত্ৰন পাইছিল। সেই বছৰত (১৯৯০) এক্ৰন বিশ্ববিদ্যালয়ৰ 'নেশ্বনেল এচ'ছিয়েশ্যন কলিঙ ডি কোৰেশ্বন' নামৰ আন্তৰাষ্ট্ৰীয় সম্মিলনতো যোগ দিব লগা হয় ৰেণু দেৱীয়ে।

পৃথিৱীৰ প্ৰান্তে প্ৰান্তে জিজ্ঞাসাৰ পম খেদি জ্ঞান বিতৰণৰ হেপাহঁত-আনন্দত ড° দেৱীয়ে মাথো ভ্ৰমিছে আৰু ভ্ৰমিছে।

এইবাৰ তেওঁ যাত্ৰা কৰিলে অষ্ট্ৰেলিয়ালৈ। ১৯৯১ চনত অষ্ট্ৰেলিয়াৰ পাৰ্থত থকা 'ওৱেষ্টান ইউনিভাৰচিটি অৱ অষ্ট্ৰেলিয়া'ৰ শিক্ষা বিভাগ পৰিদৰ্শন কৰি শিক্ষাৰ সকলো দিশ খৰচি মাৰি জানি বুজি ল'লে। সেই ঠাইৰ শিক্ষক-শিক্ষয়িত্ৰীসকলৰ লগত মত বিনিময়ৰে শিক্ষাৰ প্ৰসাৰতা আৰু ব্যাপকতাৰ কথা আলোচনা কৰিলে। তাতে ক্ষান্ত নেথাকি অষ্ট্ৰেলিয়াৰ বিভিন্ন ঠাই পৰিদৰ্শন কৰিলে।

কৰ্ম তৎপৰতা-দায়বদ্ধতা আৰু চিন্তাশীলতাই তেওঁৰ জীৱন চহকী কৰিছিল। ১৯৯১ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ 'কলা' বিভাগৰ 'কলাগুৰু' হিচাবে প্ৰথম মহিলা প্ৰফেচাৰ নিৰ্ব্বাচিত হয় ড° ৰেণু দেৱীয়ে। দুবাৰকৈ শিক্ষা বিভাগৰ মুৰব্বী হোৱাৰ উপৰিও একাডেমিক কাউন্সিল কৰ্টৰ সদস্যা, প্ৰাপ্ত বয়স্ক আৰু অবিৰত শিক্ষা কেন্দ্ৰৰ উপদেষ্টা আৰু সঞ্চালিকা, বিশ্ববিদ্যালয়ৰ অনুদান আয়োগৰ শিক্ষা পেনেল আৰু মহিলা অধ্যয়ন কমিটিৰ সদস্যা পদত থাকি সূক্ষ্ম পৰ্য্যবেক্ষণেৰে নিজৰ কৰ্তব্য পালন কৰি গৈছিল। কৰ্মব্যস্ত জীৱনৰ তেওঁৰ প্ৰতিটো ক্ষণেই যেন সোণালী ফ্ৰেমত বান্ধ খাই পৰিছিল। নতুন দিল্লীৰ ৰাষ্ট্ৰীয় শিক্ষা-গৱেষণা প্ৰশিক্ষণ, সংসদৰ এষ্টাব্লিচমেণ্ট কমিটি' ৰাষ্ট্ৰীয় শিক্ষা পৰিকল্পনা আৰু প্ৰসাশনৰ আঁচনি আৰু কাৰ্য্যক্ৰম কমিটিৰ সদস্যা হৈয়ো তেওঁ কাৰ্য্যক্ৰমনিকা আগবঢ়াইছিল। কৰ্মময় বিশাল পৃথিৱীখনত কৰ্মত নিমগ্ন হৈ থকাটোৱে যেন ড° দেৱীৰ জীৱন। নিজ অৰ্হতাই কঢ়িয়াই অনা প্ৰতিটো দায়িত্বকে নিয়াৰিকৈ কৰি উঠি ধাৱমান হয় তেওঁ আন এক নতুন কৰ্মক্ষেত্ৰলৈ। শিক্ষা বিষয়ক কাম-কাজ লৈ তেওঁ অৰুণাচল প্ৰদেশলৈয়ো গৈছিল। উত্তৰ পূৱ কেন্দ্ৰীয় বিশ্ববিদ্যালয় আদিৰ বিভিন্ন কমিটিৰ সদস্যাৰূপে তেওঁ কাৰ্য্যনিৰ্ব্বাহকৰ কাম কৰিছিল, তেওঁ চেণ্টেল সৈনিক স্কুলৰ বৰ্ড অৱ গৱৰ্ণৰৰ সদস্য মনোনীত হৈছিল। তেওঁ মনোনীত হৈছিল কনপুৰ

বিশ্ববিদ্যালয়ৰ 'বৰ্ড অব ষ্টাডিজৰ সদস্য হিচাবেও। শান্তি নিকেতনৰ বিশ্ব ভাৰতীৰ একাডেমিক কাউন্সিলৰ সদস্যৰ দায়িত্বতো আছিল ৰেণু দেৱী।

১৯৯৩ চনত তেওঁ নেশ্বনেল ইনষ্টিটিউট অব পাব্লিক কৰপোৰেচন এণ্ড চাইল্ড এডুকেশ্যন এণ্ড ডেভেলপমেণ্টৰ একাডেমিক— (N.I.P.C. & C.E. & D.) কমিটিতো সদস্যাৰূপে কাৰ্য্যভাৰ গ্ৰহণ কৰে। কৰ্মই মানুহগৰাকীক ব্যস্ততাপূৰ্ণ জীৱন প্ৰদান কৰিছিল এইদৰেই। ঘাত-প্ৰতিঘাত অতিক্ৰমি, সাংসাৰিক দায়িত্ব চম্ভালি জীৱনক জীৱন ৰূপে ৰূপ দিছিল আদৰ্শৰে নীতিৰে আৰু কৰ্মব্যস্ততাৰে। অপূৰ্ব অভিজ্ঞতাৰে খোজ পেলাইছিল জীৱনৰ গতিত। যোল্লজন ছাত্ৰ-ছাত্ৰীয়ে তেওঁৰ তত্বাৱধানত গৱেষণা কৰি লাভ কৰিছিল ডক্টৰেট উপাধি। শিক্ষা বিষয়ক কত বিষয়ৰ ওপৰত যে এবছৰীয়া গৱেষণাৰ প্ৰতিবেদন তেওঁ প্ৰস্তুত কৰা নাছিল! ভাৰতৰ কত বিশ্ববিদ্যালয় আৰু ৰাষ্ট্ৰীয় সংগঠনৰ কত সভা আৰু আলোচনা চক্ৰত যে প্ৰতিনিধি হিচাবে যোগদান কৰি তেওঁৰ মৌলিক দক্ষতাৰ পৰিচয় নিদিছিল!! সেইবাবেই তেওঁ শৈক্ষিক মানদণ্ডৰে সদায় সমুজ্জ্বল হৈ আছে আৰু ভৱিষ্যতলৈও নিশ্চয় এই কৃতিত্ব তেওঁৰ মোলান নপৰে। জ্ঞান প্ৰসূত অভিনৱ কৌশলেৰে বিশ্বক আপোন কৰিব পৰা ড° ৰেণু দেৱী নাৰী সমাজৰ বাবে নিশ্চয় অনুপ্ৰেৰণাজনক। তেওঁৰ জীৱনৰ আধাৰ হ'ল সত্যতা আৰু সততা। জনাৰ হেঁপাহেই হ'ল তেওঁৰ বাবে জীৱনৰ অভিনৱ সোৱাদ। দেশ-বিদেশৰ পৰা তেওঁ কঢ়িয়াই অনা কীৰ্ত্তি অসমৰ বাবে স্বৰ্ণময় গৌৰৱ। প্ৰায় চৈধ্যখন ৰাষ্ট্ৰীয় আলোচনা চক্ৰ আৰু বিশ্ববিদ্যালয়ৰ আলোচনা চক্ৰবোৰ তেওঁ দক্ষতাৰে আৰু শৃংখলতাৰে যিদৰে পৰিচালনা কৰিছিল তাতেই পৰিস্ফুট হৈ উঠিছিল তেওঁৰ কৃতিত্ব।

শিক্ষা জগতলৈ এইদৰে আগবঢ়োৱা বিশিষ্ট অৱদানৰ বাবে বিশ্ববিদ্যালয় অনুদান আয়োগে তেওঁলৈ ১৯৯৪ চনত আগবঢ়ায় "এমেৰিটাচ ফেল'শ্বিপ" সন্মান।

ড° ৰেণু দেৱীৰ কৃতিত্ব ইমানতে শেষ নহয়। এই ব্যক্তি গৰাকীয়ে অন্য এক মহান দিশতো চিৰ স্মৰণীয় সোণালী বুটা বাচি থৈছে। মানৱতাৰ কাৰণে নিজক জনতাৰ বাবে আত্ম সমৰ্পন কৰিছে। তেওঁ ধাৱিত হৈছে ব্যক্তিৰ পৰা জন সমাজলৈ। সাৰ্ব্বজনীন মাতৃ হিচাবে তেওঁ পৰ্য্যবেক্ষণ কৰিছে নাৰীৰ দুখ, সমস্যা আৰু হতাশাৰে ভৰা জীৱনৰ যন্ত্ৰণামুখৰ কথাবোৰ। আজিও আমাৰ সমাজত শিক্ষিত পৰিয়ালতো পুত্ৰ সন্তানৰ প্ৰতি দুৰ্ব্বলতা নথকা নহয়। ইয়াৰ পৰিপ্ৰেক্ষিতত কঠোৰ আইন প্ৰবৰ্ত্তন হ'লেও মানবীয়তাৰ ফালৰপৰা দীন-হীন সকলে তাক নিস্ফল কৰি থয়।

আমাৰ সমাজত বিশেষকৈ গ্ৰাম্য অঞ্চলৰ কন্যা শিশুসকল অৰ্থনৈতিক, শৈক্ষিক, সকলো ন্যায্য সা-সুবিধাৰ পৰা সম্প্ৰতিও বঞ্চিত হৈ আছে। এই নাৰী

বিদ্বেষী মনোভাৱক নির্মূল কৰিবৰ কাৰণে সৌ তাহানিতেই ড° ৰেণু দেৱীয়ে লৈছিল বৌদ্ধিক জাগৰণৰ বাবে এক দৃঢ় পদক্ষেপ। শৈশৱৰে পৰা তেওঁ নাৰী জীৱনৰ লাঞ্চনা-গঞ্জনা শোষণ-বঞ্চনা আদিৰ প্ৰতি সজাগ আছিল আৰু নাৰীৰ প্ৰতি থকা এই বৈষম্য-অবিচাৰ তেওঁৰ দৃষ্টি গোচৰ হৈছিল। যিয়ে তেওঁক মৰ্মাহত কৰি তুলিছিল আৰু হৃদয়ৰ নিভৃত কোনত মচিব নোৱাৰাকৈ সাঁচ বহুৱাইছিল। প্ৰতিবাদী মনেৰে বলিষ্ঠ কাৰ্যসূচী যুগুতাই অহৰহ যুঁজি আহিছে ড° দেৱীয়ে বিপৰ্য্যয়ত ভোগা অজ্ঞ নাৰীসকলৰ মঙ্গলৰ বাবে। তেওঁৰ জীৱনৰ তীক্ষ্ণ দৃষ্টি প্ৰতিভাত হৈছে প্ৰতিবাদী কাম-কাজ সমূহৰ যোগেদি। এইদৰেই তেওঁ নৈতিক আদৰ্শ আৰু মুক্ত নিকা পথৰ সন্ধান দি আহিছে নাৰী সমাজক।

১৯৭৫ চনতে তেওঁ নাৰী সজাগতাৰ বাবে বিশ্ববিদ্যালয় অনুদান আয়োগৰ অনুদান লৈ "সমাজ পৰিবৰ্তনত মহিলাৰ শিক্ষা এক আহিলা' বিষয়েৰে ৰাষ্ট্ৰীয় পৰ্য্যায়ত আলোচনা চক্ৰ অনুষ্ঠিত কৰিছিল।

১৯৭৯ চনত অসমৰ গাঁও অঞ্চলত মহিলাসকলক লৈ "বয়স্ক মহিলাৰ শিক্ষাৰ সমস্যা" নামৰ ইউ. জি. চি.ৰ অনুদানেৰে আলোচনা চক্ৰপাতি নিৰক্ষৰ মহিলা সকলৰ মাজত শিক্ষাৰ গুৰুত্ব আৰু প্ৰয়োজনীয়তাৰ বিষয়ে সজাগতা আৰু সচেতনতা অনাৰ বাবে যত্নপৰ হৈছিল। গুৱাহাটী বিশ্ববিদ্যালয়ত যেতিয়া 'মহিলা গৱেষণা অধ্যয়ন কেন্দ্ৰ' স্থাপন হয় তেওঁ 'সমতাৰ অগ্ৰগতিত মহিলাৰ প্ৰতিবন্ধক' সমূহৰ বিষয়ে গুৰুত্বপূৰ্ণ বৈঠকবোৰ অনুষ্ঠিত কৰি নাৰী সমস্যাৰ মীমাংসাৰ পথৰ উন্মেষ ঘটাইছিল।

সেইসময়ত দেখা দিয়া ৰাজনৈতিক সামাজিক অৰ্থনৈতিক আৰু শৈক্ষিক ক্ষেত্ৰত নাৰীসকলৰ দুখ-দুৰ্গতি-অসুবিধাবোৰ নাশৰ বাবে তেওঁ সততে সজাগ আছিল। তেওঁ প্ৰায়ে ওলাই গৈছিল গাঁওবোৰলৈ। য'ত সমস্যাত হাবুডুবু খোৱা তিৰোতাসকল ৰৈ থাকে অনিশ্চিত ভৱিষ্যতলৈ।

সমাজ সচেতনতাত অগ্ৰণী ভূমিকা লোৱা শিক্ষাবিদ ড° ৰেণু দেৱী পৰিচালিত হৈছিল অন্য এক অলোকময় আদৰ্শৰে। য'ত মনৰ সৌন্দৰ্য্যৰ প্লাৱন ঘটিছে। তেওঁৰ ইন্দ্ৰিয় চেতনাৰ দুৱাৰেদি এচেৰেঙা ৰ'দ হৈ সোমাই আহিছে সংবেদনাৰ জ্যোতি। গভীৰ মননৰ অনন্যতাই যেন তেওঁৰ চেতনাক উৰ্দ্ধলোকলৈ লৈ গৈছে। তেওঁ প্ৰতিবাদ কৰিছে বাল্য বিবাহক লৈ, নাবালিকা ব্ৰাহ্মণ কন্যাৰ বাল্য বিবাহ ব্যৱস্থাক তীব্ৰভাবে গৰিহণা দিছে। তেওঁ নিজেও ব্ৰাহ্মণ কন্যা হৈ নিজৰ ধাৰণাক প্ৰাধান্য প্ৰদান কৰি উপযুক্ত বয়সতহে বিবাহপাশত আবদ্ধ হৈছে। শিক্ষা-দীক্ষা, কৰ্ম দক্ষতাৰে পুৰুষৰ সমানে সমানে মহিলাইও আনিব পাৰে জীৱনৰ কৃতকাৰ্যতা এই কথা তেওঁ সততে অনুভৱ কৰিছিল আৰু সেই অনুভৱ তেওঁ কাৰ্যকৰী কৰিবলৈ যত্ন কৰিছিল। ১৯৮৩ চনত তেওঁ খাৰঘুলিত "খাৰঘুলি মহিলা

সমাজ'' বুলি এটা অনুষ্ঠান গঢ়ি তুলিছিল। যাতে সেই অঞ্চলৰ আৰ্থ সামাজিক দুৰ্ব্বল, অনুসূচীত জাতিৰ মহিলাসকলৰ মাজত সচেতনতা আনিব পাৰে। তাৰোপৰি হস্তশিল্পৰ কেন্দ্ৰ এটা আৰু শিশুৰ স্বাস্থ্য পৰীক্ষা কেন্দ্ৰ, 'অকণিৰ স্কুল' নামে প্ৰাথমিক বিদ্যালয় এখনো স্থাপন কৰি দিছিল। সপ্তাহে-সপ্তাহে মহিলাসকলক গোট খুৱাই নানা দিহা-পৰামৰ্শ আগবঢ়াইছিল।

**বৈবাহিক জীৱন**

গুৱাহাটী নগৰৰ জীয়াৰী ৰেণু দেৱী ১৯৫৭ চনত গোলাঘাটৰ বিখ্যাত অধিবক্তা তাৰাপ্ৰসাদ বৰুৱা আৰু নিৰ্মল কুমাৰী দেৱীৰ প্ৰথম বোৱাৰী হৈ ঘৰ গছকিছিল। শাহু নিৰ্মল কুমাৰী দেৱী আছিল দেশভক্ত তৰুণৰাম ফুকনৰ ককায়েক নবীনৰাম ফুকনৰ জীয়ৰী।

উচ্চ শিক্ষিত শহুৰ আৰু দূৰদৰ্শী শাহুৰ অকপট স্নেহত ৰেণু দেৱীৰ মনৰ মাজত সপোনৰ ঘৰখন ঠন ধৰি উঠিছিল। নিজ ঘৰত সুস্থ পৰিবেশেৰে গঢ় লৈ উঠা নিটোল প্ৰাণত উদাৰ মনৰ শহুৰ-শাহুৰ আন্তৰিকতাই দুগুণে অৰিহণা যোগালে তেওঁক, জীৱনৰ উন্নতি পথত আগুৱাই যোৱাৰ বাবে। শহুৰ তাৰাপ্ৰসাদ বৰুৱা দেৱ আছিল এজন সংস্কৃতিবান, দয়ালু, দূৰদৃষ্টি সম্পন্ন ব্যক্তি। বহু কেইজন ল'ৰাক তেওঁ নিজৰ ঘৰত ৰাখি নিজৰ খৰছত খুৱাই-বুৱাই পঢ়া-শুনাকে ধৰি সকলো দায়িত্ব বহন কৰিছিল আৰু নিজকে প্ৰতিষ্ঠা কৰাৰ সুযোগ প্ৰদান কৰিছিল। সেইসকলৰ ভিতৰত শিক্ষিত হৈ কোনোজনে বিদেশৰ পৰা ডক্টৰেট লৈছে। কোনোজনে হাইস্কুলৰ প্ৰধান শিক্ষক হৈছে, কোনোজনে চৰকাৰী বিভাগত নানা ডাঙৰ পদবী লৈ কাৰ্যভাৰ চলাই আছে। মোককচাংৰ এজন ছাত্ৰ তাহানিৰ নগালেণ্ডৰ মন্ত্ৰীও হৈছিল। বৰুৱাদেৱৰ মৃত্যুত এইসকল ব্যক্তিয়ে আপোন পিতৃ হেৰুৱাৰ দৰে দুখ বেদনাত হিয়া ঢাকুৰি কান্দিছিল।

বিভিন্নজন ৰাজনৈতিক নেতা আচাৰ্য্য কৃপালিনী, জয়প্ৰকাশ নাৰায়ণ, গোপীনাথ বৰদলৈ আদি মহান লোকসকলে প্ৰায়ে সেই ঘৰখনত আতিথ্য গ্ৰহণ কৰিছিল আৰু দেশৰ নানা দিশৰ কথা আলোচনা কৰিছিল।

ড° ৰেণু দেৱীৰ স্বামী শ্ৰীযুত দেৱপ্ৰসাদ বৰুৱা গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰবক্তা আছিল। তেৰো বুৰঞ্জী বিষয়ত প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান লাভ কৰিছিল। পিছত তেওঁ পলিটিকেল চায়েন্সত 'ৰিডাৰ' হয়। চাকৰি জীৱনৰ শেষ সময়ত গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য হৈ অবসৰ লয়।

চাৰ্লচ বৰুৱা ড° ৰেণু দেৱীৰ পুত্ৰ। বৰ্তমান এজন ভাল ব্যৱসায়ী। মনিকুন্তলা বৰুৱা তেওঁৰ আদৰৰ জী। মনিকুন্তলাই বোম্বাইত টি. ভি.ত কাম কৰাৰ পিছত দিল্লীলৈ আহি ভি. ডি. অ'. কমুনেকেশ্যনত কাম কৰে। সুদক্ষ মনিকুন্তলাই কেইবাখনিও ডকুমেন্টৰি বোলছবি উলিয়ায়। এই গুণগ্ৰাহী কৰ্মোৎসাহী

ছোৱালীজনী বিবাহৰ ১ বছৰৰ পিছতেই ১৯৯০ চনত কালৰ বুকুত অকালতে হেৰাই যায়।

**সাহিত্যিক জীৱন**

সাহিত্য হ'ল ভাৱৰ এক অনুপম প্ৰকাশ। আদিযুগৰ পৰা বৰ্তমানলৈকে সাহিত্যই বোকোচাত লৈ আহিছে সময়ৰ বোলসনা বহুজনৰ মনৰ বহুৰঙী বিচিত্ৰ প্ৰকাশ। জীৱন আৰু জগতৰ অভিজ্ঞতাৰে সাহিত্যিকসকলে সাহিত্যৰ শৰাই জাতিষ্কাৰ কৰি তোলে। সময়ৰ বাধা বিঘিনি নেওঁচি সৃষ্টিশক্তিৰ অনুপম ধাৰাৰে সাহিত্য জগতত আপোন বৈশিষ্টতাৰে সমুজ্বল হৈ আছে এটি নাম— ড° ৰেণু দেৱী।

কিশোৰী কালতে ড° ৰেণু দেৱীৰ মনত সৃষ্টিৰ সেউজী লতাই কুঁহিপাত মেলিছিল। সাহিত্যানুৰাগে আপ্লুত কৰি তোলা প্ৰাণত জীপ লৈছিল সাতোৰঙী কল্পনাই। তেতিয়াৰ বাঁহী, আৱাহন আদি আলোচনীৰ তেওঁ আছিল নিয়মিত পাঠিকা। বাল্য কালতে লিখি পেলাইছিল বহুতো সাধুকথা। হিয়াৰ পৰশসনা অকণি অকণি কবিতা। এনেকৈ লিখি তেওঁ পাইছিল নিজেই আত্ম সন্তুষ্টি।

গুৱাহাটী তাৰিণীচৰণ হাই স্কুলত ছাত্ৰী অৱস্থাত থাকোতেই 'উদয়ন' নামৰ হাতে লিখা আলোচনী এখন উলিয়াইছিল। সেইখনৰ নিজে সম্পাদিকাৰ দায়িত্ব লৈ নিজেও গল্প কবিতা লিখিছিল অন্যকো লিখিবলৈ উৎসাহিত কৰিছিল।

সন্দিকৈ কলেজত পঢ়ি থাকোতে (১৯৫৩-৫৪) তেওঁ ছাত্ৰী সন্থাৰ সাধাৰণ সম্পাদিকা হৈ নিজৰ দক্ষতাপূৰ্ণ নেতৃত্বৰ চিনাকী দিছিল। তেতিয়াই তেওঁ অল ইণ্ডিয়া ৰেডিঅ'ত স্বৰচিত কবিতা পাঠ কৰিছিল। সন্দিকৈ কলেজৰ সাহিত্য চ'ৰাত ড° নিৰ্মলপ্ৰভা বৰদলৈ, জাহানাৰ বেগম, আদি মান্য সাহিত্যিকসকলৰ স'তে কবিতা পাঠ কৰিছিল। কিন্তু আত্ম প্ৰশংসা বিমুখ এইগৰাকী ৰেণু দেৱীয়ে লিখনিসমূহ এলাহতে হওঁক নাইবা সঙ্কোচতে হওঁক সেইবোৰ কোনোদিনেই প্ৰকাশ নকৰিলে। নিজৰ স্বৰচিত কবিতাবোৰৰ মূল্য নিজেই মূল্যহীন বুলি ভাবিলেও সেইয়া হয়তো আছিল অমূল্য। ৰবীন্দ্ৰ নাথৰ ভাষাত—

"এক বিন্দু নয়নেৰ জল
কালেৰ কপোল তলে শুভ্ৰ সমুজ্বল।"

স্নাতকোত্তৰ ছাত্ৰ সন্থাতো ১৯৫৫-৫৬ চনত আলোচনী সম্পাদিকা হিচাবে নিৰ্বাচিত হৈ দুখনকৈ আলোচনী উলিয়াইছিল।

গুৱাহাটী বিশ্ববিদ্যালয়ত প্ৰৱক্তা হৈ সোমোৱাৰ পিছত বৌদ্ধিক জগতখনৰ লগত তেওঁ গভীৰভাৱে সোমাই পৰে। সেই সময়তে তেওঁ কেইবাখনো গৱেষণা পত্ৰ লিখি আলোচনীবোৰত প্ৰকাশ কৰিছিল। ৰামধেনু, নতুন অসমীয়াকে ধৰি বিভিন্ন আলোচনী বাতৰি কাকতত তেওঁ গল্প প্ৰবন্ধ লিখি সৃষ্টিশীল সাহিত্য

জগতখনলৈ অৰিহণা আগবঢ়াইছে। অসমীয়া ইংৰাজী দুয়োটা ভাষাতে বুৎপত্তি থকা ড° ৰেণু দেৱীয়ে ইংৰাজী ভাষাতো শিক্ষাবিষয়ক কেবাখনিও গ্ৰন্থ আৰু প্ৰবন্ধ ৰচনা কৰি উলিয়াইছে। Principle of Education, Introduction of Education, Progress of Education of Assam. আদি পুথি লিখি তেতিয়াৰ পাঠ্য পুথিৰ অভাৱ দূৰ কৰিছিল। তাৰোপৰি Women of Assam নামৰ কিতাপ এখনি সম্পাদনা কৰি প্ৰকাশ কৰিছিল। তেওঁৰ অসমীয়া ভাষাত লিখা স্কুল কলেজৰ পাঠ্যক্ৰমৰ পুথি সমূহো লেখত লবলগীয়া। যি পুথিয়ে ছাত্ৰ ছাত্ৰীসকলৰ অনেক উপকাৰ সাধিছে—

(১) আধুনিক শিক্ষাতত্ত্ব আৰু নীতি (১৯৮৬) (২) শিক্ষা নীতিৰ পৰিচয় (অন্য লিখকৰ স'তে লিখা (১৯৭৩) (৩) অসমৰ শিক্ষা সমস্যা (১৯৭০) (৪) আধুনিক শিক্ষা-নীতিৰ পৰিচয় (১৯৭৪) (৫) শিক্ষা তত্ত্ব (সহযোগী লিখকৰ স'তে লিখা) (১৯৭৪) (৬) শিক্ষাৰ অসমীয়া পৰিভাষা (১৯৭২) (৭) ভাৰতৰ শিক্ষা ইতিহাস (১৯৯১) (৮) শিক্ষাত দাৰ্শনিক আৰু সামাজিক ধাৰা (১৯৯২) (৯) শিক্ষাত ইতিহাস আৰু মনোবিজ্ঞান (১৯৯৩) (১০) প্ৰাথমিক শিক্ষানীতি আৰু শিক্ষা-মনোবিজ্ঞান ১৯৯৩ (১১) শিক্ষাত সমাজ তত্ত্ব ১৯৯৪ তাৰোপৰি লিখি উলিয়াইছে **অনান্য নাৰী অনাদৃতা** (মহিলা অধ্যয়ণ গৱেষণা কেন্দ্ৰ), ১৯৯২ ভ্ৰমনৰ মনোৰম দৃশ্যাৱলীৰ বৰ্ণনাৰে ভ্ৰমন কাহিনী **দূৰ দূৰান্ত** ১৯৯১, শিশুসকলৰ বাবে **'আখৰ বিচাৰি যাওঁ'** ২০০২, **'মিঠা মিঠা সাধু'** ২০০৪। তাৰোপৰি ছপাশালত আছে (১) ব্যক্তিগত উকমুকনি (২) অসমীয়া সমাজৰ সমস্যা (৩) প্ৰৱাহিত ভাৱনা (৪) অসমৰ শিক্ষা ব্যৱস্থা।

আজিও বিভিন্ন আলোচনী, বাতৰি কাকত, মুখপত্ৰ, সংকলনৰ পাতত ড° ৰেণু দেৱীৰ বিভিন্ন লেখনিয়ে তেওঁৰ সাহিত্য প্ৰতিভাৰ স্বাক্ষৰ বহন কৰি আহিছে। তেওঁৰ কলমৰ পৰা নিজৰিছে হৃদয়ৰ কথা। তেওঁৰ প্ৰতিটো লেখনিয়ে সময়োপযোগী, অৰ্থব্যঞ্জক আৰু বাস্তৱ সমস্যাৰে ভাৰাক্ৰান্ত বুলি কব পৰা যায় ঃ "আমাৰ ওচৰতে থকা সবিতা বাইদেউহঁতক দেখি ভাবিছিলো ময়ো তেওঁলোকৰ দৰে হ'ম। কিন্তু দুখীয়া হোৱাৰ কাৰণে পঢ়িব নোৱাৰিলো। ভাই কেইটাকে স্কুলত যোৱাৰ কাৰণে খুব জোৰ দিছিলো। সিহঁতৰ কিতাপবোৰ পঢ়ি সিহঁতকে পঢ়ুৱাইছিলো। ড° দেৱীৰ 'মাতৃ মমতা' গল্পত এয়া দুখীয়া গাভৰু বোৱাৰী কমলাৰ মনৰ কথা। কোম্পানী এটাত সৰু চাকৰি কৰা গিৰিয়েকৰ কম টকা কেইটাৰেই ল'ৰা-ছোৱালীহালক ভাল স্কুলত পঢ়ুৱাবলৈ কমলাই দেহা মাৰি কাম কৰে। এসময়ত কোম্পানীটো বন্ধ হৈ যোৱাত গাঁৱলৈ উভতি যোৱা কমলাহঁতৰ পানীত হাঁহ নচৰা অৱস্থা হয়। অভাৱত জুৰুলাহৈ বেমাৰী গিৰিয়েকো মৰি থাকিল। তথাপি হাড়ভঙা শ্ৰমেৰে কমলাই পুত্ৰ-কন্যাক শিক্ষিত কৰি তুলিলে। পিছে নিজৰ

মাকৰ দুখ দূৰ কৰিব নোৱাৰা পুত্ৰই শ শ মাতৃৰ দুখ দূৰ কৰিবলৈ উগ্ৰপন্থী হ'ল। এদিন পুলিচৰ গুলিত শ হৈ ঘূৰি অহা পুতেকক দেখিও কমলাই পুতেকৰ মৃত্যু মানি নললে। তেনে সময়তে জীয়েকো কাৰোবাৰ লগত মনে মনে গুছি গৈ বিয়াত সোমাল। মানসিক ভাৰসাম্য হেৰুওৱা কমলাই কয় পুত্ৰই চাকৰি কৰি সংসাৰ পাতি গুৱাহাটীত সুখেৰে আছে। জীয়েককো ভাল ঘৰত বিয়া দিছে। দুয়োটা সুখী। বহুদিন খবৰ নেপাই কমলাই গুৱাহাটীত পুতেকক বিচাৰি আহিছে। গল্পটোত স্বপ্ন ভঙ্গৰ বেদনা আৰু এচাম যুৱক-যুৱতীৰ অবাস্তৱ তৰল ভাৱধাৰা প্ৰকট হৈ পৰিছে। হয়তো সেয়ে ড° দেৱীয়ে সাম্প্ৰতিক যুব সমাজৰ ওপৰত বহুতো তত্ত্ব গধুৰ প্ৰবন্ধ নিবন্ধ লিখিছে।

বিদেশত কটোৱা দিন কেইটাৰ অতীত ৰোমন্থনে আজিও আপ্লুত কৰি তোলে ড° ৰেণু দেৱীক। বিদেশৰ পৰা ঘূৰি আহি তেওঁ বিদেশ ভ্ৰমণৰ বহুতো মনোৰম-অনুপম কাহিনী আলোচনী, বাতৰি কাকতত লিখি প্ৰকাশ কৰিছিল। তেওঁৰ ভ্ৰমণ কাহিনীয়ে পাঠককো আমোদ আৰু ৰস প্ৰদান কৰিছিল— "লণ্ডন বিশ্ববিদ্যালয়ৰ বিখ্যাত অধ্যাপক ড° কিঙৰ বাসভৱনলৈ মোক নিমন্ত্ৰন কৰাৰ কাৰণে আচৰিত হৈছিলো। দুদিনৰ চিনাকিতে নিমন্ত্ৰণ কৰাত মই তেওঁৰ পৰিবাৰলৈ ফুলৰ থোপা, কণমানি দুটালৈ কিতাপ লৈ গৈছিলো। আফ্ৰিকা, চীন, জাপানৰ ছাত্ৰ-ছাত্ৰীসকলৰ লগত খেলি থকা ল'ৰা দুটাই মোক দুৱাৰ মুখত দেখিয়ে হাতত ধৰি লৈ গৈছিল, যেন মই সিহঁতৰ লগৰহে।" অতীতৰ স্মৃতিয়ে তেওঁক আজিও লৈ যায় বহু দূৰ দূৰণিলৈ দেশ বিদেশৰ নানা প্ৰান্তৰলৈ— "৩০ বছৰীয়া ছোৱালী এজনীয়ে সেই দূৰ দেশ ইংলেণ্ড চহৰত খ্ৰীষ্টমাছ আৰু নতুন বছৰৰ প্ৰথম দিন উদ্‌যাপন কৰিব পাৰিম বুলি ভবাই নাছিলো'!

নতুন লেখিকাসকলক তেওঁ সদায় অন্তৰৰে অশেষ অনুপ্ৰেৰণা যোগাই আহিছে। নতুন প্ৰজন্মৰ লেখকসকলক নিৰুৎসাহ কৰা কথাত তেওঁ ক্ষুব্ধ হয়। "আমাৰ সমাজত সৃজনীশীল সৃষ্টিৰ স্বীকৃতি কোনো কোনোৰ ক্ষেত্ৰত বহুত পলমকৈ পোৱা দেখা যায়। বিশেষকৈ অগ্ৰজ সকলে নিজে স্থানান্তৰিত হ'ব নোখোজাৰ কাৰণে তৰুণ চামক মুক্ত মনেৰে প্ৰশংসা কৰা বা উৎসাহ দিয়া দেখা নেযায়।

ড° দেৱীৰ লেখনিৰ মূল বৈশিষ্ট্য হ'ল বিশ্লেষণৰ গভীৰ অনুভূতি আৰু জীৱনটোক সামগ্ৰিকভাৱে বুজাৰ এক সুতীব্ৰ ইচ্ছা।

সময় কাৰো বাবে ৰৈ নাথাকে। আপোন গতিত গৈ থকা সময়ক ধৰি ৰাখিব জানিছে ড° ৰেণু দেৱীয়ে। ক্লান্তিহীন শ্ৰম আৰু অদমনীয় কৰ্ম স্পৃহাৰ জীৱনত সফলতা অৰ্জন কৰিছে তেওঁ। তেওঁৰ কৰ্ম চক্ৰই সময়ৰ গতিত হেলাৰঙে সুন্দৰভাৱে ঘূৰি আছে বুলি ক'ব পৰা যায়।

১৯৯৩ চনত অৱসৰ লোৱা ড° দেৱীয়ে নিজকে সামাজিক কামত আত্মনিয়োগ কৰি আছে। খুলি লৈছে 'মণিকুন্তলা মহিলা উন্নয়ন কেন্দ্ৰ' নামৰ এটি স্বেচ্ছাসেৱী অনুষ্ঠান। সেই অনুষ্ঠানত মহিলাসকলৰ সকলো দিশৰ সমস্যা সমাধানৰ বাবে নিৰ্দেশনা কেন্দ্ৰ এটা আছে। 'দেৱীজ একাডেমী' নামেৰে বিদ্যায়তনিক কামৰ বাবে, লগতে গৱেষণা কৰ্মৰ সহায়ৰ বাবেও এটি কোষ খুলিছে। সম্প্ৰতি 'দেৱীজ একাডেমীৰ' তত্ত্বাবধানত তিনিমহীয়া পাঠ্যক্ৰমৰ এখন প্ৰাক্-প্ৰাথমিক (মণ্টেচৰী) শিক্ষক প্ৰশিক্ষণৰ ব্যৱস্থা আছে। তাৰোপৰি 'অঙ্কুৰণ' নামৰ এখন প্ৰাক্-প্ৰাথমিক স্কুলো খুলিছে।

অসম চৰকাৰৰ সমাজ কল্যাণ বিভাগে এই কেন্দ্ৰটিক অংগনবাদী কৰ্মীৰ প্ৰশিক্ষণ কেন্দ্ৰ হিচাপে খুলিবলৈ অনুমতি প্ৰদান কৰিছে।

ভাৰতীয় সমাজ বিজ্ঞান গৱেষণা সংগঠন (I.C.S.S.R) য়ে গৱেষক সকলক ইয়াত গৱেষণা কৰাৰ অনুমতি প্ৰদান কৰিছে। কান্তা চক্ৰৱৰ্ত্তী নামৰ গৱেষক এজনে গৱেষণা কৰাৰ অনুদানো লাভ কৰিছে।

নীৰৱ সাধনাৰে প্ৰচাৰ বিমুখ এইগৰাকী মহিয়সী নাৰীয়ে গোটেই জীৱন সমাজৰ হিতৰ বাবে আৰু বিদ্যায়তনিক দিশৰ উন্নতিৰ বাবেই কাম কৰি গ'ল।

বিভিন্ন কৰ্মৰাজিৰে জীৱনক মহৎ জীৱনলৈ উত্তৰণ ঘটোৱা ড° ৰেণু দেৱীৰ সোণসেৰীয়া গৌৰৱমণ্ডিত জীৱন হৈ পৰক অধিক উজ্জ্বল, অধিক সাফল্যময়। ❑

# ক্ষীৰদা বুজৰ বৰুৱা

**বিমলা দেৱী**



নামেই তেওঁৰ চিনাকী। ক্ষীৰদা বুজৰ বৰুৱা বুলিলে ওখ-পাখ, মুখত এমোকোৰা হাঁহিৰে শান্ত-সৌম্য মূৰ্তিৰ সহজ-সৰল মানুহ গৰাকীৰ কথা মনলৈ আহে। যি গৰাকী মহিলা অতি সাধাৰণ মানুহৰ মাজতো 'বৰুৱা বাইদেউ' বুলি পৰিচিত।

এইগৰাকী সমাজপ্ৰেমী, নলবাৰী জিলা মহিলা সমিতিৰ সভানেত্ৰী ক্ষীৰদা বুজৰ বৰুৱাৰ ১৯৩৩ চনৰ ২ জুন তাৰিখে নলবাৰী চহৰৰ পৰা ১২/১৩ কিলোমিটাৰ আঁতৰৰ কৈঠালকুছি নামৰ এখন গাঁৱত জন্ম হয়। তেওঁৰ দেউতাক প্ৰখ্যাত আইনবিদ, মুক্তিযোদ্ধা, সমাজকৰ্মী ৺ জয়চন্দ্ৰ চৌধুৰী আৰু মাতৃ সমাজ সেৱিকা ৺ পাৰ্বতী চৌধুৰী।

জন্মৰ ছয় মাহ পিছত দেউতাকৰ কৰ্মস্থলী গুৱাহাটীত থাকিব লগীয়া হোৱাত তেওঁৰ প্ৰাথমিক শিক্ষা চেনীকুঠী প্ৰাথমিক বিদ্যালয়ত আৰম্ভ হয় যদিও ১৯৪২ চনৰ ২য় মহাসমৰৰ সময়ত দেউতাকে আন্দোলনত যোগ দি কাৰাবৰণ কৰিব লগীয়া হোৱাত পুনৰ গাঁৱলৈ আহি প্ৰাথমিক স্কুলত এবছৰ পঢ়ি কৈঠালকুছি মাইনৰ স্কুলত ৩য় শ্ৰেণীত নাম ভৰ্তি কৰে। মহাসমৰৰ পিছত পুনৰায় গুৱাহাটীলৈ আহি পাণ বজাৰ ছোৱালী হাইস্কুলত ৬ষ্ঠ শ্ৰেণীত নাম ভৰ্তি কৰে।

বাল্যকালতে বাইদেউক তেওঁৰ দেউতাক-মাকে পৰিশ্ৰমী, স্বাৱলম্বী আৰু সৎ সাহসী হ'বলৈ শিক্ষা দিছিল। ঘৰুৱা কাম-বন নিজ হাতে কৰিবলৈ শিক্ষা দিছিল। ৰাতিপুৱা ৫ বজাত শুই উঠি দেউতাকে সদায় সূতা কাটিছিল। সেই সূতাৰে মাকে ধূতি, পাঞ্জাবী, কোট, পেণ্টৰ কাপোৰ তৈয়াৰ কৰিছিল। সেয়েহে বাইদেৱে সৰুৰে পৰা মাকৰ আৰ্হিৰে কাম কৰি আনন্দ লাভ কৰিছিল। বাল্যকালতে তেওঁ দেউতাকৰ জৰিয়তে অসমৰ বৰেণ্য ব্যক্তিসকলৰ সান্নিধ্য লাভ কৰিবলৈ সুযোগ পাইছিল। পাণ বজাৰ ছোৱালী হাইস্কুলত পঢ়ি থাকোতে তেওঁ স্বাধীনতা আন্দোলনৰ দুই-চাৰিটা কাৰ্য্যসূচীত অংশগ্ৰহণ কৰিছিল। ৺ বিশ্ব গোস্বামীৰ নেতৃত্বত হোৱা ছাত্ৰ আন্দোলনত স্কুলৰ শ্ৰেণী বৰ্জন কৰি শোভাযাত্ৰা, বিভিন্ন সভা-সমিতি

আদিত যোগদান কৰিছিল। সেই সময়ত এনেবোৰ কাৰ্যসূচীত যোগদান কৰা ছাত্ৰ-ছাত্ৰীৰ সংখ্যা আঙুলি মূৰত লেখিব পৰা আছিল। জাতিৰ জনক মহাত্মা গান্ধী, জৱাহৰলাল নেহৰুক নিচেই ওচৰৰ পৰা লগ পোৱাৰ সৌভাগ্য ঘটিছিল তেওঁৰ আৰু তেখেতসকলৰ উপস্থিতিত হোৱা সভা-সমিতিত যোগদান কৰি অনুপ্ৰাণিত হৈছিল। সেইবাবেই হয়তো বাল্যকালৰে পৰা বাইদেউৰ অন্তৰত সমাজ সেৱাৰ বীজ অংকুৰিত হৈছিল।

সেই সময়ত আজিৰ দৰে স্ত্ৰী-শিক্ষাৰ প্ৰচলন নাছিল। দশম মান শ্ৰেণীত পঢ়ি থাকোতে তেওঁৰ বিয়া হোৱা বাবে ১৯৫০ চনত প্ৰাইভেটকৈ মেট্ৰিক পৰীক্ষা দি উত্তীৰ্ণ হয় আৰু তাৰ পিছত হিন্দী বিশাৰদ পৰীক্ষাও পাছ কৰে। নলবাৰীত স্ত্ৰী-শিক্ষাৰ প্ৰচলন কম থকা সময়ত বিবাহিতা মহিলাসকলে পঢ়াৰ এনে সা-সুবিধা পোৱাৰ দৃষ্টান্ত সমাজত বিৰল।

নলবাৰী জিলাৰ ইতিহাস প্ৰসিদ্ধ চান্দকুছি গাঁৱৰ বুজৰ বৰুৱা পৰিয়ালৰ ডাঃ নৃপেন্দ্ৰ মল্ল বুজৰ বৰুৱাৰ লগত ১৯৪৯ চনৰ ১৭ এপ্ৰিল তাৰিখে ১৬ বছৰ বয়সত ক্ষীৰদা চৌধুৰীৰ বিবাহ সম্পন্ন হয়। ডাঃ বুজৰ বৰুৱা এজন শান্ত-সৌম্য, ধীৰ-স্থিৰ প্ৰকৃতিৰ অতি মৰমিয়াল লোক আছিল। তেওঁ নলবাৰী চহৰত এখন ফাৰ্মাচী খুলি চিকিৎসা ব্যৱসায় কৰিছিল। এজন সু-চিকিৎসক হিচাপেও তেওঁ সুনাম অৰ্জন কৰিছিল। বিয়াৰ পিছত কিছুদিন চান্দকুছিত থাকি তাৰ পিছত স্বামীৰ কৰ্মক্ষেত্ৰ নলবাৰী চহৰলৈ আহি স্বামীৰ সান্নিধ্যত তেওঁ সংসাৰৰ বিষয়ে বহুতো কথা শিকি-বুজি এজনী সুগৃহিণী হৈ পৰিছিল।

শ্ৰীযুতা বৰুৱা ৩ জন ল'ৰা আৰু ২ জনী ছোৱালীৰ মাতৃ। আটাইকেইটি সন্তানে উচ্চ শিক্ষিত আৰু চৰিত্ৰবান। তেওঁৰ সন্তানকেইটি ক্ৰমে— নলবাৰী চহৰৰ ডাঃ নৃপেনমল্ল বুজৰবৰুৱা নাৰ্চিংহোমৰ স্বত্বাধিকাৰী ডাঃ প্ৰণব মল্ল বুজৰ বৰুৱা, টিহু কলেজৰ পদাৰ্থ বিজ্ঞান বিভাগৰ প্ৰবক্তা শ্ৰীদীপক মল্ল বুজৰ বৰুৱা, কটন কলেজৰ ৰসায়ন বিজ্ঞান বিভাগৰ প্ৰবক্তা শ্ৰীপংকজ মল্ল বুজৰ বৰুৱা, ইংৰাজী মাধ্যম স্কুলৰ শিক্ষয়িত্ৰী শ্ৰীমিনতি বৰুৱা চৌধুৰী আৰু নলবাৰী কলেজৰ দৰ্শন বিভাগৰ প্ৰবক্তা শ্ৰীগীতিমা বৰুৱা মুদিয়াৰ। তেওঁৰ বোৱাৰী আৰু জোঁৱাই আটাইয়ে উচ্চ শিক্ষিত। বৰ্তমান নাতি-নাতিনীৰে ভৰা এখন সুখৰ সংসাৰৰ গৰাকী বাইদেউৰ বোৱাৰীসকলেও শাহুয়েকৰ আদৰ্শৰে অনুপ্ৰাণিত।

পিতৃ-মাতৃৰ আদৰ্শই তেওঁৰ অন্তৰত সৰুকালৰে পৰা সমাজ সেৱাৰ বীজ ৰোপণ কৰিছিল। পিছত স্বামীৰ গৃহতো শ্ৰীযুতা বুজৰ বৰুৱা বাইদেৱে একে পৰিবেশ পাই সমাজ সেৱা কৰিবলৈ যথেষ্ট সুবিধা পাইছিল। তেওঁৰ স্বামীৰ উৎসাহ আৰু প্ৰেৰণাৰ বাবে আজি সমাজৰ এগৰাকী অগ্ৰণী মহিলা বুলি পৰিগণিত হৈছে বৰুৱা বাইদেউ। ১৯৬০ চনত নলবাৰী জিলা কংগ্ৰেছ কমিটিৰ

সদস্যা হৈ তেওঁ গাঁৱে-ভূঞে সংগঠনৰ কামত সক্ৰিয়ভাৱে অংশগ্ৰহণ কৰিছিল। ১৯৭০ চনৰ পৰা ১৯৭৮ চনলৈকে নলবাৰী জিলা কংগ্ৰেছৰ মহিলা ফ্ৰণ্টৰ আহ্বায়িকা হিচাবে নিয়োজিত হৈছিল। বৰ্তমান তেওঁ কোনো ৰাজনৈতিক দলৰ লগত জড়িত নহয়।

১৯৬২ চনত চীনা আক্ৰমণৰ সময়ত নলবাৰী চহৰৰ মহিলাসকলৰ লগত ঐক্যবদ্ধভাৱে তেওঁ ভাৰতীয় জোৱানসকললৈ চুৱেটাৰ, বেগুেজৰ কাপোৰ আৰু টকা-পইচা সংগ্ৰহ কৰি পঠোৱা কামত আগভাগ লয়। ঘৰে ঘৰে সৰ্বোদয় পাত্ৰ প্ৰতিষ্ঠা কৰি সৰ্বোদয় সংঘলৈ সংগৃহীত ধন পঠিয়াই সহায়ৰ হাত আগবঢ়াইছিল।

ষাঠীৰ দশকৰ পৰা নলবাৰী জিলা তথা অসমৰ বিভিন্ন ৰাজনৈতিক, সামাজিক, শৈক্ষিক আৰু সাংস্কৃতিক অনুষ্ঠানৰ লগত ওতঃপ্ৰোতভাৱে জড়িত থকা শ্ৰীযুতা ক্ষীৰদা বুজৰ বৰুৱা বাইদেৱে ১৯৬৭ চনৰ পৰা ১৯৭২ চনলৈ নলবাৰী মহিলা সমিতিৰ সভানেত্ৰী আৰু বৰ্তমান উপদেষ্টা, ১৯৭২ চনৰ পৰা ২০০২ চনলৈ নলবাৰী জিলা মহিলা সমিতিৰ সভানেত্ৰী বৰ্তমান উপদেষ্টা ১৯৮৫ চনৰ পৰা ১৯৯৭ চনলৈকে অসম প্ৰাদেশিক মহিলা সমিতিৰ উপ-সভানেত্ৰী, অসম স্বেচ্ছাসেৱী স্বাস্থ্যসংস্থাৰ উপ-সভানেত্ৰী, মহকুমা পৰিষদৰ সদস্যা, নলবাৰী মহাবিদ্যালয় পৰিচালনা সমিতিৰ সদস্যা, নলবাৰী ছোৱালী হাইস্কুল পৰিচালনা সমিতিৰ সভানেত্ৰী আৰু দুবাৰ সদস্য, নলবাৰী হিন্দী বিদ্যাপীঠ, অসম একাডেমী, অসম ৰাজ্যিক স্বেচ্ছামূলক কমিটিৰ সদস্যা, নলবাৰী মাদক দ্ৰব্য নিবাৰণী কমিটিৰ উপ-সভানেত্ৰী আৰু সদস্যা, নলবাৰী সাহিত্য সমাজৰ আজীৱন সদস্যা আৰু এবেলি উপ-সভানেত্ৰী, নলবাৰী জিলা সাহিত্য সভাৰ আজীৱন সদস্যা আৰু এবাৰ কোষাধ্যক্ষা, নলবাৰী গীতশ্ৰী সংগীত মহাবিদ্যালয়ৰ সদস্যা, ভাৰতীয় গ্ৰামীণ মহিলা সন্মিলনৰ আজীৱন সদস্যা, উত্তৰ পূৰ্বাঞ্চল গ্ৰামীণ মহিলা সন্মিলনৰ উপ-সভানেত্ৰী, নলবাৰী মহেন্দ্ৰ নাৰায়ণ বালিকা মহাবিদ্যালয় আৰু নলবাৰী বাণিজ্য মহাবিদ্যালয় পৰিচালনা সমিতিৰ সদস্যা, নলবাৰী বয়ন সমবায় সমিতিৰ উপদেষ্টা ইত্যাদি বিভিন্ন অনুষ্ঠানৰ বিভিন্ন পদত তেওঁ কাৰ্যনিৰ্বাহ কৰে। তেজপুৰ জিলা মহিলা সমিতিৰ বাৰ্ষিক অধিবেশনৰ নিৰ্দিষ্ট বক্তাস্বৰূপে তেওঁ অংশগ্ৰহণ কৰে। ১৯৯৭ চনত নগাঁওত অনুষ্ঠিত অসম প্ৰাদেশিক মহিলা সমিতিৰ ৬৯ তম অধিৱেশনৰ প্ৰদৰ্শনীৰ দ্বাৰ তেওঁ মুকলি কৰে। বৰ্তমান তেওঁ নলবাৰী লেখিকা সমাজৰো উপদেষ্টা।

সৰু কালৰে পৰা তেওঁৰ অসমীয়া ভাষা-সাহিত্যলৈ অনুৰাগ আছিল। আজৰি পৰত কিতাপেই হ'ল তেওঁৰ একান্ত সংগী। বিয়াৰ পিছৰ পৰা তেওঁ স্বামীৰ লগত সাহিত্য বিষয়ক বিভিন্ন অনুষ্ঠানলৈ যোৱাৰ সুযোগ পায় আৰু বৰেণ্য সাহিত্যিকসকলৰ সান্নিধ্য লভে। এই অনুষ্ঠানৰ বৈঠকবোৰত গল্প, কবিতা, প্ৰবন্ধৰ

উপৰিও হিন্দীৰ পৰা অনূদিত গল্প আদি পাঠ কৰিবলৈ সুবিধা পায়। অসমৰ বিভিন্ন বাতৰি কাকতত শিশু আৰু মহিলাৰ উপযোগী প্ৰবন্ধ আৰু অনূদিত গল্প প্ৰকাশ পায়। নলবাৰী সাহিত্য সমাজৰ দ্বাৰা প্ৰকাশিত গল্প আৰু জীৱনী গ্ৰন্থত সাবিত্ৰীৰ উপাখ্যান" আৰু "মাদাৰ টেৰেচাৰ জীৱনী প্ৰকাশ পায়। কলকাতাৰ পৰা প্ৰকাশিত ঘৰুৱা নামৰ গ্ৰন্থত অনূদিত গল্প 'জয়-পৰাজয়' প্ৰকাশ পায়। সদৌ অসম লেখিকা সমাৰোহৰ ৬ষ্ঠ বাৰ্ষিক নলবাৰী অধিবেশনত প্ৰকাশিত স্মৰণিকাত" অসমৰ কুটীৰ শিল্পৰ বিদেশত আদৰ" আৰু ১৯৯৩ চনত অসম প্ৰাদেশিক মহিলা সমিতিৰ আঠষষ্ঠীতম নলবাৰী অধিবেশনৰ স্মৰণিকাত "নলবাৰী মহিলা সমিতিৰ উদ্ভৱ আৰু ইয়াৰ ক্ৰমবিকাশৰ ধাৰা" শীৰ্ষক প্ৰবন্ধ প্ৰকাশ পায়। এনেদৰে বিভিন্ন আলোচনী আদিত তেওঁৰ লিখনি প্ৰকাশ পায়। ১৯৮৪ চনত ১১ টা প্ৰবন্ধ সম্বলিত "মণিমালা" নামৰ প্ৰবন্ধ সংকলন, ১৯৮৮ চনত ভাগৱত আৰু মহাভাৰতৰ বিভিন্ন অধ্যায়ৰ পৰা বুটলি অনা ৭টা কাহিনীৰে "সাতসৰী" নামৰ গ্ৰন্থ আৰু ১৯৯১ চনত ৫ খন তীৰ্থৰ ঐতিহাসিক আৰু জনশ্ৰুতিমূলক কাহিনী সম্বলিত গ্ৰন্থ "পঞ্চতীৰ্থ" প্ৰকাশ পায়। বৰ্তমান হিন্দীৰ পৰা অনূদিত কেইবাটিও গল্প আৰু কিছুসংখ্যক প্ৰবন্ধ অপ্ৰকাশিত অৱস্থাত আছে। সৃষ্টিৰ অমল শক্তি লাভ কৰি বুজৰ বৰুৱা বাইদেৱে সমাজৰ অশুভ শক্তি নাশিবলৈ সাহিত্য কলাকে জীৱনৰ আন এটি ব্ৰতস্বৰূপে লৈছে। সমাজৰ অন্যায়-অশান্তি, দুৰ্নীতি-ব্যাভিচাৰৰ বিৰুদ্ধে যেন এয়া তেওঁৰ মংগলকামী শুভপ্ৰদ, চিন্তা-চেতনা। 'মণিমালা' আৰু 'সাতসৰী' প্ৰবন্ধপুথিৰ আঁৰত বাইদেউৰ সেই চেতনা, সেই একাগ্ৰতা প্ৰস্ফুটিত হৈ উঠিছে। মহাভাৰতীয় সংস্কৃতিৰ ঐতিহ্যময় কথা-কাহিনীয়ে বাইদেউৰ অন্তৰসত্তা অনুৰঞ্জিত-অনুপ্ৰাণিত কৰি তুলিছে 'সাতসৰী' নামৰ গ্ৰন্থখনি তাৰেই প্ৰতিফলন বুলি দৃঢ়তাৰে আমি ক'ব পাৰো। আধ্যাত্মিক চেতনা আৰু চিন্তা-চৰ্চাৰেও বাইদেউৰ অন্তৰ প্ৰজ্ঞাদীপ্ত-সাধনালব্ধ। 'পঞ্চতীৰ্থ' পুথি লিখাৰ হাবিয়াস নাইবা পৰিকল্পনাও নিশ্চয় সেইবাবেই তেওঁৰ মনত উদয় হৈছিল। উক্ত গ্ৰন্থকেইখনিৰ ভাষা সহজ-সৰল আৰু নিৰহনিপানী। বিষয়বস্তুৰ নিজ মাধুৰ্যৰ লগত ৰচনাশৈলীৰ সৌন্দৰ্য্য মিলিত হৈ তেওঁৰ লিখনি মনোৰম হোৱাৰ উপৰিও মানবিশিষ্ট হৈ পৰিছে।

হিন্দীভাষাৰ পৰা অসমীয়া ভাষালৈ অনূদিত গল্প আৰু প্ৰবন্ধবোৰো যথাযথ ৰূপত অনুবাদ কৰি লেখিকাই কৃতিত্ব অৰ্জন কৰিছে ইতিমধ্যে। মূলৰ সৌন্দৰ্য্য আৰু সাবলীলতা ৰক্ষা কৰাটো নিচেই উজু কাম নহয়। মূল লিখনিৰ সতে অন্তৰঙ্গতা স্থাপন কৰিব পাৰিলেহে সেয়া সম্ভৱ হয়। লেখিকা বুজৰ বৰুৱাই সেই সাৰ্থকতা অৰ্জন কৰিছে।

দেশ ভ্ৰমণ আৰু তীৰ্থ পৰ্য্যটনৰ প্ৰতি তেওঁৰ শৈশৱৰে পৰা হাবিয়াস আছিল আৰু এই হাবিয়াস বাস্তৱত ৰূপ দিবলৈ সুবিধাও পাইছিল। অসম তথা ভাৰতৰ

বিভিন্ন চহৰ আৰু বিভিন্ন তীৰ্থস্থান ভ্ৰমণ কৰাৰ উপৰিও বিদেশৰো বহুত ঠাই স্বামী আৰু পুত্ৰ-বোৱাৰীৰ সৈতে ভ্ৰমণ কৰাৰ সৌভাগ্য ঘটে তেওঁৰ। অষ্ট্ৰেলিয়াৰ পাৰ্থ চহৰত অনুষ্ঠিত হোৱা আন্তঃৰাষ্ট্ৰীয় গ্ৰামীণ মহিলা সন্মিলনৰ চতুৰ্দশ ত্ৰিবাৰ্ষিক সন্মিলনত অসম প্ৰাদেশিক মহিলা সমিতিৰ সদস্যা হিচাবে প্ৰতিনিধিত্ব কৰাৰ সুবিধা পায় বুজৰ বৰুৱা বাইদেৱে।

স্বনামধন্যা প্ৰগতিবাদী নাৰী ক্ষীৰদা বুজৰ বৰুৱা বাইদেৱে নলবাৰী মহিলা সমিতিৰ গুৰি ধৰি ১৯৬৭ চনত নলবাৰীত মহিলা সমিতি স্থাপন কৰে। সেই জন্মলগ্নৰে পৰা আজি পৰ্যন্ত বহুতো সংগঠনমূলক কাম তেওঁ কৰি আহিছে। বিদেশৰ পৰা সাহায্য আনি নলবাৰী জিলাৰ অনুন্নত গাঁওবোৰত খোৱাপানী আৰু নিৰক্ষৰক সাক্ষৰ কৰিবলৈ চেষ্টা কৰি ফলৱতীও হৈছিল। নলবাৰী জিলা মহিলা সমিতিয়ে কৰি দেখুৱা গঠনমূলক আদৰ্শ আৰু জনকল্যাণকামী আঁচনিৰ বাবে আমেৰিকাৰ "ভাৰত শিক্ষা প্ৰকল্প" নামৰ এটি সংস্থাৰ পৰা ৩০০০ ডলাৰ, আমেৰিকা নিবাসী ভাৰতীয় লোক সিৰাভাৰা বিজয়েন্দ্ৰৰ পৰা ১৭০ ডলাৰ, "ভাৰত উন্নয়ন সংস্থা" নামৰ এটি আমেৰিকাস্থ ভাৰতীয় সংস্থাৰ পৰা ১৩০০ ডলাৰ পাবলৈ সমৰ্থ হৈছিল। বিদেশৰ পৰা পোৱা এই টকাৰে গাঁও অঞ্চলৰ লোকৰ শিক্ষা প্ৰদান, মহিলাক কাপোৰ বোৱা প্ৰশিক্ষণ, উল গোঠা, এমব্ৰইডাৰী, কাৰ্টিং আদিৰ প্ৰশিক্ষণ দি শ-শ গ্ৰামীণ মহিলাক আত্মনিৰ্ভৰশীল হোৱাত সহায় কৰিছিল।

১৯৭৯ চনত আৰম্ভ হোৱা বিদেশী বিতৰণ আন্দোলনত তেওঁ সক্ৰিয়ভাৱে অংশগ্ৰহণ কৰিছিল। শ্ৰীযুতা বাইদেউৰ নেতৃত্বত শ্বহীদ খৰ্গেশ্বৰ তালুকদাৰৰ মৃত্যুৰ পিছদিনা অন্যায়ভাৱে জাৰি কৰা "সান্ধ্য আইন" ভংগ কৰি নলবাৰীৰ মহিলাসকলে অভিলেখ সৃষ্টি কৰিছিল। তাৰ পিছত এখন প্ৰতিবাদী সভাত তেওঁ সভানেত্ৰীৰ আসন গ্ৰহণ কৰিছিল আৰু মহিলা সমিতিৰ সদস্যাসকলৰ লগত অবৈধ নিৰ্বাচনৰ বিৰোধিতা কৰিবলৈ গৈ প্ৰাণ হেৰুৱা, লুণ্ঠন, অগ্নিসংযোগ আদিত ক্ষতিগ্ৰস্ত হোৱা পৰিয়ালবোৰৰ মাজলৈ গৈ বিভিন্নধৰণে সহায়ৰ হাত আগবঢ়ায়।

সৰুৰে পৰা তেওঁ আজৰি সময়ত খেলা-ধূলা, তাঁত বোৱা, বেজীৰ কাম, উলৰ কাম, কুৰ্চাৰ কাম আদি কৰি ভাল পাইছিল। নিজহাতে তৈয়াৰ কৰা কাপোৰ আৰু চুৱেটাৰ আদি ল'ৰা-ছোৱালীক পিন্ধাই ভাল পাইছিল। ১৯৫৪ চনত নলবাৰী সাহিত্য সমাজে আয়োজন কৰা কৃষ্টি প্ৰদৰ্শনী আৰু ১৯৫৭ চনত নলবাৰীত অনুষ্ঠিত হোৱা কামৰূপ শিক্ষক সন্মিলনৰ ৩৮তম বাৰ্ষিক অধিবেশনত আয়োজিত প্ৰদৰ্শনীত উৎকৃষ্ট বেজীৰ কামৰ বাবে প্ৰশংসা-পত্ৰ পাইছিল।

১৯৮৬ চনৰ ৭ জানুৱাৰী মঙ্গলবাৰে তেওঁৰ স্বামীৰ দেহাৱসান ঘটে। মাদ্ৰাজত ডাঃ বৰুৱাৰ স্বাস্থ্য পৰীক্ষা কৰি কন্যাকুমাৰীলৈ গৈ ওভতাৰ পথত

তিৰুমেভেলী ৰেল জংচনৰ জিৰণী কোঠাত হাৰ্টৰ অসুখত আক্ৰান্ত হৈ ইহসংসাৰ ত্যাগ কৰে। তাৰ পিছত পুত্ৰ-বোৱাৰীৰ অশেষ যত্নত ৯ জানুৱাৰী তাৰিখত স্বামীৰ মৃতদেহ লৈ তেওঁলোক নলবাৰী আহি পায়। এই দিনটোৱে তেওঁৰ জীৱনৰ আটাইতকৈ কৰুণ দিন। স্বামীক হেৰুৱাই দিশহাৰা হৈ পৰিছিল যদিও ধৈৰ্য্যশীলা বাইদেৱে সামাজিক কামত মনোনিবেশ কৰি বৈধব্য যন্ত্ৰণা পাহৰিবলৈ চেষ্টা কৰিছিল।

নলবাৰী মহিলা সংগঠনৰ গুৰি ধৰোতা, ষাঠিৰ দশকৰ পৰা সমাজৰ প্ৰতি নিৰৱচ্ছিন্ন সেৱা আগবঢ়োৱা নিয়মানুবৰ্তিতা, দূৰদৰ্শী, শৃঙ্খলা পৰায়ণতা গুণেৰে বিভূষিতা, দৃঢ়মনা সাহিত্যসেৱী বাইদেউক ২০০০ চনৰ ২৭ ফেব্ৰুৱাৰীৰ দিনা নলবাৰী জিলা সাহিত্য সভাই বিশিষ্ট সমাজ সেৱিকা হিচাপে সম্বৰ্দ্ধনা জনায়। সমাজৰ বিভিন্ন দিশত অৱদান আগবঢ়োৱা আদৰ্শৱতী শ্ৰদ্ধেয়া ক্ষীৰদা বুজৰবৰুৱা বাইদেউৰ সু-স্বাস্থ্য আৰু দীৰ্ঘায়ু কামনা কৰিলোঁ। ❑

# স্বৰ্ণ হাজৰিকা

**কনকলতা নেওগ**



মানৱৰ অলেখ মহিমা। কোনোৱে সুখেৰে খাই-বৈ থাকিয়েই শান্তি লভে, তাতেই বিচাৰি পায় জীৱনৰ পূৰ্ণতা। কোনোৱে জ্ঞানৰ গৰিমাৰে মহিমামণ্ডিত হৈ সমাজক দি যায় জ্ঞানৰ সৌৰভ। কোনোৱে আকৌ একাগ্ৰ সাধনা, অধ্যৱসায় আৰু আত্মত্যাগেৰে সামাজিক, অৰ্থনৈতিক আৰু সাহিত্য-সংস্কৃতি আদি বিভিন্ন দিশত সমাজলৈ বৰঙণি আগবঢ়াই নিজেও সুন্দৰ হয় আৰু সমাজকো সৌন্দৰ্যশালী কৰে। শ্ৰীমতী স্বৰ্ণ হাজৰিকা তেনে এগৰাকী মহিলা যিজনাই নিজৰ জীৱনটো সুন্দৰ কৰাৰ লগতে সমাজ জীৱনো আলোকিত কৰি তুলিছে।

ষাঠিৰ দশকত বিশ্বনাথ চাৰিআলিৰ মহিলা সমাজখনে উন্নতিৰ জখলাইদি কেইখোজমান বগাই সুস্থ সুন্দৰ বাতাবৰণ এটিৰ সৃষ্টিৰ কঠিয়া সিঁচাৰ সময়তেই শ্ৰীমতী স্বৰ্ণ হাজৰিকা বিবাহসূত্ৰে ১৯৫৯ চনত বিশ্বনাথ ধামৰ লেছ গাঁৱলৈ আহে। অৱশ্যে এই অঞ্চলত তেওঁৰ কৰ্মজীৱন আৰম্ভ হয় ১৯৬৩-৬৪ চনৰ পৰাহে। লেছ গাঁৱলৈ আহিয়েই তেওঁ উত্তৰ চাৰিআলি মহিলা সংগঠনৰ কামত হাত দি লাহে লাহে এই কৰ্মক্ষেত্ৰ সমগ্ৰ বিশ্বনাথলৈ প্ৰসাৰিত কৰে। আজিও তেওঁক কাম কৰি থকা দেখিলে এনে লাগে যেন এগৰাকী কৰ্মদীপ্ত নৱযৌৱনা মহিলাই সম্মুখত মহৎ উদ্দেশ্য ৰাখি অফুৰন্ত উৎসাহেৰে কৰ্মক্ষেত্ৰত আগবাঢ়ি গৈ আছে।

শ্ৰীমতী হাজৰিকা কেৱল শ্ৰমদাতাই নাছিল, লিখা-মেলাৰ ক্ষেত্ৰত তেওঁৰ কলমো আগবাঢ়িছিল সমানেই। ১৯৬৪ চনৰ পৰাই কলম হাতত লৈ এতিয়ালৈকে তেওঁ এটি যৌৱন সুলভ দীপ্ততাৰে-প্ৰেৰণাৰে লিখা-মেলাত ব্ৰতী হৈ আছে। বয়সৰ আঁচোৰে শ্ৰীমতী হাজৰিকাক তিলমানো প্ৰভাৱ পেলাব পৰা নাই আৰু সহজে বয়সৰ ওচৰত হাৰ মানি যোৱাৰ লক্ষণো তেওঁৰ ক্ষেত্ৰত অদ্যাপিও দেখা দিয়া নাই। বিয়া হৈ দেৱৰ, ননদ, বৰজনা আৰু বৃদ্ধা শাহুৱে এখন ভৰপূৰ

গৃহস্থীৰ মাজেদিয়েই শ্ৰীমতী হাজৰিকাই কলম হাতত লৈছিল আৰু সমাজত কাম কৰিবলৈ ওলাই গৈছিল। সংসাৰখনৰ যাৱতীয় কামৰ উপৰিও চাৰিটাকৈ সন্তানৰ মাতৃৰ দায়িত্ব পালন কৰিও তেওঁ কোনোদিন ভাগৰি পৰা নাছিল আৰু তেওঁৰ হাতৰ কলমো থমকি ৰোৱা নাছিল।

আজিও চ'তৰ বতৰত ঢোলৰ চেঁৱত ঘৰৰ ভিতৰতে এপাক নাচোন মাৰিব পৰা শ্ৰীমতী হাজৰিকা চিৰসেউজ-চিৰনতুন। বীণাপানি ৰঙ্গমঞ্চতো জ্যোতিপ্ৰসাদ আগৰৱালাৰ 'শোণিতকুঁৱৰী' নাটকত 'কুম্ভান্দ্ৰ'ৰ ভাওৰ পৰা 'সংস্কাৰ' নাটকত মাধলায়ানীলৈকে ভাও দি সৰু সৰু চৰিত্ৰৰ মাজেদিও দৰ্শকক আমোদ দিব পৰা শ্ৰীমতী হাজৰিকাৰ এটি বিশেষ গুণ।

এইগৰাকী মহিলাই আজিও বিহুৰ বতৰত ৰঙালী বিহুক লৈ খুহুতীয়া কবিতা লিখি সৃষ্টিশীল মনটোক চিৰ নতুন কৰি ৰাখিছে। সৃষ্টিয়েই শিল্পীৰ আনন্দ। এই আনন্দৰ কথা আনক বুজাই দিব নোৱাৰি। আমাৰ সৰু সমাজখনতো হাজৰিকাই তেনে আনন্দই দি আছে। আজি ইয়াৰ পৰিসৰ বাঢ়ি 'আমাৰ অসম', 'অসম বাণী', 'মহাজাতি', 'কঙ্কন' আৰু আন আন বহু আলোচনী, বাতৰিকাকতৰ পাত ৰসাল কৰি তুলিছে। তেওঁ ঘাইকৈ হাস্যব্যঙ্গ লিখনি ভাল পালেও হিন্দীৰ পৰা অনুবাদ আৰু অন্যান্য গহীন ৰসাল লেখা অসমীয়া সাহিত্যলৈ আগবঢ়াইছে। স্বৰ্ণ হাজৰিকাই বিভিন্ন সমলেৰে পঢ়ুৱৈ সমাজক সাহিত্যৰ স্বাদ দিয়াত কৃতকাৰ্য হোৱা বুলিয়েই ক'ব লাগিব।

১৯৩৪ চনৰ ২৯ মে' দিনটো বৰ্তমানৰ শোণিতপুৰ জিলা (অবিভক্ত দৰং জিলা)ৰ কলাবাৰী অঞ্চলৰ কামদেৱাল গাঁৱৰ বাবে এটি স্মৰণীয় দিন। সেই পবিত্ৰ দিনটোতে প্ৰাথমিক স্কুলৰ পণ্ডিত নাগেৰী বংশৰ ৺কমলেশ্বৰ বৰকাকতি আৰু ৺সুমিত্ৰা বৰকাকতিৰ ষষ্ঠ সন্তানৰূপে শ্ৰীমতী স্বৰ্ণ হাজৰিকাই জন্ম গ্ৰহণ কৰে। বৰ চহকী নহ'লেও, বৰকাকতি এগৰাকী নামে-কামে পণ্ডিত আৰু সুৰুচিসম্পন্ন ব্যক্তি আছিল। আনহাতে সুমিত্ৰা বৰকাকতিও ধৈৰ্য্যশীলা আৰু উচ্চাকাঙ্খী হোৱাত ঘৰখনে সজাল ৰূপ ধৰি উঠিছিল। তেওঁলোক এনে ভাগ্যবান আছিল যে নটি সন্তানৰ প্ৰতিটোৱেই আছিল মেধা আৰু তীক্ষ্মবুদ্ধিসম্পন্ন। স্বৰ্ণ হাজৰিকাৰ সৰু ভাতৃ বিনন্দই ১৯৬৭ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা সোণৰ মেডেল লৈ এম.এচ.চি. পাছ কৰি ইংলণ্ডত পি.এইচ.ডি. কৰিবলৈ যায়। তেওঁ সংস্কৃত আৰু অঙ্কত লেটাৰ লৈ কলাবাৰী হাইস্কুলৰ পৰা প্ৰথম বিভাগত প্ৰৱেশিকা পৰীক্ষা পাছ কৰি কলাবাৰী অঞ্চললৈকো গৌৰৱ কঢ়িয়াই আনে। সৰুভনী শ্ৰীমতী ধনদা কলিতা বিশ্বনাথৰ গৌৰৱ। তেওঁ ইংৰাজী আৰু বুৰঞ্জী বিভাগৰ স্নাতকোত্তৰ ডিগ্ৰী লৈ বৰ্তমান জামুগুৰি উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ বিষয় শিক্ষয়িত্ৰী। বাকী কেইজনেও

শিক্ষা-দীক্ষা লৈ সমাজত এটি সুস্থ জীৱন-যাপন কৰিছে। শ্ৰীমতী ধনদা কলিতা সময়ত বৈবাহিক সূত্ৰে বিশ্বনাথ পালেহি। এতিয়া স্বৰ্ণ হাজৰিকা আৰু ধনদা কলিতা দুয়ো হাতত ধৰাধৰিকৈ সমাজৰ বিভিন্ন কাম-কাজত ব্যস্ত আৰু লগে লগে আগবাঢ়িছে তেওঁলোকৰ হাতৰ কলমো।

নটিকৈ ল'ৰা-ছোৱালীক সেই সময়ৰ পণ্ডিত এজনে উচ্চ শিক্ষাৰ বাবে সকলো সুবিধা দিব নোৱাৰাটো একো আচৰিত কথা নহয়। কিন্তু পঢ়া-শুনাৰ প্ৰতি প্ৰেৰণা যোগোৱাত দুয়ো আছিল কৃতকাৰ্য্য। শ্ৰীমতী হাজৰিকাই দক্ষিণ কলাবাৰী প্ৰাথমিক বিদ্যালয়ৰ পৰা এল.পি. পাছ কৰি দক্ষিণ কলাবাৰী এম.ভি. স্কুলত নাম লগাই ১৯৪৮ চনত এম.ভি. পাছ কৰে। সেই সময়ত অসমৰ ভিতৰুৱা গাঁওবোৰত নাৰী শিক্ষাৰ প্ৰসাৰতাৰ প্ৰতি সৰ্বসাধাৰণ মানুহৰ মন কিছু সংকীৰ্ণ আছিল। তাতে উঠন গাভৰু বয়সৰ ছোৱালী-ল'ৰাৰ লগত পঢ়াতো পিতা-মাতাই আৰু গাঁৱলীয়া সমাজখনে খোলোছা মনে গ্ৰহণ কৰিব নোৱাৰিছিল। শ্ৰীমতী হাজৰিকাকো দেউতাকে কলাবাৰী হাইস্কুলত (বৰ্তমান উচ্চতৰ মাধ্যমিক) পঢ়াৰ অনুমতি নিদিলে। সেয়ে দক্ষিণ কলাবাৰী এম.ই. স্কুলৰ পৰা ১৯৫০ চনত এম.ই. পাছ কৰি বিনা বেতনে দক্ষিণ কলাবাৰী প্ৰাথমিক বিদ্যালয়ত শিক্ষক জীৱনৰ পাতনি মেলে। এনেতে দক্ষিণ কলাবাৰী পছকটা কস্তুৰবা বালিকা এম.ভি. স্কুলত মাহিলী ৩০ টকা বেতনত চাকৰি পোৱাত তেওঁ পূৰ্বৰ চাকৰি এৰি দিয়ে। সেই সময়ত পঢ়া মানুহৰ বাবে চাকৰিৰ অভাৱ নাছিল। চাকৰি কৰিবলৈ আপত্তি কৰিলেও জোৰ কৰি চাকৰি কৰিবলৈ বাধ্য কৰা দিন আছিল।

চাকৰি কৰি থাকিলেও শ্ৰীমতী হাজৰিকাই পঢ়াৰ কথা মনৰ পৰা কোনোদিনে বাদ দিব পৰা নাছিল। ঘৰখনৰ প্ৰতিজনেই পঢ়ি-শুনি আগবাঢ়ি যোৱাত হাজৰিকা মাজে মাজে আনমনা হৈ পৰিছিল। ১৯৫৩ চনত শ্ৰীমতী হাজৰিকাৰ প্ৰতি ভাগ্য সুপ্ৰসন্ন হয়। ডাঙৰ নবৌয়েক তুনু হাজৰিকাৰ প্ৰেৰণাত মিছামাৰীতে থাকি হিন্দীত প্ৰবোধ পৰীক্ষা দি মিছামাৰী হিন্দী প্ৰশিক্ষণ কেন্দ্ৰত প্ৰশিক্ষণৰ সুবিধা লাভ কৰে। স্বৰ্ণ হাজৰিকা ইমানতে ক্ষান্ত নহ'ল। তাতে থাকিয়েই হিন্দী ৰাষ্ট্ৰভাষা প্ৰচাৰ সমিতিৰ অধীনত হাজৰিকাই বিশাৰদ পৰীক্ষাও পাছ কৰে। প্ৰবোধ, প্ৰশিক্ষণ আৰু বিশাৰদ এই তিনিও পৰীক্ষাৰ সাফল্যই নিজৰ অধ্যয়ন শক্তিৰ ওপৰত বিশ্বাস জন্মোৱাত হাজৰিকাই এইবাৰ আগ্ৰাৰ হিন্দী বিশ্ববিদ্যালয়ত পঢ়াৰ মন মেলে। বিশ্ববিদ্যালয়ৰ পৰা পঢ়াৰ অনুমতিও পালে। কিন্তু বিধিয়ে দিলেও বিধাতাই নিদিয়ে। গাঁৱলীয়া ছোৱালী এজনীৰ পক্ষে ঘৰৰ পৰা ইমান দূৰৈত থাকি পঢ়া-শুনা কৰাতো পণ্ডিত হ'লেও, বৰকাককতিদেৱে সহজভাৱে ল'ব নোৱাৰিলে। স্ত্ৰী শিক্ষাৰ প্ৰতি উৎসাহ-উদ্‌গনি দিয়া লোকৰো

তেতিয়া কম অভাৱ নাছিল। এনে ক্ষেত্ৰত বৰকাকতিদেৱৰ খাটাং কথা 'ছোৱালী মানুহ ঘৰৰ পৰা ইমান দূৰৈত থাকি পঢ়িব নোৱাৰে।' যেনে কথা তেনে কাম। নিৰুপায় হৈ মনক দমাব নোৱাৰি স্বৰ্ণ হাজৰিকাই আগ্ৰা বিশ্ববিদ্যালয়ৰ অধীনত গুৱাহাটীতে প্ৰাইভেটকৈ হিন্দীত পাৰঙ্গত পাছ কৰিলে।

হিন্দী বিষয়ত ইমানবোৰ পৰীক্ষা পাছ কৰি সেই সময়ত কোনোৱেই বহি থাকিব নালাগিছিল। ১৯৪৯ চনত হিন্দীক ৰাষ্ট্ৰভাষা ৰূপে স্বীকৃতি দিয়াত অসমৰ সকলোবোৰ স্কুলতে অষ্টমমানলৈ হিন্দীভাষা অন্তৰ্ভূক্ত হয়। গতিকে বিশ্বনাথ চাৰিআলিৰ ছোৱালী উচ্চমাধ্যমিক বিদ্যালয়ত (বৰ্তমান উচ্চতৰ মাধ্যমিক) হিন্দী শিক্ষকৰ প্ৰয়োজন হোৱাত মাহিলী ৩০.০০ টকা বেতনেৰে হাজৰিকাই হিন্দী শিক্ষকৰূপে নিযুক্তি লভে। কিছুদিন চাকৰি কৰাৰ পাছতেই বিশ্বনাথ চাৰিআলিত মেট্ৰিক পাছ হিন্দী শিক্ষাৰে শিক্ষিত মহিলা ওলাই পৰাত শ্ৰীমতী হাজৰিকাৰ চাকৰি থৰক-বৰক হোৱাৰ গুণগুণনি শুনা গ'ল। কাৰণ তেতিয়া বিদ্যালয় পৰিচালনা কমিটিয়েই আছিল সৰ্বেসৰ্বা। হিন্দী পঢ়াত অধিক গুৰুত্ব দিয়াত প্ৰবেশিকা পৰীক্ষাৰ কথা তেওঁ পাহৰিয়ে আছিল। এই অতি কম সময়ৰ ভিতৰতে সেই সময়ত বিশ্বনাথক ন-ৰূপ দিয়াত ব্যস্ত থকা ৺চেনীৰাম দাসদেৱৰ আশাশুধীয়া চেষ্টাত বৰ্তমানৰ বহুমুখী উচ্চতৰ মাধ্যমিক বিদ্যালয়ত (তেতিয়া উচ্চ মাধ্যমিক) শ্ৰীমতী হাজৰিকাই এখনি হিন্দী বিদ্যালয় খোলে। কিন্তু তেওঁৰ চাকৰিৰ নিশ্চয়তা নোহোৱাত কলাবাৰী উচ্চ মাধ্যমিক বিদ্যালয়লৈ হিন্দী শিক্ষয়িত্ৰী ৰূপে নিযুক্তি পাই গুচি যায়। অৱশ্যে এই কাৰ্য্যই হাজৰিকাক গোৰ মাৰি গঙ্গাতহে পেলালে। বিশ্বনাথ চাৰিআলিত থাকোতেই তেতিয়াৰ প্ৰধান শিক্ষয়িত্ৰী অগ্ৰণী মহিলা শ্ৰীযুতা বীণা আগৰৱালাৰ বিদ্যাৰ ছাঁত জুৰাবলৈ পাই তেওঁ প্ৰবেশিকা পাছ কৰিবলৈ উঠি পৰি লাগিল। ১৯৬১ চনত তেওঁ প্ৰাইভেটকৈ প্ৰবেশিকা পৰীক্ষা পাছ কৰে।

ইতিমধ্যে শ্ৰীমতী হাজৰিকা বিশ্বনাথ চাৰিআলিৰ লেহুগাঁও নিবাসী শ্ৰীযুত নগেন হাজৰিকাৰ লগত বিবাহপাশত আবদ্ধ হয়। সংসাৰী হোৱাত তেওঁ কলাবাৰী হাইস্কুলৰ চাকৰি ইস্তফা দিয়ে। ১৯৬৩ চনত নিজ অঞ্চলৰ বিশ্বনাথ চাৰিআলি একাডেমীত হিন্দী শিক্ষকৰ প্ৰয়োজন হোৱাত হাজৰিকাই পুনৰ ৩০.০০ টকা বেতনেৰে চাকৰি জীৱন আৰম্ভ কৰে। শ্ৰীযুত নগেন হাজৰিকাইও ছোৱালী হাইস্কুলত চাকৰি পাই নিজগৃহত থাকিবলৈ লয়।

চাকৰি জীৱনৰ সুস্থিৰতা অহাত শ্ৰীমতী হাজৰিকাই মন-প্ৰাণ ঢালি নিজ অঞ্চলতে মহিলা সংগঠনৰ কামত মনোনিবেশ কৰে। ১৯৫৬ চনত তেওঁ উত্তৰ গুৱাহাটীত 'স্কাউট এণ্ড গাইড'ৰ ১৫ দিনীয়া প্ৰশিক্ষণ এটিও লৈ থৈছিল। চাৰিআলি একাডেমীত সেয়ে তেওঁ বহুদিনলৈকে 'স্কাউট এণ্ড গাইড'ৰ প্ৰশিক্ষণ

প্ৰদান কৰি ছোৱালীসকলক স্কাউট এণ্ড গাইডৰ কেম্পলৈ নিছিল। বিশ্বনাথ চাৰিআলি একাডেমীতে শ্ৰীযুতা হাজৰিকাই ১৯৯২ চনলৈকে চাকৰি কৰি অৱসৰ গ্ৰহণ কৰে। এই সময়তে তেওঁ ১৯৮১ চনত উত্তৰ গুৱাহাটীত তিনিমহীয়া হিন্দীৰ ৰিফ্ৰেছাৰ ক'ৰ্চ এটা কৰাৰো সুবিধা পায়। এই দীঘলীয়া চাকৰি কালৰ ভিতৰতে একাডেমীৰ বয়োজ্যেষ্ঠ শিক্ষকসকলৰ উৎসাহ আৰু উদগনিত ১৯৭৭ চনত চাৰিআলি একাডেমীত এখন হিন্দী বিদ্যালয় খোলে। ল'ৰা-ছোৱালীৰ পঢ়া-শুনা, বিয়া-বাৰু আদি জঞ্জালৰ মাজতো তেওঁ আজিলৈকে স্কুলখনৰ সচিবৰ দায়িত্বত থাকি সুচাৰুৰূপে চলাই হিন্দী শিক্ষাৰ প্ৰসাৰত প্ৰভূত বৰঙনি আগবঢ়াইছে। স্কুলৰ ফলাফলো আকৰ্ষণীয়। এতিয়ালৈকে পাঁচজনে পৰিচয় আৰু প্ৰবেশিকাত প্ৰথম আৰু তৃতীয় স্থান লাভ কৰিছে। বৰ্তমান তেওঁৰ একানপতীয়া চেষ্টাৰ ফলত নিজা মাটিত দুটি ঘৰো উঠিছে। স্কুলখনে ১৯৭৭ চনত প্ৰবোধ বিদ্যালয় আৰু ১৯৮৫ চনত বিশাৰদ বিদ্যালয়ৰূপে ৰাষ্ট্ৰভাষা প্ৰচাৰ সমিতিৰ স্বীকৃতি পায়।

২০০১ বৰ্ষত বিদ্যালয়ৰ নিজা মাটিত অতিশ্ৰমেৰে তেওঁ গৃহ নিৰ্মাণ কৰি হিন্দী বিদ্যালয়ৰ শ্ৰেণীসমূহ বহুৱাই পাঠদান আৰম্ভ কৰিছে। এই বিদ্যালয়খনি তেওঁৰ জীৱনৰ বহু সাধনাৰ থলী বুলিয়েই ক'ব লাগিব। এইদৰে শ্ৰীমতী হাজৰিকাই কৰি অহা প্ৰতিটো কামৰ সফলতাই আত্মবিশ্বাসী হোৱাত সহায় কৰে আৰু লগে লগে মনৰ প্ৰত্যয়ো বাঢ়ি যায়। ইমানবোৰ কাম আৰু জঞ্জালৰ মাজতো তেওঁ সাহিত্য চৰ্চাৰ পৰা নিজক বিৰত ৰখা নাছিল। অকণমান আহৰি পালেই পঢ়া টেবুলত লিখামেলা কৰিবলৈ বহিছিল।

১৯৬৪ চনত ভাৰতৰ প্ৰাক্তন প্ৰধান মন্ত্ৰী পণ্ডিত জবাহৰলাল নেহেৰুৰ মৃত্যু হয়। তেখেতৰ স্মৃতিত শ্ৰীমতী হাজৰিকাই এটি কলম 'মহাজাতি' কাকতলৈ পঠিয়ায়। লেখাটি 'মহাজাতি' কাকতত প্ৰকাশ পায়। তেওঁ ইয়াতে বৰ আনন্দ পায়। ছপা আখৰত নিজৰ লিখনি পঢ়িবলৈ পাই দুগুণ উৎসাহেৰে তেওঁ লেখা-মেলাত হাত দিয়ে। 'মহাজাতি' কাকতত তেওঁৰ নিয়মিতভাৱে লেখা প্ৰকাশ পাবলৈ ধৰিলে। কাকতখনৰ উষ্ম আদৰণিত হাজৰিকাৰ সাহিত্যিক মনটোৱে যেন সাৰ পাই উঠিল। লিখি গ'ল, "কালিকা লগা কোমোৰা", "আফটাৰ মেৰেজ", "চাহগছৰ মাজে-মাজে", "স্বৰ্গগত পিতৃৰ পুত্ৰলৈ আহ্বান", "ভিটামিন যুক্ত ৰান্ধনি", 'সেন্দুৰ', 'আলহী', 'লোপা', 'পৰীক্ষা', 'ৰাধেশ্বৰী' আদি বহু হাস্যব্যঙ্গ ৰচনা। এই লেখাবোৰত আছিল হাঁহিৰ এটি মৃদু খোৰাক। স্বনামধন্য সাহিত্যিক লক্ষ্মীনাথ বেজবৰুৱা দেৱে অসমীয়া মানুহে হাঁহিব নাজানে বুলি লেখা কথাটো ৰঞ্জন জনাই যোৱাৰ পিছৰ পৰাই অসমীয়া মানুহৰ গাত কথাটো বাৰুকৈয়ে লাগিল হবলা। অগ্নি কবি কমলাকান্ত ভট্টাচাৰ্য্যদেৱেও

সোৰোপা অসমীয়া জাতিটোক ছপা আখৰেৰে কম গালি পৰা নাই। মৃতপ্ৰায় অসমীয়া জাতিটোক মুখেৰে ক'ব নোৱাৰা অথচ সময় থাকোতেই নকলেও নহয়চোন কথাবোৰকে ব্যঙ্গ কৰি কৰি কম লিখিলেনে? শ্ৰীমতী হাজৰিকাৰ লিখনিত হাস্যব্যঙ্গ দুয়োটাই পোৱা যায়। তেওঁ "অথ হস্ত সংবাদ"ত সভা সমিতিৰ সিদ্ধান্ত লোৱাৰ পৰত প্ৰতিবেদন গ্ৰহণ, হিচাপ পৰীক্ষা গ্ৰহণত হাত তালি পৰিলেই সম্পাদক বাচি গ'ল বুলি মিঠাকৈ কম কথা কোৱা নাই। সেইদৰে মৃদু হাস্যৰসত "মুৰত ওকণি, গাত ঘামচি, কঁকালৰ যাউতিযুগীয়া খৰকশ খজুৱাবলৈ দেখোন হাত নহ'লে জীৱন্তে মৰণ।" এনেকৈয়ে হাতৰ মাহাত্ম্য প্ৰকাশ কৰিছে হাঁহিৰ জুমুঠিত তিয়ায়।

শ্ৰীমতী স্বৰ্ণ হাজৰিকাই হাস্যৰসৰ কবিতাও কেইটামান লিখিছে। আমাৰ লেখিকা সমাৰোহৰ সৰু সুৰা সভাবোৰত তেওঁ যোগদান কৰিবলৈ বাট চাই থাকে। আমাৰ সাধাৰণ মহিলা সকলে লগ ভাগ হৈ অকণমান হাঁহি ধেমালি কৰিব, দুটা কথাও শিকিব বুলি ভাবিয়েই তেওঁ সভালৈ যাবলৈ আগ্ৰহ কৰিছিল। ১৯৮৭ চনত সুৰীয়াকৈ উলিওৱা "কবিতা সমদল'ত সাতোটি আৰু কবিতা সমদলৰ দ্বিতীয় সংখ্যাত 'কেচেট' আৰু 'হেতেন' নামৰ খুহুটীয়া কবিতা দুটি প্ৰকাশ কৰিছে। 'নিমিলা অঙ্ক' কবিতাত 'দুই মুঠি বদি মাহ, দুই কেজি তিতা কেৰেলা, ভাৰ লৈ ওলাল ভদাই আজি তাৰ বিহুৰ বজাৰ— এনেদৰেই লিখা গোটেই কবিতাটি পঢ়িলে ভদীয়াৰ ঘৰখনৰ লাউলোৱা অৱস্থাৰ এখন নিখুঁট ছবি পঢ়ুৱৈৰ আগত প্ৰকট হৈ পৰে। সেইদৰে 'পৰীক্ষা' কবিতাত "না পলি/না টেক্সটাইল/না মেডিকেল/না নাৰ্চিং/না ৰিজ'নেল/না ইঞ্জিনিয়াৰিং/যদি নহ'লি চিডিউল কাষ্ট/চিডিউল ট্ৰাইব্‌চ— তেন্তে বেকাৰ।" 'কিয় বিখ্যাত' নাম দি লিখা কবিতাত কোন ঠাই কিয় বিখ্যাত ক'বলৈ যাওঁতে কবিতাটো সম্পৰ্কত "মহাজাতি"ৰ পাত সমালোচনাৰে ভৰি পৰিল।

"আমি লেখিকা" কবিতাটো শ্ৰীমতী হাজৰিকাই "বিয়া নাম বৰচাঙত/তাঁতশাল ধোঁৱাচাঙত/পীৰা, ঢাৰি, শিতান/আখল, মজিয়া/চৌকা খৰি/আখৈ মুৰী, পিঠা, চিৰা/চেলা চাললৈ গ'ল/বিচা বাবলৈ গ'ল/ বুলি যুগৰ বতাহত উৰুলীকৃত হৈ নিজৰ সাতাম পুৰুষীয়া সংস্কৃতিৰ মৃত্যু ঘটাই লেখিকাসকলে কৰা অৱহেলাৰ কথাকে জানো ডাঙি ধৰা নাই। 'বিশ্বনাথৰ নাৰীকণ্ঠ' কবিতাপুথিত 'বিৱৰ্তন' কবিতাত যুগৰ পৰিবৰ্তনত বোৱাৰীও পৰিবৰ্তন হোৱা খবৰ আমাক হাজৰিকাই এনেকৈ দিছে— "চিনি নাপাই দেবৰ ভতিজা/মোমাই ভাগিন ভাই/কাজল, অমিতাভ গাঙ্গুলী টেঙুলকাৰ/ভূপেনদাৰ খবৰহে লয়।" আকৌ তেখেতে মৰমৰ ঘোৰ ৰূপটোও সুন্দৰকৈ অঙ্কন কৰিছে। "দেখি শুনি ৰেহৰূপ চাই/পগলা প্ৰায় হ'লো/নিৰুপায় হৈ বিবেক হেৰুৱাই মযো

তাইৰ পাছত গ'লো।" এইদৰে কবিতাৰ কলিৰে বাস্তৱ জীৱনত ঘটা বিভ্ৰাটবোৰৰ কথা আমাক সোঁৱৰাই দি সেইদিশলৈ মনোযোগ আকৰ্ষণ কৰোৱাৰ চেষ্টাৰ লগতে মৃদু হাস্যৰসৰো যোগান ধৰিছে। ফলশ্ৰুতিত পাঠকে বাস্তৱ জীৱনৰ ভাৰাক্ৰান্ত মনৰ পৰা খন্তেকলৈ হ'লেও প্ৰশান্তি লাভ কৰিছে।

শ্ৰীমতী হাজৰিকাই গহীন ভাৱৰ কবিতা প্ৰবন্ধ নিলিখা নহয়। বিশ্বনাথৰ কবিচক্ৰই উলিওৱা 'সুগন্ধি কণ্ঠ'ত 'প্ৰহৰী' নামে 'ভিন্ন গ্ৰাম ভিন্ন নাম' দি এটি অতি মূল্যবান লেখা আগবঢ়াইছে। পিছত এই লেখাটিকে কিছু বহলাই 'স্মৃতিৰ কাচিয়লি' নামে এখনি সৰু পুথি প্ৰকাশ কৰিছে। গ্ৰন্থখন সৰু হ'লেও সময়ত ই বিশ্বনাথৰ দলিল হৈ পৰাৰ আশা আছে। বিশ্বনাথ শাখা সাহিত্য সভাই প্ৰকাশ কৰা গল্প সংকলনটিতো 'ব্যস্ততা' নামে এটি গল্প প্ৰকাশ পাইছে। শ্ৰীমতী স্বৰ্ণ হাজৰিকা এগৰাকী সমাজসচেতন লেখিকা। তেওঁৰ লেখনিৰ পাতে পাতে তেনে দৃষ্টিভঙ্গী ভাব-চিন্তা বিদ্যমান। তাৰোপৰি প্ৰতিটো লেখনি সেই বাস্তৱ জীৱনৰ আদৰ্শৰ ওপৰত প্ৰতিষ্ঠিত। লেখাবোৰ অতি সহজ-সৰল আৰু আঁৰ নলগা। একোটা সাধাৰণ ঘটনা বা কথাকে অতি আমোদজনককৈ বৰ্ণনা কৰাত তেওঁ সিদ্ধহস্ত। 'উত্তৰ' শ্ৰীমতী হাজৰিকাৰ যন্ত্ৰস্থ অৱস্থাত থকা গল্পপুথি। ইয়াত 'উত্তৰ', 'প্ৰহৰী', 'অৱশেষত সেয়ে হ'ল', 'ভানুমতী', 'ডাঙিব নোৱাৰা শিল', 'নন ফৰমেল', 'ৰাধিকা', 'মই আহিলো', 'ডাগ' আৰু 'পানীৰ মিঠৈ', নামেৰে দহটি মৌলিক গল্প আৰু 'মৃত্যু দণ্ড', 'চিতোৰ উদ্ধাৰ' নামেৰে দুটি অনুবাদ গল্পৰে বাৰটি গল্প সন্নিবিষ্ট হৈছে।

শ্ৰীমতী হাজৰিকাই উপন্যাসতো হাত দিছে। তেওঁ 'টঙনা বস্তিৰ দিনলিপি' নামৰ এখন উপন্যাস বৰ্তমান প্ৰেছত আছে। এই উপন্যাসখনিৰ পটভূমি তেখেতৰ ঘৰৰ চৌপাশে থকা প্ৰাক্তন চাহ-বনুৱাসকলৰ গাঁওখনি আৰু তেওঁলোকৰ জীৱনধাৰা। চাহবনুৱাসকলৰ ভাষা-কৃষ্টি আচাৰ-ব্যৱহাৰ আৰু দৈনন্দিন জীৱনৰ কাৰ্য্যাৱলী অসমীয়া মিহলি চাহ বনুৱাৰ ভাষাৰে উজলাই তুলিছে। তেওঁৰ উপন্যাসখনিত চাহগছৰ সাধু নাই, আছে চাহ বনুৱাসকলৰ জীৱন যাত্ৰাৰ ধ্বনি। উপন্যাসখনিত টঙনাবস্তিৰ লোকসকলৰ জীৱনযাত্ৰাৰ এখন নিটোল ছবি দাঙি ধৰি ক্ষান্ত থকা নাই, অন্ধবিশ্বাসে খোপনি পুতি থকা সিহঁতৰ জীৱনবোৰক তাৰপৰা মুক্ত কৰাৰ কথাও চিন্তা কৰিছে। লেখিকাৰ উপন্যাস খনিৰ মাজেদি তেওঁলোকৰ মাজত মহিলাসকলক সংগঠিত কৰি অৰ্থনৈতিক দিশত স্বাৱলম্বী কৰা, শিক্ষাৰ প্ৰসাৰ ঘটোৱা আদি কামতো চেষ্টা আগ বঢ়াইছে। 'সিহঁত লাহে লাহে সজাগ হ'বলৈকো আৰম্ভ কৰিছে। নিৰ্বাচনত কথাৰ ফুলজাৰিত ভোল গৈ সিহঁতে বাৰে বাৰে ঠগ খাই এতিয়া আৰু যাকে তাকে ভোট নিদিয়ে।' এনেকৈ উপন্যাসৰ কাহিনীভাগে সমাজখনৰ উত্তৰণৰ এটি ক্ষীণ

আভাস দিয়াৰ চেষ্টা অব্যাহত ৰাখিছে। বৰ্তমান তেওঁ নিজৰ পৰিয়ালক লৈ 'শতাব্দীৰ দস্তাবেজ' লিখি আছে।

শ্ৰীমতী হাজৰিকাই অনুবাদ সাহিত্যতো হাত দিছে। হিন্দী শিক্ষক হোৱা বাবে হিন্দীৰ পৰা 'মৰ্যাদা ৰক্ষা', 'পৰীক্ষা', 'এজন লোভী ৰজা', 'চিতোৰ উদ্ধাৰ', 'ৰাখী বন্ধন', 'অভিশপ্ত গাড়োৱাল', 'মৃত্যুদণ্ড' আদি সুন্দৰ লিখনি অসমীয়ালৈ ভাঙনি কৰিছে। তাৰোপৰি ভগৱতী প্ৰসাদ বৰ্মাৰ 'চিত্ৰলেখা' নামৰ উপন্যাস খনিও তেওঁ অনুবাদ কৰিছে। তেওঁ নাটকো লিখিছে। পাঁচজনী বিবাহযোগ্যা কন্যাক লৈ 'জখলা' নামে এখনি সুন্দৰ একাঙ্কিকা লিখি নিজে পৰিচালিকা হৈ বীনাপাণি ৰঙ্গমঞ্চত মঞ্চস্থ কৰিছে। এই নাটকখনত তেওঁ পৰিচালিকা হিচাপেও প্ৰথম হৈছে। তাৰোপৰি 'বেকত নকৰে কেহো মাধৱৰ দৰে' আৰু 'আমাৰ দাবী' নামে দুখনি শিশুনাটক লিখিছে। 'হৰিনাম আৰু ভাদমাহ' তেওঁৰ আন এটি প্ৰকাশিত লেখা।

অন্যান্য লেখনিৰ ভিতৰত 'খুৰীদেউ', দুৰ্গেশ্বৰ হজাৰিকা, লীলা দাস কুঞ্জ হাজৰিকা আদিৰ সোঁৱৰণত চমুজীৱনী প্ৰকাশ পাইছে। 'যুদ্ধ সপোনতো নহওঁক' বুলি দ্বিতীয় মহাযুদ্ধৰ বিভীষিকাক লৈ লিখা এটি কাহিনী যাক লৈ 'নিশাচৰ ছড়েলে' নামৰ এখনি ছবিও নিৰ্মাণ হৈছে। অসমীয়া যুৱতীৰ সাহ পিত বঢ়াবলৈ 'জন-সংযোগ বিষয়া পদৰ বাবে যুৱতীও অসমৰ্থ নহয়।' নামে এটি সুন্দৰ লেখনিৰে জনসংযোগ বিষয়া হ'বলৈ লগা অৰ্হতা আহৰণৰ জাননীৰ ছলেৰে যুৱতীসকলক অনুপ্ৰাণিত কৰিছে। 'জীৱনৰ স্মৃতিয়ে আমনি কৰে' লেখনীৰে বয়সিয়াল পঢ়ুৱৈক অতীত স্মৃতি ৰোমন্থনৰ সুযোগ দিছে, যাৰ মূল্য হয়তো ব্যক্তিবিশেষে সুকীয়া হ'ব। 'লেহগাঁৱৰ বুৰঞ্জী আৰু অন্ধবিশ্বাস আৰু বিজ্ঞান' নামৰ লেখাদুটিও অতি সুন্দৰ প্ৰবন্ধ।

তাৰোপৰি চাৰিআলি একাডেমীৰ মুখপত্ৰত 'কবীৰদাস' আৰু 'মহাকবি তুলসীদাসৰ' জীৱনী হিন্দীৰ পৰা অনুবাদ কৰি প্ৰকাশ কৰিছে। এটা সংখ্যাত প্ৰয়াত ৺বদন নেওগৰ চমু জীৱনীও তেওঁৰ কাপেদি ওলাইছে। শ্ৰীমতী হাজৰিকাই পুলিচ বিষয়া সন্মানীয়া কিৰণ বেদীৰ জীৱন গাঁথাৰ দক্ষতা সুন্দৰকৈ 'অসম বাণী' কাকতত প্ৰকাশ কৰিছে। তেওঁ 'আপোনাৰ বাবেও খবৰ'। শিতানত শ্ৰীযুতা সুবৰ্ণ বৰুৱাক সুন্দৰ গায়িকা, শ্ৰীযুতা লক্ষী শইকীয়াক মহিলা ব্যৱসায়ী আৰু অমিলা হাজৰিকাক সুদক্ষ খেলুৱৈ ৰূপে অঙ্কিত কৰিছে। 'অসম বাণী'ত এখন সুস্বাদু দিছু নামে এটি আমোদজনক লেখাও ৰাইজে পঢ়িবলৈ পাইছে। তেওঁ এগৰাকী সাংবাদিকো। ১৯৯০ চনৰ পৰা 'হিন্দী চেন্টিনেল' আৰু 'পূৰ্বাচল প্ৰহৰী'ত সংবাদ সেঁৱাৰ নিযুক্তি পাইছিল যদিও বৰ্তমান 'হিন্দী চেন্টিনেলত'হে সেৱা আগবঢ়াই আছে।

শ্ৰীমতী হাজৰিকাই স্কুলীয়া আলোচনী 'চাৰিআলি একাডেমী' আৰু বিশ্বনাথ শাখা লেখিকা সমাৰোহ সমিতিৰ মুখপত্ৰ 'কাচিজোন' '৯০ আৰু '৯৫ত দুবাৰ সম্পাদনা কৰে। এই সম্পাদনাৰে তেওঁ হাতত কলম নোলোৱা মহিলাকো উৎসাহ উদগণি প্ৰদান কৰি লিখিবলৈ প্ৰেৰণা যোগাইছিল। শ্ৰীমতী হাজৰিকা সদৌ অসম লেখিকা সমাৰোহ সমিতি'ৰ আজীৱন সদস্যা আৰু এসময়ত কাৰ্যনিৰ্বাহকৰ সদস্যাও আছিল। তেওঁ অসম সাহিত্যসভাৰো আজীৱন সদস্যা। বিশ্বনাথ সাহিত্যসভাৰ তেওঁ কাৰ্য্যকৰী সদস্যা আৰু কবিচক্ৰৰ উপসভানেত্ৰী। হাজৰিকা বৰ্তমান চাৰিআলি কেন্দ্ৰীয় মহিলা সমিতিৰ সভানেত্ৰী। তেওঁৰ যত্নতে কেন্দ্ৰীয় মহিলা সমিতিয়ে দ্বিতীয় এটি গৃহ নিৰ্মাণ কৰি উলিয়ায়। প্ৰথমে তেওঁ উত্তৰ চাৰিআলি মহিলা সমিতিৰ সম্পাদিকা ৰূপে থাকি অনুষ্ঠানটিক স্বাৱলম্বী কৰি বৰ্তমান জপৌবাৰী মহিলা সমিতিক গঢ় দিয়াত ব্যস্ত।

১৯৭৯ চনত বিশ্বনাথ চাৰিআলিত সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ শাখা গঠনৰ দিনাৰ পৰা ১৯৯৫ চনলৈ সম্পাদিকা ৰূপে থাকি অনুষ্ঠানটিক সুদৃঢ়ৰূপ দিয়ে। ১৯৯৫ চনতে সমিতিৰ ষোড়শ দ্বিবাৰ্ষিক অধিবেশনখন অনুষ্ঠিত কৰিবৰ বাবে অহোপুৰুষাৰ্থ কৰে। সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ প্ৰতিষ্ঠাত্ৰী আৰু বৰ্তমানৰ সভানেত্ৰী ড° শীলা বৰঠাকুৰে বিশ্বনাথ অধিবেশনত মুকলিকৈ কৈছিল "আজি এই অধিবেশন ইয়াতে অনুষ্ঠিত হোৱাৰ গুৰিতে শ্ৰীযুতা স্বৰ্ণ হাজৰিকা।" বৰ্তমান তেওঁ বিশ্বনাথ কাৰাগাৰৰো দুবছৰ ধৰি পৰ্যবেক্ষক, বিশ্বনাথ মহকুমা মহিলা চেলৰ সদস্যা আৰু ৰাষ্ট্ৰভাষা প্ৰচাৰ সমিতিৰ পোন্ধৰ বছৰ ধৰি ব্যৱস্থাপিকা সভাৰ সদস্যা ৰূপেও কাৰ্য্যনিৰ্বাহ কৰি আছে। হিন্দী ৰাষ্ট্ৰভাষা প্ৰচাৰ সমিতিৰ লগত জড়িত হৈ থকাৰ কাৰণেই ১৯৮১ চনত দিল্লীত অনুষ্ঠিত হোৱা বিশ্ব হিন্দী সম্মিলনত যোগ দিয়াৰ সুবিধা পাই আৰু বিশ্ব হিন্দু সমাজৰ সোৱাদ বুটলিবলৈ সমৰ্থ হয়। ইয়াৰোপৰি বিশ্বনাথ মহকুমা সাধাৰণ জাতি বিকাশ পৰিষদৰো উপসভানেত্ৰী লগতে সূৰ্য্যবৰা সোঁৱৰণী, পাভৈ ব্যৱসায় সমিতি, অধ্যয়ন চক্ৰ আদি বহুতো সংগঠনৰ লগত ওতঃপ্ৰোত ভাবে জড়িত। শ্ৰীমতী হাজৰিকা ১৯৭৯ চনৰ পৰা হোৱা বিদেশী বহিস্কাৰ আন্দোলনতো সক্ৰিয়ভাৱে অংশ গ্ৰহণ কৰিছিল। আন্দোলনৰ সময়ত বেলবন্ধ কাৰ্য্যসূচী, জুই শিখা লৈ শোভাযাত্ৰা কৰা আদি কাৰ্যসূচীত পূৰ্ণ মাত্ৰাই সহযোগ কৰিছিল। আন্দোলনৰ সময়ছোৱাত বিভিন্ন সম্প্ৰদায়ৰ মাজত সম্প্ৰীতি স্থাপনৰ উদ্দেশ্যে মহিলাৰ ৰাসপাতি বিশ্বনাথত মহিলা ৰাসৰ ইতিহাস সৃষ্টি কৰে। তাৰোপৰি তেওঁ গাঁৱে গাঁৱে নামঘৰত সমূহীয়া নাম পাতি তাৰ পৰা পোৱা অৰিহণাৰ ২০০০.০০ টকা ছাত্ৰ সন্থাৰ পুঁজিলৈ আগবঢ়ায়। এনেকৈয়ে শ্ৰীমতী

স্বৰ্ণ হাজৰিকা সমাজৰ সকলো ক্ষেত্ৰতে নিজক বিলাই দিব পৰা এগৰাকী আত্মত্যাগী কৰ্মী আৰু সাহিত্য চৰ্চাতো সমানেই ব্ৰতী।

স্বৰ্ণ হাজৰিকাৰ সাংসাৰিক জীৱনো সুন্দৰ আৰু সুখৰ। স্বামী শ্ৰীযুত নগেন হাজৰিকা সমাজৰ এগৰাকী নীৰৱ কৰ্মী, ধৈৰ্য্যশীল, শান্তিপ্ৰিয় আৰু পত্নীৰ প্ৰতিও অত্যন্ত সহানুভূতিশীল লোক। যাৰ ফলশ্ৰুতিত শ্ৰীমতী হাজৰিকাই সমাজৰ কাম আৰু লেখা মেলা কামতো পাইছিল এটি পৰিবেশ।

মাতৃ হিচাপেও শ্ৰীমতী স্বৰ্ণ হাজৰিকা সফল বুলি ক'ব পাৰি। জ্যেষ্ঠ পুত্ৰ শ্ৰীমান চন্দন হাজৰিকা স্কোৱাৰ্ডন লিডাৰ; কনিষ্ঠ পুত্ৰও উচ্চশিক্ষিত আৰু সমাজৰ সুস্থ নাগৰিক। কন্যা দুগৰাকীও শিক্ষিত আৰু কৰ্মতৎপৰ; তেওঁলোকে সাহিত্য চৰ্চাতো হাত দিছে। শ্ৰীমতী হাজৰিকা সমাজৰ বিভিন্ন কাম আৰু লেখা-মেলাত ব্যস্ত থাকিলেও অসমীয়া লাডু, পিঠা, জা-জলপান কৰাৰ প্ৰতিও আগ্ৰহী। অসমীয়াৰ তাঁতশাল আৰু ঢেকীশাল দুয়োটাকে পাৰ্য্যমানে জীয়াই ৰাখিবলৈ তেওঁ চেষ্টা কৰি আহিছে। কচু, ঢেকীয়া, খাৰলি, কাঁহুদী, গাজটেঙা, খৰিচা এইবোৰ কৰাতো তেওঁৰ ৰাপ আছে। এনেকৈয়ে শ্ৰীমতী হাজৰিকাই এগৰাকী সফল মাতৃ, সমাজসেৱী, সাহিত্যিক আৰু অসমীয়া জাতীয় জীৱনলৈ সেৱা আগবঢ়োৱা নাৰী ৰূপে সমাজত স্বীকৃতি পাইছে আৰু এটি সৰ্বাঙ্গ সুন্দৰ জীৱনৰ অধিকাৰী হৈছে। তেওঁৰ সুস্বাস্থ্যপূৰ্ণ দীৰ্ঘজীৱন কামনা কৰিলো। ❐

# আলিমুননিছা পিয়াৰ

**ড° মঞ্জুদেৱী পেগু**



দুবৈৰ পৰাই তেওঁক দেখিছিলোঁ, গীতৰ মাজত, সুৰ আৰু ছন্দৰ মাজত তেওঁক বিচাৰি পাইছিলোঁ। প্ৰথমবাৰৰ বাবে অতি ওচৰতে পালো তেওঁক, সদৌ অসম লেখিকা সমাৰোহৰ নগাওঁ অধিবেশনৰ শিবিৰৰ একেটা কোঠাৰে সঙ্গীৰূপে।

সেইবাৰ ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ ছাত্ৰীনিবাসে পোনপ্ৰথমবাৰৰ বাবে বাগ্দেৱী বঁটা আগবঢ়াইছিল নতুন লেখিকাৰ বাবে। বিশেষকৈ সেইবাৰ সেই বঁটা আগবঢ়াইছিল সমাৰোহৰ কবিসন্মিলনত পঠিত নতুন লেখিকাসকলৰ কবিতালৈ। এগৰাকী এগৰাকীকৈ সকলোৱে কবিতা পাঠ কৰিছিল। ময়ো অপেক্ষা কৰিছিলোঁ স্বৰচিত কবিতা পাঠ কৰিবলৈ। কিন্তু... ইতিমধ্যে সঞ্চালিকাই কবিতা পাঠৰ মোখনি মাৰিবলৈ ওলাইছিল, মোৰ নামটো কেনেবাকৈ বৈ যোৱাত আমাৰ জিলাৰ (মঙলদৈ) শোভনা ডেকা, সুভদ্ৰা কোঁৱৰ বাইদেউহঁতে সঞ্চালিকাক কোৱাত মোক কবিতা পাঠ কৰিবলৈ দিলে আৰু সৌভাগ্যক্ৰমে সেই কবিতাটোৱেই কঢ়িয়াই আনিলে বাগ্দেৱী বঁটা। সেইদিনা শিবিৰৰ সৰু কোঠাটো আনন্দ উৎসৱেৰে উপচি পৰিছিল। আৰু তেৱোঁ লিখিছিল আলফুলকৈ মোৰ অট'গ্ৰাফৰ পাতত ঃ

গতিৰ যতি নাই
গতিয়েই জীৱন;
যুঁজেই জীৱনক মাধুৰ্য্য দিয়ে
প্ৰতিদিনৰ জীৱনত ক'ত যুঁজ আছে
জয়-পৰাজয় আছে; হাৰ নামানিবা।

আজি আকৌ সুদীৰ্ঘ দুটা দশকৰ অন্তত লৰি গৈছোঁ তেওঁৰ ওচৰলৈ, এইবাৰ তেওঁৰ জীৱনৰ নজনা কথাবোৰ জানিবলৈ। তেওঁ সেই গীতিকাৰ, আলিমুননিছা পিয়াৰ—পাৰবীন চুলতানা, ড° ভূপেন হাজৰিকাকে ধৰি অনেক যশস্বী শিল্পীৰ কণ্ঠত চিৰসেউজীয়া হৈ আছে যাৰ সেউজ কোমল সত্তা। একেধাৰে কবি, গীতিকাৰ, গল্পকাৰ, শিশু-সাহিত্য ৰচয়িতা, সাহিত্যিক পেঞ্চনাৰ আলিমুননিছা

পিয়াৰে ইতিমধ্যেই অসমীয়া সাহিত্যত আপোন সৃষ্টিৰ গৰিমাৰে এখনি সুকীয়া আসন লাভ কৰিবলৈ সক্ষম হৈছে।

সুন্দৰৰ জগতখনত আলিমুননিছা পিয়াৰে বিচৰণ কৰিছিল সোণোৱালী শৈশৱতে তেওঁৰ মাতৃ আলহাজেইন মৰহুমা জুবেইদা খাতুনৰ বৰ্ণাঢ্য জীৱন অৱলোকনৰপৰা। তেখেত স্বভাৱ কবি আছিল। ফকৰা-যোজনা আৰু তেখেতৰ জটুৱা ঠাঁচৰ মাত-কথাৰে শৈশৱ কাটিছিল অতি মনোমোহা প্ৰাকৃতিক পৰিবেশৰ মাজত। য'ত শব্দই তুলিছিল মানস ক্ষেত্ৰত সুমধুৰ ঝংকাৰ আৰু নিৰ্জনতাই আনি দিছিল হৃদয়ত গভীৰ উপলব্ধি।

আলিমুননিছা পিয়াৰৰ জন্ম হৈছিল গুৱাহাটীত ১৯৩৫ চনৰ ২৮ মে'ত। পিতৃ-মাতৃ মৰহুম কফিলুদ্দিন আহমদ আৰু জুবেদা খাতুন। এটা সু-সংস্কৃত পৰিয়ালত জন্ম গ্ৰহণ কৰা আলিমুননিছা পিয়াৰে সৃষ্টিৰ প্ৰেৰণা পাইছিল ঘৰুৱা পৰিবেশৰ মাজতেই। পঞ্চম শ্ৰেণীত পঢ়াৰ পৰাই লিখা আৰম্ভ কৰে। 'মই মাথো এটি কবি

নীৰৱ কবিতা সেৱি

প্ৰকৃতিৰ কোলাৰ ধূলি বালি লৈ

এক মনে আকোঁ ছবি।' —এই কবিতাৰেই আৰম্ভ কৰিছিল। তেওঁৰ গৰিমাময় সাহিত্যিক জীৱন।

তেওঁ বিবাহপাশত আৱদ্ধ হয় ১৯৫২ চনৰ ৬ মাৰ্চত সাহিত্যজগতত এখনি সুকীয়া আসন গ্ৰহণ কৰা মহম্মদ পিয়াৰৰ সৈতে। বিবাহৰ কথা সুঁৱৰি তেওঁ কৈছে—"বহুতো তিৰোতাই গিৰিয়েকক গালি পাৰিবলৈ, মাক-দেউতাকক দোষ দিবলৈ সেই দিনটো মনত ৰাখে-এনে অপদাৰ্থ এজনৰ লগত মোক বিয়া দিলে ইত্যাদি কথা বকি বকি। মই মনত ৰাখিছোঁ মোৰ মা-দেউতাক, কৃতজ্ঞতা জনাবলৈ যে এনে এগৰাকী মোৰ ৰুচিৰ লগত মিলা মানুহৰ লগত বিয়া পাতি দিয়া বাবে। আচলতে মোৰ কাৰণে সেই সময়ত কেবাজনো অফিচাৰ, ইঞ্জিনিয়াৰৰ প্ৰস্তাৱ আহিছিল। দেউতাই কিন্তু কন্যাদানৰ পুণ্য অৰ্জন কৰিলে পিতৃ-মাতৃহীন এওঁৰ লগত মোৰ বিয়া পাতি দি। দেউতাৰ এই সিদ্ধান্তৰ কথা শুনি বহুতেই হাঁহিছিল বৌ-বৰালি এৰি দৰিকণালৈ মন মেলা বুলি। মই পিছে দেউতাৰ সিদ্ধান্তটো অন্তৰেৰে ভাল পাইছিলোঁ। কাৰণ এওঁৰ উপন্যাস পঢ়ি আৰু মানুহজনৰ ভিতৰৰ গুণ দেখি মই ইতিমধ্যে আকৰ্ষিত হৈছিলোঁ।"

মেট্ৰিক পৰীক্ষা পাছ কৰাৰ পাছতেই আলিমুননিছা পিয়াৰে সাংসাৰিক বন্ধনৰ মাজত সোমাই পৰিছিল। তথাপিও উচ্চ শিক্ষা লাভৰ প্ৰতি থকা দুৰ্বাৰ হেঁপাহৰ বাবেই নানান সাংসাৰিক ব্যস্ততা, দুৰ্য্যোগ আদিৰ মাজতো তেওঁ প্ৰাইভেট পৰীক্ষাৰ্থী হিচাবে ১৯৫৪ চনত আই. এ. ১৯৫৯ চনত বি. এ. আৰু ১৯৬৪ চনত

এম. এ. পাচ কৰে। প্ৰথম সন্তানৰ মৃত্যুৰ পাছত আই. এ. পৰীক্ষাৰ বাবে প্ৰস্তুত হৈছিল। স্নাতক পৰীক্ষাৰ সময়তো আহি পৰিছিল শাৰীৰিক অসুস্থতা। নিউমোনিয়া ৰোগত আক্ৰান্ত হোৱা বাবে বুকুৰ কেঁচুবা দহদিনলৈ আঁতৰাই থৈছিল। দুৰ্যোগপূৰ্ণ সেই সময়ৰ কথা আলিমুননিছা পিয়াৰে নিজেই কৈ গৈছে—"বাহিৰৰ ফাগুণী পচোৱাক প্ৰত্যাহ্বান জনাই লিখিছিলোঁ—'বাহিৰত ধূলিৰ ধুমুহা বেগে বয়, মানসত গীতৰ পখীয়ে কথা কয়।' মা আৰু স্বামীয়ে পোণা দুটি ৰখাৰ ভাৰ ল'লে। সন্দিকৈ ছাত্ৰীনিবাসত থাকি পৰীক্ষা দিলোঁ।" আনকি পঢ়ি থকা দিনত ৰাতি আঢ়ৈ বজাতে শুই উঠি তেওঁ লিখা-মেলা কৰিছিল সময় উলিয়াব নোৱাৰাৰ বাবে। সাংসাৰিক ব্যস্ততাৰ মাজত এনেদৰেই তেওঁ অসমীয়া সাহিত্য বিষয়ত এম. এ. পাচ কৰে। "অসমীয়া লোক সাহিত্য আৰু লোক-জীৱনত ইছলামী প্ৰভাৱ" সম্পৰ্কেও গৱেষণা আৰম্ভ কৰিছিল যদিও স্বাস্থ্যজনিত কাৰণত সেই গৱেষণা সম্পূৰ্ণ নহ'ল।

আলিমুননিছা পিয়াৰৰ জীৱনসঙ্গী মহম্মদ পিয়াৰ। সৰুতেই ঘাট-মাউৰা হৈছিল। ফলত পিতৃ-মাতৃৰ স্নেহৰ পৰা বঞ্চিত হোৱাৰ লগতে মুছলমানৰ সামাজিক প্ৰথা অনুসৰি পৈতৃক সম্পত্তিৰ পৰাও বঞ্চিত হ'ব লগা হোৱাত এক প্ৰকাৰে নিঠৰুৱা হৈ পৰিছিল। বিয়াৰ পিছত আলিমুননিছা পিয়াৰে তেওঁক পিতৃ-মাতৃৰ মৰমৰ লগতে ঘৰুৱা পৰিৱেশ এটা দিয়াৰ চেষ্টা কৰিছিল। আনহাতে তেওঁৰ সকলো সফল আৰু শুভ প্ৰচেষ্টাৰ ঘনিষ্ঠ সহযোগী আছিল তেওঁৰ স্বামী। তেওঁৰ নিজৰ ভাষাত— বিবাহোত্তৰ দুকুৰি দুবছৰীয়া জীৱনত বহুতো শিকিলো। ৰ'দে-বৰষুণে, জাৰে-জহে জীৱনৰ খলা-বমা বাট পাৰ হ'লো। মাথোন সাহিত্যিক জীৱনতে নহয়—জীৱনৰ এক পৰমপ্ৰাপ্তি 'হজব্ৰত' সম্পন্ন কৰিবলৈকো (১৯৯০) স্বামীক সহযোগী হিচাবে পাই ধন্য মানিছোঁ। আৰম্ভণিতে আৰ্থিক দৈন্যৰ বাবে তেখেতে মোক সোণৰ গহনা বা জাক-জমকীয়া সাজ-পাৰেৰে সজাব পৰা নাছিল সঁচা, কিন্তু বিবাহ-বাৰ্ষিকী বা জন্মদিনত উপঢৌকন দিছিল—"শব্দকোষ", নাৰী মুক্তিৰ বিষয়ে ৰচা সু-পাঠ্য কিতাপ, মোৰ প্ৰিয় বস্তু সুগন্ধি আঁতৰ, আগৰবাতি আদি। ঘৰ পতাৰ আৰম্ভণিতে তেখেতে মোৰ কিতাপ পঢ়াৰ ধাউতি দেখি মোক পঢ়িবলৈ সঁকিয়াই দিছিল—"তোমাৰ মাজত মই বিৰাট সম্ভাৱনাৰ সন্ধান পাইছোঁ। তোমাৰ Inner Potentiality আছে। এই সঞ্জীৱনী শক্তিক জীয়াই ৰাখিব পাৰিলে তোমাৰ নাম বৈ যাব। তিৰোতা মানুহৰ সাধাৰণ লাহ-বিলাহ আৰু পৰচৰ্চাৰ গ্লানিভৰা জীৱনৰ বাবে তুমি পৃথিবীলৈ অহা নাই যেন লাগে।"

"... মোৰ গৃহস্থই লেখা-মেলা ক্ষেত্ৰত যথেষ্ট অনুপ্ৰেৰণা যোগাইছিল, গীত এটি ৰচনা কৰাৰ পিছত তেওঁ নিজেই গায়কৰ ওচৰত সুৰৰ বাবে দি আহিছিলগৈ। সেইদৰে কবিতা আদি লিখিলেও তেখেতেই প্ৰকাশৰ বাবে কাকত-আলোচনী

আদিলৈ পঠিয়াইছিল। তেৰোঁ লিখক মানুহ, লিখা পৰিৱেশ এটা তেওঁক দিবৰ বাবে সদায় চেষ্টা কৰিছিলোঁ।"

আলিমুননিছা পিয়াৰে অসমীয়া ভাষা-সাহিত্যলৈ আগবঢ়োৱা অৱদানসমূহ হ'ল—

১। জীৱন সাগৰত উপকূল নাই (গল্পসংগ্ৰহ), ২। মাজ নিশা তৰাই উচুপে, (গল্প সংগ্ৰহ), ৩। শিশু হজৰত মোহম্মদ চঃ, ৪। পোহৰৰ পথ (হজৰত বৰপীৰ চাহেবৰ জীৱনী, ৫। লখিমীৰ সংসাৰ ৬। সুৰ নিজৰা (গীতৰ সংকলন) ৭। চেতনা (কবিতা সংকলন) ৮। গাৰ্হস্থ্য বিজ্ঞানৰ সহায়িকা ৯। অপ্ৰকাশিত তৰা চিকিমিকি ১০। কাব্যদৰ্শন ১১। সানমিহলি, ১২। সমুদ্ৰস্থান, ১৩। দাম্পত্য কলহ।

আলিমুননিছা পিয়াৰৰ বহু গল্প কাকত-পত্ৰত সিঁচৰতি হৈ আছে। কিছু সংখ্যকৰ সংগ্ৰহ গল্প পুথি দুখনে আলিমুননিছা পিয়াৰৰ প্ৰতিভাৰ স্বাক্ষৰ বহন কৰিছে। ড° মহেশ্বৰ নেওগদেৱে তেওঁৰ প্ৰথম প্ৰকাশিত গল্পপুথি 'জীৱন সাগৰত উপকূল নাই'ৰ পাতনিত মন্তব্য কৰিছে— "বিষয়-বস্তুৰ প্ৰতি লেখিকাৰ পথ অনুভূতিৰ ভিতৰেদি স্নেহ-বিমুখ কটুতাৰ যোগে নহয়। এইখিনিতেই চুটি গল্পৰ লিৰিক-সুলভ ব্যক্তিগত গুণে দেখা দিছে; গল্পৰ কাহিনীগত প্ৰেম-খেলাৰ বিষয়ত নাৰী-দৃষ্টিৰ আভাস পোৱা গৈছে। বাস্তৱ পটভূমিৰ অঙ্কনৰ প্ৰতি লেখিকাই বিশেষ চকু দিয়া নাই; কাৰণ তেওঁৰ বাবে ঘটনাবোৰৰ পটভূমি নায়ক-নায়িকাৰ মনৰ ভিতৰতেই প্ৰতিষ্ঠিত, বাহিৰত তাৰ প্ৰতিক্ৰিয়া চাবৰ বা দেখুৱাবৰ আৱশ্যক লেখিকাই দেখা নাই। মুঠ কথা, গল্পকেইটি সৰ্বপ্ৰকাৰে আধুনিক হৈছে— ভাবত, ভাষাত, গঢ়ত।"

সৰ্বমুঠ আঠটা গল্প সন্নিবিষ্ট পুথিখনিৰ অধিকাংশ গল্পতে গ্ৰাম্য জীৱনতকৈয়ো বুদ্ধি-বৃত্তিজীৱী নাগৰিক জীৱনৰ অভিজ্ঞতাকে ৰূপায়িত কৰা হৈছে। তদুপৰি পুৰুষপ্ৰধান সমাজত নাৰীৰ প্ৰতি অবিচাৰ, অৱমাননাৰ ছবিও চিত্ৰিত হৈছে। গল্পবোৰ সমস্যাবহুল আৰু নতুন কলা-কৌশলপূৰ্ণ কৰিবলৈ লেখিকাই প্ৰয়াস কৰিছে। গল্পৰ মাজতো যে কবিতা আৰু কাব্যপ্ৰবাহ আছে— তেওঁৰ গল্পবোৰৰ নিজৰি পৰা ভাষা আৰু আবেগময়ী মন্তব্যবোৰে প্ৰমাণ কৰিছে। গল্পবোৰৰ নামকৰণো কাব্যিক আৰু অৰ্থব্যঞ্জনাৰে ভৰপূৰ; যেনে— শিমলুৰে সোঁৱৰায়, শেষ অধ্যায়, পোৱা কলিজাৰ কাহিনী শুনা, সেমেকা সন্ধিয়াৰ সজীৱ কাহিনী, তোমাক পাহৰা নাই, জীৱন সাগৰত উপকূল নাই ইত্যাদি...।

"শিমলুৱে সোঁৱৰায়" গল্পত পুৰুষৰ স্বাৰ্থপৰতা, সুবিধাবাদিতা, নাৰীৰ প্ৰতি অৱমাননাৰে চিৰন্তন ছবি প্ৰকাশ পাইছে। পুৰুষপ্ৰধান সমাজত নাৰীৰ প্ৰতি অবিচাৰৰ ছবি এই গল্পটোত মূৰ্ত হৈ উঠিছে। "পিতা যে স্বামীত্বৰ দায়িত্বৰ প্ৰতি কোনোদিনেই সচেতন হোৱা নাই আৰু এতিয়াও নহয়, ই ধ্ৰুৰূপ। তেওঁৰ মতে

পত্নী-পুত্ৰ খৰচৰ একোটা জীয়াসুঁতি মাথোন। তাতকৈ বাৰাঙ্গনাৰ সান্নিধ্যত পৃথিবীৰ স্বাভাৱিক ভোগ-লালসাৰ পৰিসমাপ্তি ঘটোৱা শতগুণে শ্ৰেয়ঃ।'

"সপোনৰ দৰে, নিশা ফুলা শেৱালিৰ দৰে তথাপিও তাই লেৰেলি গ'ল। বেদৱতী এনিশাৰ মৰহা শেৱালি। ...আজি বেদৱতী নাই। জ্বলি-পুৰি ছাই হৈ তাইৰ কবি প্ৰাণটোও লগতে মৰি গৈছে। অনুপমাই কিন্তু আজি নহয়, বহুদিন আগতেই তাইক মৰা বুলি ধৰি লৈছিল। জীৱনৰ সকলো উচ্চাশা, ৰঙীন ভৱিষ্যতৰ সমাধি ৰচি এহাতে মাতৃত্বৰ সম্ভাৱনা, ভাৰতীয় নাৰীৰ চিৰন্তন আদৰ্শ, আৰু আনহাতে উশৃঙ্খল সত্যপ্ৰিয়ৰ অত্যাচাৰত অতিষ্ঠ তাই! মানসিক অন্তৰ্দ্বন্দ্বত ক্ষত-বিক্ষত তাইৰ অন্তৰ! বিয়াৰ আগতে সত্যপ্ৰিয়ৰ ভুৱাত মোহ গৈ তাই পঙ্কিল পৃথিৱীত অমৰ প্ৰেমৰ গৰিমাময় চানেকি ৰচাৰ সপোন দেখিছিল।..."

নিজে ছোৱালী যদিও দুৰ্বলতাকে আৰু সদৰি কৰি কওঁ আৰু বিশ্বাসো কৰো সাধাৰণ ক্ষেত্ৰত বিয়াই নাৰীৰ অপ্ৰগতিৰ শেষ সীমা। তই পথ পাহৰি নাযাবি। (পৃঃ১৮)

আজিকালিৰ যুগটোত ছোৱালীবোৰ নীলামৰ বস্তুৰ দৰে। ৰূপ আৰু টকাৰ তুলাচনী সমানে থাকিব লাগে। ভাগ্য যদি অনুকূল হয়, ৰূপৰ চমকেৰে সিহঁতে সংসাৰৰ বাৰ অনা তিৰোতা মানুহৰ দৰেই ঘৰ-সংসাৰৰ 'আচবাব' বৃদ্ধি কৰিব; আৰু ভাগ্য যদি বিৰূপ হয় তেনে নিজৰ ব্যয়ভাৰ নিজৰ ওপৰত ন্যস্ত কৰিব। পৃথিৱীতো মৰম-স্নেহ নাই— আছে ৰূপৰ প্ৰতি আকৰ্ষণ আৰু টকাৰ প্ৰতি মোহ ভয় বা শ্ৰদ্ধা। (জীৱন সাগৰত উপকূল নাই, পৃঃ ১৪২)

"তুমি ঠিকেই কৈছিলা— শিক্ষা মানে আত্মগোপন। চেনেহী বাইদেউৰ লৌহস্বামীজনে খণ্ডৰ কোবত লঠিয়াই-ভুকুৱাই মনৰ ক্ষোভ উপশম কৰিব পাৰে। কাৰণ তেওঁ অশিক্ষিত, কাৰখানাৰ লো মছা লৌহমনা মানুহ। কিন্তু তেখেতে কৰে কি জানা? নিজৰ অন্তৰৰ অপূৰ্ণতা সন্দেহৰ তুঁহ জুইত নিজেও পুৰি মৰে আনকো জ্বলাই মাৰে। অশিক্ষিত, অৰ্দ্ধশিক্ষিত আৰু পৰিমাৰ্জিত জ্ঞানবুদ্ধিৰ ভঁৰালেৰে চহকী মানুহৰ মনৰ পাৰ্থক্য তেনে ক'ত?"

"সি তেতিয়া নিচেই সৰু। তাৰ চকুৰ আগতেই ভিনিহিয়েকে কোৱাৰ্টাৰৰ বাৰান্দাৰ পৰা বায়েকক গোৰ মাৰি বগৰাই দিছিল চিৰিয়েদি। স্ফীতোদৰা, চকু সোমোৱা, বুকুৰ হাড় ওলোৱা, ঘনে ঘনে উশাহ টানি থকা তাৰ বায়েকজনী। গাটো জিকাৰ খাই উঠিল তাৰ।"

(জীৱন সাগৰত উপকূল নাই পৃঃ ১৩৫)

সাহিত্যৰ বুলনি চ'ৰালৈ প্ৰথম অৰিহণাৰূপে আগবঢ়োৱা এই পুথিখনি সম্পৰ্কত ডঃ মহেশ্বৰ নেওগদেৱে মন্তব্য কৰিছে— "বাঞ্ছা কৰিছোঁ, এইখনিয়েই আলিমুননিছাৰ সাহিত্যিক জীৱন মন্দিৰৰ আনন্দময় তোৰণৰূপে থিয় দিব।"

'মাজনিশা তৰাই উচুপে' আলিমুননিছা পিয়াৰৰ দ্বিতীয়খন গল্প সংকলন। মুঠ দহটা গল্প সন্নিৱিষ্ট এই সংকলনখনতো লেখিকাৰ স্বকীয় দৃষ্টিভঙ্গীৰ প্ৰকাশ ঘটিছে। তাহানি কটনৰ ছাত্ৰী অৱস্থাতে প্ৰায় আকস্মিকভাৱে এদিন চিনাকি হৈছিল স্বৰ্গীয় ড° বাণীকান্ত কাকতিদেৱৰ স'তে। প্ৰাথমিক পৰিচয় প্ৰসঙ্গৰ শেষত তেখেতে আন্তৰিকতাৰে আলিমুননিছা পিয়াৰক কৈছিল— "অ', পাহাৰ, পথাৰ আৰু বেঙুনীয়া মেটেকা ফুলে ভৰা শান্তিপুৰত তোমাৰ ঘৰ? সাহিত্যৰ প্ৰতি আগ্ৰহ হোৱা স্বাভাৱিক। বাৰু, আমাৰ সাহিত্যত নাৰীৰ সুকীয়া জীৱন-বোধৰ চিত্ৰৰ বৰ অভাৱ, এই কথাষাৰলৈ যেন লক্ষ্য ৰাখা।" 'মাজনিশা তৰাই উচুপে'ৰ ৰচনাকালত তেখেতৰ সেই কথাই তেওঁক সততে প্ৰেৰণা যোগাইছিল। (মোৰ কথা, আলিমুননিছা পিয়াৰ, 'মাজনিশা তৰাই উচুপে' গ্ৰন্থ)

প্ৰথিতযশা সাহিত্যিক, গৱেষক ড° প্ৰফুল্লদত্ত গোস্বামীয়ে এই পুথিখনৰ আগকথাত তাৎপৰ্য্যপূৰ্ণ মন্তব্য আগবঢ়াইছে— "শ্ৰীমতী আলিমুননিছা পিয়াৰৰ ৰচনাত আমি সাধাৰণতে আওকাণ কৰি থকা তলখাপৰ নৰ-নাৰীৰ সৰু অথচ ভয়াবহ অভিজ্ঞতাবোৰৰে বৰ্ণনা পাইছোঁ। বিশেষকৈ ঘৰুৱা পৰিৱেশৰ আলম লৈ আলিমুননিছাই যি ছবি দাঙি ধৰিছে তাত যথেষ্ট পৰ্য্যবেক্ষণ আৰু সহানুভূতিৰ চিন ফুটি ওলাইছে। লোকৰ আশ্ৰিতা মুছলমান ছোৱালী মেৰীৰ দাম্পত্য জীৱনৰ সপোন, ৰায়বাহাদুৰৰ ঘৰৰ চামু চাকৰৰ সৌভাগ্য, নাইবা মাৰোৱাৰীৰ গোলাত কাম কৰা নিবাৰণ চৌধুৰীৰ সংসাৰ-সুখ আদিৰ চিত্ৰনত বুজিব পাৰি বাহিৰৰ ৰংচঙীয়া জীৱনৰ আঁৰত একশ্ৰেণী লোকে কিমান দ্বন্দ্ব আৰু বিৰোধৰ মাজত নিজক খাপ খুৱাই ল'ব নোৱাৰি 'সংসাৰ সাগৰ'ত উটি ফুৰিছে। লেখিকাই চৰিত্ৰ আৰু পৰিৱেশৰ মাজত সংযোগ স্থাপন কৰিব পাৰিছে আৰু তেওঁৰ ঠাঁচত অনুকম্পা আৰু ব্যঙ্গ দুয়োটাৰে আঁচ অনুভৱ কৰিব পাৰি। গল্পবিলাকৰ একোটিকৈ কেন্দ্ৰভাৱ আছে আৰু আটাইবিলাকৰ মূলতে বেদনাদায়ক অভিজ্ঞতা যদিও লিখিকাই 'ইজম'ৰ সহজ নাৱত উঠি দুয়োকাষে সস্তীয়া আবেগৰ পানী চটিওৱা নাই।"

গল্প সংকলনটোৰ প্ৰায়বোৰ গল্পতে নগৰীয়া মধ্যবিত্ত, নিম্নমধ্যবিত্ত জীৱনৰ ছবি প্ৰকাশ পোৱাৰ বিপৰীতে "বগাভাত"ৰ লেখীয়া গল্পত গ্ৰাম্যজীৱনৰ অভাৱগ্ৰস্ততাৰ নিকৰুণ ডুখৰীয়া ছবিও প্ৰকাশ পাইছে।

ঃ যা অ' কেপ্‌কেপাই নাথাকিবি এইজনী। বগাভাত ছটিয়ালে কাউৰীৰ আকাল নাই। নালাগে যা আহিব তই।

আলিমুননিছা পিয়াৰৰ কবিতাপুথি "চেতনা"ত ফুটি উঠিছে এক সুকীয়া বৈশিষ্ট্য। সহজ-সৰল ঘৰুৱা শব্দৰ ব্যৱহাৰ, লোক-সাংস্কৃতিক উপাদান আদিৰে তেওঁৰ কবিতা সমৃদ্ধ। জীৱনৰ বিভিন্ন ক্ষণৰ বিভিন্ন স্বাদৰ কবিতাই তেওঁৰ কলমত ভিৰ পাতিছে। বিশিষ্ট সমালোচক, চিন্তাবিদ ড° হীৰেন গোঁহায়ে তেওঁৰ কবিতাৰ

ওপৰত সমুচিত মন্তব্য আগবঢ়াইছে— ঃ "তেখেতৰ সাৰ্থক কবিতাসমূহত এক সহজ, ঘৰুৱা অথচ সাৱলীল বচনভঙ্গীৰ লগত যুক্ত হৈছে এক নিভাঁজ আন্তৰিকতা আৰু সজাগ জিজ্ঞাসা। পুৰুষ সাহিত্যিকসকলৰ তুলনাত আমাৰ মহিলা লেখকসকলৰ মন আৰু হৃদয় অপেক্ষাকৃত অধিক অকৃত্ৰিম, অবিকৃত আৰু সজীৱ হৈ আছে। সেয়ে আংগিকৰ প্ৰসাধনে তাৰ অনুভূতিৰ স্বাভাৱিক মুখশ্ৰীও নষ্ট কৰিব পৰা নাই।

সহজ অথচ নিৰ্ভুল মূল্যবোধৰ বাবে তেখেত নকল বস্তুৰ চিকমিকনিত ভোল যোৱা নাই। সাহিত্য আৰু জ্ঞান, মোহ আৰু আদৰ্শ, গুণ্ডামী আৰু বীৰত্ব তেখেতে একাকাৰ কৰি পেলোৱা নাই। নিতান্তই লৌকিক শক্তিৰ হেঁচাত তেখেতে অস্বচ্ছ জটিলতাকে অৰ্থঘন গভীৰতা বুলি ভ্ৰম কৰা নাই। আনহাতে তেখেতৰ এই বিচাৰবোধ কেৱল আনৰ ক্ষেত্ৰতে সক্ৰিয় নহয়। নিজৰ নানা ক্ৰুটি-বিচ্যুতি, নানা ব্যৰ্থতা আৰু ভ্ৰম সম্পৰ্কে তেখেত ক্ৰমে অধিক সজাগ হৈ পৰিছে। এই আত্মজিজ্ঞাসা আৰু আত্ম-সমালোচনাই তেখেতৰ কবিতাক সস্তীয়া ভাবালুতাৰ পৰা মুক্ত কৰিছে।

আৰু এটা কথাৰ বাবে তেখেতৰ কবিতাই গভীৰতাৰ পিনে গতি কৰিছে। তেখেতৰ জন্ম আৰু প্ৰস্তুতিৰ কালছোৱা ভাৰতীয় সমাজ স্বাধীনতা আন্দোলনৰ মহান স্বপ্নৰাজিৰ অস্তৰাগে ৰঞ্জিত কৰি ৰাখিছিল। মধ্যবিত্তকে ধৰি দেশৰ আপামৰ জনসাধাৰণে মুক্তি আৰু প্ৰগতিৰ বিভিন্ন আন্দোলনত আত্মনিয়োগ কৰিবলৈ তেতিয়াও পিছভৰি হোৱা নাছিল। তেতিয়া বিকাশ লাভ কৰা লেখকসকলৰ দৃষ্টিভঙ্গীত সেয়ে এক বিস্তৃতি আৰু মহত্বৰ সম্ভাৱনা আছিল। পৰৱৰ্তী যুগৰ কবিসকলে তেনেধৰণৰ ব্যাপক আৰু গভীৰ জাতীয় আন্দোলনৰ পৰা দৃষ্টিভঙ্গীৰ উদাৰতা আহৰণ কৰিবলৈ সুযোগ পোৱা নাই।

শ্ৰীমতী পিয়াৰৰ কবিতাত এই উত্তৰাধিকাৰ অমলিন হৈ আছে। তেখেতৰ সমসাময়িক আন বহু লেখকৰ মনত বহু ব্যৰ্থতা, বিশ্বাসঘাতকতা আৰু গ্লানিৰ আবৰ্জনাই সেই উত্তৰাধিকাৰ সম্পূৰ্ণ ঢাকি ধৰিছে। তেওঁলোকৰ কবিতাৰ ৰুদ্ধশ্বাস হতাশা আৰু আত্মকেন্দ্ৰিক দুখ-বিলাসে পাঠকক অমৰত্বৰ স্পৰ্শ দিব নোৱাৰে— যি অমৰত্ব হ'ল পবিত্ৰ বিশ্বাস আৰু নিঃস্বাৰ্থ আত্মোৎসৰ্গৰ নিৰ্য্যাস, যি অমৰত্ব মানৱজাতিৰ ঐতিহাসিক ভূমিকাৰ লগত একাত্মবোধৰ উপলব্ধি। আপাতদৃষ্টিত শ্ৰীমতী পিয়াৰৰ কবিতাতো হতাশা, ব্যৰ্থতাবোধ আৰু গ্লানিৰ চেকা লাগিছে— কিন্তু সেইবোৰ আত্মকেন্দ্ৰিক নহয়। নিজৰ জীৱন আৰু সমাজত কিবা এনে এটা বস্তুৰ অভাৱ তেখেতে গভীৰভাৱে অনুভৱ কৰিছে, যিবিধ বস্তুৱে মানুহৰ জীৱনক দিয়ে তাৰ যথাযোগ্য গৰিমা আৰু মহত্ব। শ্ৰীমতী পিয়াৰৰ এই অনুভূতিত কোনো

প্ৰতিষ্ঠিত ৰাজনৈতিক নেতাৰ কপট ভাও-ভঙ্গী নাই, তাৰ অন্তৰংগতা আৰু অকৃত্ৰিমতা সম্পৰ্কে প্ৰশ্ন উঠিবই নোৱাৰে।

"... শ্ৰীমতী পিয়াৰৰ কবিতাৰ সহজ ঘৰুৱা শব্দচয়ন আৰু সংস্কৃত গন্ধী শব্দৰ মাজতো জীয়াই থকা তেখেতৰ নিভাঁজ অসমীয়া ঠাঁচ এক ব্যক্তিগত খেয়াল বুলি ভাবিলে ভুল হ'ব। ই তেখেতৰ ব্যক্তি মানসত জীপ পাই থকা জাতীয় সত্তাহে প্ৰকাশ কৰে। অতীত সমাজৰ, অতীত জীৱনত সকলো মাধুৰী তেখেতৰ হৃদয়ত স্পন্দিত হৈ আছে, মৰহি যোৱা নাই। তাৰ বলতেই তেখেতে গতিশীল পৃথিৱীৰ পৰিৱৰ্তনৰ সমুখীন হ'ব পাৰিছে আৰু সেই পৰিৱৰ্তনক ওলগ জনাব পাৰিছে। তেখেতৰ আন্তৰিকতাৰ চিনস্বৰূপে আঙুলিয়াই দিব পাৰি যে সনাতন মূল্যবোধত পৰিপুষ্ট হৈয়ো তেখেতে কেতিয়াবা দ্বিধাহীন ভাষাত ক'ব পাৰিছে যে ক্ষয়িষ্ণু সমাজ ব্যৱস্থা আৰু ধ্যান-ধাৰণা সম্পূৰ্ণ মৰিমূৰ নকৰিলে জীৱনৰ নতুন বিকাশ আৰু সম্ভৱ নহ'ব।"

শিশুৰ বাবে লিখা কবিতাসমূহৰ সন্দৰ্ভতো হীৰেন গোঁহাইদেৱে আগবঢ়োৱা মন্তব্য তাৎপৰ্য্যপূৰ্ণ। "শিশুৰ কাৰণে লিখা কবিতাবোৰত আৰু গঞা জীৱনক উপজীব্য কৰি লিখা কবিতাবোৰত তেখেতৰ ভাষাই যি স্বচ্ছল অথচ অৰ্থঘন ৰূপ লৈছে, সিয়েই প্ৰমাণ কৰে যে তেখেতৰ চেতনাত ইতিহাস জীয়াই আছে— ভৱিষ্যতৰ প্ৰতি উন্মুখ হৈ। অৱশ্যে তেখেতৰ কবিতাত বৰ্তমানৰ লগত ভৱিষ্যৎ সৃষ্টিৰ সাধনাই কোনো স্পষ্ট আৰু সবল সংযোগ স্থাপন কৰিব পৰা নাই। মধ্যবিত্ত শ্ৰেণীগত দুৰ্বলতা তেখেতে শেষ পৰ্য্যন্ত অতিক্ৰম কৰিব পৰা নাই।"

নিজৰ কবিতাৰ বিষয়েও আলিমুননিছা পিয়াৰে লিখিছে— মোৰ কবিতাৰ উৎস, বিকাশ আৰু উত্থান-পতনৰ কথা, আকাংক্ষা আৰু প্ৰাপ্তি, মোহভঙ্গ, বাস্তৱবোধ, দ্বিধা আৰু দ্বন্দ্বৰ কথা কিজানি এদিন কাৰোবাক ক'ব লাগিব। কাক ক'ম, কেতিয়া, কেনেকৈ, সেই কথা মাজে মাজে মনলৈ আহিছিল যদিও সংসাৰ আৰু প্ৰাত্যহিক জীৱনৰ তুচ্ছতাৰ মাজত সেই বোধ প্ৰায় হেৰায়েই গৈছিল। খেদো নাছিল তাৰ বাবে। লুপ্ত সেই চেতনাৰ পম খেদি জন্ম হ'ল মোৰ কবিতা— 'চেতনা'ৰ ১৯৭৪ চনত।

বছৰৰ আৰম্ভণিতে
আৰু
জন্মদিনত আশীৰ্বাদে
আহিনৰ জোনাক আৰু
কাতিৰ নিয়ৰ হৈ জীৱনক মোৰ
জীপ দিয়ে। ...(আশীৰ্বাদ)

নাৰীৰ ওপৰত চিৰন্তন নিৰ্য্যাতনৰ প্ৰকাশ—

গধূলিৰ ছাঁয়াময়া
ক্ষীণ পোহৰত
ভাতৰ পাতত বহি
মাকৰ মুখলৈ' চাই
মণ্টুৱে আৰু বুজি পালে
দুখমানে
মাকৰ গালত বহা
আঙুলিৰ দুটা দাগ।। (দুখ মানে)

শিশুৰ বিচিত্ৰ ৰূপৰ বৰ্ণনা তেওঁৰ কবিতাত জীৱন্ত—

কত ৰকমৰ শিশু। সৰু বৰ, ফেঁচা, শেঙুননকা
বৰলৰ টোপ যেন দুই নাকে উজুৱাই
লাজে ভয়ে, এবাৰ আগ, এবাৰ পিছ
লৰি, ঢাপৰি, লুকাই, চুৰকৈ কেতিয়াবা
চুচুক-চামাক কৰি শিলে বনে উজুটিয়াই
কেতিয়াবা জোপ লৈ ৰৈ থাকোঁতেই
হাঁচি, কাঁহ, হামি, হেঁকটিয়েই
ধৰেহি আগুৰি।

(বগৰীৰ বতৰ)

লোক-সাংস্কৃতিক উপাদানসমূহ প্ৰাণময় হৈ আছে তেওঁৰ "মৰমী পঁজা"ত

গৰু, ছাগলীৰ জাক
হাঁহ-কুকুৰাৰ পাল
ফুটুকী পাৰৰ খং।
বাঁহ-বেত, কাঠী-কামী বিহকৰমৰ কাম
লৈ ফুলাম জাপিৰে যোৱা
গাঁৱৰ বণিক
ভৰ দুপৰীয়া।
আৰু দলং সিপাৰে জ্বলে ছবিযেন হৈ
নাৰিকল, তামোলৰ বাৰী।
'পখীধৰা', 'মৌ-চেপা' আহে
জয়াল হাবিৰে ভৰা, বিয়াগোম শালনি
খুচৰি—
"মইনা-ভাটৌ লাগে"

"মৌ-জোল লাগেনে আই?"
বেপাৰীয়ে পদূলিতে আহি আহি সোধে।
গাড়ী গএগা বেপাৰীয়ে ডবুৱা কটাৰী
সান্দহ, কড়াই গুৰি আনে।
আনে জলাহৰ পুৰণি থেকেৰা।
গঁৰৈমাৰী বাচ খচি ইটো, সিটো বিচৰা, খোচৰা।
নিয়ৰেৰে সদ্যস্নাতা হৈ
    খিৰিকী কাষত হাঁহে
    মৰমী গোলাপ জুপি।

সঁচা কথা ক'বলৈ গ'লে— কবি আৰু গীতিকাৰৰূপেই তেওঁৰ প্ৰথম পৰিচয়। বিভিন্ন দিশৰ প্ৰতি ধাউতি থাকিলেও কবিতা আৰু গীতৰ প্ৰতিয়েই তেওঁৰ দুৰ্বাৰ আকৰ্ষণ। অসমৰ বৰ্ণাঢ্য প্ৰকৃতি, মোহনীয়া ঋতু আৰু জনজীৱনে তেওঁৰ স্পৰ্শকাতৰ অন্তৰক অধিক সংবেদনশীল কৰি তুলিছে। তেওঁৰ অন্তৰ নিজৰি ওলোৱা গীতৰ সংকলন 'সুৰনিজৰা' আৰু 'তৰা চিকিমিকি' (অপ্ৰকাশিত)। অসমৰ বহু যশস্বী গায়কৰ কণ্ঠত তেওঁৰ গীত চিৰসেউজ হৈ আছে। সংসাৰৰ বহু দায়িত্বৰ মাজত তেওঁ লিখি যায়। কেতিয়াবা ষ্টোভত ভাত, দাইল তুলি দিও লিখিছিল—

    এই ৰ'দ এই বৰষুণ
    এই মেঘ কৰে কিন কিন।...

কেতিয়াবা আকৌ চিটিবাছৰ পৰা ঘৰলৈ অহা বাটছোৱাত গুণগুণাই মনে মনে লিখি আহিছিল ঃ 'যাবৰ বেলিকা যিখনি লিপিকা দিলা তুমি শেষ দান।' আকৌ যশস্বী শিল্পী ড° ভূপেন হাজৰিকাই সাহিত্য সভাৰ পলাশবাৰী অধিৱেশনত গোৱা গীতটো ঘৰতে বহি লিখা—

    কবি গোৱা মধুৰ ৰাগিনী
    সুৰেৰে জগোৱা ধৰণী
    নৱচেতনাৰ বাণী শুনোৱা
    সুৰেৰে জগোৱা ধৰণী।

অসমৰ লোক-সাংস্কৃতিক সমলেৰে পৰিপূৰ্ণ ৰূপৰ প্ৰকাশ ঘটিছে অকালতে হেৰাই যোৱা দৰদী গায়ক জয়ন্ত হাজৰিকাৰ কণ্ঠত—

    জেতুকা পাতেৰে দুহাত বোলালি...

লোকগীতৰ সুৰৰ অনুৰণনত লিখা গীতটো সহস্ৰ শ্ৰোতাৰ অন্তৰত অনুৰণিত অতি জনপ্ৰিয় গীত—; পাৰবীন চুলতানাৰ কণ্ঠত যি চিৰসেউজ হৈ আছে—

খোজ লাহেকৈ দিবি সখি—
খোজ লাহেকৈ দিবি—
বাট পিচল চাবি সখি
বাট পিচল চাবি—

বসন্ত ঋতুও তেওঁৰ গীতত প্ৰাণময়—

এইবেলি ফুলা নাই লাহতী কপৌফুল
নুফুলে মালতী তগৰ,
ক'তে কেনা লাগিল ক'বকে নোৱাৰোঁ
মই হেনো লগালো জগৰ।

কেতিয়াবা ডেউকা কোবায় তেওঁৰ গীতৰ পখীয়ে—

উৰি যাওঁ উৰি যাওঁ দূৰ দূৰ ল'ই
যদি যাওঁ নাহোঁ আৰু এই ধৰাল'ই।
এই ধৰা মায়াভৰা, পাই হেৰুৱাই
আহোঁ বুলি এটিবাৰো নকওঁ দুনাই।

চুৰেজ বৰদলৈয়ে ৰূপ দিয়ে গল্পগীতি— 'তৰাদৈৰ বিহুৱান', 'বগীতৰা বঠাৰে চাবতে' প্ৰখ্যাত সুৰকাৰ, গীতিকাৰ পুৰুষোত্তম দাস আৰু মুকুল বৰুৱাৰ সুৰাৰোপিত গীতসমূহতো আছে এক সুকীয়া আবেদন।

আলিমুননিছা পিয়াৰৰ সন্তান মুজতবা পিয়াৰৰ জন্মৰ পিছত তেওঁ "বুকুজৰণীয়া মোৰে ধনে পোনা, মোৰ সোণে পোনা শুব এ" বুলি গুণগুনাই গীত এটিৰ আখৰা কৰি আছিল। পিছলৈ 'পুবেৰুণ' নামৰ আন্তৰ্জাতিক বোলছবি মহোৎসৱত প্ৰতিনিধিত্ব কৰা ছবিখনৰ সেইটো 'টাইটল চং' হিচাবে স্বীকৃত হৈছিল। সুগায়ক প্ৰয়াত তাৰিকুদ্দিন আহমেদে তেওঁৰ স্বামীৰ হাতৰ পৰা সেই গীতটি সংগ্ৰহ কৰি নিছিল।

'পোহৰৰ পথ' হজৰত বৰপীৰ চাহাবৰ জীৱনী। ই এখন আধ্যাত্মিক ভাবপুষ্ট পুথি। এই গ্ৰন্থত লেখিকাই হজৰত বৰপীৰ চাহাবৰ জীৱন আলেখ্য অতি আকৰ্ষণীয়ভাৱে দাঙি ধৰিছে। আৰম্ভণিতে সংযোজন কৰা 'চুফীবাদ' সম্পৰ্কীয় তথ্যগধুৰ আলোচনাটিয়ে গ্ৰন্থখনৰ গুৰুত্ব অধিক বৃদ্ধি কৰিছে।

'শিশু হজৰত মোহম্মদ চঃ' গ্ৰন্থখনিয়ে শিশুসকলক সহজেই আকৰ্ষণ কৰে। আনহাতে 'গাৰ্হস্থ্য বিজ্ঞানৰ সহায়িকা' গ্ৰন্থ মাতৃসকলৰ বাবে এখনি প্ৰয়োজনীয় গ্ৰন্থ। ইয়াৰ উপৰিও বিভিন্ন কাকত-পত্ৰত আলিমুননিছা পিয়াৰৰ বহু প্ৰবন্ধ সিচঁৰতি হৈ আছে। বিশেষকৈ বাতৰিকাকত, আকাশবাণীযোগে প্ৰকাশিত আৰু প্ৰচাৰিত প্ৰবন্ধ, আলোচনা আদিত সমাজত মহিলাসকলৰ গধুৰ দায়িত্ব, ভৱিষ্যত পৃথিবীৰ বংশধৰ শিশুসকলৰ প্ৰতি দায়িত্ব সম্পৰ্কে তেওঁৰ দূৰদৰ্শী দৃষ্টিভঙ্গী প্ৰকাশ

পাইছে। 'নতুন অসমীয়া'ৰ 'মৌকুঁৱৰী বাইদেউৰ চিঠি' শিতানত দাঙি ধৰা মন্তব্যসমূহো অকণি আৰু চেমনীয়াসকলৰ বাবে অফুৰন্ত অনুপ্ৰেৰণাময় বাণীস্বৰূপ।

আলিমুননিছা পিয়াৰৰ চিন্তাগধূৰ প্ৰবন্ধসমূহতো আছে সমাজলৈ বহুমূলীয়া আহ্বান। বিশেষকৈ সমাজৰ প্ৰগতিৰ মূল নাৰীসমাজলৈ তেওঁ জনোৱা আহ্বানত প্ৰকাশ পাইছে উচ্চ আধ্যাত্মিক চিন্তাধাৰা। "চেতনাৰ বাঘজৰী" প্ৰবন্ধত বসুমতীৰ ভূমিকা সম্পৰ্কে উল্লেখ কৰিছে— "বৰ্ণাঢ্য প্ৰকৃতিৰ শোভাই যেতিয়া চকুজুৰণীয়া, মন মোহনীয়া ৰূপেৰে হৃদয়-মন আপ্লুত কৰি তোলে, তেতিয়া স্বাভাৱিকতে মনলৈ প্ৰশ্ন আহে, এই অপৰূপ শোভাৰ পটভূমি কি?

কি উৰ্বৰতা, কি ধাৰণশক্তি, কি প্ৰেৰণাৰে এই শোভা বসুমতীয়ে সম্ভৱ কৰিলে।

আমাৰ সেউজী অসম, শুৱনী অসম, থৰে থৰে সজোৱা সুনীল মেঘ, সোণোৱালী মেঘ, সেউজী পাহাৰ, জান-জুৰি, নৈ, বিলেৰে অপৰূপা এই দেশৰে গৌৰৱময় ঐতিহ্য অটুট ৰখাৰ বাবে আজিৰ অসমৰ মাতৃজাতিৰ ওপৰত ন্যস্ত হৈছে সু-গভীৰ, সু-কঠিন দায়িত্ব। পুৰণি ঐতিহ্য অটুট ৰাখি গ্ৰহণ-বৰ্জনৰ দোমোজাত নিজৰ ভালখিনি ৰাখি, নতুন গ্ৰহণযোগ্য আনৰো ভালখিনি গ্ৰহণ কৰি প্ৰগতি আৰু উন্নতিৰ বাটত আজি অসম আগবাঢ়ি গৈছে।

কিন্তু আৰ্থিক উন্নতি, প্ৰগতিৰ লগতে যেন পাৰমাৰ্থিক উন্নতিৰ কথাও পাহৰি নাযায়, তাৰ বাবে নাৰীসমাজে সময় বুজি সাঁকিয়নি দিব লাগিব। সচেতনতা গঢ়ি তুলি তাক ৰক্ষণাবেক্ষনো দিব লাগিব। কাৰণ জিলিকিলেই যে সোণ নহয় এই সত্যটো বয়সে, পৰিস্থিতিয়ে, সাময়িক উচ্ছ্বাসে পাহৰাই পেলায়। ...আজিৰ ব্যস্ত, ব্যক্তিকেন্দ্ৰিক আৰু স্বাৰ্থ তথা সংঘাতময় পৃথিৱীত 'গৃহ' নামৰ এই অনুষ্ঠান, এই শিক্ষা শিবিৰ তথা কলাকেন্দ্ৰত সন্তানসমূহো শাৰীৰিক, মানসিক, আধ্যাত্মিক, নৈতিক আৰু বাস্তৱৰ সমস্যা সমাধানৰো অনুশীলনৰ প্ৰথম পাঠ ল'ব লাগিব। নিঃসন্দেহে এই প্ৰথম পাঠৰ শিক্ষয়িত্ৰী হ'ব নাৰী। মাতৃ, ভগ্নী, তথা পৰিয়ালৰ গৃহ পৰিচালিকাৰ দায়িত্বত থকা মহিলাগৰাকীৰ ভাৱমূৰ্তিয়ে শিশু সন্তানৰ জীৱনত কি প্ৰভাৱ, কেনেদৰে বিস্তাৰ কৰে, সেইকথা আইসকলে জানে।

... সন্তানে যেন নিস্ফল আক্ৰোশত—অন্তৰতে গুজৰি-গুমৰি আওবাটে নাযায়, যেন প্ৰতিহিংসাৰে, প্ৰতিশোধ বৃত্তি চৰিতাৰ্থ কৰিবলৈ নীচ, হীনপন্থা গ্ৰহণ নকৰে। তাৰ বাবেই পূৰ্ণ মাত্ৰাই যত্নবান হ'ব লাগিব। এই কৰ্তব্য পালনেই হ'ব প্ৰথম আৰু প্ৰধান কৰ্তব্য। সিহঁতৰ যোগ্যতা অৰ্জনত সহায় কৰি প্ৰশিক্ষণ, কৰ্মকেন্দ্ৰ নিৰ্বাচনত সহায় কৰাৰ উপৰিও প্ৰণালীবদ্ধভাৱে কৰ্মত নিয়োজন।

এইবোৰ কথালৈ অভিভাৱকে আওকাণ কৰিব নোৱাৰে। কাৰণ এই দায়িত্বসমূহ পালনৰ ওপৰতে সিহঁতৰ স্থিতি, বৰ্তমান আৰু ভৱিষ্যত নিৰ্ভৰ কৰিছে।"

কবিতা, গীত, গল্প, প্ৰবন্ধৰ লগতে আলিমুননিছা পিয়াৰে আবৃত্তি কৰি, গীত গাই আৰু নাটক লিখি ভাল পায়। স্কুলীয়া দিনতে লিখা "শতিকাৰ আপোন" নাটকখন অনুসূয়া বাই পেটেলৰ আগমণি উপলক্ষে ১৯৪৭ চনত অসম প্ৰাদেশিক মহিলা সমিতিৰ বিশেষ অধিবেশনত কাৰ্জন হলত মঞ্চস্থ হৈছিল।

অসমীয়া, বঙালী, হিন্দী ভাষাত ব্যুৎপত্তি থকা আলিমুননিছা পিয়াৰৰ লিখনি ইতিমধ্যে বিভিন্ন ভাষালৈ অনূদিত হৈছে। উৰিয়া ভাষালৈ সুজাতা প্ৰিয়ম্বদাই, হিন্দীলৈ নবাৰুণ বৰ্মাই, আৰু ইংৰাজীলৈ ইমদাদ উল্লাহে অনুবাদ কৰিছে।

দেশ-বিদেশৰ অসমৰ গুণী-জ্ঞানী ব্যক্তিসকলৰ স্নেহাশীষেৰে পৰিবেষ্টিত তেওঁৰ সাহিত্যিক জীৱন। সাংবাদিক জীৱনত 'নতুন অসমীয়া'ৰ সম্পাদক ৺ হৰেন্দ্ৰনাথ বৰুৱাৰ সাহচৰ্য্যলৈ আহিছিল। তেখেতে আলিমুননিছা পিয়াৰৰ স্বকীয় অভিব্যক্তিক Pleasant, accomodating nature, cool & calculating ৰূপে আখ্যা দিছিল। বিশিষ্ট সাংবাদিক ৰাধিকা মোহন ভাগৱতীৰ স'তেও সহকাৰী-সম্পাদিকাৰূপে কাৰ্যনিৰ্বাহ কৰিছিল। বাংলাদেশৰ প্ৰসিদ্ধ কবি আৰু জীৱনীকাৰ গোলাম মুস্তফাৰ স'তে চিঠি-পত্ৰৰ আদান-প্ৰদান আছিল। সুস্মিতা ভট্টাচাৰ্য্য আৰু সুজাতা প্ৰিয়ম্বদাৰ স'তেও আছে তেওঁৰ সহৃদয়তা; প্ৰচাৰবিমুখ এইগৰাকী লেখিকাক যশস্বী লেখিকা মহাশ্বেতা দেৱীয়ে আকৌ আখ্যা দিছে 'অনৱগুণ্ঠিতা আলিমুননিছা'ৰূপে।

তেওঁৰ কৰ্মময় জীৱন বৈচিত্ৰ্যময়। ১৯৬২-৬৩ চনত আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ মহিলা আৰু অকণিচ'ৰাৰ সহকাৰী প্ৰযোজিকা, ১৯৬৪-৬৬ চনত 'ৰামধেনু' আলোচনীৰ সহকাৰী সম্পাদিকা, ১৯৬৫ চনৰ পৰা ১৯৭৫ চনলৈ কামাখ্যাৰাম বৰুৱা ছোৱালী মহাবিদ্যালয়ৰ অধ্যাপিকা আৰু 'নতুন অসমীয়া' কাকতৰ অকণিচ'ৰাৰ 'মৌ-কুঁৱৰী' বাইদেউৰূপে সেৱা আগবঢ়াইছিল।

বিভিন্ন সামাজিক অনুষ্ঠানৰ স'তে জড়িত আলিমুননিছা পিয়াৰে ১৯৬৯ চনত বোম্বাই কংগ্ৰেছৰ অধিবেশনত যোগদান কৰাৰ উপৰিও ১৯৭৫ চনত কলিকতাত অনুষ্ঠিত বিশ্বগ্ৰামীন মহিলা সংঘৰ অধিবেশনত অসমৰ হৈ প্ৰতিনিধিত্ব কৰিছিল। সদৌ অসম লেখিকা সমাৰোহৰ ১৯৯৫ চনত বিশ্বনাথ চাৰিআলি অধিবেশনত সভানেত্ৰীৰ আসন শুৱনি কৰিছিল। অসম সাহিত্য সভাৰ প্ৰকাশন উন্মোচন কৰাৰ দায়িত্বও তেওঁ পালন কৰিছিল। এইগৰাকী গুণী মহিলাই ১৯৯২ চনত সন্মানীয় সাহিত্যিক পেঞ্চন লাভ কৰে। জিলা ক্ৰীড়াবিষয়াৰূপে সুপ্ৰতিষ্ঠিত পুত্ৰ মুজতবা পিয়াৰ, দুই কন্যা আৰিফুনিনিৰা, ফাতেমা আফৰুজা আৰু নাতি-নাতিনীৰে ভৰপূৰ তেওঁৰ সংসাৰ। জীৱনৰ সৰ্বোত্তম আদৰ্শনীয় ব্যক্তিৰূপে হজৰত

মহম্মদক সাৰোগত কৰা আলিমুননিছা পিয়াৰ কৰুণাময়ৰ প্ৰতি অপৰিসীম বিশ্বাসী। সাংসাৰিক, সামাজিক নানান ব্যস্ততাৰ মাজতো তেওঁ নিয়মীয়াকৈ নামাজ পঢ়ে আৰু সমগ্ৰ পৰিয়ালটোত সদায়েই এটা মধুৰ পৰিবেশ অক্ষুণ্ণ ৰাখিবৰ বাবে প্ৰয়াস কৰে। ১৯৯০ চনত পবিত্ৰ হজব্ৰত সম্পন্ন কৰিবলৈয়ো স্বামীৰ স'তে যাত্ৰা কৰে।

বয়সৰ লগে লগে যদিও কলমৰ গতি মন্থৰ হৈ আহিছে তথাপিও উত্তৰ-পুৰুষৰ বাবে অন্তৰত অনুভৱ কৰে অপৰিসীম দায়িত্ব। নানান সমস্যাই তেওঁকো চিন্তিত কৰি তোলে। তথাপি তেওঁ আশাবাদী। তৰুণ চামৰ আশা ৰূপায়ণত বাধা আহি পৰিলেও তেওঁ কামনা কৰে—

ঃ যে ফুল না ফুটিতে
ঝৰেছে ধৰণীতে
যে নদী মৰুপথে
হাৰাল ধাৰা
জানিহে জানি তাও হয়নি হাৰা।

তেওঁ আশা কৰে পৰিশ্ৰম, অধ্যয়ন আৰু অধ্যৱসায়ক মূলধন হিচাপে লৈ সময়ৰ মূল্য বুজি নতুন প্ৰজন্ম আগুৱাই যাব। কাৰণ গতিয়েই জীৱন। যতি মানেই মৃত্যু। জীৱন হাতৰ মুঠিত থকা এটুকুৰা বৰফ। প্ৰতি ক্ষণে ক্ষণে গলি গৈ আছে। অথচ এই জীৱনেই মহাজীৱন। ইয়াক অৰ্থবহ আৰু মহীয়ান কৰি তুলিব লাগিব।

'মৰমী পঁজা'ৰ উমাল বক্ষৰ উম লৈ মৰমিয়াল অন্তৰৰ এই মহিমাময়ী নাৰীয়ে সৃষ্টিশীলতাৰে মহীয়ান কৰক আজিৰ সমাজক, জাতি, ভাষা আৰু সংস্কৃতিক। ❑

# ডাং দীপালি দত্ত

**প্ৰতিমা বৰুৱা**



**জন্ম আৰু শিক্ষা :** অসমৰ মহিলাই বিবিন্ন ক্ষেত্ৰত পাৰদৰ্শিতা দেখুৱাই আহিছে। চিকিৎসা বিজ্ঞান আৰু মানসিক ৰোগৰ চিকিৎসাৰ ক্ষেত্ৰত অদ্বিতীয় হিচাপে নিজকে প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হোৱা অসমৰ দুহিতা ডা০ দীপালি বৰকাকতি দত্ত অসম তথা ভাৰতৰে গৌৰৱ। অসাধাৰণ প্ৰতিভাৰ গৰাকী ডাং দীপালি দত্তই ১৯৩৫ চনৰ পহিলা আগষ্টত চাহনগৰী ডুমডুমাত জন্মগ্ৰহণ কৰে। দেউতাক হেমকান্ত বৰকাকতি ডুমডুমাৰ বিছাকপি চাহবাগিছাৰ হেড্‌ক্লাৰ্ক আছিল। মাতৃ অন্নপূৰ্ণা বৰকাকতি সু-গৃহিনীৰ উপৰিও সমাজৰ কামতো সেই সময়তেই অগ্ৰণী আছিল। ডুমডুমা মহিলা সমিতিৰ তেওঁ প্ৰতিষ্ঠাতা সভানেত্ৰী আছিল। অসমৰ স্বানামধন্য কবি অৱসৰপ্ৰাপ্ত প্ৰশাসনীয় বিষয়া শ্ৰীহৰি বৰকাকতি ডা০ দীপালি দত্তৰ ককায়েক। বাইদেৱেক অঞ্জলি বৰুৱা আৰু ভনীয়েক মঞ্জুশ্ৰী শইকীয়া। শ্ৰীযুতা দত্তই সৰুৰে পৰাই পঢ়াশুনাত তীক্ষ্ণবুদ্ধি আৰু মেধাশক্তিৰ পৰিচয় দি আহিছে। তেওঁ ডুমডুমাতে এম, ই পৰ্যন্ত শিক্ষা গ্ৰহণ কৰে। ১৯৫১ চনত ডিব্ৰুগড় ছোৱালী হাইস্কুলৰ পৰা তেওঁ প্ৰথম বিভাগত মেট্ৰিক পাছ কৰে। এই পৰীক্ষাত তেওঁ ত্ৰয়োদশ স্থান আৰু ছোৱালীৰ ভিতৰত প্ৰথম স্থান অধিকাৰ কৰি তেওঁ "ভগৱান দেৱী" মেডেল লাভ কৰিবলৈও সমৰ্থ হয়। এই পৰীক্ষাতে তেওঁ অসমীয়া বিষয়ত সৰ্বোচ্চ (86%) নম্বৰ লাভ কৰিছিল। উল্লেখযোগ্য যে তুমি ভাল পোৱা কিতাপৰ বিষয়ে লিখিব দিয়া প্ৰশ্নটোত নৱকান্ত বৰুৱাৰ "হে অৰণ্য হে মহানগৰ" গ্ৰন্থখনিৰ বিষয়ে বিশ্লেষণমূলকভাৱে লিখি তেওঁ নিজেই অনুপ্ৰাণিত হৈছিল। ১৯৫৩ চনত কটন কলেজৰ পৰা ইণ্টাৰমেডিয়েট বিজ্ঞান শাখাত তেওঁ প্ৰথম বিভাগত উত্তীৰ্ণ হয়। ১৯৫৫ চনত তেওঁ প্ৰথম এম, বি, বি, এছ পৰীক্ষাত অসম চিকিৎসা মহাবিদ্যালয়ৰ পৰা প্ৰথম স্থান অধিকাৰ কৰি উত্তীৰ্ণ হয়। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা প্ৰথম স্থান অধিকাৰ কৰা বাবে তেওঁ পুৰস্কাৰ পায়। ১৯৫৮ চনত অসম চিকিৎসা মহাবিদ্যালয়ৰ পৰা এম, বি, বি, এছ পৰীক্ষাত গুৱাহাটী বিশ্ববিদ্যালয়ৰ ভিতৰত

তৃতীয় স্থান লাভ কৰি উত্তীৰ্ণ হয়। ১৯৬৩ চনত ইংলণ্ডৰ এডিন্‌বাৰ্গ বিশ্ববিদ্যালয়ৰ পৰা Dip Psyche পৰীক্ষাত First Chance ত উত্তীৰ্ণ হয়। ১৯৬৪ চনত MRCP পৰীক্ষাত ইংলণ্ডৰ Royal কলেজৰ পৰা General Medicine ত First Chance ত উত্তীৰ্ণ হয়। ১৯৭৩ চনত তেওঁ MRC Psyche পৰীক্ষাত লণ্ডনৰ Royal College for Psychiatrist ৰ পৰা Psychiatry বিষয়লৈ First Chance ত উত্তীৰ্ণ হয়।

**ব্যৱহাৰিক আৰু কাৰিকৰী অভিজ্ঞতা :** ডাং দীপালি দত্তই প্ৰায় দুবছৰকাল ডিব্ৰুগড়ৰ অসম চিকিৎসা মহাবিদ্যালয়ত Pathology বিভাগৰ demonstrator হিচাপে কাম কৰে। ইয়াৰ পিছতে তেওঁ অসম চৰকাৰৰ জলপানী লৈ তিনিবছৰ তিনিমাহ সময় মেডিচিন আৰু মানসিক ৰোগৰ স্নাতকোত্তৰ প্ৰশিক্ষণৰ বাবে ইংলণ্ডলৈ যায়। গুৱাহাটী চিকিৎসা মহাবিদ্যালয়ত তেওঁ এঘাৰ বছৰ কাল (১৯৬৪ চনৰ পৰা ১৯৭৫ চনলৈ) মেডিচিন আৰু মানসিক ৰোগ বিভাগৰ সহকাৰী অধ্যাপিকা হিচাপে কাৰ্যনিৰ্বাহ কৰে। ১৯৭৫ চনৰ পৰা ১৯৮৮ চনলৈ তেৰ বছৰ কাল তেওঁ গুৱাহাটী চিকিৎসা মহাবিদ্যালয়ত মানসিক ৰোগ বিভাগৰ মুৰব্বী অধ্যাপিকা হিচাপে কাৰ্যনিৰ্বাহ কৰে। তেওঁ গুৱাহাটী চিকিৎসা মহাবিদ্যালয়, শিলচৰ চিকিৎসা মহাবিদ্যালয় আৰু অসম চিকিৎসা মহাবিদ্যালয় তিনিওখনৰে মানসিক ৰোগ বিভাগৰ মুৰব্বী অধ্যাপিকা আছিল। তেওঁ প্ৰথমে শিলচৰ চিকিৎসা মহাবিদ্যালয়ৰ এবছৰ এমাহ কাল অধ্যক্ষা তথা অধীক্ষক হিচাপে কাৰ্যনিৰ্বাহ কৰাৰ পিছত অসম চিকিৎসা মহাবিদ্যালয়ৰ অধ্যক্ষা তথা মুখ্য অধীক্ষক হিচাপে কাৰ্যনিৰ্বাহ কৰে। ডাং দীপালি দত্তই অসম চৰকাৰৰ স্বাস্থ্য বিভাগৰ ডিৰেক্টৰ হিচাপে অৱসৰ গ্ৰহণ কৰে। ইয়াৰোপৰি তেওঁ ১৯৮০ চনৰ পৰা উত্তৰ পূৰ্বাঞ্চলৰ মানসিকভাৱে বিকাৰগ্ৰস্ত শিশুৰ বাবে প্ৰতিষ্ঠিত 'মনবিকাশ কেন্দ্ৰ'ৰ মুখ্য প্ৰশাসনীয় বিষয়া আৰু ১৯৮৮ চনৰ পৰা উত্তৰ পূৰ্বাঞ্চলৰ মনবিকাশ প্ৰশিক্ষণ অনুষ্ঠানৰো মুখ্য প্ৰশাসনীয় বিষয়া হিচাপে কাৰ্যনিৰ্বাহ কৰি আছে। শ্ৰীযুতা দত্ত বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানৰ প্ৰশাসনৰ লগত জড়িত থকাৰ উপৰি তেওঁ গুৱাহাটী, কলিকতা, অন্ধ্ৰ আৰু উৎকল বিশ্ববিদ্যালয়ৰ মানসিক চিকিৎসাৰ স্নাতকোত্তৰ আৰু ডিপ্ল'মা পৰীক্ষাৰো পৰীক্ষক।

**সদস্যা আৰু ফেলোশ্বিপ :** ডাং দীপালি দত্তই গুৱাহাটী বিশ্ববিদ্যালয়ৰ কাৰ্যাবাহী পৰিষদ আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ কৰ্টৰ সদস্যা হোৱাৰ উপৰি লণ্ডনৰ Royal College of Psychiatrist ৰ সন্মানীয় সদস্যা আৰু ডেনমাৰ্কৰ বিশ্ব Psychiatric Association ৰ সদস্যা আৰু নতুন দিল্লীৰ মানসিক বাধাগ্ৰস্ত সংগঠনৰ তেওঁ উপ-সভাপতি আছিল। তেওঁ ভাৰতীয় Psychiatric Society ৰ সন্মানীয় সদস্যা, India Association of Social Psychialtry ৰ সন্মানীয় সদস্যা, Indian Down's Syndrome Association ৰ সন্মানীয় সদস্যা ৰূপে

সন্মান অৰ্জন কৰে। ইয়াৰ উপৰিও Indian Council for Children Welfare District Branch ৰ তেওঁ উপদেষ্টা, গুৱাহাটী চিকিৎসা মহাবিদ্যালয় আৰু শিলচৰ চিকিৎসা মহাবিদ্যালয় হৰিজন শিশু বিদ্যালয়ৰ উপদেষ্টা, Lion's Club International ১৯৯০-৯১ত District 322-D ৰ তেওঁ প্ৰথম Lion Lady, ১৯৭৭ চনত গুৱাহাটীত Mental Welfare Society ৰ তেওঁ প্ৰতিষ্ঠাতা সভানেত্ৰী, ভাৰতীয় Psychiatric Society ৰ তেওঁ সভানেত্ৰী হৈ অসমলৈ গৌৰৱ কঢ়িয়াই আনে। উল্লেখযোগ্য যে এতিয়ালৈ কোনো অসমীয়াই এই পদবী অলঙ্কৃত কৰিব পৰা নাই। ডাঃ দীপালি দত্ত গুৱাহাটী চিকিৎসা মহাবিদ্যালয়ৰ মহিলা সংঘৰ প্ৰতিষ্ঠাতা সভানেত্ৰী, Indian Psychiatric Society ৰ অসম ৰাজ্যিক শাখাৰ তেওঁ প্ৰতিষ্ঠাতা সম্পাদিকা। তদুপৰি Special Employment Bureau ৰ সদস্যা, কাৰিকৰী পুনৰ সংস্থাপনৰ উপদেষ্টা, National Drug Dependence Programme-ৰ core মেম্বাৰ, Community Mental Health Programme-ৰ Regional Coordinator, কাৰাগাৰ ৰিফৰ্ম কমিছনৰ সদস্যা আদি বিভিন্ন অনুষ্ঠানৰ লগত জড়িত। মানসিক ৰোগৰ বিশেষজ্ঞা হিচাপে গধুৰ দায়িত্ব বহন কৰি আৰু বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানৰ লগত জড়িত থাকিও তেওঁ অসমৰ বাহিৰতো কেইবাখনো সভাত সভানেত্ৰীত্ব কৰে, তাৰে ভিতৰত ১৯৯০ চনত চণ্ডীগড়ত হোৱা Indian Psychiatric Society-ৰ 42nd Annual National Conference আৰু ১৯৯১ চনত কালিকটত হোৱা Indian Psychiatric Society-ৰ 44th Annual National Conference, Indo-French Encounter in Psychitry উল্লেখযোগ্য।

**বিবাহিত জীৱন ঃ** ১৯৬২ চনত ৩ মাৰ্চ তাৰিখে ডাং দীপালি বৰকাকতি ইউনাইটেড কিংদমৰ বাৰ্চলিত ইউৰলজিৰ প্ৰখ্যাত চিকিৎসক শৰৎ দত্তৰ লগত বিবাহ পাশত আবদ্ধ হয়। তেতিয়াৰে পৰা তেওঁ ডাং দীপালি দত্ত হিচাপে জনাজাত হয়। সেই সময়ত ডাং শৰৎ দত্ত এডিনবাৰ্গৰ Bangour হস্পিতালত চিকিৎসক হিচাপে কাম কৰি আছিল। শ্ৰীযুত দত্ত এগৰাকী স্বনামধন্য ইউৰ'লজিষ্ট। আনহাতে তেওঁ অসমৰ এগৰাকী অন্যতম শ্ৰেষ্ঠ ফুটবল খেলুৱৈ। তেওঁ সন্তোষ ট্ৰফীৰ কেপ্টেইন হিচাপেও সুনাম অৰ্জন কৰিছিল। তেওঁ Lions International Clubৰ District Governor ৰ সন্মান অৰ্জন কৰিছে আৰু এই অনুষ্ঠানৰ লগত নিবিড়ভাৱে জড়িত হৈ আছে। এনে এগৰাকী সমাজ হিতৈষী আন্তৰ্জাতিক খ্যাতিসম্পন্ন চিকিৎসকৰ পত্নী হিচাপে ডাং দীপালি দত্তই নিঃসন্দেহে নিজৰ প্ৰতিভা বিকাশত সহায় লাভ কৰিছে। তেওঁলোকৰ প্ৰথম পুত্ৰ ইমন কল্যাণৰ চেফিলত (Bornsely) জন্ম হয়। সেই সময়ত দুয়ো তাত কাৰ্যনিৰ্বাহ কৰি আছিল। ইমনকল্যাণ বৰ্তমান আমেৰিকা যুক্তৰাষ্ট্ৰত প্ৰতিষ্ঠিত। দ্বিতীয় সন্তান সুমন কল্যাণে গুৱাহাটীতে ব্যৱসায় কৰি আছে। একমাত্ৰ ছোৱালী সুকন্যা কল্যাণী এগৰাকী

বিশিষ্ট মাইক্ৰবাইয়লজিষ্ট হিচাপে আমেৰিকা যুক্তৰাষ্ট্ৰত কৰ্মৰত। বৰ্তমান গুৱাহাটীৰ পূবশৰণীয়াৰ নিজৰ বাসস্থান "নীড়"ত স্বামী, পুত্ৰ-বোৱাৰী আৰু নাতিনীৰে সৈতে সংসাৰৰ কামত ব্যস্ত থকাৰ উপৰিও দুয়ো বিশেষজ্ঞই নিজ নিজ পাৰদৰ্শিতাৰে বিভিন্নজন ৰোগীৰ চিকিৎসা সেৱা আগবঢ়াই আছে আৰু সমাজৰ কামো চলাই আছে। সমাজ-সেৱিকা হিচাপেও দীপালি দত্তৰ সুনাম বৈ বৈ যোৱা। গুৱাহাটীৰ কাহিলীপাৰাৰ বিকাশপুৰত অৱস্থিত 'মনবিকাশ কেন্দ্ৰ'ই তেওঁৰ সমাজ সেৱাৰ উজ্জ্বল-নিদৰ্শন। ১৯৮০ চনত প্ৰতিষ্ঠিত এই কেন্দ্ৰটিৰ পৰিচালনা কৰা "মেণ্টেল ওৱেলফেয়াৰ চছাইটিৰ" তেওঁ প্ৰতিষ্ঠাতা সভানেত্ৰী। তেওঁৰ একান্ত যত্ন আৰু সেৱাৰ বাবেই বৰ্তমান "মনবিকাশ কেন্দ্ৰই" দেশ-বিদেশৰ সমাজ সেৱকসকলৰ দৃষ্টি আকৰ্ষণ কৰি সাহায্য লাভ কৰিবলৈ সক্ষম হৈছে। ডাং দীপালি দত্তৰ আঁচনি আৰু অনুৰোধ মতেই ১৯৭৯ চনত অসম চৰকাৰে দিয়া ৭০ (সত্তৰ) বিঘা মাটিত ১৯৮৮ চনত অইল ইণ্ডিয়া লিমিটেডে ১১ (এঘাৰ) লাখ টকাৰে বিল্ডিং সজাই দিয়ে। ইয়াৰ উপৰি অসম ৰাজ্যিক লটাৰী, সাংসদ মনমোহন সিং, অক্সফাম লিমিটেড, ভাৰত চৰকাৰৰ সমাজ কল্যাণ বিভাগ, গ্ৰীণলেণ্ড বেঙ্ক, ভাৰত চৰকাৰৰ সমাজ কল্যাণ ন্যায় আৰু সবলীকৰণ বিভাগ, অসম ৰাজ্যিক সমাজ কল্যাণ বিভাগ, ষ্টেট বেঙ্ক অব ইণ্ডিয়া, ডাং নৃপেন শইকীয়া, আদিয়ে বিভিন্ন আঁচনি ৰূপায়ণৰ ক্ষেত্ৰত অৰ্থ সাহায্য আগবঢ়ায়। ইয়াৰ উপৰি ল'ৰা-ছোৱালীৰ পাঠ্যক্ৰম আৰু শিক্ষকৰ প্ৰশিক্ষণৰ বাবে ক্ৰমে National Institute of Mental Retarded, Secunderbad আৰু Rehabilation Council of India ই প্ৰশিক্ষণৰ ক্ষেত্ৰত সহায় কৰি আছে।

বৰ্তমান শ্ৰীযুতা দত্ত এই 'মনবিকাশ কেন্দ্ৰ'ৰ দৰে বিশিষ্ট শিক্ষানুষ্ঠানটিৰ সঞ্চালক হিচাপে কাৰ্যনিৰ্বাহ কৰি আছে। তেওঁৰ নিঃস্বাৰ্থ আৰু একনিষ্ঠ সেৱাৰ বাবেই 'মনবিকাশ' কেন্দ্ৰটি ৬ জন ছাত্ৰৰে আৰম্ভণি কৰাৰ পিছত বৰ্তমান ১০০ জন ছাত্ৰ-ছাত্ৰী থাকি পঢ়াশুনা কৰিব পৰা উপযুক্ত হৈছে। এই কেন্দ্ৰত ৫ বছৰৰ পৰা ২৫ বছৰ বয়সৰ মানসিকভাৱে বাধাগ্ৰস্তসকলক উপযুক্ত শিক্ষা দি কোনো একোটা বৃত্তিৰ বাবে উপযোগী কৰি তোলা হয়। ডাং দীপালি দত্তৰ আশাশুধীয়া চেষ্টাৰ ফলত বহুতো শিক্ষিত, প্ৰশিক্ষিত শিক্ষকেৰে মনবিকাশ কেন্দ্ৰ দেশৰ ভিতৰতে লেখত ল'বলগীয়া হৈ উঠিছে। ডাং দত্তৰ সপোন ৰূপায়িত হৈ 'মনবিকাশ' কেন্দ্ৰই পৰিয়ালৰ, বন্ধু-বান্ধৱৰ আৰু সমাজৰ বোজা হৈ অবহেলা, অনাদৰত পৰি থকা মানসিক বাধাগ্ৰস্ত শিশু, কিশোৰ-কিৰোশীসকলক বুকুৰ মাজত ৰাখি উপযুক্ত শিক্ষাৰে মানুহ কৰি গঢ়ি তুলিছে।

**সাহিত্য ৰচনা :** জানিব পৰা মতে ডাং দত্তই সকলো ক্ষেত্ৰতে পিতৃ-মাতৃ আৰু স্বামীৰ পৰা প্ৰেৰণা পাই আহিছে। সাহিত্য ক্ষেত্ৰত তেওঁৰ শিক্ষক-শিক্ষয়িত্ৰী সঞ্জীৱ বৰুৱা, মেৰী হামিদা খাতুন, পুণ্যপ্ৰভা দাসৰ পৰা প্ৰেৰণা লাভ কৰে। পাঠ্যপুথিৰ

বাহিৰেও ডাং দত্তই প্ৰগতিশীল সাহিত্য অধ্যয়নত মনোনিবেশ কৰিছিল। তেওঁৰ লিখনিতে সেই কথাৰ অলেখ প্ৰমাণ পোৱা যায়।

চাকৰিৰ দায়িত্ব, সামাজিক আৰু বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠান আৰু বিশ্ববিদ্যালয়ৰ লগত ওতঃপ্ৰোতভাৱে জড়িত থাকিও ডাং দীপালি দত্তই লিখা-মেলাত মনোনিবেশ কৰে। তেওঁৰ চিকিৎসা আৰু সমস্যাৰ তত্ত্বগধূৰ অমূল্য প্ৰবন্ধৰাজি দেশ-বিদেশৰ বিভিন্ন গৱেষণা পত্ৰিকাত প্ৰকাশ হয় আৰু বিভিন্ন অনুষ্ঠানত পাঠ কৰি তেওঁ প্ৰশংসা লাভ কৰিবলৈ সক্ষম হয়। ডাং দত্তৰ মুঠ ২৫টা গৱেষণামূলক প্ৰবন্ধৰ ২১ টা দেশৰ বিভিন্ন পত্ৰিকা আৰু ৪ আন্তৰ্জাতিক পত্ৰত প্ৰকাশিত হয়। এই প্ৰবন্ধৰাজিৰ উপৰিও "মনগহণ" আৰু "মনবলয়" নামৰ দুখন গল্পসংকলন তেওঁ ৰচনা কৰে আৰু ১৯৭৪, '৭৮ চনতেই প্ৰকাশ হয়। মানুহৰ মানসিক সমস্যাত উদ্ভৱ হ'ব পৰা পৰিস্থিতি আৰু ৰোগৰ পম খেদি বহুদিনীয়া অভিজ্ঞতাৰে লিখা চুটি গল্পৰ তেওঁৰ এই সংকলন দুখনি সঁচাকৈয়ে সাধাৰণ মানুহৰ লগতে মনঃস্তত্ত্ববিদসকলৰ বাবেও মূল্যবান সম্পদ। মানসিকভাৱে অসুস্থ হোৱা সকলৰ হাঁহি-কান্দোন, সুখ-দুখ, আশা-নিৰাশা, মান-অভিমান, ঘাত-প্ৰতিঘাত, দুখ-যন্ত্ৰণাৰ মাজত সোমাই পৰি তেওঁলোকক সুস্থ মানসিকতাৰে জীৱন-যাপন কৰিব পৰা উপায় উদ্‌ভাবনেৰে পৰিপুষ্ট তেওঁৰ গল্পৰ মাজেদি জীৱনৰ সঁচা অভিজ্ঞতা প্ৰতিফলিত হৈছে। সহজ-সৰল, প্ৰকাশভঙ্গী, মিঠা, কোমল ভাষা আৰু সুন্দৰ পৰিবেশৰ উপস্থাপনে তেওঁৰ সৃষ্টিশীল সাহিত্য-প্ৰতিভাৰ চিনাকি দিছে। ডাঃ দত্তই "মন সমীক্ষা" নামৰ দ্বিভাষী পত্ৰিকা এখনো সম্পাদনা কৰিছিল।

ডাং দীপালি দত্তৰ দৰে জনপ্ৰিয় বক্তা, উচৰ্গিকৃত সমাজ-সেৱিকা, অধ্যয়নশীল আৰু কৃতবিদ্য লেখিকা অকল অসমৰে নহয় দেশৰ বাবেই গৌৰৱ স্বৰূপা। মননশীল চুটি গল্পৰে মানুহৰ হৃদয় জয় কৰা দীপালি দত্তই আজিকালি গল্প লিখিবলৈ এৰি দিয়া বুলি এটি গুজব প্ৰচাৰ হৈছে। অৱশ্যে 'মনগহণ' আৰু 'মনবলয়ত' সন্নিৱিষ্ট নোহোৱা তেওঁৰ কেইবাটিও গল্পই আলোড়নৰ সৃষ্টি কৰিছে। তাৰে ভিতৰত "মৃত্যু নিশাৰ ইলিজি" আৰু "শ্বেম্পেইন ৰঙীন এটা সন্ধিয়াৰ বেদনা" অন্যতম। এই গল্পদুটাত আধুনিক সময়ৰ সুন্দৰ প্ৰতিচ্ছবি উপস্থাপন কৰা হৈছে। গল্পদুটিয়ে পঢ়ুৱৈ সমাজৰ পৰা ভূয়সী প্ৰশংসা লাভ কৰিছে। "মৃত্যুনিশাৰ ইলিজি "গল্পটি কাহিনী হিচাপে সম্পূৰ্ণ মহিলা চৰিত্ৰৰে নাটিকা এখনো অভিনীত হৈছিল। তথাপি তেওঁ যে সৃষ্টিশীল সাহিত্যৰ প্ৰতি অৱহেলা কৰিছে এইটো ঠিক। আমি আশা কৰিছোঁ আহৰি বিহীন জীৱনৰ মাজতো তেওঁৰ পুৰঠ অভিজ্ঞতা আৰু বিভিন্ন ঠাইত লাভ কৰা জ্ঞানৰ জৰিয়তে লিখা ৰচনাৰে অসমীয়া সাহিত্যৰ বেদী চহকী কৰিব পাৰিব। শেষত শ্ৰীযুতা ডাং দীপালি দত্তৰ সুস্থদেহ আৰু দীৰ্ঘায়ু কামনা কৰিলোঁ। ❑

# বীণাপাণি দাস

**বিজু ডেকা**



"শৈশৱত জীৱনৰ ফুল বুটলিছিল, কৈশোৰত আশাবোৰে পাহ মেলিছিল, যৌৱনত ৰঙীণ সপোন দেখিছিল তাই আৰু এতিয়া দেখিছে জীৱনটো ওখোৰা-মোখোৰা। এখোজ আগবাঢ়িলে দুখোজ পিছলৈ যাব লগা হয়। এক বাকৰুদ্ধ বেদনাই তাইৰ বুকুখন হেঁচা মাৰি ধৰে। তথাপি চিঠিখন চকুৰ আগলৈ আনি আথেবেথে পঢ়িবলৈ ধৰিলে।"

এইয়া শ্রদ্ধাৰ বীণাপাণি দাসৰ 'আকাশৰ ৰং' উপন্যাসৰ সাতাইশ পৃষ্ঠাত উল্লেখিত নায়িকা গৰাকীৰ মনৰ বেদনা। চৰম উৎকণ্ঠাৰ মাজেদি তেওঁ অতি সংবেদনশীলতাৰে নায়িকাৰ জীৱনৰ কাৰুণ্যক মৰ্মস্পৰ্শী ৰূপত দাঙি ধৰিবলৈ সক্ষম হৈছে এই বৰ্ণনাৰ দ্বাৰা।

গুৱাহাটী আঁনাতাৰ কেন্দ্ৰৰ দ্বাৰা প্ৰচাৰিত নাটকৰ নিয়মীয়া লেখিকা আৰু বিভিন্ন গল্প আৰু উপন্যাস লিখি অসমীয়া সাহিত্যৰ ভঁৰাললৈ অৱদান আগবঢ়োৱা শ্ৰীমতী বীনাপাণি দাসৰ জন্ম হৈছিল ১৯৩৫ চনৰ পহিলা অক্টোবৰত উত্তৰ লক্ষীমপুৰৰ নৰাগাঁৱত। কেচুৱা অৱস্থাতে তেওঁ নৰাগাঁৱৰ পৰা পিতৃ-মাতৃৰ লগত আহি উত্তৰ লক্ষীমপুৰৰ নকাৰিত স্থায়ীভাৱে থাকিবলৈ লয়। ছয়গৰাকী বাই-ভনী আৰু দুটা ভায়েকৰ সৈতে এটা ডাঙৰ পৰিয়ালত শ্ৰীমতী দাসে জন্ম গ্ৰহণ কৰিছিল।

পিতৃ-মাতৃৰ চতুৰ্থ কন্যা শ্ৰীমতী বীণাপাণি দাসৰ পিতাকৰ নাম আছিল ৺ শান্তিৰাম দত্ত হাজৰিকা আৰু মাকৰ নাম আছিল ৺ সন্ধ্যাৱতী দত্ত হাজৰিকা। ৺ শান্তিৰাম দত্ত হাজৰিকা এজন ধৰ্মপৰায়ণ ব্যক্তি আছিল। শ্ৰীমতী দাসৰ সৰুৰে পৰাই সাহিত্য-সংস্কৃতিৰ প্ৰতি গভীৰ ৰাপ আছিল। স্কুলৰ আলোচনী "জ্যোতি"ৰ পাতত কবিতা, প্ৰবন্ধ আদিৰে তেওঁ সাহিত্যজগতত আত্মপ্ৰকাশ কৰিছিল। ছোৱালী অৱস্থাতেই বীণা হাজৰিকা নাম লৈ লেখা প্ৰথম চুটি গল্প "শুধৰণিৰ পাৰ ভাঙি" ১৯৫৫ চনত 'শান্তিদূত' সংবাদ পত্ৰত প্ৰকাশ পায়।

উত্তৰ লক্ষীমপুৰতে স্কুলীয়া আৰু কলেজীয়া শিক্ষা শেষ কৰি শ্ৰীমতী

বীণাপাণি দাসে উত্তৰ লক্ষীমপুৰ চৰকাৰী সাহায্যপ্ৰাপ্ত উচ্চ ইংৰাজী বালিকা বিদ্যালয়ত সহকাৰী শিক্ষয়িত্ৰী হিচাপে বিয়াৰ আগলৈকে কাম কৰে। ১৯৬১ চনত অসম পশু চিকিৎসা বিজ্ঞান মহাবিদ্যালয়ৰ অধ্যাপক ড০ প্ৰফুল্ল চন্দ্ৰ দাসৰ লগত তেওঁৰ বৈবাহিক সম্বন্ধ স্থাপন হয় আৰু তেতিয়াৰে পৰা গুৱাহাটীৰ খানাপাৰাত তেওঁলোক নিগাজীকৈ থাকিবলৈ লয়। ১৯৬৩ চনত তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা প্ৰাইভেটকৈ এম, এ পাছ কৰে। ১৯৬৭ চনত তেওঁ গুৱাহাটী অনাতাঁৰ কেন্দ্ৰত পাণ্ডুলিপি ৰচয়িতা অথবা লেখিকা (Script writer) হিচাপে যোগদান কৰে। উল্লেখযোগ্য যে গুৱাহাটী অনাতাঁৰ কেন্দ্ৰত যোগদান কৰাৰ আগতেই তেওঁৰ 'জঞ্জাল' নামৰ এখন নাটক গুৱাহাটী অনাতাঁৰ কেন্দ্ৰযোগে প্ৰচাৰিত হৈছিল আৰু শ্ৰোতাৰ সমাদৰ লাভ কৰিবলৈ সক্ষম হৈছিল।

অনাতাঁৰ কেন্দ্ৰত যোগদান কৰাৰ পিছত তেওঁ বিশেষকৈ নাটক, কথিকা, skit বা চিত্ৰ, কথোপকথন আদি লিখিছিল আৰু অনুষ্ঠান প্ৰচাৰত ঘোষিকাৰ কাম কৰিছিল। পিছলৈ অৱশ্যে পাণ্ডুলিপি ৰচয়িতাৰ (Script writer) চাকৰিটো সহকাৰী সম্পাদিকা (Assistant Editor) লৈ ৰূপান্তৰিত কৰি নাটক, কথিকা আদিৰ পাণ্ডুলিপি লিখাৰ উপৰিও সেইবোৰ পৰিচালনাৰ দায়িত্বও অৰ্পণ কৰা হয় তেওঁক।

গুৱাহাটী অনাতাঁৰ কেন্দ্ৰত যোগদান কৰাৰ পিছত তেওঁ পৰিচালনা কৰা "বেমেজালি" শিতানত কেইবাখনো চিত্ৰ বা নাটিকা প্ৰচাৰিত হৈছিল। ইয়াৰ পিছত তেওঁৰ ৰচিত কেইবালানিও নাটক একেধাৰে গুৱাহাটী অনাতাঁৰ কেন্দ্ৰযোগে প্ৰচাৰিত হয়। ইয়াৰ ভিতৰত ১৯৬৮ চনত ৰচিত বাৰটা খণ্ডৰ নাটক "মানসী", ১৯৬৯ চনত ৰচিত ছটা খণ্ডৰ "অন্তৰালত", ১৯৭০ চনৰ ছটা খণ্ডৰ "জিলমিলৰ কাহিনী", ১৯৭২ চনত ৰচিত ছটা খণ্ডৰ 'জেউতি', ১৯৭৬ চনৰ ছটা খণ্ডৰ "বিৰিণা পাতৰ আঙঠি" ১৯৭৯ চনত ৰচিত পাঁচটা খণ্ডৰ 'গতি' আৰু ১৯৮০ চনত ৰচিত দুটা খণ্ডৰ 'আশ্ৰয়' উল্লেখযোগ্য। এই নাটকসমূহ প্ৰচাৰ হোৱাৰ পিছত তেওঁ শ্ৰোতাসকলৰ পৰা ভূয়সী প্ৰশংসা লাভ কৰিছিল।

এই দীঘলীয়া নাটকবোৰৰ উপৰিও তেওঁ লিখা "দেখা-শুনা কথা"ৰ শিতানত যথেষ্ট চুটি নাটিকা প্ৰচাৰিত হৈছিল। ইয়াৰ বাহিৰেও অনাতাঁৰ কেন্দ্ৰৰ সাপ্তাহিক অনুষ্ঠান 'সুখী পৰিয়াল' তেওঁ নিয়মিয়াকৈ পৰিচালনা, প্ৰযোজনা আৰু কণ্ঠদান কৰিছিল। 'পৰিয়াল পৰিকল্পনা' অনুষ্ঠানৰ বিভিন্ন শিতানত তেওঁৰ 'কটকীৰ সংসাৰ', 'পীতাম্বৰৰ সংসাৰ', 'সন্ধান', 'সুন্দৰ জীৱন' আৰু 'জিলিঙনি' আদি যথেষ্ট সংখ্যক নাটক প্ৰচাৰিত হৈছিল।

'সুৰ সংলাপ' অনুষ্ঠানটিৰ বাবেও কেইবাখনো নাটিকা প্ৰচাৰ হৈছিল। তদুপৰি তেওঁ লিখা বহুতো কবিতা, গল্প সমসাময়িক সংবাদ পত্ৰত আৰু

আলোচনীত প্ৰকাশ পায়। তেওঁ ৰচনা কৰা কেবাটাও গীত মঞ্চত পৰিবেশন কৰা হৈছে।

ওপৰোক্ত ধাৰাবাহিক নাটকবোৰৰ বাহিৰেও গুৱাহাটী অনাতাঁৰ কেন্দ্ৰযোগে প্ৰচাৰিত হোৱা শ্ৰীমতী দাসৰ গাইগুটীয়া নাটকসমূহ হ'ল— 'ধূসৰ দিগন্ত', 'জুলাকলা', 'মীৰুৰ বিয়া', 'অপ্ৰত্যাশিত', 'অবান্তৰ', 'বালিঘৰ', 'শেলুবৈ', 'প্ৰতিশ্ৰুতি', 'কল্পলোকৰ ছবি', 'পথৰ সন্ধানত', 'অভিযান', 'সংশয়', 'ভুলটো তাতেই', 'বালিঘৰ', 'সজাৰ পক্ষী', 'সৰাপাতৰ স্বপ্ন', 'মন বৰ্ণালী', 'প্ৰশ্ন', 'বিয়লিৰ ৰং', 'সোণপাহিৰ সপোন', 'বৃন্ত চ্যুত ফুল' ইত্যাদি। শ্ৰীমতী দাসে লিখা দুখন স্বগতোক্তি লিখনি (Monologue) 'সংশয়' আৰু 'কাবেৰী'ও প্ৰচাৰিত হৈছিল।

ইয়াৰ উপৰিও শ্ৰীমতী বীণাপাণি দাসে লিখা কেইবাখনো আলেখ্য, সঙ্গীতালেখ্য, গীত, গল্প, কবিতা আকাশবাণীযোগে প্ৰচাৰিত হৈছিল। শিশু অনুষ্ঠানতো শ্ৰীমতী দাসে লিখা নাটক, সঙ্গীতালেখ্য প্ৰচাৰ হৈছিল। তেওঁ লিখা নাটক "কথা তেনে এইটোহে" আৰু গীতি নাটিকা "ফুল আৰু দুবৰি" অকণিৰ মেল অনুষ্ঠানত আৰু 'মইনাৰ মৌমাত' শীৰ্ষক এখন সঙ্গীতালেখ্য চেমনীয়া চ'ৰাত প্ৰচাৰ হৈছিল। সঙ্গীতালেখ্যৰ ভিতৰত "এনাজৰী ভোগালীৰ' আৰু "মইনাৰ মৌ মাত" খনে বিশেষ জনপ্ৰিয়তা অৰ্জন কৰে।

শ্ৰীমতী দাসৰ মঞ্চস্থ হোৱা নাটককেইখন হ'ল 'প্ৰায়চিত্ত', 'জুলাকলা', 'এইপথ', 'আধুনিকা', 'ফুল আৰু দুবৰি' (শিশুৰ গীতি নাটিকা) আৰু "কথা তেনে এইটোহে" (শিশু উপযোগী একাঙ্কিকা), "বিৰিণা পাতৰ আঙঠি" তেৰটা খণ্ডত আৰু "ফুল আৰু দুবৰি"খন গুৱাহাটী দূৰদৰ্শন কেন্দ্ৰযোগে সম্প্ৰসাৰিত হয়।

গ্ৰন্থ আকাৰে প্ৰকাশ হোৱা শ্ৰীমতী দাসৰ পুথি কেইখন হ'ল—

জুলাকলা—(একাঙ্কিকা), অনামী বেদনা—(গল্প সংকলন), বিৰিণা পাতৰ আঙঠি—(সামাজিক নাটক), তৃষাৰ সাগৰ পাৰ হৈ—(উপন্যাস), গতি নামৰ (ধাৰাবাহিক নাটকৰ উপন্যাস ৰূপ), প্ৰাণ সৰসীৰ তৰঙ্গ—(কবিতা), আকাশৰ ৰং— (উপন্যাস) (বৃন্তচ্যুত ফুল নাটকৰ উপন্যাস ৰূপ), আঙঠি—(উপন্যাস) "বিৰিণা পাতৰ আঙঠি" নাটকৰ উপন্যাস ৰূপ।

এইবোৰৰ উপৰিও কেইবাখনো গ্ৰন্থ আধালেখা অৱস্থাতে আছে আৰু কেইখনমান প্ৰকাশৰ পথত। আশীৰ দশকৰ শেষৰফালে শ্ৰীমতী দাসক অনুষ্ঠান কাৰ্যবাহিকা (Programme Executive) পদলৈ পদোন্নতি দিয়া হয় আৰু তেওঁক শ্বিলঙলৈ বদলি কৰা হয়। কিন্তু ঘৰুৱা অসুবিধাৰ বাবে তেওঁ সেই পদোন্নতি প্ৰত্যাখ্যান কৰে। শেষত গুৱাহাটীতে পদোন্নতি দিয়াত তেওঁ অনুষ্ঠান

কাৰ্যবাহিকাৰ পদ গ্ৰহণ কৰে আৰু অৱসৰ গ্ৰহণ কৰালৈকে "আইদেউৰ বুলনি" আৰু "শিশু অনুষ্ঠান"ৰ দায়িত্বত থাকে।

শ্ৰীমতী দাসে ১৯৯৩ চনত চাকৰিৰ পৰা অৱসৰ গ্ৰহণ কৰে। গল্প, উপন্যাস, নাটক, আলেখ্য, সঙ্গীতালেখ্যৰ লেখিকা হ'লেও তেওঁ এগৰাকী কবিও। গল্প, উপন্যাসসমূহত কঠোৰ বাস্তৱৰ সংঘাতসমূহ যি একাগ্ৰ নিষ্ঠাৰে তেওঁ প্ৰকাশ কৰিবলৈ চেষ্টা কৰিছে, সেই একে নিষ্ঠাৰে ব্যক্তিগত মানসিক দুখ আনন্দ অভিজ্ঞতাসমূহ কবিতাৰ কোমল ভাষাৰে প্ৰকাশ কৰিছে। শ্ৰীমতী দাসৰ কেইটিমান কবিতাৰ শাৰী—

"আশাবোৰ ফুল হৈ ফুলিছিল
ফুলবোৰ হৈছিল নিৰাশা
দোমোজাৰ বতাহ ছাটিয়ে যেতিয়া
নদীখনিত সাঁতোৰ মেলিছিল
পাৰৰ শিলত ঠেকা খাই
গীত জুৰিছিল
নোপোৱাৰ বেদনা'
- - - - - - - - - ।" (ঢৌ)

"শৰতৰ ৰূপোৱালী আকাশৰ কঁপাই
উৰি যোৱা এজনী চৰাই
ডেউকা বিহীন
যেন মোৰ উৰ্দ্ধশ্বাস
দিগন্তৰ মাজত হেৰায়"——
(এজনী চৰাই)

"নিশাবোৰ জাগ্ৰত হৈ ৰয়
পৃথিৱীৰ চকুৰ টোপনি ফেনেকি
কোনে সাৰে ৰয়?
কোনে বাৰু প্ৰশান্তিৰ ওঠ চেপি
সন্ত্ৰাসেৰে ঘটায় প্ৰলয়।
এইয়া জনতাৰ বুকুত মানৱতাৰ পৰাকাষ্ঠা
মাটিৰ মজিয়াত তেজৰ কৰাল দেখি
বাগৰি যায় এজাক গৰম বতাহ
সময় সৰৱে ৰয় ঃ দুঃচিন্তাত।

সেউজীয়া উপত্যকাটোত এতিয়া জোনটোৱে
দীঘল খোজ দিয়া নাই।
মাথোন,
ত্ৰাসৰ উষ্মা
জীয়াই থকাৰ
জীৱনৰ খেদ
যেন এক বিপন্ন সময়।"
(পণ)
"প্ৰাজ্ঞ পৃথিৱীৰ পৰা
লেছেৰি বুটলি বুটলি
ৰচো আহা
প্ৰজ্ঞাৰ উত্তৰণ পথ
শান্তিৰ সুষমা ঢালো
মোৰ দেশৰ বুকুত
ৰৌদ্ৰজাল বতাহ জাক
যাওক আঁতৰি
আঁতৰক যতমানে
সময়ৰ কৰ্শালা বন।"
(প্ৰজ্ঞাৰ উত্তৰণ পথ)
"কতজনৰ ইচ্ছাকৃত ভুলৰ বলিত
কত নাৰীৰ জীৱনলৈ
আঁউসী নামিছে
সেই নিৰ্যাতনৰ বাবে
পাথেয় কি ?
আৰু
এন্ধাৰেই জীৱন বুলি
যদি তেওঁলোকে কয়
তাৰ বাবে দায়ী কোন বাৰু
সমাজ সভ্যতা
নে জ্ঞানৰ পৰিধি?"
(পাথেয়)
"ক্লান্তিৰ এখনি আকাশ
অনবদ্য, মোহযুক্ত সাগৰ সদৃশ

জীৱনৰ বা তাত লাগিব নোৱাৰে
লাগিলেও হতাশাৰ পৰশ নেপায়।
আৰু আন এখনি
ক্লান্তিৰে আকাশ
নীলাভ নহয় মনৰ দ্বাৰত
ৰয় ওলমি
নিৰংকুশ ভাৱেৰে মসৃন
য'ত পৰি বয়
যাত্ৰা পথৰ উজুটি।"
(পৰিচয়)

"হত্যা, লুণ্ঠন, আত্মহত্যা
পুৱাৰ কাগজখন মেলিলেই
চকুৰ আগত ভাঁহি উঠে
এইবোৰ তপত খবৰ।
লগতে নিৰ্যাতন কোন ক'ত বলি হ'ল
এইবোৰ আছেই।
এয়ে নেকি শান্তিৰ নামত
অপসংস্কৃতিৰ আঁচোৰ।
প্ৰগতিয়ে যিমানেই পোখা মেলি উৰে
কিহৰ অনিহাই শিপা মেলি
উন্নতিৰ মাপকাঠি হৰে?
শান্তিৰ সীমনা হেৰায়
অনিশ্চয়তাৰ দিগ্‌বলয়ত
তেন্তে
কোনে কাৰ হাতত দিব তুলি
ভৱিষ্যতৰ সঁচাৰ কাঠি
উত্তৰ পুৰুষৰ বাবে।"
(শান্তি সমন্বয়)

"বেলিয়ে আটে মানে কাঁচিয়ে কাটে মানে" বচনক সাৰোগত কৰি ৰচনা কৰা শ্ৰীমতী দাসৰ লেখনিৰ মাজেদি প্ৰকাশ পায় সমাজৰ প্ৰতি দায়বদ্ধতা। এটি সমাজ সচেতন মন, যি মনে সমাজক সুক্ষ্মভাৱে বিচাৰ কৰি, মঙ্গল কামনা কৰি পায় অনাবিল আনন্দ।

সাহিত্য-সংস্কৃতি আৰু সমাজৰ প্ৰতি থকা অকৃত্ৰিম প্ৰেমৰ বাবেই বৰ্তমান পৰিস্থিতিয়ে চিহ্নিত কৰি তুলিছে লেখিকা গৰাকীক। সেয়েহে 'শান্তি সমন্বয়' কবিতাটিত লিখিছে—"তেন্তে/কোনে কাৰ হাতত দিব তুলি। ভৱিষ্যতৰ সঁচাৰ কাঠি। উত্তৰ পুৰুষৰ বাবে—।"

পঞ্চাশৰ দশকৰ পৰা শ্ৰীমতী দাসৰ লেখনি প্ৰকাশ হ'লেও সেইয়া আছিল সীমিত। ষাঠিৰ দশকৰ পৰাহে তেওঁৰ লেখনিয়ে অগ্ৰগতি লাভ কৰে। তাৰ কাৰণ বিচাৰিলে আমি ক'ব লাগিব তেওঁৰ স্বামী ড° প্ৰফুল্ল চন্দ্ৰ দাসৰ কথা। তেওঁৰ উৎসাহ আৰু অনুপ্ৰেৰণাতে শ্ৰীমতী দাসে সাহিত্য জগতত প্ৰতিষ্ঠা লাভ কৰিব পাৰিছিল। আনহাতে গুৱাহাটী অনাতাঁৰ কেন্দ্ৰৰ পৰা পোৱা সঁহাৰিয়ে তেওঁক জীৱনৰ বাটত আগবাঢ়ি যোৱাত সহায় কৰিছিল। আমাৰ মাজত এতিয়াও কিছুমান এনেকুৱা প্ৰতিভাশালী লেখিকা আছে যি সকলে তেওঁলোকৰ স্বকীয় প্ৰতিভা থকা স্বত্ত্বেও উৎসাহ আৰু অনুপ্ৰেৰণাৰ অভাৱত প্ৰতিষ্ঠা লাভ কৰিব পৰা নাই। ড° দাসে শ্ৰীমতী দাসৰ প্ৰতিভা বিকাশত উৎসাহ আৰু অনুপ্ৰেৰণা যোগোৱাত তেওঁ সকলোফালৰ পৰা বাধা-বিঘিনি নেওচি আগবাঢ়ি যাব পাৰিছিল। এজন সহানুভূতিশীল স্বামী, তিনিগৰাকী সুপ্ৰতিষ্ঠিত কন্যা, তিনিজন সুপ্ৰতিষ্ঠিত জোঁৱাই, এজন সুপ্ৰতিষ্ঠিত পুত্ৰ আৰু লখিমী বোৱাৰী আৰু নাতি-নাতিনীৰে ভৰা সোণত সুৱগা চৰা এখন সংসাৰৰ অধিকাৰিণী শ্ৰীমতী দাস।

শ্ৰীমতী বীণাপাণি দাস ধৰ্মপৰায়ণা, অতিথি পৰায়ণা, দানশীলা আৰু এগৰাকী কৰ্মপ্ৰাণা মহিলা। তেওঁৰ আতিথ্য যিয়ে এবাৰ লাভ কৰিছে সিয়ে তেওঁক চিৰজীৱনলৈ অৱশ্যেই মনত ৰাখিব। তেওঁ কেইবাটাও সামাজিক-সংস্কৃতিক অনুষ্ঠানৰ লগত জড়িত হৈ আছে। ছাত্ৰী অৱস্থাতে সাহিত্যৰ প্ৰতি অনুৰাগ সৃষ্টি হোৱা শ্ৰীমতী দাসৰ সাহিত্য-সংস্কৃতিৰ অৱদানসমূহ অসমীয়া সাহিত্যৰ আপুৰুগীয়া সম্পদ। সমাজৰ ভুল-ভ্ৰান্তি, দুখ-দৈন্য, ব্যথা-বেদনা, হা-হুমুনিয়াহৰ কৰুণ ভাবধাৰা বুকুত লৈ সহজ-সৰলভাৱে বৈ গৈছে লেখিকাৰ কাপৰ নিজৰা। ঠায়ে ঠায়ে তেওঁৰ সুক্ষ্ম অনুভূতিৰ আলোড়নত উথলি উঠা লহৰে অনাবিল সুষমাৰ সন্ধান দিছে। শ্ৰীমতী দাসৰ লেখনিৰ গতি অব্যাহত থাকক।

বৰ্তমান শ্ৰীমতী দাস আৰু তেওঁৰ স্বামী ড° প্ৰফুল্ল চন্দ্ৰ দাস দুয়ো অৱসৰ গ্ৰহণ কৰি জীৱনৰ বিয়লিবেলাৰ অনুভৱেৰে খানাপাৰাৰ 'জনপথ'ত থকা নিজা বাসভৱনত থাকি সুখ-স্বাচ্ছন্দৰে দিন অতিবাহিত কৰিছে। কলমটো তেওঁৰ অতি প্ৰিয়। তেওঁৰ কাপৰ পৰা নিগৰি অহা সাহিত্য-সংস্কৃতিৰ প্ৰেমৰ নিজৰা অবিশ্ৰান্তভাৱে বৈ থাকক। আদৰ্শবতী এই গৰাকী মহিলাৰ জীৱন জেউতিয়ে আনকো পোহৰাই তোলক। চিৰস্মৰণীয় হৈ ৰওক শ্ৰীমতী দাসৰ সাহিত্যকৰ্ম। শ্ৰীমতী বীণাপাণি দাসে স্বামীসহ সুস্বাস্থ্যৰে দীৰ্ঘজীৱন লাভ কৰক। ❑

# ফুল বৰা

**জ্যোৎস্না দেৱী**



চন্দন সুৰভিসনা মোৰ দেশৰ মাটিত বহুতো বিদুষী মহিলাই জন্মগ্ৰহণ কৰি দেশৰ নাম উজ্জ্বল কৰি থৈ গৈছে। নতুন প্ৰজন্মক সেইসকলৰ লগত চিনাকী কৰি দিয়াৰ মহান উদ্দেশ্য লৈয়ে লেখিকাৰ জীৱনীৰ শুভাৰম্ভ। সামাজিক, সাংস্কৃতিক, ৰাজনৈতিক, সাহিত্য, শিল্প, কলা, ভাস্কৰ্য আদিত সমানে অংশ গ্ৰহণ কৰি অসম তথা ভাৰতত নিজৰ নাম চিৰ যুগমীয়া কৰি যোৱা বহুতো অসমীয়া মহিয়সী মহিলাৰ নাম সঘনে উচ্চাৰিত হৈ আছে আৰু ভৱিষ্যতলৈকো থাকিব।

সুধীসমাজত সমাদৃতা যিগৰাকী মহিলাৰ বিষয়ে লিখিবলৈ লৈছো তেওঁ হৈছে অসমীয়া সাহিত্যৰ এগৰাকী সুপৰিচিত-সুবিদিত লেখিকা শ্ৰীমতী ফুল বৰা। তেওঁৰ জন্ম হৈছিল ১৯৩৮ ইং চনত তেল নগৰী ডিগবৈ চহৰত। তেওঁৰ পিতৃ শিক্ষাবিদ, ব্যাকৰণবিদ, সাহিত্যিক পেঞ্চনাৰ প্ৰয়াত প্ৰিয়দাস তালুকাদাৰ। মাতৃ ৺অপেশ্বৰী তালুকদাৰ।

শ্ৰীমতী বৰাই স্নাতক ডিগ্ৰী লোৱাৰ আগৰে পৰা সাময়িক ভাবে শিক্ষয়িত্ৰী কামত নিযুক্ত হৈ আছিল। স্নাতক হৈ প্ৰথমে চাকৰি জীৱন আৰম্ভ কৰে ডিগবৈ সৌমাৰ বিদ্যাপীঠত। কেইমাহমান সেইখন স্কুলত চাকৰি কৰাৰ পিছত তেওঁ অইল কোম্পানীৰ ছোৱালী হাইস্কুলত শিক্ষয়িত্ৰী ৰূপে চাকৰি কৰিবলৈ লয়। কলেজত পঢ়ি থকা দিনতে তেওঁ দেউতাক আৰু দুই এগৰাকী সাহিত্যসেৱী শ্ৰদ্ধাভাজন ব্যক্তিৰ অনুপ্ৰেৰণাত সাহিত্য চৰ্চ্চা কৰিবলৈ লয়। সেইসকল ব্যক্তিৰ চেষ্টাতে ডিগবৈ সাহিত্য সেৱা সমিতি আৰু জিৰণি-চ'ৰাৰ জন্ম হয়। সাহিত্য চৰ্চাৰ ক্ষেত্ৰ সেইবোৰ অনুষ্ঠান আৰু তাৰ লগত জড়িত ব্যক্তিসকলক তেওঁ প্ৰেৰণাৰ প্ৰতীক হিচাপে আজিও শ্ৰদ্ধাৰে সোঁৱৰে।

বৈবাহিক সূত্ৰে স্বামী হিচাপে লাভ কৰে নগাঁৱৰ আগশাৰীৰ মুক্তিযোদ্ধা স্বনামধন্য গল্পকাৰ, বিখ্যাত আইনজ্ঞ ৺মহীচন্দ্ৰ বৰাদেৱৰ সুযোগ্য পুত্ৰ কবি সাহিত্যিক, সমালোচক, জ্যোতিৰ্বিদ শ্ৰীযুত অৱনীন্দ্ৰ বৰাদেৱক। তেওঁ দুয়োখন

ঘৰতে সাহিত্যৰ অনুকূল পৰিবেশ লাভ কৰি নিজকে সুপ্ৰতিষ্ঠিত কৰিবলৈ সুযোগ পাইছিল। বিয়াৰ পিছত তেখেতৰ কৰ্মস্থান হ'ল আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ মহিলা আৰু শিশু বিভাগত। এই মহিলা আৰু শিশুৰ অনুষ্ঠানটি বিভিন্নজনে অস্থায়ী হিচাপে পৰিচালনা কৰিছিল। এই অনুষ্ঠানত স্থায়ী পদত নিযুক্তি পোৱা প্ৰথম মহিলা শ্ৰীমতী ফুল বৰা। এই অনুষ্ঠানৰ জৰিয়তে বহুতো শিশুৱে নিজ প্ৰতিভা বিকাশ কৰিবলৈ সুযোগ লাভ কৰিছিল। বহুতো মহিলাই আকাশবাণীৰ এই অনুষ্ঠানযোগে গল্প কবিতা ৰম্যৰচনা আদি পাঠ কৰিবলৈ সুযোগ পাইছিল শ্ৰীমতী বৰাৰ সহযোগত। ন-ন লেখক-লেখিকাই সুযোগ লাভ কৰাৰ ক্ষেত্ৰত শ্ৰীমতী বৰাৰ অৱদান সঁচাকৈয়ে স্মৰণীয়। মই নিজেও এই ক্ষেত্ৰত তেওঁৰ পৰা বহুতো সহায় পাইছিলো।

সুলেখিকা শ্ৰীমতী ফুল বৰাই বৰ্তমানলৈকে প্ৰায় তিনিশৰ অধিক গল্প লিখিছে। সেই গল্পবোৰ তাহানিৰ পৰা আজিলৈকে নানা আলোচনী-পত্ৰিকা আদিত সময়ে সময়ে প্ৰকাশ পাই আহিছে। গল্পবোৰত আৱাহন, মণিকূট, ৰামধেনু, প্ৰতিনিধি, অসমবাণী, অসমবাতৰি, প্ৰাসঙ্গিক, নীলাচল, অগ্ৰদূত, প্ৰহৰী, জনমভূমি, দৈনিক অসম, আজিৰ অসম, পয়োভৰা, পৰিচয়, ওৰণি, সন্ধান, তৰঙ্গ, জনশিক্ষা, অজন্তা, কঙ্কন, সাতসৰী, প্ৰবাহ, স্বৰূপা, সাদিন, প্ৰতিদিন, তৃষ্ণাতুৰ, বাৰ্ত্তাপখিলী, প্ৰমুখ্যে ন পুৰণি আলোচনী, বাতৰিকাকত, ক্ষুদ্ৰ প্ৰত্ৰিকাত প্ৰকাশ পাইছে। ৰাজ্যিক আৰু আঞ্চলিক ভিত্তিত প্ৰকাশিত বিভিন্ন গল্প সঙ্কলনত তেওঁৰ গল্প সন্নিবিষ্ট কৰা হৈছে। উল্লেখযোগ্য গল্পবোৰ হৈছে—

**স্বীকৃতি** - গধূলিৰ ৰং, দেৱস্মৃতি প্ৰকাশন, ১৯৮০, **বন্দিনী** - হেৰোৱাবাটৰ আঁত, কামৰূপ সাহিত্য পৰিষদ, ১৯৮৮, **লখিমী** - লেখিকাৰ গল্প, অসম লেখিকা সন্থা, ১৯৮৯, **সঞ্চয়** - প্ৰচ্ছদপট গুৱাহাটী আলোচনাচক্ৰ, ১৯৯৩, **ৰেৱতী** - বৰমা তোমাক, সদৌ অসম লেখিকা সমাৰোহ সমিতি ১৯৯৩, **একাপ গৰম চাহ** - ৰ'দালি, ডিগবৈ সাহিত্য সেৱা সমিতি ১৯৯৭, সহজ সৰল ঘৰুৱা ভাষাত লিখা তেওঁৰ কেইবাখনো গল্প সংকলন ইতিমধ্যে প্ৰকাশ হৈছে। **'সৰা শেৱালিৰ সুৰভি'** সাতোটা গল্প সন্নিবিষ্ট এখন গল্প সংকলন ১৯৭৮ চনত প্ৰকাশিত। সমাজৰ তেজ-মঙহৰ জীয়া মানুহৰ জীৱনৰ কৰুণ, মধুৰ সত্য একোটা এই সংকলনৰ গল্প কেইটাত দাঙি ধৰিবলৈ কৰা চেষ্টা ফলৱতী হৈছে। ১৯৮০ চনত **'প্ৰেম যুগে যুগে'** নামৰ দহটা গল্প সন্নিবিষ্ট আন এখন গল্প সংকলন প্ৰকাশ পাইছে। পুৰাণত, ইতিহাসত, জনবিশ্বাসত, জনশ্ৰুতিত আৰু কিম্বদন্তিৰ বুকুত সিঁচৰতি হৈ থকা কালজয়ী প্ৰেমৰ কৰুণ মধুৰ কাহিনীৰ অৱলম্বনত লিখা এই গল্পসমূহ অতি মনোগ্ৰাহী। দহটা গল্পৰ আন এখনি গল্প সংকলন **'প্ৰজাপতি মন'** ১৯৮৮ চনত প্ৰকাশিত। প্ৰাত্যাহিক জীৱনৰ ৰং-ৰূপ, প্ৰজাপতি হৈ উৰা বিচিত্ৰ মনৰ উপলব্ধিৰে

ৰচিত এই গল্পসমূহ পাঠকৰ হৃদয় পৰশি যোৱা। ১৯৯৭ চনত ছটা গল্পৰ এখনি সংকলন **'বিৰিখৰ ছাঁ'** প্ৰকাশ হয়। ইয়াত বৰ্ষীয়ানসকলৰ জীৱনৰ সুখ-দুখৰ খণ্ড চিত্ৰ অতি নিপুণতাৰে প্ৰকাশ কৰিছে। **'প্ৰেয়সী'** ১৯৯৮ত প্ৰকাশিত ডেৰকুৰি গল্পৰ এখনি মনোমোহা গল্প সংকলন। ইয়াত পাৰিবাৰিক আৰু সামাজিক পটভূমিত বিভিন্ন বয়সৰ নাৰী-পুৰুষৰ বৈচিত্ৰময় চৰিত্ৰৰ সংঘাত আৰু অন্তৰ্দ্বন্দৰ প্ৰতিচ্ছবি প্ৰতিফলিত হৈছে।

শ্ৰীমতী বৰাৰ কেইবাটাও গল্প অসম আৰু অসমৰ বাহিৰৰ হিন্দী পত্ৰিকাত অনূদিত হৈ প্ৰকাশ পাইছে। এইয়া লেখিকাসকলৰ বাবে গৌৰৱৰ বিষয়। ভাৰত চৰকাৰৰ শিক্ষা আৰু সাহিত্য মন্ত্ৰণালয়ৰ পৰা প্ৰকাশিত সৰ্বভাৰতীয় হিন্দী সাহিত্য সংকলন 'সাহিত্য সৰ্বেক্ষণত' (১৯৮০-৮১) 'গতি' নামৰ গল্পটোৱে স্থান পাইছে। বিভিন্ন জনে বিভিন্ন কাকতত তেখেতৰ গল্পৰ বিষয়ে লিখা অভিমত প্ৰকাশ কৰাৰ লোভ সামৰিব নোৱাৰিলো।

"গল্পকাৰ হিচাবে ফুলবৰাৰ কৃতিত্ব, কলা নৈপুণ্য, আৰু খ্যাতি প্ৰায় চাৰিদশকৰ। চল্লিশ-সত্তৰৰ দশকৰ সাময়িক চৈতন্যৰ গাল্পিক ৰূপায়নত ফুল বৰাৰ অৱদান অসমান্য।"

জ্ঞানানন্দ শৰ্মা পাঠক, সাহিত্য বল্লৰী।

"গল্পসমূহৰ অন্যতম আকৰ্ষণ হৈছে নিভাঁজ অসমীয়া ভাষাৰ সৰল ব্যৱহাৰ, চুটি চুটি বাক্যৰ গাঁথনি, পৰিপক্কতা আৰু স্বাভাৱিক সাৱলীলতা।"

দৈনিক অগ্ৰদূত।

"নিপুণ পৰ্য্যবেক্ষন শক্তি, দক্ষ বৰ্ণনাশক্তি আৰু সাৱলীল ভাষাৰ ব্যৱহাৰে গল্পবোৰ নিটোল কৰি তুলিছে।"

অসমীয়া প্ৰতিদিন।

শ্ৰীমতী ফুল বৰাৰ প্ৰথম গল্প 'বিলম্ব' প্ৰকাশ হয় অসম বাণী কাকতত। তেতিয়া তেওঁ স্নাতক মহলাৰ ছাত্ৰী। তেতিয়াৰে পৰা এতিয়ালৈ তেওঁ নিৰবিছিন্নভাৱে সাহিত্য চৰ্চা কৰি আছে। সাহিত্যৰ প্ৰায় সকলো বিভাগতে তেওঁৰ নিপুণ হাতৰ অৰিহণা অতুলনীয়। গল্পৰ উপৰিও সাহিত্য সংস্কৃতি, সমাজ-সংহতি বিষয়ৰ দুকৰিৰো অধিক প্ৰবন্ধ, একুৰিমান ৰস ৰচনা, দুই তিনিটা ভ্ৰমণ কাহিনী, ডেৰকুৰিৰো অধিক কবিতা, কেইখনমান নাটক, শিশু উপযোগী সাধু আৰু জীৱনী তেওঁৰ সাহিত্য কৰ্মৰাজিৰ অনুপম নিদৰ্শন। ইয়াৰ উপৰিও অসমীয়া সাহিত্য ভঁৰালৈ তিনিখন মধুৰ উপন্যাস তেওঁৰ অনুপম দান।

**নৱজন্ম ঃ ১৯৮৭ চনত প্ৰকাশিত যুব মানসিকতাভিত্তিক উপন্যাস। উঠি অহা দুজন কিশোৰৰ বিশৃঙ্খল জীৱন পদ্ধতিক বিষয়বস্তু হিচাবে লৈ উপন্যাসখন ৰচিত হৈছে। এজন আঢ্যৱন্ত পৰিয়ালৰ আৰু আনজন দৰিদ্ৰপীড়িত। এজনক**

প্ৰাচুৰ্যই আৰু আনজনক অভাৱ-অনাটনে পথভ্ৰষ্ট কৰিলে। দুয়ো সময়ৰ সোঁতত পকেটমাৰ হ'ল। বিভ্ৰান্ত চৰিত্ৰৰ সংশোধনৰ মাজেদি কাহিনীৰ সমাপ্তি।

**ৰাক্ষসগণ** ঃ এইখন জ্যোতিষভিত্তিক উপন্যাস, ১৯৮৯ চনত প্ৰকাশিত। ৰাক্ষসগণৰ নায়িকা বিবাহৰ পিচত বিধবা হোৱাৰ লক্ষণ বুলি বিশ্বাস কৰা হ'ল। সেয়ে নায়িকাই স্বাৱলম্বী হৈ এজন উচ্চ বৰ্ণৰ উদাৰ মনৰ ব্যক্তিক লগ পালে যিজনে তেওঁক জীৱনসঙ্গী ৰূপে পাবলৈ বিচাৰে। ভালেখিনি অন্তৰ্দ্বন্দ চলাৰ পিচত নায়িকাই আত্মসমৰ্পণৰ কথা ভাবিলে যদিও শেষত তেওঁ জনাই দিলে যে তেওঁ ৰাক্ষসগণৰ ছোৱালী। প্ৰচলিত বদ্ধমূল সংস্কাৰৰ পৰা মানুহ সহজে মুক্ত হ'ব নোৱাৰে এয়ে উপন্যাসখনৰ প্ৰতিপাদ্য বিষয়।

**চন্দন সুবাস** ঃ গ্ৰাম্য সমাজভিত্তিক উপন্যাসখনি ১৯৮৯ চনত প্ৰকাশিত হয়। চিৰি লুইতৰ পাৰৰ কাঞ্চনমতী গাঁও। জাতি-বৰ্ণ নিৰ্বিশেষে সকলো মানুহে ইয়াত সদ্ভাৱ-সম্প্ৰীতিৰে বসবাস কৰে। তাৰ মাজতে আৰ্থিক বৈষম্যই নায়ক-নায়িকাৰ বিয়াৰ অন্তৰায় হৈ পৰিল। উল্লেখযোগ্য যে নায়িকাৰ পূৰ্ব পুৰুষ নায়কৰ ঘৰত থাকি কৃষি কৰ্ম কৰিছিল। গাঁৱৰ মানুহে বুজালে, যিখন গাঁৱত জাতকুলৰ বিচাৰ নোহোৱাকৈ কেইবাখনো বিয়া হৈছে, সেই গাঁৱতে আৰ্থিক বৈষম্যই বিয়াত বাধা হ'ব নোৱাৰে। ৰাইজৰ বুজনিত নায়কৰ পৰিয়াল মান্তি হ'ল। এয়ে উপন্যাসৰ মূল কাহিনী।

**বুকুত একুৰা জুই** ঃ কাৰা বন্দিনী নাৰীৰ জীৱনভিত্তিক এখন উপন্যাস। মাহেকীয়া 'আমি' আলোচনীত ধাৰাবাহিক ভাবে প্ৰকাশিত।

চন্দন সুবাস উপন্যাসখনৰ "আজিৰ অসম" কাকতে অভিমত ব্যক্ত কৰিছে এনেদৰে— "চন্দন সুবাস সম্যক দৃষ্টি সম্পনা লেখিকাৰ তিনিদশকৰ ওপৰ কালৰ সাহিত্য কৰ্মৰ অনুভৱ আৰু অভিজ্ঞতাৰে সমৃদ্ধ আৰু নিজৰ ৰচনাশৈলীৰে প্ৰতিভাত অসমৰ কেঁচা মাটিৰ গোন্ধ থকা গ্ৰাম্য জীৱনৰ সাৰ্থক উপন্যাস। অসমীয়া সামাজিক উপন্যাস সাহিত্যৰ সূচীত ই এক উল্লেখযোগ্য সংযোজন"।

—আজিৰ অসম।

"সঁচাকৈয়ে চন্দনৰ সুবাস। এখন সুন্দৰ উপন্যাস। মন চুই যোৱা ভাবাবেশ গোটেই উপন্যাসখনতে বিৰাজমান। গাঁৱৰ পটভূমিত লিখাৰ আৰু মনঃসমীক্ষাৰ দক্ষতা শ্ৰীমতী বৰাই বুকুফিন্দাই প্ৰমাণ কৰিব পাৰিছে।"

—অসম বাণী।

গল্পৰ মাজেৰে যদিও শ্ৰীমতী বৰাৰ লিখনিৰ শুভাৰম্ভ, কবিতাও তেওঁৰ জীৱন লগৰী হৈ পৰে ১৯৬৫ চনৰ পৰা। বিভিন্ন সন্থাৰ পৰা প্ৰকাশিত সংকলন আৰু আলোচনীত তেওঁৰ কবিতা প্ৰকাশ পাইছে। 'ভিক্ষাৰী' নামৰ কবিতাটি অসম লেখিকা সন্থাই ১৯৭৮ চনত প্ৰকাশ কৰা মহিলা কবিৰ কাব্যগ্ৰন্থত প্ৰকাশ পাইছে।

"কেতিয়াবা মন মোৰ" নামৰ কবিতাটি শ্ৰীথানেশ্বৰ হাজৰিকা সম্পাদিত অসমীয়া নাৰীৰ কবিকণ্ঠ নামৰ গ্ৰন্থত ১৯৮৫ চনত প্ৰকাশ পাইছে। ১৯৮১ৰ কণ্ঠস্বৰ নামৰ পুথিত 'ডুখৰীয়া ছবি' নামৰ কবিতা প্ৰকাশ হয় লেখক-লেখিকা সন্থাৰ গ্ৰন্থত। 'প্ৰতীক্ষা' নিৰবধি নদী ১৯৮৮ চনত কামৰূপ সাহিত্য পৰিষদৰ গ্ৰন্থত প্ৰকাশিত আন এটি কবিতা। নতুন কবিতা 'কল্পদ্ৰুমত' নিয়মীয়াকৈ প্ৰকাশ পাইছে।

গল্প, উপন্যাস, কবিতাতে তেখেতৰ লিখনি সীমাবদ্ধ হৈ থকা নাই। প্ৰবন্ধ, ভ্ৰমণ কাহিনী, শিশু পুথি ৰচনা কৰিও তেওঁ সুনাম অৰ্জ্জন কৰিছে। ভ্ৰমণৰ আনন্দই সুকীয়া। নানা দেশ চোৱা নানাজনক লগ পোৱাৰ হাবিয়াস সকলোৰে মনত থাকে। 'উদিত সূৰ্যৰ দ্বীপ আন্দামান' ১৯৮৯ চনত প্ৰকাশিত ভ্ৰমণ কাহিনী। কুৰি শতিকাৰ কৃত্ৰিম ৰূপটোৱে প্ৰভাৱিত কৰিব নোৱাৰা সমুদ্ৰ বক্ষৰ বেদনা বিধৌত দ্বীপপুঞ্জৰ প্ৰাকৃতিক পৰিবেশ, অৰণ্যাঞ্চল, সমুদ্ৰৰ সামগ্ৰিক ৰূপ জলবায়ু, চেলুলাৰ জেল, আৰু বৃটিছৰ দিনৰ ভগ্নাৱশেষ সমূহৰ চাক্ষুষ বৰ্ণনা চিত্ৰসহ গ্ৰন্থখনত সন্নিবিষ্ট কৰা হৈছে। পুথিখন পঢ়ি মান্যবৰ লক্ষ্যধৰ চৌধুৰীদেৱে সেই সময়ত নতুন দৈনিক কাকতত এটি অভিমত প্ৰকাশ কৰিছিল— 'পুথিখন পঢ়ি আমি নিজেও এটা উদিত সূৰ্য্যৰ দ্বীপ আন্দামান দেখাৰ নিচিনাই হ'ল। বৰাৰ ভাষা অতি সহজ সৰল। কিন্তু বিচৰণ অতি মোনমোহা। সৰু সৰু বাক্যৰে বহু কথা প্ৰকাশ কৰিব পৰা শক্তি যথেষ্ট। ভ্ৰমণত ঘটা সৰু সৰু ঘটনাবোৰে কিতাপখন সুখপাঠ্য কৰি তুলিছে।"

আন এজন পঢ়ুৱৈৰ আন এটি অভিমত এনে ধৰণৰ—

আন্দামানের অভাবনীয় সৌন্দৰ্য্য যথোচিত দক্ষতায় পরিস্ফুট হয়েছে "উদিত সূৰ্য্যর দ্বীপ আন্দামান" গ্রন্থখানিতে। শ্রীমতী বরার সবিশেষ গুণ হইল প্রকাশ করার নিপুণতা। সহজ অথচ যথাযথ ভাষার মাধ্যমে আন্দামানকে তুলে ধরছেন। গল্পের কাঠামোর একটি দ্বীপ প্রদেশের বর্ণনা দ্যোতিত"।

—গোপেন্দু মুখোপধ্যায় এম. এ. পি. এইচ. ডি. ডি. লিট

অধ্যাপক, কামারপুকুর কলেজ। হুগলী (প. ব)

'ৰংঘৰ'ত থাইলেণ্ড, চিঙ্গাপুৰ আৰু হংকঙৰ ধাৰাবাহিক ভ্ৰমণ কাহিনী আৰু 'স্বৰূপা'ত ত্ৰিপুৰা ভ্ৰমণৰ কাহিনী প্ৰকাশ হৈছে।

বিভিন্ন বিষয়বস্তুৰ ওপৰত শ্ৰীমতী বৰাই প্ৰায় আঠৈকুৰিৰ ওপৰ নিবন্ধ লিখিছে। নাৰী সমস্যা বিষয়ক, পাৰিবাৰিক, সামাজিক, সাংস্কৃতিক জীৱনীমূলক আৰু শিশু মনঃস্তত্ব বিষয়ক বহুতো নিবন্ধ নানা আলোচনী আৰু বাতৰি কাকতত সময়ে সময়ে প্ৰকাশ পাই আহিছে।

"শিশু সাহিত্য লেখা বৰ সহজ নহয়। শিশু উপযোগী লিখনিত হাত দিলে নিজেও শিশুৰ দৰে হ'ব লাগিব।" এইয়া শ্ৰীমতী বৰাৰ অভিমত। "বতৰৰ ফল বতৰতে খাবা" ১৯৯৫ চনত প্ৰকাশিত শিশু পুথি। বতৰত হোৱা ফলমূলবোৰ

খোৱাৰ ওপৰত গুৰুত্ব আৰোপ কৰি শিশুৰ উপযোগীকৈ লিখা হৈছে। অসমত পোৱা দুকুৰি পাঁচবিধ ফলৰ বিৱৰণ, গুণাগুণ আৰু খোৱাৰ নিয়ম চিত্ৰসহ অক্ষৰাদিক্ৰমে লেখা এখন মনোমোহা পুথি। ইয়াৰ উপৰিও বিভিন্ন আলোচনী আৰু সংকলনত শিশু উপযোগী সাধু, কাহিনী আদি প্ৰকাশ হৈছে। শিশু পুথি 'বতৰৰ ফল বতৰতে খাবা' পুথিখনি পঢ়ি দৈনিক অসমত প্ৰকাশ হোৱা এটি অভিমত এনে ধৰণৰ—

"শিশুসকলৰ উদ্দেশ্যে যাইকৈ ৰচিত হ'লেও সকলো শ্ৰেণীৰ পঢ়ুৱৈৰ বাবে উপযোগী আৰু সংগ্ৰহযোগ্য হৈছে এই কাৰণেই যে লেখিকাই শৰীৰৰ পুষ্টিসাধনৰ বাবে ওচৰতে ঢুকি পোৱা ফলমূলে কিদৰে সহায় কৰে সেইকথা প্ৰাঞ্জলভাবে বৰ্ণনা কৰিছে।" শ্ৰীমতী ফুল বৰা ৰচিত নাটক ইতিমধ্যে অনাতাঁৰ কেন্দ্ৰ যোগে আৰু গুৱাহাটী দূৰদৰ্শন কেন্দ্ৰ যোগে প্ৰচাৰিত হৈছে। অনাতাঁৰ কেন্দ্ৰ যোগে প্ৰচাৰিত হোৱা নাটকসমূহ হ'ল - আতিথ্য, এটুকুৰা মাটিৰ কাৰণে, স্বাক্ষৰ, প্ৰত্যাবৰ্ত্তন, জ্ঞানী চৰাই, ৰ'দ বৰষুণ নপৰা মানুহজন, ভেকুলীৰ বিয়া, বৰষা আদি।

দূৰদৰ্শনকেন্দ্ৰ যোগে "এটি চিতল মাছ" নামৰ গল্পৰ নাট্যৰূপ আৰু "অনেক ফুলৰ সুৰভি" ধাৰাবাহিক ৰূপে দুটা খণ্ডত প্ৰচাৰিত হয়। নাটক ৰচনাতো যে তেওঁ সিদ্ধহস্ত ইয়াৰ দ্বাৰাই বুজা যায়।

তেওঁ মইনা পাৰিজাতৰ 'কিশলয়' নামৰ আলোচনী এখনো ১৯৮১ চনত সম্পাদনা কৰিছিল। ১৯৯২ চনত 'চিত্ৰাঙ্গদা' নামৰ মহিলা আলোচনী এখনো সম্পাদনা কৰিছিল। তেখেতৰ বহুমুখী প্ৰতিভাই বাতৰি কাকতৰ বিভিন্ন শিতান লেখিকা হিচাপেও পৰিচয় দিয়ে। অসম বাণীত 'বৰাণীৰ বৰপেৰা', নতুন দিনত 'অৱসৰৰ পিচত', দৈনিক অগ্ৰদূতত 'অন্তৰঙ্গ অনুভৱ' নামৰ শিতানত তেওঁ লিখিছিল। দৈনিক অগ্ৰদূতত বৰ্ত্তমানেও লিখি আছে।

ৰাজ্যিক সংহতি পৰিষদৰ ৰচনা প্ৰতিযোগিতাত ১৯৭৬-৭৭ চনত তেওঁ প্ৰথম পুৰস্কাৰ লাভ কৰিছিল। তেও লিখা হাস্য ব্যঙ্গ আৰু ৰম্য ৰচনা বিভিন্ন কাকতত সময়ে সময়ে প্ৰকাশ পাইছে। এনে ৰচনা অনাতাঁৰ কেন্দ্ৰযোগেও প্ৰচাৰিত হৈছে।

বৰ্তমান তেওঁ সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ উপ-সভানেত্ৰী, বৃহত্তৰ ৰাজগড় লেখিকা চ'ৰাৰ কাৰ্য্যকৰী সভানেত্ৰী আৰু গুৱাহাটী আলোচনা চক্ৰ, গুৱাহাটী সাহিত্য কানন, গুৱাহাটী সাহিত্য মঞ্জৰী, মহানগৰ কবি কানন, পেঞ্চনাৰ সাহিত্য চ'ৰা আদিৰ লগত জড়িত হৈ আছে।

সাহিত্য কৰ্মৰ লগতে চাকৰি জীৱনৰ ব্যস্ততাৰ মাজতো তেওঁ এগৰাকী সুগৃহিণী। তিনিটি ল'ৰা-ছোৱালীৰ এখন পৰিপূৰ্ণ ঘৰৰ সৰ্বময় কৰ্ত্ৰী। তেওঁ ৰান্ধি ভাল পায়। পৰিয়ালৰ সকলোটিৰে মন যোগাই আহাৰ পৰিৱেশন কৰি তেওঁ

ভালপায়। সহৃদয়বান গৃহস্থই সকলো দিশতে আগবাঢ়ি যোৱাত তেওঁক সততে সহায় কৰি আহিছে। ফুলনিত ফুলবোৰ হাঁহি নাচি আছে, তাতো তেওঁৰ লাৱনী হাতৰ কোমল পৰশ। ঘৰখন নিয়াৰিকৈ চলাই নিয়াত তেওঁ এগৰাকী সুদক্ষ গৃহিণী। পৰিয়ালৰ সকলাটিৰে স্বাস্থ্য আৰু পৰিষ্কাৰ-পৰিচ্ছন্নতাৰ ওপৰত তেওঁ সদায় গুৰুত্ব আৰোপ কৰি আহিছে। ওচৰ চুবুৰীয়াৰ অসুস্থতাৰ খবৰ লৈ দিহা-পৰামৰ্শ আগবঢ়োৱা তেওঁৰ এক পবিত্ৰ কৰ্তব্য বুলি ভাবে। বিপদে-সম্পদে সেয়ে সকলোকে সহৃদয়তাৰে দেখা শুনা কৰে তেওঁ।

শ্ৰীমতী ফুল বৰা নানা অনুষ্ঠানৰ স'তে জড়িত থকাৰ উপৰিও নিমন্ত্ৰিত অতিথি হিচাপে বহুতো সভা সমিতিলৈ গৈ তেওঁ সাৰুৱা ভাষণেৰে শ্ৰোতাৰ মন জয় কৰিব পাৰিছিল। তেনে কেইবাখনো অনুষ্ঠানত মই নিজেও উপস্থিত থাকি সময় উপযোগী ভাষণ শুনাৰ সৌভাগ্য হৈছিল। পাৰিবাৰিক, সামাজিক, অৰ্থনৈতিক, সাহিত্য-সংস্কৃতি সকলো দিশ সামৰি শুৱলা ভাষণ দিব পৰাটো তেওঁৰ এক অনুপম গুণ। ন লেখক-লেখিকাসকলক লিখা আৰু পঢ়াৰ ওপৰত সদায়ে গুৰুত্ব আৰোপ কৰি উৎসাহিত কৰে। বিশেষকৈ আমাৰ মহিলসকলৰ বহুতে বাতৰি কাকতখনো পঢ়িবলৈ টান পায়, লিখাটো দূৰৰে কথা। লিখিবলৈ এৰি দিয়া মহিলাকো তেওঁ পুনৰ হাতত কলম তুলি ল'বলৈ অনুপ্ৰেৰণা যোগায় আৰু বহুক্ষেত্ৰত ফলৱতীও হৈছে। শ্ৰীমতী বৰাই মহিলাসকলে যিকোনো মঞ্চত থিয় হৈ নিজৰ মতামত ব্যক্ত কৰিব পাৰে বুলি মহিলসকলক সততে আহ্বান জনাই উৎসাহিত কৰে। তেওঁ সদায় প্ৰচাৰ বিমুখ। নিজ কৰ্ম নিজে একান্তমনে কৰি ভাল পায়। তেওঁ তেনেই শান্তিপ্ৰিয় মহিলা। সহজ-সৰল ভাৱে নিখুঁত জীৱন যাপন কৰি, মাৰ্জ্জিত অসমীয়া সাজ পোচাক পৰিধান কৰি ভাল পায়। ব্যয় বহুলতা আৰু অতি ৰঞ্জিত কামবোৰ তেওঁ ভাল নাপায়। তেওঁ বৰ্তমান এখন আত্ম-জীৱনী লিখিবলৈ লৈছে যিখনে অদূৰভৱিষ্যতে নতুন প্ৰজন্মক নানা তথ্যৰ সম্ভেদ আৰু সাহিত্যৰ সমল যোগাব।

বিগত অসম আন্দোলনৰ সময়ত তেওঁ 'কিশলয়' নামৰ এটি মইনা পাৰিজাত চ'ৰা খুলিছিল। সেই সময়ত স্কুল কলেজবোৰ বন্ধ হৈ আছিল। চুবুৰীৰ ল'ৰা-ছোৱালীবোৰ দিনৰ দিনটো অনাই বনাই ফুৰে ঘৰতো মাক দেউতাকক আমনি কৰি থাকে। সেই সুযোগতে শ্ৰীমতী ফুল বৰাই 'কিশলয়' মইনা পাৰিজাত খুলি কণ কণ মইনাহঁতক সাধুকোৱা, কবিতা আবৃত্তি কৰা, চিত্ৰাঙ্কন শিকোৱা, সভাত বক্তৃতা দিবলৈ শিকোৱা, এক মিনিটতে সাধু এটি লিখা আদি নানা ধৰণৰ শিক্ষা দিছিল। সেই সময়ত সেই কণ কণ মইনাহঁতেই আদি জীৱনৰ ৰঙ্গ মঞ্চত নিজৰ কৰ্ম সুখ্যাতিৰে কৰি যাবলৈ সমৰ্থ হৈছে। কোনোবা লেখিকা হ'ল, কোনোবা ডাক্তৰ কোনোবা ইঞ্জিনিয়াৰ কোনোবা ৰাজনৈতিক নেতা হ'ল। কথাতে আছে'—

যি মূলা বাঢ়ে তাৰ দুপাতত চিন'। তেখেতে সেই কণ-কণ মইনাহঁতৰ মাজত ভৱিষ্যতৰ নিখুঁত ছবি একোখন তেতিয়াই দেখিবলৈ পাইছিল। 'কিশলয়ে' গঢ়া সুনাগৰিকৰ পৰিচয়ে তেখেতক আজিও আনন্দিত কৰে। তেখেতৰ মধুময় জীৱনৰ অলেখ ডুখৰিয়া স্মৃতিয়ে আজিও তেখেতক আনন্দত আপ্লুত কৰি ৰাখিছে। লিখনিৰ মাজেৰেও সঞ্জীৱিত হৈ আছে সেই পাহৰিব নোৱাৰা কথাবোৰ, কাম-কাজবোৰ। যিবোৰে আমাকো উৎসাহিত-অনুপ্ৰাণিত কৰে। শেষত শ্ৰীমতী ফুল বৰাৰ সম্ভাৱনাপূৰ্ণ উজ্জ্বল ভৱিষ্যত, সুস্বাস্থ্য আৰু সুদীৰ্ঘ জীৱন কামনা কৰিলো। ❑

# ড° শীলা বৰঠাকুৰ

স্বৰ্ণ বৰুৱা গগৈ

এটি নামৰ মোহত—
যʼত সভাঘৰ ৰজনজনাই
যমুনেশ্বৰী, ধৰ্ম্মেশ্বৰী, নলিনীৰ উত্তৰ স্বৰত
কলৰোল ধ্বনি তোলে—
অন্তঃস্ৰোতা ফল্গুৰ দৰে—
স্ৰোতস্বিনী হে।



যুগ বাগৰি যায়, বৈ যায় স্মৃতি। দিন, মাহ, ক্ষণে-ক্ষণে, কত জন জন্মিছে, মৰিছে তাৰ পৰিসংখ্যা থাকিও নথকাৰ দৰে। কিন্তু এনে যুগৰ স্বাক্ষৰ বহন কৰি কোনো কোনোৱে থৈ গৈছে এটি জীৱন্ত অনুৰণন, কোনো কোনোৱে মধুৰ স্মৃতিৰ সৌধ ৰচনা কৰিছে ব্যস্ততাৰে হাতে হাতে হাত ধৰি। সেই সৌধ নিৰ্ম্মাণ কৰি নিজেও ধন্য হৈছে, আনকো ধন্য কৰিছে। তেনে এগৰাকী তেজপুৰৰ স্বনামধন্য মহিলা ড° শীলা বৰঠাকুৰ। যোৰহাটৰ জীয়ৰী, তেজপুৰৰ বোৱাৰী ড° শীলা বৰঠাকুৰৰ জীৱনটো বৈচিত্ৰ্যতাৰে ভৰা এটি ব্যস্ততাপূৰ্ণ জীৱন। তেওঁৰ পিতৃৰ নাম ৺নবীন চন্দ্ৰ শৰ্মা আৰু মাতৃৰ নাম ৺প্ৰীতিলতা দেৱী।

সেই যুগ আছিল শিক্ষাৰ ক্ষেত্ৰত এটি চালুকীয়া যুগ। মহিলাৰ কথাই নাই, নিচেই কম সংখ্যক পুৰুষেহে সেই সময়ত শিক্ষাৰ পোহৰ পাইছিল। ১৯০১ চনত কটন কলেজ প্ৰতিষ্ঠা হৈছিল মাথো। স্বৰ্গীয় নবীন চন্দ্ৰ শৰ্মাই কলিকতাৰ স্কটিছছাৰ্চ কলেজৰ পৰা ডিগ্ৰী লাভ কৰি শিক্ষকতাৰ বৃত্তিৰে কৰ্মজীৱন আৰম্ভ কৰিছিল। বিশ্ববিদ্যালয়ৰ ডিগ্ৰীৰ উপৰিও তেখেতে সেই কালতে সংগীতৰ সাধনা কৰিছিল। নবীন চন্দ্ৰ শৰ্মা সেই সময়ৰ এজন সুগায়ক আছিল। তাৰ উপৰিও তেখেত আছিল সুন্দৰ বেহেলাবাদক আৰু সুদক্ষ অভিনেতা। এইচ্ এম্ ভিত গীত বাণীবদ্ধ কৰা তেখেত দ্বিতীয়জন অসমীয়া ব্যক্তি।

মাতৃ স্বৰ্গীয়া প্ৰীতিলতা দেৱী আছিল বৃটিছ শাসিত ভাৰতৰ অসম

উপত্যকাৰ স্কুল পৰিদৰ্শক স্বনামধন্য দুৰ্গাধৰ বৰকটকীৰ কনিষ্ঠ কন্যা। সেই সময়ত স্ত্ৰীশিক্ষা বিমুখ সমাজত প্ৰীতিলতা দেৱীয়ে কলিকতাৰ ব্ৰহ্ম গাৰ্লচ্ স্কুলত শিক্ষা লাভ কৰিছিল। কেৱল এয়েই নহয় তেখেতে 'আমাৰ জীৱন' নামেৰে বাংলা ভাষাত এখন উপন্যাসো লেখিছিল।

প্ৰথম অসমীয়া উপন্যাসিকা পদ্মাৱতী দেৱী ফুকননী আছিল প্ৰীতিলতা দেৱীৰ আইতাক। পঢ়া-শুনাৰ ক্ষেত্ৰতো সেই যুগতে আইতাকৰ পৰা প্ৰীতিলতা দেৱীয়ে প্ৰচুৰ প্ৰেৰণা লাভ কৰিছিল।

সাহিত্য-সংস্কৃতিৰ তেজ ধমনীত শিৰাই-শিৰাই প্ৰবাহিত হৈ অহা ড° শীলা বৰঠাকুৰে জন্ম লগ্নতেই পাইছিল সাহিত্য-সংস্কৃতিৰে উপচি থকা ভঁৰাল। তাৰ উমাল জীপত ১৯৩৫ চনত যোৰহাটত এইগৰাকী উদাৰমনা সাহসী সংস্কৃতিপ্ৰেমী অসম জীয়ৰীৰ জন্ম হয়। অসমে যেন অসমীয়া নাৰীৰ উত্থানৰ বাবে— শ্ৰীবৃদ্ধিৰ বাবে এগৰাকী উৎসৰ্গীত নাৰীৰ প্ৰয়োজন বোধ কৰিছিল। সুদৰ্শনা, সুনয়না, হাস্যবদনী, সাহিত্য-সংস্কৃতিপ্ৰেমী এইগৰাকী অসম জীয়ৰীয়ে এখন সাহিত্য-সংস্কৃতিৰ জীপাল গৃহত মাতৃ প্ৰীতিলতা দেৱীৰ কোলা শুৱনি কৰি পিতৃৰ মনত অপাৰ তৃপ্তি ঢালি জন্ম গ্ৰহণ কৰিছিল।

ড° শীলা বৰঠাকুৰৰ শিক্ষা আৰম্ভ হয় নিচেই বাল্যকালতে ঢাকা চহৰত। স্বাধীনতাৰ পূৰ্বে ঢাকা বংগদেশৰ অন্তৰ্গত আছিল। তেতিয়া ইয়াৰ নাম আছিল পূৰ্ববংগ। পিতৃ স্বৰ্গীয় নবীন চন্দ্ৰ শৰ্মাই 'Indian Tea Market Expansion Board'ৰ পৰিদৰ্শক হিচাপে সাত বছৰ কাল ঢাকাত চাকৰি কৰিছিল। সেই সময়ত সপৰিয়ালে তাতে থকাত বৰ জীয়ৰী ৺ইলাই ঢাকাৰ 'কামাৰনেচা' হাইস্কুলৰ নিম্ন ক্লাছত আৰু কণমানি শীলাই 'বিদ্যামন্দিৰ' নামৰ প্ৰাইমেৰী স্কুলৰ একেবাৰে নিম্ন শ্ৰেণীত নাম লগাইছিল। বায়েক ইলা আছিল শীলা বৰঠাকুৰৰ শৈশৱৰ চেনেহৰ লগৰী। যেতিয়া পুৱা ৯ বজাত ইলাই হাতত বেগ আৰু টিফিন কেৰিয়াৰ লৈ স্কুল বাছত উঠি স্কুললৈ যায় তেতিয়া শীলাই 'জেদ' ধৰে স্কুললৈ যাবলৈ। বিখ্যাত 'কামাৰনেচা হাইস্কুল'ত নিম্ন শ্ৰেণীত পঢ়াৰ ব্যৱস্থা নাছিল বাবে নিচেই সৰু থাকোতেই মাত্ৰ চাৰি বছৰ বয়সতে 'বিদ্যা মন্দিৰ'ত শীলাক নাম লগাই দিয়া হয়।

সেই সময়ত অকলে স্কুললৈ যোৱা নিয়ম নাছিল। তাতে শীলা বৰঠাকুৰ যথেষ্ট সৰু থকাৰ কাৰণেও এগৰাকী বাইৰ প্ৰয়োজন হৈছিল আৰু সেইমতে বন্দবস্ত কৰি তেওঁৰ তত্ত্বৱধানত বিদ্যালয়লৈ অহা-যোৱা কৰিছিল।

ঢাকাত নবীন চন্দ্ৰ শৰ্মা সপৰিয়ালে থকা ঘৰখন আছিল বিখ্যাত 'ৰামনা' নামৰ এটুকুৰা ব্যস্ত অঞ্চলত। সম্মুখত ইমূৰ-সিমূৰ নেদেখা দিগন্ত বিয়পা এখন বৃহৎ পথাৰ। পুৱা শুই উঠিয়েই দেখা দিগন্ত বিয়পা পথাৰে শিশু কালতে শীলাৰ

মনৰ পৰিধি বহল কৰিছিল আৰু সেয়েই বৰ্তমানৰ শীলা বৰঠাকুৰক এগৰাকী অসাধাৰণ মহিলাৰূপে প্ৰতিষ্ঠা কৰিছে। উল্লেখনীয় যে ৰাজনৈতিক পাকচক্ৰত পৰি পশ্চিমবংগৰ পৰা ফাটি পূৰ্ববংগ আঁতৰি গৈছিল আৰু বাংলাদেশৰ জন্ম হৈছিল। স্বাধীন বাংলাৰ প্ৰথম প্ৰধান মন্ত্ৰী মুজিবুৰ ৰহমানে শাসনাধিস্থ হৈ এইখন বৃহৎ 'ৰামনা' পথাৰতে শপত গ্ৰহণ কৰি জনসাধাৰণৰ উদ্দেশ্যে ভাষণ প্ৰদান কৰিছিল।

বিদ্যা মন্দিৰলৈ শিশু শীলাজনীয়ে বাইৰ তত্ত্বাৱধানত অহা-যোৱা কৰিছিল হয়, কিন্তু পঢ়াৰ প্ৰতি হ'লে মুঠেই ধাউতি নাছিল। মনৰ মণিকোঠাত সংস্কৃতিৰ জগতখনেহে বিচৰণ কৰিছিল। শৈশৱৰ ওমলা দিনতে শীলা বৰঠাকুৰে প্ৰাণঢালি গীত গাইছিল আৰু নাচিছিল। প্ৰাণচঞ্চলা সেই শীলা নামৰ ছাত্ৰী গৰাকীয়ে শিক্ষকৰ চকুৰ আঁৰ হ'লেই স্কুলঘৰৰ পাচফালে গৈ সমনীয়াৰ সৈতে উলাহত ফুট্ফুটীয়া ফ্ৰক্ পিন্ধি ফুটুকীয়া পখিলাজনী হৈ আপোনমনে নাচি-বাগি দিন কটাইছিল। শৈশৱতেই মনৰ আকুল হেঁপাহত বাংলা গান আৰু ৰবীন্দ্ৰ সংগীত শিকি পেলাইছিল।

পিতৃ নবীন চন্দ্ৰ শৰ্মাদেৱ সংগীতৰ একান্ত সাধক আছিল। গতিকে শীলাৰ শৈশৱৰ চাল-চলনত পিতৃয়ে জীয়েকৰ অন্তৰৰ কথা, সুপ্ত অনুভূতিৰ উমান পাবলৈ সৰহ সময় নেলাগিছিল আৰু ৰবীন্দ্ৰ সংগীতকে আদি কৰি অন্যান্য গীতৰ সুৰীয়া কণ্ঠৰ সন্ধান পাই ঘৰতে এজন সংগীত শিক্ষক নিয়োগ কৰি দিছিল। এনেদৰে বহুদিনৰ পৰা বৈ অহা সংগীত নিজৰাই সেই সিদিনা 'ফাগুনে উলটি চায়' কেছেটত প্ৰাণ পাই উঠিল।

সেই সময়ত কলকাতাত পঢ়াৰ দৰে অসমৰ বহুতো ছাত্ৰই ঢাকা বিশ্ববিদ্যালয়ত পঢ়িছিল। এসময়ত নবাবৰ ৰাজত্বত থকা ঢাকা চহৰ শিক্ষাৰ প্ৰাণকেন্দ্ৰস্বৰূপে আছিল আৰু ই কলকাতাৰ পাছতেই প্ৰধান স্থান লাভ কৰিছিল। বুৰঞ্জীবিদ হেৰম্বকান্ত বৰপূজাৰী, শিক্ষাবিদ প্ৰাক্তন ডি পি আই গোপাল শৰ্মা বৰুৱা আৰু ভালেমান অসমীয়া ডেকা ঢাকা বিশ্ববিদ্যালয়ৰ ছাত্ৰ আছিল।

বিশ্ববিদ্যালয়ৰ আনন্দ উৎসৱত, পিকনিক্ যাত্ৰাৰ পৰা আৰম্ভ কৰি বিহু মঞ্চলৈকে সকলো অনুষ্ঠানত ভাগ লৈ গীত পৰিৱেশন কৰা চেনেহৰ লগৰী বায়েক ইলা আৰু শীলাৰ প্ৰধান কাম আছিল। ঢাকা বিশ্ববিদ্যালয়ৰ সেই সময়ৰ উদীয়মান ডেকা হৰীশ চন্দ্ৰ গোস্বামীয়ে শিকাই দিয়া 'দিয়া আহুতি লোৱা অৰ্ঘ্য আলহী মহান' নামৰ গীতটি ঢাকা বিশ্ববিদ্যালয়ৰ সমাৱৰ্তন উৎসৱত গাই পাঁচ বছৰ বয়সতে শীলাই প্ৰচুৰ প্ৰশংসা বুটলিছিল। সেই সময়ত ঢাকা বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য আছিল কাছাৰৰ ময়দুল ইছলাম বৰা। প্ৰথম ৰাজহুৱা জীৱনত গীত গাই প্ৰশংসা বুটলিবলৈ সক্ষম হোৱা ইলা আৰু শীলাই পাছৰ জীৱনতো গীত

গাই শ্ৰোতাক মন্ত্ৰমুগ্ধ কৰিব পাৰিছিল। ইলা আৰু শীলাই গান গোৱা সভাত সমজুৱাৰ ভীৰ হৈছিল। মুঠতে ঢাকা আছিল বাল্যকালৰ সোণালী দিনৰ মধুৰ স্মৃতিৰে দোলা দি থকা হেঁপাহৰ চহৰ। অতীতৰ ঢাকাৰ মধুৰ শৈশৱৰ সোণালী দিনবোৰে মনৰ স্মৃতিপটত আজিও শীলা বাইদেউক নিৰ্মল আনন্দ প্ৰদান কৰে।

সেই সময়ত দ্বিতীয় মহাযুদ্ধ আৰু লগে লগে স্বাধীনতা আন্দোলনৰ বতাহে প্ৰবলভাৱে ভাৰতবাসীক জোঁকাৰি পেলাইছিল। সেই সময়তে ঢাকাৰ মধুৰ স্মৃতি কঢ়িয়াই সপৰিয়ালে নবীন শৰ্মা অসমলৈ গুচি আহিব লগা হয় আৰু নিজৰ ঘৰ যোৰহাটত থাকিবলৈ লয়। যোৰহাটত তেতিয়া প্ৰাইমেৰী স্কুল আজিৰ দৰে বহু সংখ্যক নাছিল। বায়েক ইলাক ছোৱালী হাইস্কুলত নাম লগোৱা হৈছিল আৰু শীলাই অসমীয়া ভাষাৰ সীমিত জ্ঞানৰ হেতু এবছৰৰ পাছতহে স্কুলত নাম লগাব পৰা হৈছিল।

সেই সময়ত যোৰহাট ছোৱালী হাইস্কুলৰ প্ৰধান শিক্ষয়িত্ৰী দেৱবালা দেৱী এগৰাকী ব্যক্তিত্বসম্পন্না মহিলা আছিল। তেখেতৰ ছত্ৰছায়াত কৰুণাময়ী দাস, ৰেণু দাস প্ৰমুখ্যে বাইদেউসকলৰ অপত্য স্নেহৰ আধাৰত পোৱা ইংৰাজী, অংক, বিজ্ঞান, ভূগোল, বুৰঞ্জী শিক্ষাৰ উপৰিও নীলা ৰঙী ফ্ৰক পিন্ধাই শাৰীৰ সবাতোকৈ আগত থিয় কৰাই দি 'ব্লুবাৰ্ড' হ'বলৈ প্ৰৱণতা যোগোৱাত লাৱণ্য বাইদেউৰ কথা বিশেষভাৱে শীলা বাইদেউৰ মনত পৰে। নৃত্য শিকোৱা লাহী আৰু উজ্জ্বলবৰ্ণা পূৰ্ণিমা দাস বাইদেউৰ কথা মনত পেলাই শীলা বাইদেউৰ আজিও শ্ৰদ্ধা-ভক্তিত গদ্‌গদ্ হৈ মূৰ দোঁ খাই যায়।

যেতিয়া দুৱাৰ বন্ধ কৰি পূৰ্ণিমা দাস বাইদেৱে হালি-জালি নাচ শিকাইছিল, শীলায়ো শিকিছিল প্ৰাণঢালি। কাৰণ নাচ-গানৰ প্ৰতি শীলাৰ পৰম আগ্ৰহ আছিল আৰু পঢ়াতকৈ নাচ-গান শিকিবলৈ পৰম তৃপ্তি লাভ কৰিছিল।

হাতত ধৰি ধৰি চিলাই শিকোৱা লাৱণ্য বাইদেউলৈ মনত পেলাই তেখেতৰ যত্নত শিকা ৰাণ, হেম, বখিয়া আদি লেখত ল'বলগীয়া চিলাই শিকাৰ কথা আনন্দৰে-গৌৰৱেৰে ব্যক্ত কৰে শীলা বাইদেৱে। সেই সময়তে মিলিটেৰীয়ে গোটেই অসম ছানি ধৰে। যোৰহাট ছোৱালী বিদ্যালয়ত মিলিটেৰী থাকিবলৈ লোৱাত বিদ্যালয় হঠাৎ বন্ধ হৈ যায়। এনে সময়তে শীলাৰ এক সুবৰ্ণ সুযোগ মিলিল। মোমায়েক সত্যেন বৰকটকী সেই সময়ত বৰপেটাত ই,এ,চি হৈ আছিল। বন্ধৰ কথা জানি মোমায়েকে ইলা আৰু শীলাক তেখেতৰ কৰ্মস্থলী বৰপেটালৈ লৈ যায়হি। তাতো গৈ অতিকৈ হেঁপাহৰ সংগীতময় জগতখনকে লাভ কৰিলে। গান গাব পৰা দেখি সত্ৰীয়া সংগীতৰ ওজা স্বৰ্গীয় মতিলাল দাসক বৰগীত শিকাবলৈ মোমায়েকে বন্দবস্ত কৰি দিলে।

ইতিমধ্যে সত্ৰীয়া সংগীতৰ জ্ঞান লাভ কৰাৰ কথা জানি সভা-সমিতিত গান গাবলৈ শীলাক নিমন্ত্ৰণ জনাবলৈ ধৰিলে। নিজৰ আত্মবিকাশ দুগুণে বাঢ়িল

আৰু নতুন ঠাইখনৰ নতুন বান্ধৱীসকলৰ সৈতে আপোন হৈ পৰিল। বিশেষকৈ গান-বাজনা, নাচ-নৃত্য সকলোতে পাৰ্গত হোৱাৰ সুবিধাকণ দিলে কলা-সংস্কৃতিৰ বৰপেৰা স্বৰূপ সৰু চহৰ বৰপেটাখনে। বৰপেটা বৰধামৰ শিল্পী স্বৰ্গীয় ফণী তালুকদাৰ, স্বৰ্গীয় গিৰীশ দাস, স্বৰ্গীয় সৰ্বেশ্বৰ চক্ৰৱৰ্তীৰ সান্নিধ্যলৈ অহাৰ সুযোগকণো লাভ কৰিলে তেওঁ। শীলাই সেই সময়তে 'চেমনীয়া শিল্পী'ৰূপে বৰপেটা অঞ্চলত প্ৰসিদ্ধি লাভ কৰিলে। বৰপেটা চহৰৰ মধুময় অভিজ্ঞতাৰে পৰিপুষ্ট হৈ সংস্কৃতিৰ একান্ত পূজাৰী হৈ সংস্কৃতি জগতখনত প্ৰতিষ্ঠা লাভ কৰিবলৈ সহায় কৰিলে সংস্কৃতিপ্ৰৱণ বৰপেটা চহৰখনেই। সৰু-বৰ বহু অভিজ্ঞতা আলফুলে সাৱটি লৈ জীৱনৰ অমূল্য সম্পদখিনি আহৰণ কৰি শীলা বৰঠাকুৰ বাইদেউ আজিও ঐতিহ্যময় বৰপেটাক সুঁৱৰি হয় ধন্য।

পুনৰ যোৰহাটলৈ ঘূৰি আহি 'শঙ্কৰদেৱ চেমিনেৰী'তে পুৱাবেলা ছোৱালী হাইস্কুল বহাৰ ব্যৱস্থা হ'লত আকৌ আৰম্ভ হ'ল শীলাৰ গতানুগতিক শিক্ষা জীৱন। শিক্ষা জীৱনৰ গতানুগতিকতাৰ মাজতে আৰম্ভ হ'ল বঙালী গান, ৰবীন্দ্ৰ সংগীতৰ আখৰা, নৃত্যৰ আখৰা, বিভিন্ন নাটকৰ বিভিন্ন চৰিত্ৰত ভাও দিয়াৰ আখৰা।

মাতৃ প্ৰীতিলতা দেৱীয়ে সেইকালতে সুন্দৰ ৰবীন্দ্ৰ সংগীত গাব জানিছিল। সেয়েহে ৰবীন্দ্ৰ সংগীতৰ চৰ্চাৰ ক্ষেত্ৰত শীলাই মাতৃৰ পৰা অসীম অনুপ্ৰেৰণা লাভ কৰিছিল।

স্কুলীয়া জীৱনত সংগীত নৃত্যাদিৰ লগতে বহু নাটকতে অভিনয় কৰাৰ সুযোগ শীলাই লাভ কৰিছিল। সেইবোৰৰ ভিতৰত মৰ্জিয়ানা, একলব্য, চিত্ৰলেখা, ৰাধা, উমা, পাৰ্বতী, চিত্ৰাংগদা আদি বিভিন্ন ভাৱত অৱতীৰ্ণ হ'বলৈ সুবিধা পাইছিল।

যোৰহাট থিয়েটাৰ হলত বাণী সন্মিলনৰ পৰা আৰম্ভ কৰি বহু নাট প্ৰদৰ্শিত হৈছিল আৰু সেইবোৰত নিয়মীয়াকৈ যোগদান কৰি সেই সময়ত শীলাই ভূয়সী প্ৰশংসা লাভ কৰিছিল। ঠিক এনে সময়তেই যোৰহাটত সংগীত বিদ্যালয় স্থাপন হৈছিল। সংগীতজ্ঞ দৰ্পনাথ শৰ্মা আৰু মীৰা দাসৰ ওচৰত শীলাই সংগীত বিদ্যালয়ত সংগীত শিক্ষা লাভ কৰিছিল। বিশিষ্ট চেতাৰবাদক শ্ৰীযুত সতীশ ৰাজখোৱাদেৱৰ পৰা চেতাৰ শিক্ষা তেওঁ আহৰণ কৰিছিল। শীলা স্কুলীয়া ছাত্ৰী অৱস্থাত থাকোতেই গুৱাহাটী অনাতাঁৰ কেন্দ্ৰ আৰু অসম সংগীত সন্মিলন আৰম্ভ হয়। সংগীত সন্মিলনৰ প্ৰতিযোগিতাবোৰত তেওঁ অংশ গ্ৰহণ কৰি বহুবাৰ পুৰস্কৃত হৈছিল। সেইকালতে তেওঁ গুৱাহাটী অনাতাঁৰ কেন্দ্ৰৰ নিয়মীয়া গায়িকা হয়। সেই সময়ৰ পৰাই অসমত এখনি সংগীতৰ সুন্দৰ জগত প্ৰতিষ্ঠা হ'ল আৰু

বহু অসমীয়া যুৱক-যুৱতীয়ে উচ্চাংগ সংগীতত শিক্ষা আহৰণৰো সপোন দেখিবলৈ ধৰিলে।

কিন্তু ভাগ্যৰ কি লিখন! জন্ম, বিবাহ, মৃত্যুৰ কান্দোনেৰে বন্দী মানৱ জীৱন। শিক্ষা জীৱনৰ অন্ত পৰাৰ আগতেই তেজপুৰৰ শ্ৰীযুত ষড়ানন বৰঠাকুৰৰ লগত শীলা বাইদেউ বিবাশপাশত আৱদ্ধ হয়। ষড়ানন বৰঠাকুৰদেৱো এজন আজন্ম শিল্পী। কলাগুৰু বিষ্ণুৰাভাৰ তত্ত্বাৱধানত তেখেতে নৃত্য শিক্ষা আহৰণ কৰিছিল। গীত-নৃত্যত মন-প্ৰাণ মতলীয়া দুই শিল্পী প্ৰাণ বান্ধ খাইছিল একেডালি ডোলতে। ইফালেদি ষড়ানন বৰঠাকুৰৰ ঘৰখনো আছিল উদাৰমনা সংস্কৃতি পৰায়ণা। সেইকালৰ ৰক্ষণশীল ব্ৰাহ্মণ ঘৰৰ ৰক্ষণশীল নীতিৰ বিপৰীতে উদাৰমনা বিশাল হৃদয়ৰ গৰাকী আছিল ঘৰখনৰ মানুহবোৰ। বোৱাৰী হোৱা স্বত্বেও সংস্কৃতিমনা শহুৰ-শাহুৱে শীলা বাইদেউৰ এই সুকুমাৰ গুণৰাজিক উৎসাহ যোগাই আগবঢ়াই দিলে উত্তৰণৰ পথলৈ। প্ৰতিভাৰ মোল বুজাইহে বুজে, আনে তাক উপলব্ধি কৰা কঠিন।

সেই সময়ত নাৰীৰ প্ৰতি থকা চৰম ৰক্ষণশীলতাৰ পৰিৱৰ্তে এখন মুকলি ৰঙ্গমঞ্চসদৃশ মুকলি আৱহাওৱাত ডাঙৰ-দীঘল হোৱাৰ ফলস্বৰূপেই আন তিনিগৰাকী বাই-ভনীও ইলা গোস্বামী, নীলিমা ভট্টাচাৰ্য্য আৰু শিখা শৰ্মা উচ্চ শিক্ষিতা আৰু সংস্কৃতি সম্পন্না হ'ব পাৰিছিল তেওঁলোক। আদৰ্শ শিক্ষয়িত্ৰী জীৱন অতিবাহিত কৰিছিল। ঠিক তেনেদৰে শহুৰৰ ঘৰৰ উদাৰমনা, সংস্কৃতিবান হৃদয়বোৰে শীলা বৰঠাকুৰৰ জীৱনৰ ৰূপত ৰহণ চৰাইছিল।

তেওঁৰ বৈচিত্ৰ্যময় জীৱনত নিতে নতুন বৈচিত্ৰ্যতা উদ্ভাসিত হৈছিল। তেজপুৰলৈ আহিয়েই এমাহৰ পাছতেই শীলা বৰঠাকুৰে তেজপুৰৰ ছোৱালী হাইস্কুলত সহ-শিক্ষয়িত্ৰী পদত নিযুক্তি পাইছিল। সেই সময়ত স্ত্ৰী শিক্ষাৰ অনুষ্ঠানলৈ প্ৰায় মাতি নিয়েই শিক্ষিতা মহিলাক চাকৰি দিছিল। শিক্ষয়িত্ৰী অৱস্থাতো সংগীত চৰ্চা জীয়াই ৰাখিবলৈ শীলাই আপ্ৰাণ চেষ্টা কৰিছিল। তেজপুৰ চৰকাৰী উচ্চ মাধ্যমিক বহুমুখী বিদ্যালয়ত চাকৰি কৰি থকা অৱস্থাতো স্কুলীয়া ছাত্ৰীসকলক লৈ কেবাখনিও নৃত্য-নাটিকা ৰচনা তথা পৰিচালনা কৰিছিল। তেনে সময়তে চৰকাৰৰ পৰা প্ৰতিযোগিতামূলক জলপানী লাভ কৰি বিশ্ব ভাৰতীত সংগীত শিক্ষাৰ বাবে শীলা বৰঠাকুৰ ৰাওনা হ'ল। সাধাৰণতে সুযোগ যেতিয়া আহে উপৰাউপৰিকৈয়ে আহে। ভাগ্য যেতিয়া সুপ্ৰসন্ন হয় তেতিয়া জীৱনত সৌভাগ্যৰ শতদল ফুলে। শীলা বৰঠাকুৰৰ জীৱনলৈও তেনেকৈয়ে আহিল আকৌ সুৱৰ্ণ সুযোগ। লক্ষ্ণৌৰ ভাটখাণ্ডে সংগীত বিদ্যালয়ত সংগীত চৰ্চাৰ বাবেও তেওঁৰ সুযোগ হঠাতেই মিলিল আৰু তাত গৈ চেতাৰৰ শিক্ষা লাভ কৰিলে। যথাসময়ত ভাটখাণ্ডে সংগীত বিদ্যাপীঠৰ পৰা চেতাৰত প্ৰথম শ্ৰেণীৰ

প্ৰথম স্থান সহ 'বাদ্য বিশাৰদ' উপাধি লাভ কৰিলে। তেওঁৰ গুৰু আছিল ওস্তাদ ইলিয়াছ খান।

সেইহেন ৰক্ষণশীল সমাজৰ পটভূমিত উদাৰমনা শহুৰ-শাহু, স্বামী-পুত্ৰৰে ভৰা ঘৰখনৰ পৰা 'বাদ্য বিশাৰদ'ৰ দৰে উপাধি লাভ কৰিব পৰাটো কম গৌৰৱৰ কথা নহয়। ৰক্ষণশীল সমাজৰ বিপৰীতে উৎসাহ আৰু প্ৰেৰণাৰে আগবাঢ়ি যাবলৈ দিয়া স্বামী ষড়ানন বৰঠাকুৰদেৱ সদায়ে ধন্যবাদৰ পাত্ৰ। এইখিনিতে উল্লেখ কৰিব পাৰি যে নাচ আৰু গান দুয়ো দিশতে তেখেত আছিল পাৰ্গত। অত্যুৎসাহী স্বামী আৰু তবলাবাদক পুত্ৰ সঞ্জীৱে এই ক্ষেত্ৰত তেওঁক বহু সহায়-সহযোগ কৰি অনুপ্ৰেৰণা যোগাই আহিছে।

অৱশ্যে এইটো কথা ঠিক যে অসমৰ সংগীত জগতেই বোলক বা খেল জগতেই বোলক অৰ্থনৈতিকভাৱে উৎসাহদায়ক নাইবা সঁহাৰিজনক আজিও হৈ উঠা নাই। তাৰ ফলত অসমৰ বহুতো প্ৰতিভাই প্ৰাণ পাই উঠিব পৰা নাই। সংগীত চৰ্চা এটি সাধনা। আমাৰ দৰে ঠাইত চিত্ত বিনোদনৰ বাবেহে সংগীতৰ প্ৰয়োজন। উচ্চ শিক্ষাৰে নিজক প্ৰতিষ্ঠা কৰিব নোৱাৰিলে জীৱনৰ কোনো সাৰ্থকতা নাই। এই কথাকে সাৰোগত কৰি সংগীত স্বচ্ছল পৰিৱেশৰ লগত ৰজিতা খুৱাই সময়ৰ আহ্বানত শিক্ষয়িত্ৰী জীৱনৰ মাজতে, প্ৰাইভেটকৈ তেওঁ দৰ্শনৰ এম.এ. পাছ কৰিলে আৰু পাছ কৰাৰ লগে লগেই শীলা বৰঠাকুৰ দৰং কলেজৰ দৰ্শন বিভাগৰ প্ৰবক্তাৰূপে নিয়োজিত হ'ল।

মৌ-মাখিয়ে কেৱল ফুলৰ সন্ধান কৰাৰ দৰে শীলা বৰঠাকুৰে জীৱনত কেৱল অমৃতৰহে সন্ধান কৰিলে। তেওঁ মহিলাসকলৰ কল্যাণৰ বাবে ছাত্ৰী অৱস্থাৰে পৰাই অৰিহণা যোগাই মূলতঃ মহিলাসকলৰ প্ৰতি নিঃস্বাৰ্থ সেৱা আগবঢ়াই আহিছে।

ছাত্ৰী অৱস্থাত কলেজ ইউনিয়ন, ছাত্ৰ কংগ্ৰেছ, শিল্পী সমাজ আদি বহু অনুষ্ঠানৰ সৈতে জড়িত হৈ থকা শীলা বৰঠাকুৰ পিছৰ জীৱনতো অসম সাহিত্য সভাকে ধৰি বহু সাহিত্য সংস্কৃতিমূলক অনুষ্ঠানৰ লগত জড়িত হৈ সামাজিক তথা সাংগঠনিক দিশত আগভাগ লৈ আহিছে।

উত্তৰ পাৰৰ তেজপুৰ চহৰত বহুদিনৰ পৰা এখনি কন্যা মহাবিদ্যালয়ৰ অভাৱ অনুভৱ কৰি শীলা বৰঠাকুৰকে প্ৰমুখ্যে কৰি কেইজনমান মুষ্টিমেয় সমাজসেৱী লোকৰ ঐকান্তিক চেষ্টাত তেজপুৰ কন্যা মহাবিদ্যালয়ে প্ৰতিষ্ঠা লাভ কৰে। এই ক্ষেত্ৰত যথেষ্ট পৰিশ্ৰম কৰি তেওঁ আৰম্ভণিৰ পৰা ১৯৮৪ চনলৈ অধ্যক্ষৰ পদ অলংকৃত কৰি মহাবিদ্যালয়খনিক প্ৰসাৰিত কৰিলে। ইয়াৰ উপৰিও ১৯৭২ চনত 'তেজপুৰ মহিলা শিল্পানুষ্ঠান' পাতি মহিলাৰ আৰ্থিক-মানসিক উন্নয়নৰ বাবে হাতে-কামে লাগি গ'ল। অনুষ্ঠানটিত প্ৰথমে সম্পাদিকা আৰু

পাছলৈ সভানেত্ৰী হিচাপে কাৰ্য্যনিৰ্বাহ কৰি থকাৰ কালছোৱাত বহু সংখ্যক মহিলাক হস্তশিল্পৰ প্ৰশিক্ষণৰ দ্বাৰা নিজৰ ভৰিত থিয় দি স্বাৱলম্বী হ'বলৈ অনুপ্ৰেৰণা যোগাইছিল।

এষাৰ কথা আছে—'যিজনে কৰ্মত মগ্ন থাকে, সেইজনৰ ভাগ্যত সৌভাগ্যৰ পদুম ফুল ফুলে।' ইমানবোৰ সামাজিক কামৰ লগত জড়িত থাকি সাংস্কৃতিক বিকাশৰ ক্ষেত্ৰত নিজকে নিয়োজিত কৰি শিক্ষকতাৰ দৰে মহান বৃত্তি বহন কৰি সংগীত, নৃত্য সাধনাৰে নিজক অহৰহ ব্যস্ত ৰাখিও সাৰস্বত সাধনাৰ ক্ষেত্ৰত শীলা বৰঠাকুৰে নিজ প্ৰচেষ্টা আৰু অধ্যৱসায়েৰে বিশ্ববিদ্যালয়ৰ সৰ্বোচ্চ সন্মান অৰ্জন কৰিলে। ১৯৯৩ চনত তেখেতে 'Social Change in Assam Since Independence Role of Women, with spiritual reference to Sonitpur District' গৱেষণা গ্ৰন্থ লিখি উলিয়ালে আৰু পি.এইচ্.ডি. উপাধি লাভ কৰিলে।

তেজপুৰ সাহিত্য-সংস্কৃতিৰ এখন ঐতিহ্যময় সদা প্ৰাণ-চঞ্চল চহৰ। য'ত ৰাভাৰ আভাৰে, জ্যোতিৰ জেউতিৰে, চন্দ্ৰপ্ৰভা শইকীয়ানীৰ সংগ্ৰামী চেতনাই প্ৰাণ পাই উঠিছিল। উষা-অনিৰুদ্ধৰ প্ৰেম কাহিনীৰে উদ্ভাসিত সেই তেজপুৰতে আৰু এগৰাকী সংস্কৃতিবান অনন্যা নাৰীয়ে সাহিত্যিকসকলৰ বাবে এখন ক্ষেত্ৰ নিৰ্মাণৰ ব্ৰতত ব্ৰতী হ'ল—সেইগৰাকী নাৰীয়েই হ'ল স্বনামধন্যা ড° শীলা বৰঠাকুৰ বাইদেউ।

লক্ষ্মী আৰু সৰস্বতী একেখন ঘৰতে বাস নকৰে বুলি এটি কথা আৱহমান কালৰে পৰা চলি আহিছে। শীলা বৰঠাকুৰ বাইদেউ সেই শাৰী কথাৰ এক ব্যতিক্ৰম। শীলা বাইদেউ এফালে যিদৰে তেজপুৰৰ ঐতিহ্যময় বৰঠাকুৰ পৰিয়ালৰ বোৱাৰী। ঐতিহ্যপূৰ্ণ গৌৰৱময় হলেশ্বৰ মন্দিৰৰ প্ৰতিষ্ঠাতা—আধ্যাত্মিক চেতনাৰে প্ৰাণৱন্ত আৰু আঢ্যৱন্ত সেইটি পৰিয়ালৰ বোৱাৰীয়ে সংস্কৃতিপ্ৰাণ এখনি হৃদয়েৰে লক্ষ্মীৰ লগতে সৰস্বতীৰ মণ্ডপো প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হ'ল।

অসম সাহিত্য সভা অসমৰ জাতীয় জীৱনৰ কলা-সাহিত্য-সংস্কৃতিৰ এটি বৃহৎ অনুষ্ঠান। দুই-এগৰাকী মহিলাইহে সেই অনুষ্ঠানত পুৰুষৰ সমকক্ষ স্থান লভিবলৈ সক্ষম হৈছে। প্ৰাত্যহিক জীৱনৰ তুচ্চতা নেওঁচি যিসকল মহিলাই বৌদ্ধিক বিকাশ-প্ৰকাশৰ বাবে হেঁপাহ কৰে, মানসিক উত্তৰণৰ বাবে প্ৰয়াস কৰে, অথচ এখনি নিৰ্ভৰযোগ্য ক্ষেত্ৰ বিচাৰি নাপাই সেইসকল মহিলাৰ সেই সুকুমাৰ প্ৰবৃত্তি লয় হৈ যায়—প্ৰকাশৰ পথ বিচাৰি নাপাই মনৰ হেঁপাহ মনতে নাইকিয়া হৈ যায়। অথচ সৌ তাহানিৰে পৰা ইতিহাসে প্ৰমাণ কৰে যে নাৰীসকল স্বভাৱ কবি। তেওঁলোকৰ অন্তৰবোৰ স্বাভাৱিক সুকোমল অনুভূতিৰ বাসস্থান।

আই নাম, বিয়া নাম, গোসাঁই নাম, নিচুকণি গীত আদিয়েই তাৰ প্ৰমাণ। তাৰ উপৰিও নাৰীৰ অন্তৰো মানৱীয় সুখ-দুখ-বেদনাৰে ভাৰাক্ৰান্ত হ'লে কলমৰ সহায়েৰে নিগৰি ওলাব খোজে এক অন্তহীন স্ৰোতধাৰা। সেই স্ৰোতধাৰা প্ৰবাহিত হৈ থাকিবলৈ লাগে আন্তৰিক তাগিদা-উৎসাহ আৰু অনুপ্ৰেৰণা, লাগে এখনি মুক্ত ক্ষেত্ৰ। সেইসকল মহিলাৰ বাবেই এখন মঞ্চৰ প্ৰয়োজন উপলব্ধি কৰি শীলা বৰঠাকুৰৰ ঐকান্তিক প্ৰচেষ্টাত ১৯৭৫ চনত তেজপুৰত জন্ম হয় 'সদৌ অসম লেখিকা সমাৰোহ সমিতি' নামৰ বৃহৎ আৰু মহৎ অনুষ্ঠানটি।

এই অনুষ্ঠানৰ ৰ'দ কাচলিত বহি শ শ মহিলাই আজি বিচাৰি পাইছে প্ৰকাশৰ পথ—উত্তৰণৰ পথ। হাতত কলম লৈ প্ৰাণৰ আকুল হেঁপাহেৰে লিখাৰ প্ৰয়াস কৰিছে—যেন একেখন পৰিয়ালৰ বাই-ভনীৰ স্নেহেৰে বান্ধ খাই সম্প্ৰীতিৰ দেউল ৰচনা কৰিছে। শীলা বৰঠাকুৰৰ অফুৰন্ত সাহস আৰু অনুপ্ৰেৰণাৰ উষ্ণ সান্নিধ্যত যেন আজি সেই সকলো প্ৰাণে চৈতন্য লাভ কৰিছে। কতজনীয়ে কত আশাৰে দ্বি-বাৰ্ষিক অধিৱেশনৰ প্ৰেম-মৈত্ৰী-আনন্দৰে পৰিপূৰ্ণ সাহিত্য-সংস্কৃতিৰ সন্মিলনখনলৈ আকুলতাৰে বাট চাই ৰয়।

বহু শাখা-প্ৰশাখাৰে আবৃত্ত প্ৰায় দুশটা শাখাই অসমৰ ইমূৰ-সিমূৰ চুমি নাৰীসকলৰ বৌদ্ধিক বিকাশত বটবৃক্ষৰ দৰে ছায়া দি আছে, সাধনাৰ পথ আলোকিত কৰি আছে, 'সদৌ অসম লেখিকা সমাৰোহ সমিতি'য়ে। শদিয়াৰ পৰা ধুবুৰীলৈকে থকা এই শাখা-প্ৰশাখাবোৰৰ সহায়ত লেখিকাসকলে নিজৰ বৌদ্ধিক বিকাশ-প্ৰকাশৰ বাবে পোৱা এই মঞ্চখনেই হ'ল প্ৰেৰণাৰ উৎসভূমি। এই মঞ্চ প্ৰতিষ্ঠা কৰোতে গুৱাহাটীৰ সুপ্ৰভা গোস্বামী, যোৰহাটৰ অবলা গোহাঁই, তেজপুৰৰ পদ্মা আগৰৱালা প্ৰমুখ্যে বহু বৰেণ্য মহিলাই শীলা বৰঠাকুৰক সহায় কৰি আহিছে। তথাপিও অনুষ্ঠানখনৰ সভানেত্ৰী হিচাপে ড° শীলা বৰঠাকুৰৰ যি সবল স্থিতি, হাঁহি মুখৰ মধুৰ ব্যক্তিত্বৰে গুৰিবঠা ধৰা নেতৃত্ব, আকৰ্ষণীয় চেহেৰা, নাৰীসুলভ ব্যৱহাৰৰ গাম্ভীৰ্য্যতা আদি গুণেৰে সমগ্ৰ অনুষ্ঠানটোকে প্ৰাণৱন্ত কৰিছে। তাৰ উপৰিও এই মঞ্চ নিৰ্মাণ আৰু পৰিচালনা কৰোতে কৰা কষ্ট, ধৈৰ্য্য, সাহস আৰু ত্যাগৰ আদৰ্শই অসম কিয় ভাৰতীয় নাৰীকো উদ্বুদ্ধ কৰিছে।

এটা অনুষ্ঠান জন্ম দি তাক পৰিচালনা কৰি প্ৰতিষ্ঠা কৰা, তাতোকৈও সকলোৰে আদৰণীয় কৰাটো কম কৃতিত্ব নহয়। ক'বলৈ গ'লে—এই অনুষ্ঠানৰ প্ৰাণকেন্দ্ৰস্বৰূপ শীলা বৰঠাকুৰ এক বিৰল ব্যক্তিত্বৰ প্ৰতিভূ।

নৃত্যৰ লয়লাস ভংগীৰ পৰা সংগীতৰ মনোমোহা সুৰেৰে, মধুৰ বচনেৰে নিজে প্ৰতিষ্ঠিত হৈ তেনেদৰে আনকো প্ৰতিষ্ঠা কৰিবলৈ কলা-সাহিত্য-সংস্কৃতিৰ এখন মঞ্চ নাৰী সমাজলৈ মুকলি কৰি নিজেও ধন্য হৈছে, আনকো ধন্য কৰিছে। এনে বিৰল ব্যক্তিত্বৰ অধিকাৰী কৰ্মকুশলী এগৰাকী নাৰীৰ বাবেই যেন অসমৰ আশাবাদী নাৰীসকলে বাট চাই আছিল। ভগৱানে যেন সেই আশা পূৰণ কৰিলে।

সদৌ অসম লেখিকা সমাৰোহ সমিতি কেৱল নাৰীৰ সমবেত মঞ্চই নহয়, ই প্ৰকৃততে সাহিত্য-কলা-সংস্কৃতিৰ এখনি বিশাল ক্ষেত্ৰ। অসমীয়া সাহিত্য ভঁৰাললৈ এই সমাৰোহৰ দ্বাৰা আপুৰুগীয়া কেবাখনিও গ্ৰন্থ নিবেদন কৰা হৈছে। তাৰো নেতৃত্ব প্ৰধানকৈ বহন কৰিছে শীলা বৰঠাকুৰ বাইদেৱে। সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ কেন্দ্ৰীয় মুখপত্ৰ 'লেখিকা' তেওঁৰ চেষ্টাতে প্ৰথম পোহৰলৈ ওলায় আৰু ক্ৰমে ১৫টা সংখ্যা সম্পাদনা কৰিছে শীলা বৰঠাকুৰে। অসমৰ চুকে-কোণে সোমাই থকা অপৰিচিতা লেখিকাসকলক 'লেখিকাৰ জীৱনী' নামৰ গ্ৰন্থেৰে সমাৰোহ সমিতিৰ যোগেদি পোহৰলৈ আনিছে। 'লেখিকাৰ জীৱনী'ৰ দুটা খণ্ড তেৱেঁই তৎপৰতাৰে সম্পাদনা কৰি উলিয়াইছে। মহিলা কবি 'ধৰ্মেশ্বৰী দেৱী বৰুৱানীৰ ৰচনা সম্ভাৰ', নলিনীবালা দেৱীৰ জীৱনৰ আধাৰত ৰচিত 'মহাশ্বেতা' নামৰ আন এখনি গ্ৰন্থও তেওঁ সম্পাদনা কৰিছে। 'পদ্মশ্ৰী নলিনীবালা দেৱী ৰচনা সম্ভাৰ'ৰ প্ৰথম খণ্ড সম্পাদনা কৰি উলিয়াইছে তেওঁ। 'লেখিকাৰ গ্ৰন্থপঞ্জী' এখনো তেওঁ সম্পাদনা কৰিছে। 'ৰূপতীৰ্থ' নামৰ আন এখনি গ্ৰন্থ সম্পাদনা কৰিছে তেওঁ জ্যোতিপ্ৰসাদৰ জন্মশতবাৰ্ষিকী উদ্‌যাপনৰ পৱিত্ৰ ক্ষণত অমৰ শিল্পীগৰাকীৰ বৰ্ণাঢ্য জীৱনৰ বিভিন্ন দিশৰ আলোচনা আগবঢ়াইছে কেবাগৰাকী লেখিকাই।

এইদৰে শীলা বৰঠাকুৰে কঠোৰ শ্ৰম আৰু সাধনাৰে নিজস্ব চিন্তা আৰু প্ৰেৰণাৰে অসমৰ লেখিকাসকলৰ উত্তৰণৰ বাবে 'লেখিকাৰ জীৱনী' গ্ৰন্থ উলিয়াই শ্ৰদ্ধাৰ আসনত তেখেতসকলক প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হোৱাৰ উপৰিও উত্তৰসুৰীক দিছে পূৰ্বসুৰীক জীয়াই ৰখাৰ অদম্য চেতনা। সুদৃঢ় ভেটী নহ'লে যেনেদৰে সুন্দৰ ঘৰ নিৰ্মাণ নহয়, তদ্ৰূপ সাহিত্য-সংস্কৃতিৰ ভেটি সুদৃঢ় নহ'লে জাতীয় জীৱন সুদৃঢ় নহয়। অতীতৰ সেইসকল লেখিকা পাহৰণিৰ গৰ্ভত হেৰাই যাবলৈ উপক্ৰম হৈছিল। শীলা বাইদেওৰ চেষ্টাতে এই পূৰ্বসুৰীৰ স্মৃতি চাৰণৰ জাগ্ৰত চেতনাই পাছৰ চাম লেখিকাক জগাই তুলিছে বুলি ক'লেও বঢ়াই কোৱা নহয়।

ত্ৰিবেণী সংগমত গংগা যমুনা আৰু অন্তঃস্ৰোতা সৰস্বতীৰ মিলন হোৱাৰ দৰে শীলা বৰঠাকুৰৰ অন্তৰো ত্ৰিবেণী সংগমৰ মিলনস্থলীৰ নিচিনা। সৰুৰে পৰাই নৃত্য-গীতত পাৰদৰ্শী দেখুওৱা তেওঁৰ সংস্কৃতিবান হৃদয়ত সাহিত্য চিন্তাৰ জিৰি জিৰি নিজৰা প্ৰবাহিত হৈ আহিছিল। ই আছিল অন্তঃস্ৰোতা সৰস্বতীৰ দৰে নিৰৱধি সোঁত। সেই নিৰৱধি সোঁতে অসমীয়া সাহিত্যৰ কানন জীপাল কৰি তুলিলে, অধিক মনোমোহা কৰি তুলিলে। তেওঁ সাহিত্যৰ এখন জকমকীয়া কানন প্ৰতিষ্ঠা কৰিয়েই ক্ষান্ত নাথাকিল। সময়ৰ সঁহাৰি পাই সেই ফুলনিখনত একো একোপাহ ফুল ফুলাই তুলিলে। শৈশৱৰে ওমলা দিনতে 'ল'ৰাকাল' নামৰ কবিতা লেখি আত্মপ্ৰকাশ কৰা শীলা বাইদেউৰ প্ৰকাশিত গ্ৰন্থৰ সংখ্যা হ'ল

ছয়খন। **গল্প সংকলন ঃ** ১। অনন্যা, ২। অন্তৰা, **প্ৰবন্ধ সংকলন ঃ** ১। দৃষ্টি আৰু দৃষ্টান্ত, ২। সংস্কৃতিৰ সন্ধানত, ৩। লেখকৰ সৃষ্টিত নাৰী, **ভ্ৰমণকাহিনী ঃ** আটলাণ্টা। অনন্যা আৰু অন্তৰা দুয়োখনি গল্প সংকলনেই নাৰীবাদী চিন্তাৰে আৰু সামাজিক অবিচাৰ-অন্যায়-নিৰ্য্যাতনৰ প্ৰতিবাদী চিন্তনৰে মুখৰ হৈ পৰিছে, আৰু সময়ৰ দলিলস্বৰূপ হৈছে। অন্তৰা গল্প পুথিখনিত সন্নিবিষ্ট 'দেউতাক থাকোতে' গল্পটিত নষ্টালজিক চিত্ৰৰে নাৰীৰ মননশীলতা প্ৰতিভাত হৈছে এনেদৰে—'আইতাই আকৌ আৰম্ভ কৰে—ইহঁতৰ দেউতাক থাকোতে'.... নতুন আলহী আহিলে আইতাই নিজেই ওলাই আহি স্বামীৰ ফটোখন দেখুৱাই কয়—এইয়া আমাৰ ল'ৰাহঁতৰ দেউতাক। নামটো সৌৱা তলতে লেখা আছে। মানুহবোৰে পঢ়ে—ভৱানন্দ বৰুৱা—মুক্তিযুঁজাৰু, পেন্সনাৰ, কোনোবাই কিবা সুধিব নেকি বুলি মুখলৈ চাই থাকি আকৌ কয়—অসুখত পৰি থাকোতে ফটোখন তোলাৰ কাৰণে চেহেৰাটো অলপ বেয়া হৈছে। ঠিক তেনেকৈয়ে 'প্ৰত্যুষৰ পদধ্বনি' গল্পটিত 'কাঁহীখন আঁতৰোৱাৰ লগে লগে কাঁহীখনৰ সাঁচতে মজিয়াখনত থকা গুৰি পৰুৱাবোৰ ইফালে সিফালে ল'ৰি পলাবলৈ ধৰিলে। পৰুৱাবোৰ কাঁহীখনৰ কাণকেইটা পাৰ হৈ ভাতবোৰৰ মাজতো সোমাইছিল'—এনেদৰে অতি সূক্ষ্ম দৃষ্টিৰে অনুধাৱন কৰা অসমৰ গ্ৰাম্য জীৱনৰ প্ৰতিচ্ছবি পৰিস্ফূৰ্ট হৈছে গল্পটিৰ ভাব আৰু ভাষাত। ঠিক সেইদৰে অন্তৰা গল্প পুথিখনিৰ 'অপলাপ' গল্পটিত 'বাধ্য হৈ তেওঁ ক'বলগীয়া হ'ল—তাৰে পৰা কাটি লোৱা' টকা এশ কাটিহে তেওঁক পেঞ্চনৰ টকাটো দিলে। কেৰেণীজনে টকাকেইটা মহেন্দ্ৰ শৰ্মাৰ হাতত দি কৈছিল—'এয়ানো কি দিছে দেউতা? ওপৰৱালাবোৰে লাখে লাখে লৈছে।'

'লাখে লাখে লৈছে, লাখে লাখে লৈছে'—মহেন্দ্ৰ শৰ্মাৰ খংটো চৰি আহিল। কথাকেইটা উচ্চাৰণ কৰি তেওঁ ঘৰমুৱা হ'ল। বৰ্তমান কদৰ্য্য সমাজৰ এটি সঁচা ৰূপ গল্পটোত ফুটাই তুলি লেখিকাৰ সৃষ্টিকৰ্ম সাৰ্থক হৈছে বুলি একেষাৰে ক'ব পৰা যায়। মুঠতে 'অনন্যা' আৰু 'অন্তৰা' দুয়োটি গল্প সংকলনেই লেখিকাৰ সাৰ্থক সৃষ্টি, জীৱনৰ সূক্ষ্মাতিসূক্ষ্ম বিচাৰ-বিশ্লেষণৰ নন্দনতাত্ত্বিক ৰূপ পৰিগ্ৰহণ কৰাৰ লগতে মানৱীয় আবেদনো বিশুদ্ধ ৰূপত পৰিস্ফূৰ্ট হৈছে।

তেওঁৰ অসমীয়া সাহিত্যৰ ভঁৰাললৈ অনবদ্য সংযোজন হ'ল প্ৰবন্ধপুথি 'দৃষ্টি আৰু দৃষ্টান্ত' আৰু 'সংস্কৃতিৰ সন্ধানত'। এই দুয়োখন প্ৰবন্ধপুথিয়ে তত্ত্বগধুৰ প্ৰবন্ধ সংকলন। 'সংস্কৃতিৰ সন্ধানত' নামৰ প্ৰবন্ধ সংকলনটিত 'শাস্ত্ৰীয় সংগীতৰ ধাৰা আৰু আমাৰ চিন্তাধাৰা', 'যুগে যুগে নাৰী শিক্ষা', 'মহাপুৰুষ শংকৰদেৱৰ পৰা মহাপ্ৰভু চৈতন্যদেৱলৈ', 'অসম আৰু নাৰীমুক্তি চেতনা', 'বিদ্ৰোহী কবি নজৰুল ইছলাম আৰু জ্যোতিপ্ৰসাদ'কে প্ৰমুখ্যে কৰি দহটা প্ৰবন্ধ সন্নিবিষ্ট কৰি অসমীয়া সাহিত্যৰ ভঁৰাল চহকী কৰিছে।

'শাস্ত্রীৰ সংগীতৰ ধাৰা আৰু আমাৰ চিন্তাধাৰা' প্ৰবন্ধটিত তেখেতে লিখিছে— 'ভাৰতীয় পৰম্পৰাত সংগীত-কলা আধ্যাত্মিক ভিত্তিৰ ওপৰত প্ৰতিষ্ঠিত। অধ্যাত্মবিদ্যাৰ মতে চিন্তা-চৰ্চা, জ্ঞান-বিদ্যা, শাস্ত্ৰ, কলা সকলোৰে চৰম লক্ষ্য আত্মানুসন্ধান তথা আত্ম উপলব্ধি। ই সম্ভৱ হয় মানুহৰ সাধনাৰ দ্বাৰা, সাধনাই একমাত্ৰ পথ। যি পথেৰে আগবাঢ়িলে আত্মাৰ বিকাশ সাধন হয় আৰু তাতে নিবিষ্ট থাকিব পাৰিলে পৰমাত্মাৰ সন্ধান লাভ কৰিব পাৰি। শাস্ত্ৰীয় সংগীতৰ জন্ম হৈছে চিন্তাৰ গভীৰতাত। সেয়ে ভাৰতীয় সংগীত শাস্ত্ৰত কোৱা হৈছে যে য'তেই সংগীত, ত'তেই ভগৱান। শাস্ত্ৰীয় সংগীতৰ ওপৰত চিন্তাশীল মনৰ অভিব্যক্তি প্ৰকাশ কৰিছে।

'অসম আৰু নাৰী মুক্তিৰ চেতনা' নামৰ প্ৰবন্ধটিত লেখিকাই নাৰীৰ মনস্তত্ত্ব অধ্যয়ন কৰিবলৈ সক্ষম হৈছে। তেখেতে প্ৰবন্ধটিত মনৰ অভিব্যক্তি প্ৰকাশ কৰিছে এনেদৰে— 'আনহাতে সমাজ আৰু অভিভাৱকৰ স্ত্ৰীশিক্ষাৰ প্ৰতি থকা অনীহা আৰু আদৰ বিমুখতাই নাৰীক নিজৰ সুকীয়া অস্তিত্ব উপলব্ধি কৰাৰ সুযোগৰ পৰাও বঞ্চিত কৰি ৰাখিলে। শিক্ষাৰ পৰা বঞ্চিত হৈ থকাৰ বাবে তেওঁলোকৰ আত্মবিশ্বাস হেৰাই গ'ল। এনে পৰিস্থিতিৰ সৈতে প্ৰজন্মৰ পাছত প্ৰজন্ম এনেদৰে অভ্যস্ত হৈ পৰিল যে কোনো নতুনত্ব তেওঁলোকে গ্ৰহণ কৰিব নোৱাৰা হ'ল।'

ঠিক সেইদৰে সেই একেটি প্ৰবন্ধতে লেখিকাই মুক্তিৰ প্ৰয়াসক আলোকপাত কৰি লেখিছে এনেদৰে—'সাধাৰণ অৰ্থত মুক্তি মানে জীৱনৰ পূৰ্ণতা, জীৱনৰ সফল সমাপ্তি, গতিশীলতাৰ প্ৰকাশ, জীৱন স্ফুৰণ, কিন্তু মৃত্যু নহয়। জীৱ প্ৰকৃততে সদায়েই মুক্ত। কিন্তু ই বন্ধনযুক্ত হয় বিভিন্ন শৃংখলাৰ দ্বাৰা। জীৱন বৃত্তৰ শৃংখলাৰ পৰা জীৱ মুক্ত হ'ব খোজে বিভিন্ন প্ৰয়াসেৰে। সাহিত্য সৃষ্টিও তেনে এটা প্ৰয়াস মাত্ৰ। এইদৰে দুয়োখন প্ৰবন্ধ পুথিৰ প্ৰবন্ধ ৰাশিত তেওঁৰ তত্ত্বগধুৰ চিন্তাদৰ্শৰে পাঠকক আপ্লুত কৰিছে, চিন্তা কৰিবলৈ, ভবাই তুলিবলৈ সক্ষম হৈছে।

'লেখকৰ সৃষ্টিত নাৰী' আন এখনি আলোচনামূলক তেওঁৰ প্ৰবন্ধ সংকলন। গ্ৰন্থখনি সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ নামত উৎসৰ্গা কৰিছে লেখিকাই। বৈদিক যুগৰ নাৰী চৰিত্ৰৰ পৰা সমকালীন অসমীয়া সাহিত্যৰ নাৰী চৰিত্ৰলৈ এই গ্ৰন্থৰ আলোচনাত ঠাই পাইছে। মহাকবি কালিদাস, বঙ্কিমচন্দ্ৰ, শৰৎচন্দ্ৰ, ৰবীন্দ্ৰনাথ ঠাকুৰ প্ৰমুখ্যে বাংলা সাহিত্যত লেখকসকলৰ সৃষ্টিত ভুমুকি মৰা অনেক নাৰী চৰিত্ৰৰ পুংখানুপুংখ আলোচনা আগবঢ়াবলৈ প্ৰয়াস কৰিছে লেখিকাই।

লেখিকাই গ্ৰন্থখনিৰ আৰম্ভণিতে এনেদৰে কৈছে ঃ 'জীৱনৰ অৰ্থ সকলোৰে বাবে একে নহয়। অৰ্থাৎ সকলো মানুহে একেধৰণেৰে জীৱনৰ মূল্যাঙ্কন নকৰে।

প্ৰকৃত জীৱনবোধ এক উপৰুৱা মানসিকতাও নহয়। জীৱন যিদৰে বিশাল আৰু গভীৰ, জীৱনবোধো তেনেদৰে ব্যাপক আৰু অটলস্পৰ্শী হ'ব লাগিব। সাহিত্যিকে জীৱনক কেনেভাৱে গ্ৰহণ কৰে বা কেনেভাৱে জীৱনক সাহিত্যত প্ৰতিফলিত কৰে তাৰ গুণগত দিশটোতহে থাকে সাহিত্যিকৰ কৃতিত্ব তথা সৃষ্টিৰ সৌন্দৰ্য্য। সাহিত্যত নাৰী চৰিত্ৰৰ অসহায়তা, আতঙ্ক, অপৰাধ প্ৰৱণতা, সঙ্কোচ, নীচাত্মিকাবোধ আদিয়ে সমাজত কেনে প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰে সি অতি গুৰুত্বপূৰ্ণ আৰু তাৎপৰ্য্যপূৰ্ণ কথা। মুঠ কথাত সাহিত্যই মানুহক শুদ্ধ পথৰ সন্ধান দিব লাগিব।' (পৃষ্ঠা ৫/৬)। যিসকল সাহিত্যিকে গল্প-উপন্যাসৰ পাতত নাৰী জীৱনৰ বৈচিত্ৰ্যময় ৰূপ সামাজিক প্ৰমূল্যৰ আধাৰত যথাযথভাৱে অংকন কৰিছে লেখিকাই সেইসকল সাহিত্যিকৰ সৃষ্টিৰ আঁৰৰ কথা আৰু ৰচনাশৈলীৰ নিৰ্য্যাস নিৰ্মোহভাৱে পৰ্য্যালোচনা কৰিছে—লেখিকাৰ কৃতিত্ব সেইখিনিতে বুলি ক'ব পৰা যায়। শীলা বাইদেউৰ এই গ্ৰন্থখনি লেখিকা জীৱনৰ শ্ৰেষ্ঠ আৰু মহৎ সৃষ্টি বুলি একেষাৰে ক'ব পৰা যায়।

'আটলাণ্টা' ড° শীলা বৰঠাকুৰৰ এখনি আটকধুনীয়া মনোৰম ভ্ৰমণ কাহিনী। ভ্ৰমণ কাহিনীটো আমেৰিকা যুক্তৰাষ্ট্ৰৰ পূব আৰু পশ্চিম উপকূলৰ বিস্তৃত ভূমি ভ্ৰমণৰ আলমত ৰচিত। ইমান সুন্দৰ আৰু ৰসালকৈ ভ্ৰমণ কাহিনীটি আগবঢ়াই লৈ গৈছে যে লেখিকাৰ লগে লগে পাঠকসকলেও ভ্ৰমণ কৰি গৈ থকাৰ দৰে লাগে। ওচৰত বহি লেখিকাৰ মুখৰ পৰা ৰসাল গল্প শুনি থকাৰ দৰে লাগে। আকৰ্ষণ কৰিব পৰাকৈ মনোমোহা কথাৰে চহৰ-নগৰৰ মনোৰম বৰ্ণনাৰে সি দেশৰ মানুহৰ চাল-চলন, ৰীতি-নীতিৰ চিত্ৰ এখনিৰে, সৰস বৰ্ণনাৰে পাঠকক আপ্লুত কৰিবলৈ লেখিকা সক্ষম হৈছে। তেওঁৰ লিখনিত প্ৰকাশ পাইছে— 'আমেৰিকা এখন গতিময়তাৰে ধাৱমান দেশ। গতিশীলতাৰ যেন মূৰ্ত প্ৰতীক। তাত এক চেকেণ্ড সময়ো কোনেও অপব্যয় কৰিব নোখোজে। কাৰো বাবে কোনো বৈ নাথাকে। আগবাঢ়ি যাব লাগে, আগবাঢ়ি যাব লাগে—সেইটোৱেই হৈছে একমাত্ৰ ধাণ্ডা, সেয়াই যেন জীৱনৰ লক্ষ্য। আমাৰ ভাষাত ক'বলৈ গ'লে 'দুৰ্বাৰ বেগে যাওঁ আগবাঢ়ি।' আমেৰিকাৰ দুৰ্বাৰ গতিৰ ছবি অংকন কৰিছে লেখিকাই এনে ভাব প্ৰকাশ কৰি।

ঠিক সেইদৰে সেই দেশৰ সংগীতৰ এটি স্পষ্ট ধাৰণা দাঙি ধৰি তেওঁ লিখিছে— 'আমাৰ দেশৰ সংগীতৰ দৰে মন-প্ৰাণ আন্দোলিত কৰিব পৰা বিচিত্ৰ তাল আৰু সুৰৰ ব্যঞ্জনা তেওঁলোকৰ সংগীতত নাই। তেওঁলোকৰ নৃত্য-গীতত লালিত্য, লাস্যভাব বা 'মেলোডি'ৰ অভাৱ। ই শৰীৰত উত্তেজনা সৃষ্টি কৰিব পাৰে—কিন্তু প্ৰাণ স্পৰ্শ কৰিব নোৱাৰে।'

তেনেদৰে—'নিউইয়ৰ্কৰ পৰা বিদায় ল'বৰ সময়ত ভাবিছিলো আমেৰিকাৰ নিচিনা দেশখনতো এফালে যিদৰে বাহ্যিক প্ৰাণ-প্ৰাচুৰ্য্যৰ পয়োভৰ

আছে আনফালে নিঃসংগতা, দৰিদ্ৰতা, শোষণ, লুণ্ঠন, হত্যা আৰু নানা সামাজিক ব্যাধি-ব্যভিচাৰে জীৱন দুৰ্বল কৰি তুলিছে। মানসিক শান্তি তেওঁলোকৰ বাবে এতিয়া আকাশ-কুসুম।'।

মুঠতে 'আটলাণ্টা' ভ্ৰমণ কাহিনীটিয়েও পাঠকৰ সমাদৰ বুটলিবলৈ সক্ষম হৈছে, ভ্ৰমণৰ আকৰ্ষণীয় ৰূপ-ৰস ৰঙেৰে সমৃদ্ধ হৈ।

এনেদৰে জীৱন যাত্ৰাত সত্য-শিৱ-সুন্দৰৰ সাধনাত বাট বুলিব খোজোতে তেওঁ উপলব্ধি কৰিছিল বৌদ্ধিক বিকাশ প্ৰকাশৰ বাবে নাৰীৰ প্ৰাণৰ আকুলতা-ব্যাকুলতা আৰু এই অনুভূতিকে মঞ্চলৈ সজাই-পৰাই উলিয়াই আনিলে প্ৰগতিশীল চিন্তা-চেতনাৰে, প্ৰেম-প্ৰীতি-সৌহাৰ্দ্যৰ উষ্ণ আদৰণিৰে। তাত নিজেও সফলতা লাভ কৰিলে আৰু অন্য বহু সতীৰ্থক সফল জীৱনৰ অধিকাৰী হ'বলৈ শিকালে।

সেই সৰু কালত চিলাৰ দৰে মুক্তভাৱে মুক্ত মনে ঘূৰি ফুৰা শীলা, নাচি-বাগি, হাঁহি-মাতি, গীত গাই মানুহৰ মন জিনা শীলা, যুৱতী কালৰ অনিন্দ্য সুন্দৰী, শীলা শৰ্মা, গান গাই শ্ৰোতাক মন্ত্ৰমুগ্ধ কৰা গায়িকা শীলা শৰ্মা ষড়ানন বৰঠাকুৰৰ পত্নীৰূপত শীলা বৰঠাকুৰ, শিক্ষয়িত্ৰী, অধ্যাপিকা আৰু অধ্যক্ষৰ আসনত বহি শিক্ষা জগতত অনবদ্য সেৱা আগবঢ়োৱা শিক্ষাবিদ শীলা বৰঠাকুৰ, অসমৰ লেখিকাৰ বাবে বৃহৎ মঞ্চ গঢ়োতা, পৰিচালিকা, সঞ্চালিকা ড° শীলা বৰঠাকুৰ এইবোৰ সকলো চিন্তা-কৰ্মৰে নিজ জীৱন মহীয়ান কৰা, সমাজ জীৱন চহকী কৰা ব্যক্তিত্বশালী এক অনন্যা নাৰী ড° শীলা বৰঠাকুৰ।

তেজপুৰৰ মহিলাসকলৰ সমাজ সেৱাৰ এক ঐতিহ্য আছে। স্বৰ্ণময়ী দেৱী, মিচেছ লাহিড়ী, সৰলা দেৱী, কিৰণময়ী আগৰৱালাকে আদি কৰি বহু মহিলাৰ পাছতে ড° শীলা বৰঠাকুৰে আকৌ নকৈ প্ৰমাণ কৰিলে তেজপুৰৰ মহিলাৰ কৰ্মপ্ৰতিভা-কৰ্মমুখৰতা আৰু সমাজ-সেৱাৰ ঐতিহ্য। সৰ্বতোপৰি অসমীয়া মহিলাৰ বাবে তেওঁ সাহিত্য-কলা-সংস্কৃতিৰ যি ছোঁ ঘৰ নিৰ্মাণ কৰিলে, যিখন আকৰ্ষণীয় মঞ্চ মহিলা সমাজলৈ সাজি উলিয়ালে সেয়া সঁচাকৈয়ে তুলনা বিহীন। সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ লগতে যুগজয়ী-কালজয়ী হৈ থাকিব এইগৰাকী কৰ্মকুশলী, কৰ্মযোগী অসাধাৰণ মহিলা।

২০০৩ চনৰ ১৫ আগষ্টত শীলা বৰঠাকুৰ বাইদেউলৈ অসম চৰকাৰে সাহিত্যিক পেঞ্চন আগবঢ়ায়। এইগৰাকী প্ৰেৰণাময়ী কৰ্মকুশলী নাৰীৰ জীৱনলৈ আকৌ আহক এনেকুৱা আন আন সন্মান। বয়সৰ ওচৰত হাৰ নমনা চিৰ সেউজ মনৰ প্ৰাণচঞ্চলা-কৰ্মচঞ্চলা এক বৰ্ণাঢ্য জীৱনৰ অধিকাৰী এইগৰাকী বিদ্যোৎসাহী নাৰীয়ে সুস্বাস্থ্যপূৰ্ণ কৰ্মময়-দীৰ্ঘজীৱন লাভ কৰক আৰু অসমীয়া নাৰীৰ ঐতিহ্যময় ইতিহাস ৰচনাত ব্ৰতী হৈ থাকক। ❑

# মনোৰমা দাস

**ড° অমিয়া মহন্ত**



চতুৰ্থ দশকৰ প্ৰাক্ স্বাধীনতা কালৰ বৰনগৰ বুলিলে কোনো আধুনিক সা-সুবিধা নথকা এখন ৰক্ষণশীল গ্ৰামীণ সমাজৰ প্ৰতিচ্ছবি মনলৈ আহে। সমগ্ৰ অসমৰ অনেক ঠাইৰ দৰে বৰনগৰতো তেতিয়া স্ত্ৰী-শিক্ষাৰ অনুষ্ঠান গঢ় লৈ উঠা নাছিল। আছিল মাথো এখন এম, ভি স্কুল আৰু জুৰোৰাম পাঠক হাইস্কুল।

বৰনগৰ বৰপেটা জিলাৰ অন্তৰ্গত এখনি গাঁও। চতুৰ্থ দশকত সমগ্ৰ অসমৰ অনেক ঠাইৰ দৰে বৰনগৰতো স্ত্ৰী-শিক্ষাৰ অনুষ্ঠান নাথাকিলেও সেইখন ঠাইৰপৰাই এগৰাকী মহিলাই শিক্ষাৰ পোহৰ বিচাৰি ল'বলৈ সক্ষম হৈছিল। ঘৰ আৰু পৰিয়ালৰ পৰিৱেশে অনেক জীৱন গঢ় দিয়াৰ উদাহৰণ ইতিহাসে ধৰি ৰাখিছে। বৰনগৰৰ সৰভোগ উচ্চতৰ বহুমুখী বিদ্যালয়ৰ সহকাৰী প্ৰধান শিক্ষক ৺ চিন্তাহৰণ পাটগিৰী এগৰাকী শিক্ষাব্ৰতী, সু-সাহিত্যিক দেশপ্ৰেমিক উদ্যোগী পুৰুষ আছিল। ৺ চিন্তাহৰণ পাটগিৰী আৰু ৺ ভবানীপ্ৰিয়া পাটগিৰীৰ কন্যা শ্ৰীমনোৰমা পাটগিৰী। বিবাহসূত্ৰে তেওঁ মনোৰমা দাস নামেৰে পৰিচিতি পাইছে। তেওঁৰ জন্ম ১৯৩৬ চনৰ ১ মাৰ্চত।

বৰপেটাৰ ছোৱালী হিচাপে বিশেষকৈ ৭ম শ্ৰেণীমানৰ পৰা গহীন মুখৰ এগৰাকী শিক্ষয়িত্ৰীক মই মাজে-সময়ে দেখিছিলোঁ। মোৰ শিক্ষাগ্ৰহণ ক্ষেত্ৰ পৃথক হ'লেও মেলে-মিটিঙে তেওঁক দেখো। বাক্ বিনিময় নহ'লেও কিয় জানো মানুহগৰাকীৰ প্ৰতি মোৰ এটি শ্ৰদ্ধাৰ আৰু ভয়ৰ ভাব আছিল। শিক্ষক-শিক্ষয়িত্ৰী বুলিলেই মোৰ মনৰ মাজত এনে এটা ভাবে সদায় ক্ৰিয়া কৰিছিল বাবে বাইদেউৰ ক্ষেত্ৰতো তাৰ ব্যতিক্ৰম হোৱা নাছিল। পিছলৈ মই নিজেও যেতিয়া সাহিত্য সভা, লেখিকা সমাৰোহ বা অন্যান্য সভা-সমিতিত অংশ ল'ব পৰা হ'লো তেতিয়াৰ পৰা বাইদেউৰ সৈতে কিছু ঘনিষ্ঠতা বাঢ়িল। ঘনিষ্ঠতা বৃদ্ধিৰ লগৈ লগে জানিব পাৰিলোঁ পঢ়াৰ প্ৰতি অদম্য হেঁপাহ আৰু পিতৃ ৺ চিন্তাহৰণ পাটগিৰীৰ স্ত্ৰী-শিক্ষাৰ সপক্ষে থকা প্ৰবল সমৰ্থনৰ বলতহে মনোৰমা পাটগিৰীয়ে বৰনগৰৰ উত্তৰ

গণকগাড়ী প্ৰাইমাৰী স্কুলত পঢ়িবলৈ পাইছিল। সেইখন স্কুলৰ পৰাই এদিন প্ৰাইমাৰী স্কুলৰ বৃত্তি পৰীক্ষা দিবলৈ তেওঁ বৰপেটাৰ সদৰত থকা বিদ্যাপীঠ হাইস্কুললৈহে আহিব লগীয়া হৈছিল।

যি সময়ত মনোৰমা স্কুলীয়া ছাত্ৰী আছিল তেতিয়া সমগ্ৰ ভাৰতবৰ্ষ স্বাধীনতাযুদ্ধৰ ঢৌৱে প্লাৱিত কৰিছিল। তাৰে পৰিপ্ৰেক্ষিতত তেওঁ পঢ়া প্ৰাইমাৰী স্কুলখন, জুৰোৰাম পাঠক হাইস্কুলখন বৃটিছৰ মিলিটাৰীয়ে প্ৰায়ে দখল কৰি বহিছিল। সেই সময়ত প্ৰাইমাৰী স্কুলখন বৰনগৰৰ এঘৰ মানুহৰ চ'ৰাঘৰত আৰু জুৰোৰাম পাঠক হাইস্কুলখন চক্‌চকা এম, ভি স্কুলত দিনৰ ভাগত বহিছিল। যি সময়ত মনোৰমা দাসে বৰনগৰত স্কুলীয়া শিক্ষা লাভ কৰিছিল, সেই সময়ত ল'ৰাৰ স্কুলত ছোৱালীয়ে শিক্ষাগ্ৰহণ কৰাৰ সহশিক্ষাৰ ব্যৱস্থা নথকাত ঘৰৰ পৰাই এখন সৰু মেজ কিতাপ থ'বলৈ আৰু এখন টুল লৈ গৈ তাতে বহি পঢ়িবলগীয়া হৈছিল তেওঁ। কৰ্তৃপক্ষৰ পৰা ছোৱালী বহি পঢ়িবলৈ কোনো ব্যৱস্থা কৰা নাছিল আৰু আনফালে ল'ৰাৰ সতে একেলগে বহি পঢ়া-শুনা কৰাৰ অনুজ্ঞাও নাছিল।

যিহেতু চিন্তাহৰণ পাটগিৰী বৰনগৰৰ জুৰোৰাম পাঠক হাইস্কুলৰ সহকাৰী প্ৰধান শিক্ষাক আছিল গতিকে মনোৰমাক দেউতাকে সেইখন স্কুলতে নাম লগাই দি ল'ৰাৰ সৈতে সহশিক্ষা ল'বলৈ সুযোগ দিলে। কিন্তু নৱম মান শ্ৰেণীৰ পৰা প্ৰমোচন লৈ মনোৰমা বৰপেটাৰ জুৰোৰাম পাঠক ছোৱালী হাইস্কুললৈ বদলি হৈ আহে আৰু তাৰপৰাই ১৯৫০ চনত মেট্ৰিক পাছ কৰে। শ্ৰেণীত তেওঁ অসমীয়া আৰু সংস্কৃত বিষয়ত সৰ্ব্বোচ্চ নম্বৰ লাভ কৰিছিল যদিও আন বিষয়ত মধ্যমীয়া শ্ৰেণীৰ ছাত্ৰী আছিল। বৰনগৰ জুৰোৰাম পাঠক হাইস্কুলত পতা তৰ্ক প্ৰতিযোগিতা, বিহু সম্মিলনৰ ৰচনা প্ৰতিযোগিতা আদিত ৺ নন্দ তালুকদাৰ, ড° তাৰক গোস্বামী আৰু মনোৰমা দাসৰ মাজতে পুৰস্কাৰবোৰ আছিল। স্কুলৰ বাৰ্ষিক উৎসৱ আদিত তেওঁ বৰগীত পৰিৱেশন কৰিছিল। উল্লেখযোগ্য যে বৰগীতৰ ওজা পুৰুষ প্ৰয়াত দয়াল চন্দ্ৰ সুত্ৰধাৰ শ্ৰীমতী দাসৰ আপোন মোমায়েক আছিল আৰু সেই সূত্ৰেই বৰগীতৰ প্ৰতি তেওঁৰ স্বাভাৱিক ৰাপ এটি আছিল।

বৰনগৰ অঞ্চলৰ মনোৰমা আছিল প্ৰথম মেট্ৰিক পাছ ছোৱালী। সেয়ে ফলাফল ওলোৱাৰ পিছত সকলোৰে পৰা তেওঁ পাইছিল মৰম আৰু উৎসাহ, প্ৰেৰণা। বিশেষকৈ মনত যথেষ্ট সাহস দি ককায়েক বৰ্তমান মুক্তিযুঁজাৰু সম্মিলনৰ সভাপতি— শ্ৰীনৱদ্বীপ ৰঞ্জন পাটগিৰী আৰু দেউতাকে উচ্চ শিক্ষা ল'বলৈ গুৱাহাটীৰ সন্দিকৈ ছোৱালী কলেজত নাম ভৰ্তি কৰি দিলে। মনোৰমাই থাকিবলৈ ল'লে ছাত্ৰীবাৰী হোৱাইট মেম'ৰিয়েল হোষ্টেলত। সন্দিকৈ কলেজত পঢ়াকালতে মনোৰমাই লগ পাইছিল শ্ৰীলক্ষহীৰা দাস আৰু শ্ৰীনিৰ্মলাপ্ৰভা বৰদলৈক। সেই সময়ত সন্দিকৈ ছোৱালী মহাবিদ্যালয়ৰ অধ্যক্ষা আছিল স্বনামধন্যা ৰাজবালা দাস।

মনোৰমাই থাকিবলৈ লোৱা হোষ্টেলখন আমেৰিকান মিছনেৰীৰ দ্বাৰা পৰিচালিত আছিল। সেইখন হোষ্টেলতে মনোৰমা পাটগিৰীয়ে থাকিবলৈ লোৱাত এদিন হঠাতে পাণবজাৰত লগ পাই অম্বিকাগিৰী ৰায়চৌধুৰীয়ে গৰ্জ্জি উঠি কৈছিল : তুমি চিন্তাহৰণ পাটগিৰীৰ ছোৱালী হৈ সেইখন হোষ্টেলতহে থাকিবলৈ পালা।" নক'লেও বুজিবলৈ নিশ্চয় অসুবিধা নহয় অগ্নিকবি অম্বিকাগিৰী ৰায়চৌধুৰীৰ দৰে চিন্তাহৰণ পাটগিৰীও আছিল প্ৰবল জাতীয়তাবোধ প্ৰবল ব্যক্তি। সেইখন হোষ্টেলত থকা কালতে মনোৰমাৰ সৈতে অসমৰ সুলেখিকা আলিমুন্নিছা পিয়াৰৰ সৈতে বন্ধুত্ব গঢ়ি উঠিচিল। সন্দিকৈ কলেজৰ গল্প প্ৰতিযোগিতাত দুবাৰো তেওঁ প্ৰথম পুৰস্কাৰ পাইছিল। 'অসমাপ্ত' আৰু 'প্ৰায়শ্চিত্ব' নামৰ দুটা গল্প কলেজৰ আলোচনীত প্ৰকাশ পাইছিল।

১৯৫২ চনত মনোৰমাই আই, এ পৰীক্ষা দিলে যদিও উত্তীৰ্ণ হ'ব নোৱাৰিলে। সেই সময়ত ককায়েক চাকৰি সংক্ৰান্তত ডিব্ৰুগড়ত থাকিবলৈ লোৱা হেতুকে মনোৰমাক নি ককায়েকে ডিব্ৰুগড়ৰ কানৈ কলেজত নাম লগাই দিলে। তাতো তেওঁ থাকিবলৈ ল'লে এটি ছাত্ৰীনিবাসত, য'ত তেওঁ সান্নিধ্য লাভ কৰিলে সুলেখিকা আৰু তাহানিৰ মেধাবী ছাত্ৰী প্ৰবীণা দাসক। কানৈ কলেজৰ পৰাও আই, এ পৰীক্ষা দি মনোৰমাই উত্তীৰ্ণ হ'ব নোৱাৰিলে। পৰীক্ষাৰ ফলাফলে তেওঁক হতাশ কৰিলে। কিছুদিন হতাশাত ভোগাৰ মাজতে নলবাৰী ছোৱালী হাইস্কুলত চাকৰি এটা পাই তেওঁ নলবাৰীলৈ গুচি আহিল। পৰীক্ষাৰ ফলাফলে হতাশ কৰিলেও কিন্তু তেওঁ পঢ়াৰ ফালে সমূলি পিঠি দিয়া নাছিল। কথাতে কয়, চেষ্টাৰ অসাধ্য একো নাই। মনোৰমায়ো ১৯৫৯ চনত বৰপেটা মাধৱ চৌধুৰী মহাবিদালয়ৰ পৰা আই, এ পৰীক্ষা দি উত্তীৰ্ণ হ'ল আৰু বি, এ পাছ কৰাৰ আশাৰে ঘৰুৱাভাৱে প্ৰস্তুতি চলালে। ইতিমধ্যে তেওঁ নলবাৰীৰ পৰা বৰনগৰ ছোৱালী এম, ই স্কুলৰ প্ৰধান শিক্ষয়িত্ৰীৰ পদলৈ গুচি আহিল।

বৰবিলা, বৰপেটা চহৰৰ পূৱত অৱস্থিত তেতিয়াৰ এখন অনুন্নত গাঁও। ভেল্লা হাইস্কুলৰ শিক্ষক বৰবিলা গাঁওৰ শ্ৰীহৰেন্দ্ৰনাথ দাসৰ সৈতে ১৯৬১ চনত মনোৰমাৰ বিয়া হোৱাত বিবাহসূত্ৰে মনোৰমা পাটগিৰী মনোৰমা দাস হ'ল। গাঁৱৰ ঘৰত মূৰত এহাত ওৰণি লৈ, ঘৰুৱা কামৰ দায়িত্ব লৈ বোৱাৰী জীৱন আৰম্ভ কৰিবলগীয়া হোৱাত তেওঁ প্ৰধান শিক্ষয়িত্ৰীৰ পদো ইস্তফা দিলে। সাংসাৰিক জীৱনত বিভিন্ন কৰ্মত নিয়োজিত হৈ কিছুদিনৰ কাৰণে লেখা-পঢ়া তেওঁৰ জীৱনৰ পৰা আঁতৰি গ'ল। কিন্তু ১৯৬২ চনত বৰপেটাত নতুনকৈ স্থাপন হোৱা ছায়াৰাম ছোৱালী হাইস্কুলত দুটা চাকৰি একেলগে পাই স্বামীৰ সৈতে মনোৰমা বৰপেটালৈ গুচি আহিল। মনোৰমাৰ মনলৈ কিছু উদ্যম আকৌ ঘূৰি আহিল। জয় পৰি যোৱা লেখা-পঢ়াৰ মনটোও সজীৱ হৈ পৰিল। স্কুলৰ 'সবিতা' নামৰ আলোচনীখনত এটি

লেখা প্ৰকাশ পোৱাৰ পিছত বিভিন্ন আলোচনীৰ বাবে তেওঁৰ লেখা বিচাৰিবলৈ লোৱাত পুনৰ লেখা কামত মনোনিবেশ কৰিলে। 'সবিতা'তো প্ৰায় নিয়মীয়াকৈ তেওঁৰ লেখা প্ৰকাশ পালে। বৰপেটাৰ পৰা প্ৰকাশিত 'বৰলুইত' আলোচনীতো তেওঁৰ প্ৰবন্ধ প্ৰকাশ পালে। এইখিনি সময়তে অৰ্থাৎ ১৯৬৬ চনত মনোৰমাই বি, এ ডিগ্ৰীটোও লৈ থ'লে।

ছাত্ৰী-জীৱনত মনোৰমা গল্প লেখিকাহে আছিল। বিবাহিত জীৱনে তেওঁৰ লেখাৰ সুঁতি সলনি কৰিলে। গল্পতকৈ প্ৰবন্ধ লেখিকা হিচাপেহে মনোৰমাই আত্মপ্ৰকাশ কৰিলে।

মনোৰমা দাসৰ প্ৰকাশিত পুথি চাৰিখন 'সমাজবিৱৰ্ত্তনত নাৰী', আৰু 'নাৰী মনৰ পথেদি' দুখন প্ৰবন্ধ সঙ্কলন, 'তেজৰ চেঁকুৰাৰে কাৰ্গিল'— গল্প সঙ্কলন আৰু এখনি কবিতা-সঙ্কলন— নাম 'বিভিন্ন প্ৰহৰ'। তেওঁৰ প্ৰকাশিত সৰ্বমুঠ প্ৰবন্ধৰ সংখ্যা চৌৰাশীটা। এই প্ৰবন্ধসমূহ প্ৰকাশ পাইছে আজিৰ অসম, দৈনিক অসম, অসম সংবাদ, আজিৰ বাতৰি আৰু অসমৰ অন্যান্য আলোচনী, স্মৃতিগ্ৰন্থ, সাপ্তাহিক বাতৰি কাকত আদিত। তাৰ ভিতৰত সদৌ অসম লেখিকা সমাৰোহৰ স্মৃতিগ্ৰন্থ, বৰপেটা লেখিকা সমাৰোহৰ সুলেখা, মহিলা আলোচনী পুৱালী, শ্ৰীময়ী, বৰপেটা জিলা সাহিত্য সভাৰ মুখপত্ৰ বৰপীঠ, নাম নাই, নাম আছে, বৰপেটা সাহিত্য সভাৰ মুখপত্ৰ বৰপাট, বৰপেটাৰোড সাৰ্বজনীন ৰঙালী বিহু সন্মিলনৰ মুখপত্ৰ, বৰপেটাৰোড সাহিত্য সভাৰ মুখপত্ৰ বৰ্ণালী, সমলয়, বাৰ্তাপখিলী আদিত প্ৰকাশ পোৱাৰ উপৰিও হাউলীত বহা শিক্ষক সন্মিলনৰ অধিবেশনৰ স্মৃতিগ্ৰন্থ, বৰপেটাৰোডৰ পৰা প্ৰকাশিত 'অৱগুণ্ঠিতা', স্মৃতিগ্ৰন্থ, বৰপেটা জিলা অধিবিদ্যা পৰিষদৰ মুখপত্ৰ 'শিক্ষা জেউতি'তো তেওঁৰ লিখিত প্ৰবন্ধ প্ৰকাশ পাইছে।

মনোৰমা দাসৰ কলমত মূলতঃ নাৰীৰ বিভিন্ন সমস্যা চিন্তনীয় ৰূপত ধৰা দিছে। লেখিকা যিখন ঠাইৰ বাসিন্দা সেইখন বৰপেটা চহৰ সাম্প্ৰতিক ৰক্ষণশীলতাৰ গণ্ডীৰপৰা কিছু মুকলি হ'লেও এসময়ত ই সংকীৰ্ণতা, ৰক্ষণশীলতা আৰু সীমাহীন অন্ধবিশ্বাসৰ পৰম্পৰাৰে পৰিপূৰ্ণ আছিল। লেখিকাই বিয়াৰ পিছৰ পৰাই এনে পৰিৱেশ-পৰিস্থিতিৰ মুখামুখী হৈ অনেক অভিজ্ঞতা সঞ্চয় কৰিছে। এনে পৰিৱেশৰ পৰিপ্ৰেক্ষিততে অনেক প্ৰতিভাৰে সম্ভাৱনাময় নাৰী অপ্ৰকাশিতভাৱে সময়ৰ বুকুত হেৰাই গৈছে। দুই এজনে মৰসাহ কৰি বাহিৰলৈ ওলাই আহিলেও নানা কুৎসিৎ উপমা আৰু গঞ্জনাৰে ভাৰাক্ৰান্ত হৈ তেৰোঁ হয়তো অন্দৰ মহললৈ উভতি গৈ নিশ্চুপ হৈছে। পুৰুষতান্ত্ৰিক সমাজ ব্যৱস্থাৰ ভেটিত গঢ় লোৱা কেতবোৰ অযৌক্তিক আচাৰ-নীতি আৰু অন্ধ পৰম্পৰাই কেনেদৰে নিৰক্ষৰ আৰু অৰ্দ্ধশিক্ষিত নাৰীৰ মনত প্ৰলেপ সানি আধুনিক চিন্তা-চৰ্চাৰ পৰা ব্যাহত

ৰাখিবলৈ এতিয়াও সক্ষম হৈ আছে— এনে কথাই তেওঁৰ অনেক প্ৰবন্ধৰ বিষয় সামৰিছে।

ভাৰতীয় সংবিধানে নাৰী আৰু পুৰুষৰ মাজত ব্যৱধান নাৰাখিলেও পুৰুষতান্ত্ৰিক সমাজ ব্যৱস্থাৰ স্থিতিৰ পৰিপ্ৰেক্ষিতত বৰপেটাসত্ৰত আজিও নাৰী-পুৰুষৰ ব্যৱধান বাহাল আছে। কিন্তু চমৎকাৰ কথা এয়ে যে অসংখ্য শিক্ষিত নাৰী-পুৰুষৰ বাসস্থান বৰপেটাত মাত্ৰ কিছুসংখ্যক ন্যস্তস্বাৰ্থজৰিত লোকেহে গাৰ বলেৰে এনে ব্যৱধান বাহাল ৰাখিব পাৰিছে। মনোৰমা দাসে 'নাৰী নিৰক্ষৰতা সামাজিক ব্যাধিস্বৰূপ প্ৰবন্ধত লিখিছে— "নাৰীসমাজৰ মুখ্য দাবী হ'ব লাগে, যাতে সমাজৰ গণদস্যুহতক গণ-আদালতত গণ বিচাৰলৈ নিয়াৰ ব্যৱস্থা হয়।" লেখিকাৰ এই আকাংখ্যা পূৰণৰ বাবে আমি হয়তো আৰু কিছু সময় বাট চাব লাগিব।

নাৰীৰ বিভিন্ন সমস্যাৰ দিশ উন্মোচন কৰিয়েই যে লেখিকাই কলম ধৰিছে এনে নহয়, তেওঁ লগতে— "স্বাধীনোত্তৰ কালৰ পৰাই স্ত্ৰী-শিক্ষাৰ পৰিসৰ যিমানেই বৃদ্ধি হৈছে সিমানেই মহিলাসকলৰ একাংশৰ মাজতো কৰ্তব্যবোধ, দায়িত্ববোধ, দয়া-মমতা, নৈতিকতা, শালীনতাবোধৰ অভাৱ দেখা গৈছে"— এই কথাও কৈছে। আনকি "সামাজিক ৰীতি-নীতিৰ ক্ষেত্ৰতো দেখা যায় নাৰীয়েহে নাৰীৰ শত্ৰু"। তাৰ ফলত নাৰীৰ যি পৰিণাম সেই সম্বন্ধেও তেওঁ ক'ব নোৱাৰাকৈয়ে নাৰীয়ে এই ক্ষতিৰ সন্মুখীন হৈ আছে"। লেখিকাৰ 'নাৰী মনৰ পথেদি' গ্ৰন্থখনিত সন্নিবিষ্ট মহিলা বৰ্ষৰ পটভূমিত 'আধুনিক সমাজ গঠনত নাৰীৰ ভূমিকা' 'ৰাজনীতি আৰু অসমীয়া নাৰী' 'অসম আন্দোলনত মহিলাৰ ভূমিকা' 'সাহিত্যত বৰপেটাৰ মহিলা' 'অসমীয়া মহিলাৰে বিকশিত খেলজগত' 'নাৰী নিৰ্য্যাতন আৰু অসমীয়া নাৰী' 'কলা-কৃষ্টি সাধনত নাৰী' আদি লেখাৰ মাজেৰে প্ৰতিফলিত হৈছে সমাজৰ বিভিন্ন দিশত নাৰীৰ অৱদানৰ বিভিন্ন তথ্য।

'সমাজ বিৱৰ্তনত নাৰী' নামৰ পুথিখনৰ সমালোচনামূলক লেখা এটি অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি ড° লক্ষ্মীনন্দন বৰাই দৈনিক অগ্ৰদূত কাকতত দাঙি ধৰিছে। তদুপৰি ১৯৯৮ চনৰ ৩০ মাৰ্চৰ দৈনিক অসম কাকতত ড° পৰাগ কুমাৰ ভট্টাচাৰ্য্যই পুথিৰ সমালোচনা শিতানত এটি দীঘলীয়া আলোচনা এই পুথিখনৰ ওপৰত আগবঢ়াইছে। দুয়োগৰাকী সমালোচকে প্ৰবন্ধসমূহৰ বিষয়, তাত প্ৰকাশিত সংস্কাৰমুখী ভাৱধাৰা আৰু সাহসিকতাক মুক্তভাৱে প্ৰশংসা কৰিছে। লেখিকাৰ যুগোপযোগী চিন্তাধাৰা আৰু তাৰ তথ্য নিৰ্ভৰতা, ব্যঞ্জনাময় প্ৰকাশভঙ্গীৰো প্ৰশংসাসূচক মন্তব্য আগবঢ়াইছে।

'তেজৰ চেকুৰাৰে কাৰ্গিল' মনোৰমা দাসৰ প্ৰকাশিত আঠোটা গল্পৰ সঙ্কলন। গল্পবোৰত আছে বৰ্তমানে সমাজৰ বাস্তৱ প্ৰতিচ্ছবি। আজিৰ সমাজত গা কৰি উঠা নিৰ্বাচনৰ পৰিৱেশ, বিভিন্ন প্ৰলোভন আৰু তাৰ ভয়ঙ্কৰ প্ৰভাৱে দেশৰ উঠি

অহা যুৱচামক কেনেদৰে প্ৰভাবান্বিত কৰিছে তাৰ চিত্ৰ আছে 'ভোটৰ যাদু' গল্পত। আন ৰাজ্যৰ দৰে অসমকো সন্ত্ৰাসবাদে চেপি মাৰিবলৈ উদ্যত হৈছে। তেনে সন্ত্ৰাসবাদীৰ বিভিন্ন টোপৰ প্ৰতি আকৰ্ষিত হৈ অনেক নিবনুৱা ডেকা-গাভৰুৱে ঘৰ আৰু আত্মীয়ৰ মৰম-স্নেহৰপৰা বঞ্চিত হোৱাই নহয়, পিতৃ-মাতৃয়ে চিন্তাক্লিষ্ট হৈ ভাত-পানী এৰি শয্যা লৈছে— 'সন্ত্ৰাস' গল্প তাৰেই প্ৰতিচ্ছবি। 'কেচু খান্দোতে ওলাল সাপ' গল্পত ভূতৰ ওপৰত দানৱ পৰাদি বানপানীৰ দ্বাৰা আক্ৰান্ত হুৰমুজ আলীৰ সাতবছৰীয়া ল'ৰাটোক ল'ৰা ধৰা বা অপহৰণকাৰীয়ে নিলে আৰু এদিন ভি, আই, পি বেগত অচেতন অৱস্থাত ল'ৰাটো উদ্ধাৰ হ'ল। এনে ঘটনা সমাজত একশ্ৰেণীৰ লোকৰ দ্বাৰা ঘটিয়েই আছে, এসময়ত ই মানুহৰ উদ্বেগৰ কাৰণ হ'লেও লাহে লাহে যেন মানুহৰ বিকলশ অনুভূতিক আঘাত কৰিবলৈকো অসমৰ্থ হৈছে। ই হৈ পৰিছে নিত্য-নৈমিত্তিক ঘটনাৰ দৰে। আনহাতে 'এটি মাদকতা' গল্পত অংকিত বগীতৰাজনী দাৰিদ্ৰ্য-পীড়িত অৱস্থাই অনেক কাম কৰিবলৈ বাধ্য কৰা 'কাম কৰা ছোৱালী'ৰ প্ৰতিভূ। 'অভিশপ্ত প্ৰেম'ত সমাজৰ অধুনিকতাই স্পৰ্শ কৰা ডেকা-গাভৰুৰ মনৰ তাৎক্ষণিক প্ৰেমৰ বতাহ আৰু তাৰ পৰিণাম দেখুৱা হৈছে। দাৰিদ্ৰ্যৰে পীড়িত কবিতাই কলেজীয়া জীৱনত হঠাতে ৰথিনক লগ পাই ৰথিনৰ হৃদয় ডোলত বান্ধ খোৱাই নহয় জীৱনৰ বাকী কালছোৱা একেলগে দুয়ো খোজ পেলোৱাৰ সিদ্ধান্ত লৈ তাই ৰথিনক সৰ্বস্ব এৰি দিলে। ফলত অন্তঃসত্ত্বা কবিতাই এদিন ৰথিনৰ সৈতে বিয়া হৈ দেখিলে ৰথিন তাইৰ দৰেই নিঃস্ব, দৰিদ্ৰ। ছোৱালীকালৰ অন্ন-বস্ত্ৰৰ সমস্যাৰে জৰ্জৰিত হৈ থকা তাইৰ মনৰ এন্ধাৰ ক'লা ফালটো পোহৰ কৰাৰ স্বপ্ন লৈ তাই বিফল হোৱাৰ প্ৰতিচ্ছবি, নগ্ন বাস্তৱ।

মানৱ মনৰ ক্ষণিক সুক্ষ্ম অনুভূতিৰ স্বতস্ফূৰ্ত প্ৰকাশৰ নামেই কবিতা। কবিতা হৃদয়ৰ স্পন্দনৰ বৰ্হিপ্ৰকাশ। আবেগানুভূতি তাৰ মুখ্য স্বৰ্ত। অৱশ্যে আধুনিক কবিতাত ভাববাদতকৈ বাস্তৱবাদহে অধিক প্ৰযোজ্য। 'বিভিন্ন প্ৰহৰ' মনোৰমা দাসৰ প্ৰকাশিত একমাত্ৰ কবিতা পুথি। একুৰি দহোটা কবিতাৰে সন্নিৱিষ্ট পুথিখনিত অনেক ভাবৰ সমাহাৰ ঘটিছে। কেইটামান কবিতা পঢ়ি ভাব হয় ছোৱালীকালতে অগ্নিকবি অম্বিকাগিৰী ৰায়চৌধুৰীৰ সান্নিধ্যলৈ আহি তেওঁ কবিগৰাকীৰ ভাব আৰু দৰ্শনৰ প্ৰতি আকৃষ্ট হৈছিল। সেইবাবেই হয়তো দেশ আৰু সমাজৰ নানান বেমেজালিবোৰ তেওঁ সহিব পৰা নাই— এনে ভাব বিভিন্ন কবিতাত প্ৰকাশ পাইছে। কুচক্ৰী, স্বাৰ্থপৰ, ক্ষমতালোভী আৰু ফোঁপোলা জ্ঞানৰ বুদ্ধিজীৱী নামধাৰীয়ে দেশৰ অনিষ্টসাধন কৰি আহিছে যাৰ বাবে ভাষা, সংস্কৃতি, অৰ্থনীতি, ৰাজনীতি সকলোৰে অৱক্ষয় বৰ্তমান। এনে লোকক কবিয়ে সাৱধান কৰি দিছে—

হে কৌশলী সুবিধাবাদীৰ দল
মিছা হ'ল তোৰ ৰাজনীতি কৌশল
ৰাষ্ট্ৰনীতিৰ সমাজনীতিৰ
ৰাজনীতি অৰ্থনীতৰ
নেদেখুৱাবি আৰু ফোঁপোলা জ্ঞানৰ পেনপেননি।
নতুন পুৰুষৰ নতুন তেজৰ
লোৱাহি নতুন চিনাকি।

সন্ত্ৰাসবাদে জৰ্জৰিত কৰা বৰ্তমান অসমৰ আলোড়িত ৰূপে কবিৰ মন জোকাৰি গৈছে। কবিয়ে লিখিছে—

শান্তি প্ৰেম আৰু মৈত্ৰীৰ পতাকাৰ তলত
হ'ল সৃষ্টি হিংসা প্ৰতিহিংসাৰ মহাৰণ,
লুণ্ঠনকাৰী শোষণকাৰীয়ে
কৰে মহা আস্ফালন।

— তাহানিৰ শান্ত সমাহিত অসমী আইৰ কোলাত বাস কৰা শান্তিপ্ৰিয় অনেক লোকৰ দৰেই কবিৰো এতিয়া ব্যক্তিসমাজ আৰু দেশৰ এই ৰূপান্তৰে নৈৰাশ্যৰ প্ৰলেপ সানিছে। কবিয়ে লিখিছে—

আশা মোৰ শেষ হ'ল প্ৰেম প্ৰীতি
মায়া-মোহ সকলো মৰহি গ'ল।

কবি নলিনীবালা দেৱীৰ দৰেই সেয়ে জীৱনৰ বিয়লি বেলাত অসমীৰ কোলাতে জীৱনৰ পৰিসমাপ্তি লভিবলৈ কবিৰ পৰম প্ৰত্যাশা।

জীৱনটো এটি সংগ্ৰাম সংঘাতেৰে পৰিপূৰ্ণ জ্ঞানভাণ্ডাৰ। কবিৰ মতে 'আৰ্তনাদ, জ্বালাময়ী বেদনাৰ পিছত পৰম শান্তি।

জন্মলগ্নত সকলো শিশুৰেই একোটা 'শুভ্ৰপাত'। কিন্তু পাৰিপাৰ্শ্বিকতাই সেই শিশুৰ শুভ্ৰপাতত স্তৰে স্তৰে বিভিন্ন ৰেখা আঁকি যায়। এদিন সেই দেৱশিশুও হয় দৈত্য-দানৱ। ক্ষয়িষ্ণু সমাজখনৰ প্ৰতিটো খাজে খাজে জিলিকি থাকে 'ধৰ্ষিতা নাৰীৰ স্বপ্ন', 'অসহায় পত্নীৰ ক্ষোভ; ব্যৰ্থ মাতৃৰ নিস্তেজ চাৱনি। কবিৰ প্ৰশ্ন 'এটা ৰাতিৰ পৰা আন এটা ৰাতিলৈ জীয়াই থকাৰ অৰ্থ জানো এয়ে।'

দেহত বিশেষ সাজ পৰিধান কৰি পূৰ্ব প্ৰস্তুত প্ৰশ্নোত্তৰৰ সহায়ত 'নকল নবীশ' হাতত বেগ লোৱা আধুনিকা ছাত্ৰীলৈ কবিৰ কটাক্ষ— 'অৰ্দ্ধেকৰ বাবে জ্ঞান আহৰণ, অৰ্দ্ধেকৰ বাবে ফেচন' ইয়ে আজিৰ চৰকাৰৰ ফ্ৰি এডুকেচন'।

বিভিন্ন গল্প প্ৰবন্ধত নাৰীৰ মনৰ সপক্ষে কৰা চিন্তা প্ৰকাশ হোৱাৰ দৰে কবিতাতো কবিৰ সেই মন বিদ্যমান। 'নাৰী' নামৰ কবিতাটোত কবিয়ে নাৰীৰ

লক্ষ্মী, সৰস্বতী, দুৰ্গাৰূপৰ প্ৰশস্তি গোৱাৰ লগতে নাৰীক মহান আদৰ্শ লৈ মানৱজাতিৰ কল্যাণ সাধি নিজক আত্মসমৰ্পণ কৰিবলৈ আহ্বান জনাইছে।

কবিৰ ব্যৱহাৰিক জীৱন অতিকে মধুৰ। ধীৰ-স্থিৰ তেওঁৰ স্বামী শ্ৰীহৰেন্দ্ৰ নাথ দাস এগৰাকী অৱসৰপ্ৰাপ্ত প্ৰধান শিক্ষক। দুগৰাকী সুশিক্ষিত পুত্ৰ আৰু পুত্ৰবধূৰে মনোৰমা আৰু হৰেন্দ্ৰ নাথ দাসৰ এখনি সুখৰ সংসাৰ। কৰ্মক্ষেত্ৰত ব্যস্ত পুত্ৰ-বোৱাৰীৰ অনুপস্থিতিত দুয়ো নিৰিবিলিভাৱে বৰপেটা গান্ধীনগৰৰ স্বগৃহত কাল কটাইছে। দূৰদৰ্শনৰ পৰ্দাত সংবাদ পৰিৱেশক হিচাপে সততে দৃষ্টিগোচৰ হোৱা পংকজনাভ দাস, মনোৰমা দাসৰ জ্যেষ্ঠপুত্ৰ, অসম চৰকাৰৰ কৃষি বিভাগৰ কৃষি উন্নয়ন বিষয়া (কাৰিকৰি)। ডাঙৰ বোৱাৰী ইয়াচমিন দাস অসম কৃষি বিশ্ববিদ্যালয়ৰ জ্যেষ্ঠ বিজ্ঞানী। আনগৰাকী পুত্ৰ মোক্ষদেৱ দাস চাংচোৱা চাহবাগিচাৰ মেনেজাৰ, পত্নী তাপসী দাস কলিতা সহকাৰী ভূমি সংৰক্ষণ বিষয়া।

মনোৰমা দাসৰ স্বামী প্ৰাক্তন প্ৰধান শিক্ষক শ্ৰীহৰেন্দ্ৰনাথ দাসদেৱ অসম ৰাজ্যিক উচ্চ আৰু উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত শিক্ষক আৰু কৰ্মচাৰী সন্থাৰ সভাপতি। লেখিকা হিচাপে এতিয়াও মনোৰমা দাসে গতিশীল জীৱনৰ বিভিন্ন চিন্ত-ভাৱনাৰ স্পন্দনক কলমৰ গতিৰে ৰূপ দিছে, সৃষ্টি হৈ আছে অনেক লেখা, অনেক পাণ্ডুলিপি।

মনোৰমা দাস সমাজ সেৱিকাও। তেওঁ বৰপেটাৰ কেবাটাও অনুষ্ঠানৰ সৈতে সক্ৰিয়াভাৱে জড়িত। মনোৰমা দাসে বৈবাহিক জীৱনত প্ৰৱেশ কৰাৰ আগৰে পৰা সমাজ সেৱাৰ কামত মনোনিবেশ কৰিছিল। স্ত্ৰী-শিক্ষাত পিছপৰা বৰনগৰ অঞ্চল বৰপেটা জিলাৰ অন্তৰ্গত। বৰনগৰৰ গাঁৱে-ভূঞে ঘূৰি-ফুৰি চাৰিঅনাকৈ পইছা তুলি সদস্যা ভৰ্তি কৰি মহিলা সমিতি গঠন কৰিছিল। সেই সময়ৰ বৰপেটা জিলা মহিলা সমিতিৰ সভানেত্ৰী সাৰদা বালা দাসে সৰভোগলৈ গৈ সমিতিখনৰ সম্পাদিকা স্বৰূপে মনোৰমা দাসকে দায়িত্বভাৰ অৰ্পণ কৰে আৰু মহিলা সমাজৰ উন্নয়নৰ বাবে বিভিন্ন কাম কৰাৰ দিহা-পৰামৰ্শ আগবঢ়ায়। বৰপেটা জিলা মহিলা সমিতিৰো তেওঁ একেৰাহে সাতবছৰ সভানেত্ৰী হৈ থাকি মহিলাৰ উন্নয়নৰ দিশত লাগি দিহা-পৰামৰ্শেৰে মহিলাসকলক উৎসাহিত কৰি ৰাখিছিল। বৰপেটা সাহিত্য সভাৰ নিয়মিত সদস্য হোৱাৰ উপৰিও ১৯৮৭ চনত তেওঁ পত্ৰিকা সম্পাদিকাৰ দায়িত্ব লৈ পত্ৰিকা 'বৰপাট' প্ৰকাশ কৰি উলিয়াইছিল। ১৯৮১ চনত বৰপেটাত সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ শাখা এখন সংগঠিত হয়। এই শাখাখনৰ আৰম্ভণিৰ পৰাই মনোৰমা দাস জড়িত হৈ আছে। সভানেত্ৰীৰ গুৰুদায়িত্ব চাৰিটা কাৰ্য্যকালত সুন্দৰভাৱে অতিবাহিত কৰে। ১৯৮৮ চনত বৰপেটাত অনুষ্ঠিত হোৱা সদৌ অসম লেখিকা সমাৰোহৰ অভ্যৰ্থনা সমিতিৰ সভানেত্ৰীৰ দায়িত্ব লৈ তেওঁ

কৃতিত্বৰে সেই দায়িত্ব পালন কৰিবলৈ সক্ষম হৈছে। সেই অধিবেশনত ভাৰতৰ স্বনামধন্য লেখিকা অমৃতাপ্ৰীতম আৰু মামনি ৰয়চম গোস্বামীয়েও অংশ লৈছিল।

দুহেজাৰ চনত বৰপেটাত অনুষ্ঠিত হোৱা কবি ৺ সাৰদাবালা দাসৰ জন্ম শতবাৰ্ষিকী উদ্‌যাপন অনুষ্ঠানৰ অভ্যৰ্থনা সমিতিৰ সভানেত্ৰীৰ দায়িত্ব লৈ দুদিনীয়া কাৰ্য্যসূচী সফলতাৰে সমাপন কৰিবলৈ সক্ষম হৈছে। বৰপেটা ছায়াৰাম ছোৱালী শিক্ষানুষ্ঠানৰ পৰা ১৯৯৪ চনত শিক্ষয়িত্ৰী পদৰ পৰা অৱসৰ গ্ৰহণ কৰি এতিয়াও বৰপেটা লেখিকা সমাৰোহ সমিতি, বৰপেটা জিলা মহিলা সমিতি আৰু বৰপেটা সাহিত্য সভাৰ বিভিন্ন কাৰ্য্যসূচীত অংশগ্ৰহণ কৰি আছে।

লেখিকা মনোৰমা দাস এতিয়াও কৰ্মক্ষম। তেওঁৰ লিখনি অসমৰ বিভিন্ন আলোচনীত, দৈনিক কাকতত প্ৰকাশ পাই আছে। তেওঁৰ কলমৰ মাজেৰে আকৌ বৈ থাকক অনেক ভাবৰ লহৰ। জনগণৰ প্ৰতি উচৰ্গিত তেওঁৰ প্ৰতিটো কৰ্মই আনৰ অনুপ্ৰেৰণাৰ আৰ্হি হওক। মনোৰমা বাইদেউৰ পিছৰ ছায়া হৈ আমিও যেন আগবাঢ়ি যাব পাৰো— এই আশাৰে তেওঁৰ দীৰ্ঘায়ু কামনা কৰিলোঁ। ❑

# স্বৰ্ণ বৰা

ড° নীৰদা মহন্ত

**পাতনি ঃ**



চিৰপ্ৰবাহময়ী নদীৰ গতিময়তাৰ আবেশত উদ্বুদ্ধ হৈ হৃদয়ৰ ভাৱৰাশিকো সমানে আগুৱাই নি এটি গতি দিবলৈ সক্ষম হোৱা অসমৰ আগশাৰীৰ লেখিকা স্বৰ্ণ বৰা। তেওঁ অসমৰ পাহাৰে-ভৈয়ামে বসবাস কৰি থকা বিভিন্ন জনগোষ্ঠীৰ ওপৰত ভিত্তি কৰি এখনৰ পিছত এখনকৈ বৈচিত্ৰ্যময় সাংস্কৃতিক জীৱনৰ ছবি আঁকি পাঠকৰ মাজত বিশেষভাৱে সমাদৃত হৈছে।

**জন্ম আৰু শৈশৱ ঃ**

১৯৩৭ চনৰ ১৭ জানুৱাৰীৰ দিনা স্বৰ্ণ বৰাৰ জন্ম হয় নগাঁৱৰ কছলুখোৱাৰ এটি সম্ভ্ৰান্ত আৰু ৰক্ষণশীল পৰিয়ালত। তেওঁৰ পিতৃ আছিল ৺ভাবিৰাম বৰা (পুলিচ ইন্সপেক্টৰ) যাক মানুহে 'ভাবিত দাৰোগা' বুলি সহজে চিনি পাইছিল। তেওঁৰ মাতৃৰ নাম আছিল ৺শৰ্মিষ্ঠা বৰা। সোণৰ চামুচ মুখত লৈ জন্ম গ্ৰহণ কৰিলেও তেওঁ সৰহদিন পিতৃ-মাতৃৰ স্নেহকোমল ডেউকাৰ তলত উম ল'বলৈ নাপালে। তেওঁৰ আঢ়ৈ বছৰ বয়সতে মাতৃদেৱী আৰু পাঁচবছৰ বয়সতে পিতৃদেৱতাৰ বিয়োগ ঘটে। ফলত ঘাট-মাউৰা হৈ পৰা স্বৰ্ণবৰা বায়েক সুবৰ্ণলতাৰ দ্বাৰা লালিত পালিত হয়।

শৈশৱৰ বহু সোণালী স্মৃতিয়ে এতিয়াও তেওঁৰ মানসপটত লুকাভাকু খেলে। তাৰ ভিতৰত মাকৰ লগত ঘোঁৰাবাগীত উঠি পূজা চাই ফুৰোতে চাবুকডাল লাগি অচেতন হৈ পৰাৰ কথা, দেবী দুৰ্গাৰ কৃপাত পুনৰ চেতনা লাভ কৰাৰ কথা, কাণফুলি পিন্ধিবলৈ মন যাওঁতেই দেউতাকে গঢ়াই নিদিয়ামানে নেৰা কথা বিশেষভাৱে উল্লেখযোগ্য। সৰুকালৰ বেছিভাগ স্মৃতিয়ে তেওঁৰ স্বভাৱৰ জেদভাৱৰ কথাই সোঁৱৰাই দিয়ে আৰু এই জেদভাৱেই পিছলৈ তেওঁক কষ্ট সহিষ্ণু আৰু অধ্যৱসায়ী কৰি তোলাৰ লগতে কোনো কামৰ প্ৰতি থকা নেৰানেপেৰা চেষ্টাৰ গুৰি কথা বুলি পাঠকৰ প্ৰত্যয় মনায়।

**অনুভূতিৰ উত্তৰণ ঃ**

কিন্তু, দিন সদায় সমানে নাযায়। যিটো সময়ত লগৰ লগৰীয়াই গাত কথা নলগাভাৱে খেলা-ধূলাৰ মাজতেই সময় অতিবাহিত কৰিছিল; সেইটো সময়তে স্বৰ্ণবৰা মুখামুখি হ'ব লগা হয় নিষ্ঠুৰ বাস্তৱৰ সৈতে। পিতৃ-মাতৃ নোহোৱা বাবে হয়তো এই শাসনৰ বাঘজৰীডাল অধিক কটকটীয়া আছিল। পঢ়াশুনা, ঘৰুৱা কাম, পৰীক্ষাৰ বহী, পঢ়াৰ টেবুল সকলোতে চোকা দৃষ্টি আছিল অভিভাৱকৰ। তেওঁ সৰু কালৰেপৰা কবিতা লিখিবলৈ আৰম্ভ কৰিছিল আৰু ঘৰৰ শাসনৰ ভয়ত কবিতাবোৰ আনে নেদেখাকৈ লগৰ বান্ধবীহঁতক উপহাৰ দিছিল। চাওঁতে চাওঁতে স্বৰ্ণ বৰাই মেট্ৰিকৰ দেওনা পাৰ হৈ নগাঁও কলেজত ভৰ্তি হৈছিল। গৃহাবৰ্তত আবদ্ধ জীৱনৰ বাঘজৰীও শিথিল হ'বলৈ ধৰিছিল। সেইটো বছৰতে (১৫৫৪) তেওঁৰ প্ৰথম কবিতা কলেজৰ আলোচনীত প্ৰকাশ হৈছিল—

মই যে মাধবীলতা
মোৰেই বুকুত সাবটি ৰাখিছো
তোমাৰেই বিশালতা

ই যেন লেখিকাৰ বিশাল মনৰেই প্ৰতিবিম্বন। এই সময়ৰে পৰা পঢ়ি শুনি নিজৰ ভৰিৰ ওপৰত থিয় হোৱাৰ বাসনাইও তেওঁক সচেতন কৰি তুলিছিল। আই, এ পৰীক্ষা পাছ কৰাৰ পিছতে তেওঁ নগাঁও মিশ্যন স্কুলত চলি থকা শিক্ষক প্ৰশিক্ষণৰ পাঠ্যক্ৰমত ভৰ্ত্তি হয় আৰু এবছৰ হোষ্টেলত থাকি সুখ্যাতিৰে উত্তীৰ্ণ হৈ ওলাই আহে। প্ৰশিক্ষণপ্ৰাপ্ত হোৱা বাবে তেওঁ লগে লগে চৰকাৰী মাধ্যমিক বালিকা বিদ্যালয়ত নিযুক্তি পায়। চাকৰীৰ স্থায়ীকৰণৰ বাবে প্ৰয়োজন হোৱা এ. চি. চি প্ৰশিক্ষণৰ বাবে পুনৰ তেওঁ গুৱাহাটীলৈ যাবলগা হয়। তাৰপৰা আহি স্কুল হোষ্টেলৰ অধীক্ষিকা ৰূপেও শিক্ষনৰ লগতে সেৱা আগবঢ়ায়। এইছোৱা সময়ৰ ভিতৰতে স্বৰ্ণ বৰাৰ মনৰ দিগন্তয়ো অধিক প্ৰসাৰিত হ'বলৈ পোৱাৰ লগতে সামাজিক স্থিতিৰো পৰিসৰ বৃদ্ধি পায়। ১৯৬২ চনত প্ৰথমবাৰলৈ নেহেৰুবালিত হোৱা মুকলি বিহু উৎসৱৰ বিহুকুঁৱৰী প্ৰতিযোগিতাত যোগ দি তেওঁ প্ৰথম পুৰস্কাৰ লাভ কৰে। সমসাময়িক পত্ৰিকা প্ৰান্তিক, শ্ৰীময়ী, অসমবাণী আদিত গল্প লিখিবলৈ লয় আৰু অন্যান্য সামাজিক কামৰ প্ৰতিও ধাউতি বৃদ্ধি পায়।

এনেসময়তে অসমৰ বিখ্যাত ফুটবল খেলুৱৈ ৰজনীকান্ত বৰদলৈৰ লগত তেখেতৰ বায়েক সুবৰ্ণলতাৰ বিবাহকাৰ্য্য সম্পন্ন হয়। বিয়াৰ পিছতো স্বৰ্ণবৰা আগৰদৰেই বায়েক-ভিনিহিয়েকৰ লগতে থাকিবলৈ লয়।

স্বৰ্ণবৰাৰ ভিনিহিয়েক প্ৰকৃতিপ্ৰেমী আছিল। দেশৰ বাহিৰে ভিতৰে প্ৰকৃতিৰ বিভিন্ন মনোমোহা দৃশ্য, নৈ-নলা পৰ্বত-পাহাৰ আদিৰ সৌন্দৰ্য্য উপভোগ কৰাৰ

সৌভাগ্য স্বৰ্ণ বৰাবো হৈছিল। সেয়েহে, হয়তো স্বৰ্ণ বৰাৰ লেখনিবোৰত প্ৰকৃতি জগতৰ অমৃত স্বাদ এটি ৰক্ষিত হোৱা দেখা যায়।

**বৈৱাহিক জীৱন :**

১৯৬৩ চনৰ দৌল পূৰ্ণিমাত কামপুৰৰ শ্ৰীযুত দুতিৰাম বৰা (নগাঁও ডচ্চন হাইস্কুলৰ শিক্ষক)ৰ লগত স্বৰ্ণ বৰা বিবাহ পাশত আবদ্ধ হয়। তেওঁৰ বৈবাহিক আৰু প্ৰাক-বৈবাহিক জীৱনো আছিল বৈচিত্ৰময়; বহুতো লোমহৰ্ষক আৰু আমোদজনক ঘটনাৰে ভৰপূৰ। বিয়াৰ আগতে শ্ৰীযুত বৰাদেৱ আছিল বৈষ্ণৱ আৰু স্বৰ্ণ বৰা আছিল শৈৱ বা শাক্ত। সামাজিক মতে বিয়া ঠিক কৰোতে বহুবাৰ হোঁহকা পিছলা হৈ হৈ অৱশেষত যেনিবা মণি-কাঞ্চন সংযোগ ঘটিল। এসময়ৰ সহকৰ্মী আৰু ভগ্নীস্বৰূপা এই প্ৰবন্ধ লেখিকাৰে সাক্ষাৎ প্ৰসংগত তেওঁৰ নিজৰ জীৱন কাহিনী কৈ গৈছিল এনেদৰে— তেওঁৰ বিয়াৰ দিনা নেৰানেপেৰা বৰষুণ হৈছিল। দৰাৰ গাঁৱৰ ঘৰলৈ যাবলৈ মটৰগাড়ী নোসোমোৱা বাবে এখন চৈ দিয়া গৰুগাড়ীৰ ব্যৱস্থা কৰা হৈছিল, দৰা-কইনা উঠি যোৱাৰ বাবে। দৰাৰ ঘৰ পোৱালৈকে বাটছোৱা যাওঁতে কইনাৰূপী স্বৰ্ণবৰাৰ বোলে মনত পৰিছিল— 'চৈদিয়া গৰু গাড়ীত কোনৰূপহী যায়' গানৰ কলিলৈ। লগে লগে হেনো গৰুৰ ডিঙিত আঁৰি দিয়া টিলিঙাৰ ৰুণুক-জুনুক শব্দই গানৰ কলিত তাল মিলাইছিল। লগতে, এহাতে এৰি থৈ অহা ঘৰখনৰ বিচ্ছেদৰ কাৰুণ্য, আনহাতে গৰুগাড়ীৰ ছন্দোময় গতি, নৱজীৱনৰ মাদকতা, নৈ-পৰীয়া প্ৰকৃতিৰ বাসন্তী হিল্লোল, সকলো মিলি তেওঁৰ মন বোলে উন্মনা কৰি তুলিছিল।

দৰাৰ ঘৰ পাই খেৰৰ বাৰান্দাখনত থিয় হোৱা মাত্ৰে নগৰীয়া কইনা চাবলৈ অহা জীয়ৰী-বোৱাৰীৰ হেতা ওপৰা, সিবিলাকৰ হাঁহি কটাক্ষৰ কথা এতিয়াও মানসপটত বোলে জিলিকি আছে। নতুন ঘৰখনত জেঠাল বৰজনাৰ প্ৰতি থকা ভয়-ভক্তি, ডেকা ল'ৰাবোৰৰ কৌতুক, মেছীদাৰে ন-কইনাক তেলসনা তামোল কাটিবলৈ দি ৰং চোৱা অৱস্থা মনত পৰিলে তেওঁৰ এতিয়াও গা সিৰ-সিৰাই উঠে।

খোৱাখুৱীৰ দিনা ঘটা এটা আমোদজনক ঘটনাৰে তেওঁ সেই সময়ৰ আৰ্থসামাজিক দিশটো উদঙাই দিয়াৰ প্ৰয়াস কৰিছে। স্বামীৰ ঘৰখনত প্ৰথম সাজ ভাত খাবলৈ মাতি যেতিয়া খুৰীশাহুৱেকে পুৰণি নিয়মৰ দোহাই দি স্বামীৰ খাই এৰা কাঁহীত খাবলৈ নিৰ্দেশ দিলে, তেওঁ "নেখাওঁ" বুলি প্ৰতিবাদ কৰি কলে যে— লোকৰ এৰেহা খোৱা ব্যক্তিৰ লগত ভগৱান নাথাকে আৰু তেনে ব্যক্তিয়ে গোসাঁই পূজা আদি যে কৰিব নোৱাৰে সেই তত্ত্বও বুজাই দিলে। ন-বোৱাৰীৰ যুক্তিপূৰ্ণ কথা শুনি শহুৰেকে হেনো সকলো অন্ধ-বিশ্বাসৰ অন্ত পেলাই তেওঁৰ ভাত নতুনকৈ বেলেগ কাঁহীত বাঢ়ি দিয়াৰ নিৰ্দেশ দিলে।

নতুন ঘৰখনত নগৰৰ ছোৱালী স্বৰ্ণ বৰাৰ নতুন অভিজ্ঞতাৰ লেখ-জোখ

নাই। কিন্তু প্ৰতিটো ঘটনাই তেওঁক নতুন কথা শিকাইছে আৰু জীৱনৰ বাবে একোটা আশীষবাণী স্বৰূপ হৈ পৰিছে। দৰাৰ বন্ধুসকলে তেওঁৰ হাতে চাহ খাবলৈ উখল-মাখল লগাইছিল নতুন অৱস্থাতেই। চিকিমিকি সন্ধিয়াপৰত তেওঁ চাহ কৰিবলৈ গৈ পাগঘৰত আবিষ্কাৰ কৰিছিল গৈ তিনিটা উধানৰ মাজত লোহা এডালত ওলমি থকা কেট্‌লিটো। লগতে মৰাঠাৰি, জুইবাহ আৰু কাঠ-বাঁহৰ খৰি. কেইডালমান। টিপচাকীৰ পোহৰত চাহ কৰি স্বৰ্ণ বৰাই পিঠাপনাৰে সৈতে অতিথিক আপ্যায়ন কৰিছিল। কিন্তু, তেওঁৰ স্বামীয়ে আহি ক'লেহি যে চাহত চেনি হোৱা নাই। গতিকে আকৌ একোচামুচকৈ চেনি দি চাহ পঠোৱা হ'ল। তথাপি মিঠা নোহোৱা বুলি কোৱাত স্বৰ্ণ বৰাৰ খং উঠিছিল যদিও স্বামীয়ে পাকঘৰলৈ আহি ক'লেহি কিজানিবা চেনি বুলি অইন কিবাকে দিছে। তেখেতে ভালদৰে চাই গম পালে যে চেনি বুলি চাহত চুজিকে দিলে। তেহে, উপস্থিত বুদ্ধি খটুৱাই ন-বোৱাৰী ৰূপী স্বৰ্ণ বৰাই চাহখিনি চেঁচা হৈ যোৱাৰ অজুহাত দেখুৱাই নতুনকৈ চাহ কৰি বন্ধুসকলক খুৱালে। আচল ঘটনা কেৱে গম নাপালে। তথাপি, এই ঘটনাই তেওঁক হেনো ভৱিষ্যতলৈ সজাগ কৰি তুলিলে। তেওঁ ক'লে— "এই ঘটনাই আজিও মোৰ অন্তৰ দগ্ধ কৰে আৰু ইয়ে মোক পিছলৈ সাৱধান কৰিলে, মোৰ মনলৈ সংযম আৰু আত্মনিষ্ঠা আনিলে আৰু ভৱিষ্যতলৈ সকলো কামতে সাৱধান হ'লো।"

গাঁৱৰ ঘৰত তেওঁ এবছৰ মান কটাইছিল কি নকটাইছিল, এনেতে চাকৰি সূত্ৰে নগাঁৱৰ কছলুখোৱাৰ পিতৃ-মাতৃ প্ৰদত্ত ভেঁটীতে ঘৰ সজাই স্থায়ীভাৱে বসতি কৰিবলৈ লয়। তেখেতৰ তিনিজনী ছোৱালী— হনী, পদ্মিনী আৰু ৰুক্মিণীৰো ইয়াতেই জন্ম হয়। স্বৰ্ণবৰাৰ বায়েকৰ ল'ৰা জীৱন আৰু তেওঁৰ পত্নীও মাহীয়েকৰ অপত্য স্নেহত মুগ্ধ। বৰজোঁৱাই ড° সুনীল মজুমদাৰে স্বৰ্ণ বৰাৰ সকলো কামতে সোঁ-হাত স্বৰূপে সেৱা আগবঢ়াইছে। স্বৰ্ণ বৰাৰ স্বামী শ্ৰীযুত বৰা স্বভাৱত উদাৰ আৰু মৰমিয়াল হোৱাৰ উপৰিও পত্নীৰ সকলো কামতে প্ৰেৰণা যোগাওঁতা হিচাপে চিনাকি দি আহিছে।

কোনো এজন ব্যক্তিৰ জীৱনৰ মূল্য যদি কামেৰেহে নিৰ্ণয় কৰা হয়, তেতিয়াহলে ক'ব লাগিব স্বৰ্ণ বৰা এগৰাকী সফল ব্যক্তি। কঠোৰ শ্ৰম আৰু অধ্যৱসায়ৰ বলত এইগৰাকী মহীয়সী নাৰীয়ে অসমীয়া সাহিত্য-সংস্কৃতিলৈ যি অৱদান আগবঢ়াই আহিছে ঐশী প্ৰেৰণা নহ'লে সকলোৰে বাবে এই কাম সহজসাধ্য নহয়। গীতাঞ্জলি মেধিয়ে উচিত ভাৱেই তেওঁ "জীৱন যুঁজৰ অক্লান্ত সৈনিক" বুলিছে (প্ৰতিদিন, ১১ মে, ২০০৩) তেওঁ নিজ কৰ্তব্যৰ প্ৰতি ইমানেই সচেতন যে যি কাম এবাৰ কৰিম বুলি হাতত লৈছে তাক যিকোনো প্ৰকাৰে সম্পূৰ্ণ কৰিহে এৰিছে। হাজাৰ বাধা-বিঘিনিয়েও তেওঁ লক্ষ্যচ্যুত কৰিব পৰা নাই।

চাকৰি কালত তেওঁ পাৰিবাৰিক জীৱনক এটা সুস্থিৰ পৰিবেশলৈ আনিবলৈ নৌ পাওঁতেই চৰকাৰৰ ৰোষত পৰে, ছ-বছৰীয়া অসম আন্দোলনৰ সমৰ্থক হিচাপে। এই দোষতে স্বৰ্ণ বৰাক নগাঁৱৰপৰা হাফলঙলৈ বদলিৰ নিৰ্দেশ দিয়ে। এই নিৰ্দেশ পাই প্ৰথম অৱস্থাত বিবুধিত পৰিলেও স্বৰ্ণ বৰাই পিছ মুহূৰ্ত্ততে এই অভিশাপক আশীৰ্বাদ স্বৰূপে গ্ৰহণ কৰি কৰ্তব্যপথত অগ্ৰসৰ হয়।

**সাহিত্য-সংস্কৃতিলৈ বৰঙণি ঃ**

গোৰ মাৰি গংগাত পেলোৱাৰ দৰে চৰকাৰৰ এই ব্যৱস্থাই তেখেতক আজৰি সময়ত মুকলিমুৰীয়াকৈ ডিয়ুং নদীৰ পাৰৰ ডিমাছা জনগোষ্ঠীৰ মাজত বিচৰণ কৰি অমৃত মন্থন কৰাৰ সুবিধা দিয়ে। তাৰ ফল স্বৰূপে **ডিয়ুং নদীৰ গীত** (১৯৮৫) নামৰ উপন্যাসখনিৰ জন্ম হয়। এই উপন্যাসৰ বাবে তেওঁ অসম সাহিত্য সভাৰ পাঠশালা অধিৱেশনত 'সীতানাথ ব্ৰহ্মচৌধুৰী বঁটা' লাভ কৰিলে। এই উপন্যাসৰ মাজেদি প্ৰকৃত প্ৰেমক যে কেতিয়াও ৰোধিব নোৱাৰি তাৰ প্ৰমাণ ধনজিত আৰু ৰূপসী চৰিত্ৰৰ মাজেদি দাঙি ধৰা হৈছে। শেহতীয়াভাৱে এই উপন্যাসে ১১ মে, ২০০৩ ত কামপুৰৰ চিলাৰায় চিনে প্ৰডাকশ্যনৰ দ্বাৰা টেলিফিল্মৰ শুভ মহুৰত সম্পান্ন কৰে। অসমৰ পৰ্ব্বত-ভৈয়াম সম্প্ৰীতিৰ ক্ষেত্ৰত এই উপন্যাসক এখনি স্বৰ্ণ সেতু বুলিব পাৰি।

ইয়াৰ পিছৰ লেখনি **পাগলাদিয়াৰ সোণালী ৰং** (১৯৮৬) উপন্যাসৰ মাধ্যমেৰে এই নদীৰ অধ্যুষিত অঞ্চলৰ জনগণৰ বান বিধ্বস্ত জীৱনৰ ছবি ফুটাই তোলা হৈছে। এই কাহিনীৰ সোণতে সুৱগা চৰাইছে ১৯৮৪ চনৰ নলবাৰীত হোৱা প্ৰলয়ংকাৰী বানপানীৰ চাক্ষুষ অভিজ্ঞতাই। বাঘমাৰা অঞ্চলৰ গাৰো জনজাতিৰ জীৱন ভিত্তিক উপন্যাসত তেওঁ পৰ্ব্বত-ভৈয়াম সম্প্ৰীতি, ত্যাগৰ মহত্ব, বন্ধুত্বৰ আনন্দ আৰু বৰ অসম গঢ়াৰ মানসিকতাৰ ওপৰত ভিত্তি কৰি এটি নিটোল কাহিনীৰ ৰূপ দিছে। **লুইতৰ পাৰৰ কণ্ঠ** (১৯৮৯) নামৰ আন এখন উপন্যাসত এটি সু-সংঘবদ্ধ কাহিনীয়ে ৰূপ নাপালেও সামগ্ৰিকভাৱে বৰ লুইতৰ আশে পাশে সংঘটিত হোৱা ঘটনাৰাজিক স্থান দিয়া হৈছে। লেখিকা স্বৰ্ণ বৰাৰ প্ৰত্যক্ষ অভিজ্ঞতাৰ ফচল এই উপন্যাসে অসম আন্দোলনৰ সময়ৰ সামাজিক, ৰাজনৈতিক প্ৰতিবিম্বন দেখুৱা এখনি দলিল ৰূপেও জিলিকি থাকিব। **সোৱণশিৰিত ৰেলৰ উকি** (১৯৯০) উপন্যাসত সোৱনশিৰিৰ দাঁতি-কাষৰীয়া অঞ্চলৰ লগতে অসমৰ বিভিন্ন ঠাইত সিঁচৰতি হৈ থকা মিছিং জনজাতিৰ জীৱনৰ প্ৰতিচ্ছবি অংকন কৰা হৈছে। ইয়াৰ পিছৰ **নদীৰ পাৰৰ সুগন্ধি কবিতা** (১৯৯০) নামৰ উপন্যাসত পৰিশ্ৰমী খাটিখোৱা মানুহৰ জীৱন্ত গতিধাৰাক স্পষ্ট ৰূপত সজাইছে। **কলংপাৰৰ গীত** (১৯৯০) উপন্যাসৰ জৰিয়তে স্বৰ্ণ বৰাই আকাশবাণীৰ দ্বাৰা প্ৰচাৰিত গীতৰ গীতিকাৰৰূপে স্বীকৃতি পাইছে। **হৃদয় নদীৰ কল্লোল** (১৯৯০) নামৰ কবিতাৰ

পুথিৰ দ্বাৰা এই গৰাকী লেখিকাই স্ব-মহীয়ান ৰূপত আত্মপ্ৰকাশ কৰিছে।

ইয়াৰ পিছৰ উপন্যাস **গংগা নদীৰ নতুন দিগন্ত** (১৯৯২) নাৰীবাদ আৰু আধ্যাত্মিকতাৰ ওপৰত ভিত্তি কৰি লিখি উলিয়াইছে। **দুধনৈৰ বেদনা** (১৯৯৭) উপন্যাসত দুধনৈ চহৰৰ সমীপৱৰ্তী এলেকাত বসবাস কৰা ৰাভা জনগোষ্ঠীৰ জীৱন সংগ্ৰামৰ কথা বৰ্ণনা কৰা হৈছে। স্বৰ্ণ বৰাৰ লেখনিৰ পৰিপক্কতাৰ নিদৰ্শন ৰূপে জিলিকি উঠা আৰু এলানি উপন্যাস আছে; শ্ৰেষ্ঠত্বৰ দাবীত যিকেইখনে সমানে অৰিয়াঅৰি লগাইছে। তাৰ ভিতৰত চাহ জনগোষ্ঠীৰ পটভূমিত লিখা উপন্যাস **মেঘনা, যমুনা, থেমছু** (১৯৯৮) বিশেষভাৱে উল্লেখযোগ্য। এইখন উপন্যাসৰ জৰিয়তে লেখিকাই 'বাসন্তী বৰদলৈ বঁটা' লাভ কৰিছে। **লুইতৰ পাৰত উষাৰ কিৰণ** (১৯৯৮) নামৰ উপন্যাসত নগাঁও চহৰৰ এগৰাকী অগ্ৰগণ্য মহিলা উষা বৰঠাকুৰৰ জীৱনক ভিত্তি কৰি লিখি উলিওৱা হৈছে। এই উপন্যাসৰ বিষয়বস্তুৱে অসমীয়া নাৰীৰ ৰাজনীতিৰ প্ৰতি থকা সচেতনতা আৰু কৰ্তব্যবোধৰ কথা মনত পেলোৱাৰ লগতে মহিলাৰ বাবেও ৰাজনীতিৰ দ্বাৰ উন্মোচন হোৱাৰ কথা সকিয়াই দিয়ে। **আই নদীৰ উচুপনি** (১৯৯৯) নামৰ আন এখন উপন্যাসত স্বৰ্ণ বৰাই বড়ো আৰু অবড়োসকলৰ মাজত সঘনে সংঘটিত হোৱা সাম্প্ৰদায়িক সংঘৰ্ষ আৰু নাৰীৰ ওপৰত চলা পাশৱিক অত্যাচাৰৰ ছবি অংকন কৰিছে। **তিতাই মৰা সুঁতিৰ সুৰধ্বনি** (২০০০) নামৰ উপন্যাসত অসমীয়া শিখ সকলৰ জীৱনবৃত্ত অনুপম কাহিনীৰ আধাৰত বিবৃত হৈছে।

স্বৰ্ণ বৰাৰ ভিন্ন ৰুচিৰ বৈশিষ্টপূৰ্ণ মনোমোহা উপন্যাস হৈছে **ৰুদ্ৰ তীৰ্থ ব্ৰহ্মপুত্ৰ** (২০০০) যাক, অসমীয়া জাতিৰ কৃষ্টি সংস্কৃতি আৰু ইতিহাসৰ এখনি সাৰ্থক দলিল বুলিব পাৰি। একবিংশ শতিকাৰ দুৱাৰ দলিত তেওঁ টিৱা জনজাতিৰ ওপৰত ভিত্তি কৰি **কিলিং নদীৰ প্ৰেম** (২০০১) নামৰ এখনি উপন্যাস ৰচনা কৰিছে। তেওঁৰ শেহতীয়া উপন্যাস **ব্ৰহ্মপুত্ৰৰ হৃদয়ৰ স্পন্দন** (২০০২)। এই উপন্যাসত অসমৰ সভ্যতা-সংস্কৃতিৰ প্ৰাণকেন্দ্ৰ মাজুলীত বসবাস কৰা সাধুসন্ত, ভক্তবৈষ্ণৱসকলৰ জীৱনধাৰাক ভিত্তি কৰি বিষয়বস্তু গ্ৰহণ কৰা হৈছে। এককথাত, এই গ্ৰন্থখনি প্ৰতীকধৰ্মী হৈছে। মাজুলীক ৰক্ষা কৰা মানে অসমীয়া জাতি সত্তাক ৰক্ষা কৰাটো বুজাইছে। জাতীয় কৃষ্টি-সংস্কৃতি ধৰ্মবিশ্বাস সংগীত নৃত্য এইবোৰেই যদি নাথাকে অসমীয়া জাতিৰ অস্তিত্ব ক'ত?

ড° নগেন শইকীয়াদেৱে এইগৰাকী নাৰীলৈ লিখা এখন চিঠিত কৈছে— 'যাৰ কলমে কথা কয় সেই কলম কেতিয়াও সামৰি থব নেলাগে।' স্বৰ্ণ বৰাৰ লেখনিৰ সিও এক প্ৰেৰণা। যি প্ৰেৰণাৰ বাবে তেওঁ কলমৰ মাজেৰেই জীয়াই থাকিবলৈ বিচাৰে। সেয়েহে ইমানবোৰ গ্ৰন্থৰ উপৰি তেওঁ সাময়িক পত্ৰিকাবোৰত গল্প আৰু প্ৰবন্ধ লিখিয়ে আছে অবিৰতভাৱে।

**ৰচনাৰাশিৰ মূল্যায়ন ঃ**

অসমৰ জাতি-উপজাতিৰ জীৱনচৰ্য্যাৰে অসমীয়া সাহিত্যলৈ বহুমূলীয়া অৱদান আগবঢ়োৱা স্বৰ্ণ বৰাৰ জীৱন বৈচিত্ৰময় অভিজ্ঞতাৰে সমৃদ্ধ। তেওঁৰ ৰচনাৰাশিত পাৰ্থিৱ জগতৰ মায়ামোহ প্ৰেম-প্ৰীতি দুখ-দৈন্য, আশা-নিৰাশাৰ ছবি থকাৰদৰে প্ৰকৃতিৰ ৰূপ-ৰস-গন্ধৰ অপাৰ্থিৱ সৌন্দৰ্য্যয়ো তেওঁৰ হাতত জীৱন্ত ৰূপ পাইছে। তেওঁৰ মতে 'মানুহৰ অন্তৰখনেই দেখোন এখন ডাঙৰ নদী। তাৰে হৃদয় উপত্যকাত মানুহৰ প্ৰেম প্ৰীতিৰ পলস পৰে' (চিমচাং নদীৰ হাঁহি, পৃ. ৩৬) আকৌ সেইদৰে — "ৰূপসী সৌ যে দেখিছ ডিয়ুং নদীখন, সেই নদীখনেই যেন তই' (ডিয়ুং নদীৰ গীত, পৃ. ৭৬-৭৭) নদী তেওঁৰ লেখনিৰ সৰ্ব্বস্ব, প্ৰেৰণাৰ উৎস। সেয়েহে, হয়তো নন্দ-সিঙৰ সৈতে হোৱা সাক্ষাৎকাৰত তেওঁ কৈছে—

"নদী দেশৰ অৰণ্য আৰু শস্যৰ মাতৃ। মোৰ মন যায় পুৱাৰ সূৰ্যই পাহাৰৰ বুকুৰে নদীত গা-ধুই ভাস্বত হয় যেনেদৰে, তেনেদৰে, মোৰো মন যায় অস্তমিত সূৰ্যৰ দৰে নদীৰ বুকুত এক স্বৰ্ণ ৰেখাৰ দৰে নিৰন্তৰ সহবাস কৰিবলৈ" (জোনাকীবাট, নতুন দৈনিক, ৩ মাৰ্চ, ১৯৯৪)

স্বৰ্ণবৰাৰ ৰুদ্ৰতীৰ্থ ব্ৰহ্মপুত্ৰ উপন্যাসতো প্ৰকৃতিয়ে বিশেষ স্থান লাভ কৰাৰ উপৰিও সৃষ্টিৰ আদিৰে পৰা প্ৰকৃতিয়ে যে মানুহৰ মন নিয়ন্ত্ৰণ কৰি আহিছে তাৰ সাক্ষ্য বহন কৰিছে—

"সি বাহিৰ ওলাই অনুভৱ কৰিলে বসন্তকালৰ আগমন। নহ'লেনো মদাৰ পলাশ ফুলিবই বা কেলৈ? অশোক ফুলগছত ফুলেৰে ভৰি পৰিল। সি ৰেলত আহোতে বাটৰ কাষত দেখি আহিল শাৰী শাৰী গছ-লতা, বন-লতিকাৰ আবেগ বিভোৰ দৃশ্য। মদাৰৰ তেজৰঙা ফুলৰ পাহিৰে সজাই দিয়া বননিৰ ওপৰত ৰক্তময় ফুলশয্যা। কোকিল কণ্ঠই আবেগ বিহ্বল কৰা আম্ৰ মুকুলৰ সৌৰভ। সকলোফালে বসন্তৰ পয়োভৰ দেখি তাৰ অন্তৰাত্মা প্ৰেমত আকুল হ'ল আৰু মন ৰাই জাই কৰিলে। (পৃঃ ২৫৯)

মানুহৰ জীৱন যে চিৰ ৰহস্যময় আৰু তাৰ মাজেৰেই সকলো মানুহে অচিনপথত বাট বুলি আছে এই ৰহস্যৰ সন্ধান স্বৰ্ণ বৰাৰ উপন্যাসৰ মাজতো বিদ্যমান।

"কুন্তলাই বিশ্বাস কৰিছিল যে জীৱনৰ ঘাই চালিকা শক্তি হ'ল মানুহৰ অন্তৰৰ কোমল অনুভূতি। এই অনুভূতিৰে তাই বিশ্বপ্ৰকৃতিৰ চিৰন্তন ৰহস্য উদঘাটন কৰিবৰ চেষ্টা কৰিব লাগিব। তাই জীৱনৰ সুক্ষ্ম অনুভূতিৰ বিৰাট আলিংগনেৰে জীৱন আৰু প্ৰকৃতি আঁকোৱালি ল'ব আৰু সেই দুয়োটাৰ অখণ্ডতা ৰক্ষা কৰি সু-সংযত ৰূপ দিব।"

(গংগা নদীত নতুন দিগন্ত, পৃ. ৬৯-৭০)

স্বৰ্ণ বৰাৰ ৰচনাত দাৰ্শনিক তত্ত্বয়ো মাজে মাজে ৰূপতে ৰং চৰাইছে। উদাহৰণ স্বৰূপে 'এই মায়াৰ সংসাৰত এইদৰেই মানুহৰ অহাযোৱা হয় আৰু আত্মীয়তা গঢ়ি উঠে' আৰু 'কোন কাৰ মৰমৰ, কোন কাৰ চেনেহৰ চকুৰ চিনাকি দুদিনৰ' 'সনাতন ধৰ্মৰ সকলো নীতিৰ মূল আত্মাৰ একাত্মবোধ', 'তুমিয়েই মোৰ ভগৱান, সেইহে মোক তোমাতে লীন হ'বলৈ দিয়া' আদি উক্তিৰ উপৰি 'আত্মা-পৰমাত্মা' সম্পৰ্কীয় কথাই বিভিন্ন ঠাইত সমাৰোহ পাতিছে।

স্বৰ্ণ বৰাৰ উপন্যাসসমূহ অধ্যয়নৰ পৰা এই কথা উপলব্ধি হয় যে তেওঁৰ পৰ্যবেক্ষণ ক্ষমতা তীক্ষ্ণ, উপস্থাপন প্ৰণালী মনোগ্ৰাহী আৰু প্ৰকাশৰ ভাষা আকৰ্ষণীয়। কোনো কোনো সময়ত তেওঁ নদী-মাতৃ, জন্মদাত্ৰী মাতৃ আৰু দেশমাতৃ সকলোকে এক কৰিব খোজে যেন প্ৰত্যেকটিয়ে একেটি ধাৰাত সংপৃক্ত। তেওঁ কৈছে—

"আই শব্দটো কিমান মহান; আইৰ কোনো জাত নাই, ৰং বৰণ নাই। সকলো হৃদয়ৰ ৰং যেন একেই। মাতৃ আৰু নদী, নদী আৰু মাতৃ যেন একেই। কোনো ৰূপ নাই, কোনো অভিমান নাই, এক নিৰবধি গতিত যেন ধাৱমান এই নদী।

(দুধনৈৰ বেদনা, পৃ. ১৪৮)

আকৌ কৈছে—

"নিশা মদনে শুলে যদিও তাৰ টোপনি নাহিল, মাকৰ দু-চকুৰ পানী দেখি তাৰ অন্তৰখনে হাঁহাকাৰ কৰি উঠিল। সি ক'লৈ যিয়েই নহওঁক লাগিলে সি মাকক কান্দিবলৈ নিদিয়ে। তাৰ আয়ে কন্দা মানে তাৰ জননী জন্মভূমিয়ে কন্দা। সিটো নিশ্চয় জানে তাৰ জন্মভূমি আজি নিৰ্যাতিত। কিন্তু সি যে নিৰুপায়। সি অকলে তাৰ জন্মভূমিক শোষণ মুক্ত কৰিব পাৰিব জানো?"

(দুধনৈৰ বেদনা, পৃ. ১৭২)

শিৱৰ অন্য নাম 'ৰুদ্ৰ'। শৈৱ ধৰ্মই পুৰণি কালৰে পৰা শাক্ত ও বৈষ্ণৱ দুই ধাৰাৰ মাজত সমানে তাল মিলাই দেশৰ সভ্যতা-সংস্কৃতিক আগবঢ়াই নিছে। মন্দিৰৰ চিত্ৰ-কলা, ভাস্কৰ্য্য-স্থাপত্য এইবোৰো ধৰ্মভাৱৰ লগৰীয়া বস্তু। প্ৰত্নতাত্ত্বিক দিশতো ব্ৰহ্মপুত্ৰ অসমৰ প্ৰাণ। অসমীয়া জাতীয় সংস্কৃতিক ব্ৰহ্মপুত্ৰই চহকী কৰিছে। যুগে যুগে জনমানসক কেন্দ্ৰ কৰিয়ে ব্ৰহ্মপুত্ৰৰ পাৰে পাৰে শিৱস্থানবোৰ স্থাপিত হৈছে। সেইকালৰ পৰা ৰুদ্ৰতীৰ্থ ব্ৰহ্মপুত্ৰক অসমৰ এখনি ঐতিহাসিক দলিল বুলিব পাৰি। নাৰীৰ মহিমা ঘোষণা কৰাৰ ক্ষেত্ৰতো স্বৰ্ণবৰা অগ্ৰগণ্যা। তেওঁৰ মতে নাৰীৰ হাততেই এখন সমাজৰ উত্থান-পতনৰ চাবি আছে। বিশ্বৰ সুখ-শান্তিৰ চাবি আছে। যুগৰ পৰিবৰ্তনত সেয়েহে নাৰীৰ কৰণীয় অসীম। উপন্যাসবোৰৰ পাতে পাতে নাৰীৰ দায়িত্ব আৰু কৰ্তব্যৰ প্ৰতিও সঁকিয়াই দিয়া

হৈছে। সেয়েহে তেওঁৰ দৃষ্টিভঙ্গী ঠায়ে ঠায়ে সংস্কাৰমুখী হোৱা দেখা যায়। তেওঁৰ প্ৰায়বোৰ নাৰী চৰিত্ৰই নাৰীত্বৰ আদৰ্শ বহন কৰিছে।

স্বৰ্ণ বৰাৰ ৰচনা ৰাশিৰ সম্বন্ধে বিভিন্ন বাতৰি কাকতত আলোচনা হৈছে আৰু বিভিন্নজনে নিজা মতামতো ব্যক্ত কৰিছে। তাৰে কেইটিমান মতামত দাঙি ধৰা হ'ল—

ড° মামনি ৰয়ছম গোস্বামীয়ে স্বৰ্ণ বৰালৈ লিখা ব্যক্তিগত চিঠি (২৬।৭। ২০০০) ৰ যোগেদি স্বাগত জনাই কৈছে— "সাহিত্যৰ মাজেৰে আপুনি মানৱতাবাদৰ মহামন্ত্ৰ মানুহৰ মাজত প্ৰচাৰ কৰিছে। এই মহামন্ত্ৰতকৈ ডাঙৰ মন্ত্ৰ পৃথিৱীত আৰু একো নাই। মানুহক মানুহ হিচাপে প্ৰতিষ্ঠা কৰাৰ আপোনাৰ হৃদয়ৰ এই আকাংক্ষাক মই প্ৰণিপাত জনাইছো"।

'তৰা'ৰ সম্পাদক উজ্জ্বলজ্যোতি দাসে তৰাৰ পাতত লিখিছে—

"মামনি ৰয়ছম গোস্বামীৰ পিছতে ক্ষেত্ৰভিত্তিক উপন্যাসৰ গুৰি ধৰোতা স্বৰ্ণ বৰাৰ প্ৰতিভাও কোনো গুণে কম নহয়। অসমৰ জনজাতীয় ভাষা-সাহিত্যলৈ এককভাৱে তেওঁ যি অৰিহণা যোগাই আহিছে তাৰেই তেওঁ জীয়াই থাকিব আমৃত্যু।"

(নৱম বছৰ 'তৰা' বৰষা সংখ্যা)

সমালোচক থানেশ্বৰ মালাকাৰদেৱে লিখিছে "অসমৰ জনজাতীয় আৰু বিভিন্ন সম্প্ৰদায়ৰ কৃষ্টি-সংস্কৃতি, আচাৰ-বিচাৰ আদি বিভিন্ন দিশ জানিবলৈ হ'লে স্বৰ্ণ বৰাৰ গ্ৰন্থ অধ্যয়ন কৰিব লাগিব, বিশেষকৈ গৱেষকসকলে"।

(নৱম বছৰ তৰা - ঐ)

অসম বাণীৰ সম্পাদক তিলক চন্দ্ৰ হাজৰিকাই কাকতৰ সম্পাদকীয়ত উল্লেখ কৰাৰ উপৰিও ব্যক্তিগত চিঠিত লিখিছে—

"মই তোমাৰ এজন অকৃত্ৰিম গুণমুগ্ধ। মই ভাবো, তোমাৰ আৰু মোৰ দৰেই যদি অসমৰ অন্ততঃ শতকৰা কুৰিভাগ সাহিত্যিক, বুদ্ধিজীৱী, আৰু সাংস্কৃতিক কৰ্মীয়ে আমাৰ জনজাতি সহোদৰসকলৰ প্ৰতি থকা সৰ্বত্ৰ অবিচাৰ মচি পেলাবৰ যত্নপৰ হ'লহেঁতেন, তেতিয়াহ'লে আমি ৰচিব খোজা সপোনবোৰৰো ৰূপবোৰ বেলেগ হৈ উঠিলেহেঁতেন।" (১৯৮৫, এপ্ৰিল)

স্বৰ্ণ বৰাৰ সদ্য প্ৰকাশিত 'ব্ৰহ্মপুত্ৰৰ হৃদয়ৰ স্পন্দন' উপন্যাসখনি মাজুলীৰ প্ৰাচীন সত্ৰ আউনিআটীৰ সত্ৰাধিকাৰ ড° পীতাম্বৰ দেৱ গোস্বামীদেৱে উন্মোচন কৰি দিয়া ভাষণত কৈছিল যে "গ্ৰন্থখনি সত্ৰীয়া সংস্কৃতিৰ ব্যৱহাৰিক দৰ্শন স্বৰূপ, মাজুলীৰ ঐতিহাসিক দলিল, আৰু মাজুলী সংৰক্ষণৰ মাজনিশাৰ ত্ৰয়োদশীৰ সপোন।"

অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি মহিম বৰাদেৱে স্বৰ্ণ বৰালৈ লিখা ব্যক্তিগত চিঠিত 'ব্ৰহ্মপুত্ৰৰ হৃদয়ৰ স্পন্দন' প্ৰসংগত লিখিছে—

"তোমাৰ মনোবল, আত্মবিশ্বাস আমাৰ সকলোৰে কাৰণে অনুকৰণীয়। মাজুলী ৰক্ষা কৰাৰ কাৰণে জাতি ধৰ্ম নিৰ্বিশেষে সকলোকে সজাগ কৰাৰ যি ইংগিত তুমি দিছা তাৰ মৰ্ম সকলো অসমবাসী তথা ভাৰতবাসীয়ে গ্ৰহণ কৰিলে উপন্যাসখনৰ এটা মহৎ উদ্দেশ্য পূৰ্ণ হ'ব। মুঠতে তুমি এক চমৎকাৰ কাম কৰিলা"।

স্বৰ্ণ বৰা যে কেৱল কলমৰ জোৰতেই যশস্বী হৈছে এনে নহয়। তেওঁৰ চিন্তাশক্তি আৰু বাগ্মিতাও সমানেই প্ৰখৰ। অসম আন্দোলনৰ স্মৃতি সুঁৱৰি অধ্যাপক তিলক চন্দ্ৰ মজুমদাৰদেৱে তেখেতৰ শলাগ লৈ কৈছে— "১৯৮৩ চনৰ ১৯ জুলাইত নগাঁও জুবিলি ফিল্ডত অনুষ্ঠিত জিলা মহিলা সমাৰোহত স্বৰ্ণ বৰাই বজ্ৰ কণ্ঠে প্ৰস্তাৱ পাঠ কৰি থাকোতে এছ, পিৰ নেতৃত্বত মাইক জব্দ কৰি হাতৰপৰা কাঢ়ি নিয়াত স্বৰ্ণ বৰাই চিঞৰি চিঞৰি জনোৱা প্ৰতিবাদী কণ্ঠস্বৰ আমাৰ সদায় স্মৰণীয় হৈ আছে।" (নৱম বছৰ 'তৰা' ঐ)

স্বৰ্ণ বৰাৰ কৃতিত্বত বিশেষভাৱে অৰিহণা যোগোৱা গুৰুত্বপূৰ্ণ কামটো হ'ল ক্ষেত্ৰ অধ্যয়ন এখন নাটকৰ সফল অভিনয় কৰিবলৈ হ'লে যেনেকৈ ভাৱৰীয়াসকলে নাটকৰ ঘটনা-পৰিক্ৰমা আৰু চৰিত্ৰৰ লগত একাত্মতা স্থাপন কৰাটো অপৰিহাৰ্য্য, তেনেকৈ আঞ্চলিক উপন্যাস ৰচনাৰ বেলিকাও ক্ষেত্ৰ অধ্যয়ন নিতান্তই প্ৰয়োজনীয়। তেওঁ প্ৰতিখন গ্ৰন্থ ৰচনাৰ ক্ষেত্ৰত অশেষ কষ্ট স্বীকাৰ কৰিও সংশ্লিষ্ট অঞ্চললৈ গৈ পৰিস্থিতি অধ্যয়ন কৰিছিল। তাৰ জনগণৰ লগত আত্মীয়তা স্থাপন কৰি আহাৰ-পানীৰ জুতি লৈছিল, একেলগে চাংঘৰত ৰাত্ৰি যাপন কৰিছিল আৰু জনগোষ্ঠীবোৰৰ পৰম্পৰা, লোকবিশ্বাস, আচাৰ ব্যৱহাৰ সম্পৰ্কে বুজি লৈছিল। তেওঁ অসমৰ মুঠতে ১২০ খন চাহবাগিচা ঘূৰি ঘূৰি জনগণৰ সঁচা তেজ-মঙহৰ ঘ্ৰাণ লৈছিল। ক'ৰবাত দুমাহ ক'ৰবাত তিনিমাহকৈ থাকিও বনুৱাৰ বস্তিবোৰ, স্কুলঘৰ, চিকিৎসালয় আদি চাই ফুৰি অভিজ্ঞতা লভিছিল। টোকোলাই চাহ গৱেষণা কেন্দ্ৰলৈও গৈছিল। নদী দ্বীপ মাজুলীতো তেওঁ কেইবামাহো থাকি অভিজ্ঞতা লাভ কৰিছিল অসম তথা ভাৰতৰ বহু শিৱ মন্দিৰ দৰ্শন কৰি বিভিন্ন কিংবদন্তী আৰু বুৰঞ্জী উদ্ধাৰ কৰি গ্ৰন্থবোৰৰ সোণত সুৱগা চৰাইছিল। মুঠতে তেওঁ বিশ্বাস কৰিছিল যে জনগোষ্ঠীবোৰৰ লগত ব্যক্তিগত সান্নিধ্যৰে আত্মিক সম্বন্ধ স্থাপন কৰি হিয়াৰ বতৰা ল'ব নোৱাৰিলে সভা-সমিতি পাতি ঢাকঢোল বজাই তেওঁলোকৰ লগত একাত্ম হোৱাৰ আশা কৰা মিছা। সেয়েহে, তেওঁৰ বিৰচিত গ্ৰন্থ উত্তৰপুৰুষলৈ মহামূল্য সম্পদ হৈ থাকিব।

স্বৰ্ণ বৰাই নিজৰ জীৱনৰ কথা অকপটে ব্যক্ত কৰি এই প্ৰবন্ধ লেখিকাৰ আগত কয় যে এবাৰ নহয় দুবাৰ নহয় ২৫ (পছিশ) বাৰকৈ জটিল কৰ্কট ৰোগৰ চিকিৎসাৰ বাবে ভেলোৰলৈ যাব লগা হোৱাত আৰ্থিক দিশত তেওঁ বৰ জুৰুলা হৈ পৰিছিল। তেওঁৰ দুৰ্দশা দেখি আত্মীয়-স্বজন আৰু বন্ধু-বান্ধৱৰ বহুতে তেওঁলৈ সহায়ৰ হাত আগবঢ়াইছিল, যাৰ বাবে তেওঁ চিৰকৃতজ্ঞ হৈ পৰিছে। এনেধৰণৰ দুৰ্যোগৰ মাজতো তেওঁ এখনৰ পিছত এখনকৈ গ্ৰন্থ লিখি প্ৰকাশ কৰি উলিওৱা কম কষ্টৰ কথা নহয়। তেওঁ কৈছিল যে ধাৰে-ঋণে কিতাপ ছপাই বিক্ৰী কৰাৰ পিছত যি পায় সেই টকাৰে পিছৰখন গ্ৰন্থ প্ৰকাশ কৰাৰ ব্যৱস্থা কৰে। তেওঁ তেনে পৰিবেশ ভাল পায় বা লিখা-মেলাৰ বাবে কেনে পৰিবেশ বিচাৰে বুলি সোধা প্ৰশ্নৰ উত্তৰত মুকলিমুৰীয়াকৈ উত্তৰ দিয়ে যে তেওঁ হেনো বৰষামুখৰ দিনবোৰ বেছি ভাল পায় আৰু হুৰহুৰাই বৰষুণ দি থাকিলে লিখাৰ প্ৰেৰণাও পায়। তেওঁ কাহিলি পুৱাতে উঠি (উপন্যাস লিখাৰ সময়ত) ছয়/সাত ঘণ্টা একেৰাহে লিখি যায়। তেওঁ যিকোনো অৱস্থাতে অতি সাধাৰণ ভাৱে পিন্ধা-উৰা কৰি লিখিব পাৰে। জাৰকালি হ'লে জুইৰ কাষত বহি লিখে। মুঠতে তেওঁক তাৰবাবে কোনো পৰিবেশ আৰু সঁজুলিবিশেষৰ প্ৰয়োজন বোধ নকৰে।

সামৰণিত, ইয়াকে ক'ব পাৰি যে স্বৰ্ণ বৰাৰ থাওকলীয়া ক্ষীণমিন চেহেৰাৰ মাজত মনটোত যে অযুত হাতীৰ বল আছে ভাবিলে বিস্ময় মানিব লাগে। অনুভৱ পৰাশৰে এইগৰাকী লেখিকাক "কলমৰ মাজেৰে জীয়াই থাকিব বিচৰা মানুহ গৰাকী" বুলি গুণ বৰ্ণাইছে (নন্দিনী, জুলাই, ২০০৩)। স্বৰ্ণ বৰাই নিজৰ বিষয়ে এইদৰে কয়— "আচলতে মই ভাবো শৰীৰৰ লগত মনৰ সম্বন্ধ নাই। জীৱনৰ ঘাত-প্ৰতিঘাতবোৰক প্ৰত্যাহ্বান হিচাপে গ্ৰহণ কৰিব পৰাটোৱেই আচল কথা। এই ক্ষেত্ৰত পৰিবেশ কেতিয়াও অন্তৰায় হ'ব নোৱাৰে।"

এই কথা যুগে যুগে উত্তৰপুৰুষলৈ প্ৰেৰণা হৈ থাকিব। আমিও শুভেচ্ছা-মূলকভাৱে এইগৰাকী গংগাস্বৰূপা লেখিকাক গংগাৰ জলেৰে অন্তৰৰ আকুতি জনাই কওঁ ঃ

> 'মৰমী দেশত মোৰ
> আদৰ্শৰ সেন্দুৰী আলিত
> প্ৰতিভাৰ সোণপানী
> যাবা চটিয়াই।'

(দুধনৈৰ বেদনা) ☐

# তৰুলতা দাস

**আৰতি দাস**



মই এনে এগৰাকী ব্যক্তিৰ জীৱন আৰু কৰ্মৰ বিষয়ে লিখিবলৈ লৈছোঁ— যিগৰাকী ব্যক্তি ইতিমধ্যে সমাজত সকলোৰে পৰিচিত হৈ পৰিছে। সেইগৰাকী ব্যক্তি হ'ল বৰপেটাৰ শ্ৰীতৰুলতা দাস। শ্ৰীতৰুলতা দাস ইতিমধ্যে অসমীয়া পঢ়ুৱৈ সমাজত পৰিচিত হৈ উঠিছে। লেখিকা সমাৰোহ সমিতি, বৰপেটা সাহিত্য সভা, নানা অনুষ্ঠান প্ৰতিষ্ঠান, বাতৰি কাকত আদিৰ মাধ্যমত তেওঁৰ কবিতা, গল্প, উপন্যাস, নাটক, চুটিগল্প, প্ৰবন্ধ, হোলী গীত আদি প্ৰকাশ পাই সমাদৰ পাই আহিছে, তেওঁ মহিলা সমিতি আৰু কেবাখনিও সমাজ সেৱা সংস্থাৰ জৰিয়তে সমাজ সেৱাত আত্মনিয়োগ কৰি দুখীয়া আৰু অসহায় মহিলাসকলৰ মনত আশাৰ সঞ্চাৰ কৰি সমাজৰ কৃতাৰ্থ লাভ কৰিছে।

তৰুলতা দাসৰ দেউতাকৰ নাম ৺চণ্ডীচৰণ তালুকদাৰ আৰু মাকৰ নাম ৺সৰজুবালা তালুকদাৰ। তেওঁলোক পূৰ্বতে নলবাৰী জিলাৰ মানুহ আছিল যদিও দৰং জিলাৰ বিশ্বনাথ চাৰিআলিত পিছলৈ স্থায়ীভাৱে থাকিবলৈ লয়, তেওঁৰ দেউতাকে জীৱিকাৰ সূত্ৰে প্ৰতাপগড় চাহ বাগিচাত প্ৰথমতে মুখ্য কাৰ্যালয়ৰ বৰকেৰাণী হিচাবে মকৰল হৈছিল। তাৰ পিছত দিকৰাই আৰু পাভৈ চাহ বাগিচাতো দেউতাকে চাকৰি কৰিছিল।

তৰুলতা দাসৰ ১৯৩৭ চনৰ ৪ চেপ্তেম্বৰ তাৰিখে প্ৰতাপগড় চাহ বাগিচাত জন্ম হৈছিল। তেওঁৰ শৈশৱ-কৈশোৰৰ আধাছোৱা কাল চাহ বাগিচাতে অতিবাহিত হৈছিল। সেইসময়ত চাহ বাগিচাবোৰত ভাল শিক্ষাৰ ব্যৱস্থা নথকাৰ বাবে তৰুলতা দাসৰ শিক্ষা আধৰুৱা হৈ থাকিল। পাভৈ চাহ বাগিচাৰ ওচৰতে থকা এম, ভি স্কুলখনৰ পৰাই তেওঁ এম. ভি. পৰীক্ষা দি উত্তীৰ্ণ হোৱাৰ পাছত, বিশ্বনাথ চাৰিআলিত হাইস্কুলৰ দশম শ্ৰেণীলৈকে পঢ়ি সেইখিনিতেই দুখেৰে পঢ়াৰ সামৰণি মাৰিব লগা হৈছিল। কাৰণ সেই সময়ত ছোৱালী সকলতে বিয়া দিয়াৰ নিয়ম আছিল। সেয়ে তেওঁ স্কুলৰ শেষ পৰীক্ষা প্ৰৱেশিকা পৰীক্ষা দিয়াৰ আগতে মাকে

তেওঁৰ বিয়াৰ বাবে প্ৰস্তুতি চলাই ঘৰুৱা কাম-কাজ, তাঁতবোৱা, চিলাই শিকোৱাৰ লগতে ৰামায়ণ, মহাভাৰত পঢ়িবলৈ শিকাইছিল। শিক্ষাৰ প্ৰতি থকা তেওঁৰ অদম্য হেঁপাহটো মনৰ মাজতে হেঁচি ৰাখি মাক-দেউতাকৰ ইচ্ছানুযায়ী ১৯৫১ চনৰ ৫ নৱেম্বৰ তাৰিখত বৰপেটাৰ বৰহাটীৰ বিভিন্ন অনুষ্ঠান, প্ৰতিষ্ঠানৰ গুৰি ধৰোঁতা, ধাৰ্মিক, সংস্কৃতিবান, লোকনায়ক অধিবক্তা ৺যাদৱ দাসৰ মাজু ল'ৰা ভোলানাথ দাসৰ লগত বিয়া হয়। তেওঁৰ শাহু আইৰ নাম আছিল ৺পদ্মপ্ৰিয়া দাস। দাসৰ স্বামী ৺ভোলানাথ দাস ৰাজপত্ৰিত চৰকাৰী বিষয়া আছিল।

শ্ৰীমতী দাসে এহাত ওৰণি লৈ শহুৰৰ ঘৰত কইনা সাজেৰে প্ৰৱেশ কৰিছিল। তেওঁৰ শাহু আই বহু বছৰ আগতেই ঢুকাইছিল। সেয়ে শাহু নথকা ভৰা ঘৰখনত বোৱাৰীৰূপে আহি সকলোফালে সমানে নজৰ দি ঘৰৰ দায়িত্ব মূৰ পাতি ল'ব লগা হৈছিল। প্ৰথম অৱস্থাত মাত-কথাতো বহু আহুকাল পাইছিল। কিন্তু তেওঁক সকলো মাত-কথাত, কাম-কাজত সহায় কৰিছিল তেওঁৰে ডাঙৰ জীয়েক ৺ভবানী প্ৰিয়া দাসে। ভবানীপ্ৰিয়া দাস বৰপেটাৰ জুৰোৰাম পাঠক ছোৱালী বিদ্যালয়ত প্ৰধান শিক্ষয়িত্ৰীৰ দায়িত্ব পালন কৰি সুখ্যাতিৰে স্ত্ৰী শিক্ষাৰ ক্ষেত্ৰত বহুমূলীয়া অৱদান ৰাখি গৈছে। দাসৰ মতে ৺ভবানীপ্ৰিয়া দাস তেওঁৰ শাহু তুল্য আছিল।

তৰুলতা দাসৰ শিক্ষাৰ প্ৰতি থকা ধাউতি দেখি বিয়াৰ পিছত ঘৰতে হিন্দী শিক্ষয়িত্ৰী ৰাখি স্বামীয়ে হিন্দী পঢ়াৰ ব্যৱস্থা কৰি দিছিল। দাস তেতিয়া এজনী কন্যা সন্তানৰ মাতৃ আছিল। কেঁচুৱাৰ আপডাল কৰিও হিন্দীত তেওঁ প্ৰবেশিকা পাচ কৰে। তেওঁ পাঁচ গৰাকী ছোৱালী আৰু দুজন ল'ৰাৰ মাতৃ। ইতিমধ্যে আটাই কেইজনী ছোৱালীক উপযুক্ত ল'ৰা আৰু ঘৰলৈ উলিয়াই দিছে। উচ্চ শিক্ষাৰে ল'ৰা দুজনকো উপযুক্ত কৰিছে।

১৯৭৫ চনত তৰুলতা দাসে প্ৰথম সমাজৰ কাম কৰিবলৈ ওলাই আহে, সেই সময়ৰ বৰপেটা জিলাৰ মহিলা সমিতিৰ প্ৰধান সম্পাদিকা প্ৰয়াত ভাৰতী দাস আৰু প্ৰয়াত কৰুণাময়ী ৰায় চৌধুৰীয়ে শ্ৰীমতী দাসক প্ৰায় জোৰ কৰিয়েই ঘৰৰ পৰা উলিয়াই আনি বৰপেটা মহিলা সমিতিৰ প্ৰধান সম্পাদিকাৰ দায়িত্ব অৰ্পণ কৰিছিল। শ্ৰীমতী দাসে একেৰাহে সাতবছৰ কাল সম্পাদিকাৰ দায়িত্ব বহন কৰি বিভিন্ন কল্যাণমূলক কাম মাদক দ্ৰব্য নিবাৰণ, হস্ত তাঁত শিল্প, নিটিং, কাটিং এম্ব্ৰইডাৰী আদিৰ লগতে ছাত্ৰী-মহিলাসকলক আচাৰ, জেলি, স্কোৱাচ আদি তৈয়াৰ কৰিবলৈ গুৱাহাটীৰ পৰা প্ৰশিক্ষক আনি প্ৰশিক্ষণ দিয়াৰ ব্যৱস্থা কৰিছিল, তাৰ উপৰিও মহিলা সমিতিৰ কাৰ্যালয়তে চাৰিখন তাঁতশালত বিভিন্ন ধৰণৰ কাপোৰ উৎপাদন কৰি বিক্ৰীৰ ব্যৱস্থা কৰিছিল।

১৯৭৫ চনৰ পৰা ১৯৮২ চনলৈকে তৰুলতা দাসে বৰপেটা জিলা মহিলা

সমিতিৰ সম্পাদিকাৰ পদত অধিস্থিত হৈ থাকোতে অসমৰ বিদেশী বিতৰণৰ অস্তিত্ব ৰক্ষা আন্দোলনত সকলো কাৰ্যসূচীতে অংশ গ্ৰহণ কৰি মহিলাসকলক লৈ গাঁৱে-ভূঞে ঘূৰিছিল। শিশু কল্যাণমূলক আঁচনিৰ যোগেদি বৰপেটা জিলা মহিলা সমিতিত শিশুসকলক ভেক্‌চিন দিয়াৰ ব্যৱস্থা কৰিছিল। শিশু খাদ্য হিচাবে ৰেডক্ৰচ চছাইটিৰ পৰা অনা পাউদাৰ গাখীৰ শাখা সমিতিবোৰলৈ পঠাইছিল।

সেই সময়ত চৰকাৰে গঠন কৰি দিয়া বিভিন্ন চৰকাৰী প্ৰতিষ্ঠানবোৰৰ কমিটিসমূহত তৰুলতা দাসে সদস্যা হিচাপে আছিল। তাৰ ভিতৰত "বৰপেটা জিলা কাৰাগাৰত Jail visitor হিচাবে দুবছৰীয়া কাৰ্য্যকালত দায়িত্ব পালন কৰিছিল ১৯৭৯ চনৰ পৰা ১৯৮১ চনলৈ। তাৰোপৰি Red Cross Society ৰ Asstt. Secy হিচাবেও তেওঁ ছছাইটিখনত দুটা বছৰ কাৰ্য্যনিৰ্বাহ কৰিছিল ১৯৭৮ চনলৈকে। ৰাজ্যিক মাদক দ্ৰব্য নিবাৰণী পৰিষদ, বৰপেটা জিলা কমিটিতো তৰুলতা দাসে দুটা বছৰ সদস্যা হৈ থাকি মাদক দ্ৰব্যৰ বিৰুদ্ধে মহিলাসকলক লৈ অভিযান চলাই, সমদল উলিয়াই মদ নিবাৰণী কাৰ্য্যসূচীত অংশ গ্ৰহণ কৰিছিল।

তৰুলতা দাসে বৰপেটা জিলা মহিলা পৰিষদৰ সভানেত্ৰী পদত একেৰাহে দুবছৰ থাকি সংগঠনৰ কামত আগভাগ লৈ গাঁৱে-ভূঞে মেল-মিটিং কৰিছিল।

তেওঁ বৰপেটা মাধৱ চৌধুৰী মহাবিদ্যালয়ৰ পৰিচালনা সমিতিৰ সদস্যা হিচাবেও দুবছৰ আছিল।

তৰুলতা দাসে পাৰিবাৰিক দায়িত্ব পালন কৰিও, ল'ৰা-ছোৱালীক পঢ়াশুনাৰ লগতে সংগীত-নৃত্য-অভিনয় আদিতো আগবঢ়াই নিয়াইছিল। তেওঁ ক্ষোভ প্ৰকাশ কৰি কৈছিল— "নিজৰ মন থকা সত্ত্বেও এইবোৰ শিকিবলৈ সুবিধা নাপালো, সেয়ে এতিয়া ল'ৰা ছোৱালীৰ মাজেৰেই মোৰ মনৰ আশাবোৰ পূৰণ হওক বুলিয়েই সিহঁতক মই সকলো ক্ষেত্ৰতে আগবাঢ়ি যাবলৈ অনুপ্ৰেৰণা দিছে।"

তৰুলতা দাসে সামাজিক কামৰ মাজেৰেই সাহিত্য-সংস্কৃতিৰ জগতখনত নিবিড়ভাবে সোমাই পৰিছিল। তেওঁ বৰপেটা লেখিকা সমাৰোহ সমিতিত ১৯৮৯ ইং চনৰ পৰা ১৯৯২ চনলৈ সভানেত্ৰীৰ পদত থাকি সুচাৰুৰূপে কাম চলাইছিল। বৰপেটাৰ আন এটা অনুষ্ঠান "শংকৰদেৱ মহিলা সংস্কৃতিক অনুষ্ঠানতো দুটা বছৰ তেওঁ সভানেত্ৰীৰ দায়িত্ব পালন কৰি সত্ৰীয়া সংস্কৃতিৰ প্ৰাণকেন্দ্ৰ বৰপেটাৰ বাৰে বৰণীয়া সংস্কৃতিৰ দিশত আগভাগ লৈ কাম কৰিছিল। দাসে ৰচনা কৰা এখন সংগীতআলেখ্য "ৰঙে ৰঙে একাকাৰ" বৰপেটাৰ সংস্কৃতি, হোলীৰ ওপৰত লিখা। গুৱাহাটীৰ অনাতাঁৰ কেন্দ্ৰৰ যোগেদি প্ৰচাৰ কৰিছিল বৰপেটাৰ শিল্পীসকলে।

১৯৭৫ ইং চনত যোৰহাটত "সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ" অধিৱেশন উপলক্ষে আয়োজন কৰা সদৌ অসম ভিত্তিত সাহিত্য প্ৰতিযোগিতাত অংশ গ্ৰহণ কৰি শ্ৰীদাসে শিশু নাটক 'ফুলকলি'ত দ্বিতীয় স্থান অধিকাৰ কৰি

"কমল কুমাৰী বঁটা" লাভ কৰিবলৈ সক্ষম হৈছিল। তাৰ পিছত ৩১-৫-৮৩ ইং চনত "সদৌ অসম লেখিকা সমাৰোহ সমিতি"ৰ নলবাৰীত বহা অধিবেশন উপলক্ষে আয়োজন কৰা অসম ভিত্তিক সাহিত্য প্ৰতিযোগিতাতো তৰুলতা দাসে তেওঁৰ উপন্যাস" শত শ্বহীদৰ তেজৰ শিখাৰে"খনতো "জয়দেৱী" স্মৃতি বঁটা লাভ কৰিছিল।

৩-১-৮৮ ইং চনত "সদৌ অসম লেখিকা সমাৰোহ সমিতি"ৰ বৰপেটা অধিবেশন উপলক্ষে আয়োজন কৰা অসম ভিত্তিত স্মৃতি সাহিত্য প্ৰতিযোগিতাত "সোণালী আভা" নামৰ নাটিকাখনত তেওঁ চলন্ত "বাসন্তী দেৱী" বঁটা লাভ কৰিছিল। ৭-১-৯০ ইং চনত "সদৌ অসম লেখিকা সমাৰোহ সমিতি"ৰ দ্বাৰা "নিৰুপমা বৰুৱা স্মৃতি সাহিত্য প্ৰতিযোগিতাত শিশু উপযোগী গল্পত শ্ৰেষ্ঠ স্থান লাভ কৰিছিল। গল্প তিনিটা হ'ল "সমিধান", "এধাৰি নিচিগা মালা" আৰু "জন্মদিন"।

১৯৯১ ইং চনত বৰপেটা জিলা সাহিত্য সভাৰ দ্বাৰা আয়োজিত মহিলা লেখিকাৰ গল্প প্ৰতিযোগিতাত তৰুলতা দাসে তৃতীয় স্থান অধিকাৰ কৰিছিল। গল্পটোৰ নাম আছিল "আবীৰ"।

১৯৮০ ইং চনৰ চেপ্তেম্বৰ মাহত গুৱাহাটীৰ "ৰসৰাজ সংঘই আয়োজন কৰা অসমভিত্তিক গল্প প্ৰতিযোগিতাতো শ্ৰীদাসে বঁটা পাবলৈ সক্ষম হৈছিল।

সাহিত্যত তৰুলতা দাসৰ প্ৰকাশিত পুথি হ'ল দহখন।

উপন্যাস ঃ প্ৰণয়ৰ পোহৰ, শত শ্বহীদৰ তেজৰ শিখাৰে। কবিতা পুথি হ'ল ঃ হৃদয়ৰ সুৰ, অনুভূতিৰ প্ৰতিতী, তুমি। নাটক ঃ মঞ্চদীপ।

হোলীগীত ঃ কানাই বাঁহী বজাই ক'ত।

শিশুপুথি ঃ শিশুশংকৰ আৰু বনৰীয়া আমি বনৰ চৰাই।

গল্প সংকলন ঃ লগন উকঁলি গ'ল।

শ্ৰীতৰুলতা দাসৰ অপ্ৰকাশিত পুথিসমূহ হ'ল কবিতা— মন হৃদয় স্বপ্নৰ বৰ্ণিল এখন আকাশ,

শ্ৰদ্ধাঞ্জলি ঃ (কবিতা পুথি)

শিশু উপন্যাস ঃ ৰং বিচাৰি।

উপন্যাস ঃ কুঁৱলীয়ে ধূসৰ সেইপথ।

গীতৰ পুথি ঃ সুৰৰ লহৰী।

নাটক ঃ প্ৰাৰ্থনা, "এখন হাত"।

পৰিয়াল পৰিকল্পনাৰ ওপৰত ৰচিত নাটিকা ঃ "অভিশাপ"।

পূৰ্ণাংগ নাট ঃ আহ ঐ ওলাই আহ।

গল্প সংকলন ঃ বনৰীয়া ফুলৰ সুবাস।

সংগীতালেখ্য "সাত পাকৰ বন্ধন" বৰপেটাৰ সমাজত প্ৰচলিত বিয়াৰ নিয়ম-নীতি, বিয়াগীতৰ ওপৰত ৰচনা। "ৰঙে ৰঙে একাকাৰ" আন এখন সংগীতালেক্ষ্য বৰপেটাৰ সংস্কৃতিৰ ওপৰত ৰচনা। শ্ৰীদাসৰ আন এখন সংগীতালেক্ষ্য হ'ল "জননী জন্মভূমি স্বৰ্গাদপি গৰিয়সী, ৰচনাৰ সময় ১৯৮২ ইং চনত। ২৫-৮-৯৬ ইং চনত বৰপেটা লেখিকা সমাৰোহ সমিতিয়ে শ্ৰীযুতা দাসক সম্বৰ্দ্ধনা জনায়। গুৱাহাটীৰ পৰা প্ৰকাশ পোৱা মেজৰ সত্যব্ৰত লহকৰ দেৱৰ সম্পাদনাত "নামনাই" আলোচনীৰ ৪০ বছৰীয়া জন্ম-জয়ন্তী উৎসৱৰ লগত সংগতি ৰাখি কেইবাজনা শিল্পী, সাহিত্যিকৰ লগতে শ্ৰীতৰুলতা দাসকো, সাহিত্য-সংস্কৃতিৰ দিশত প্ৰসাৰ আৰু প্ৰচাৰৰ বাবে আগভাগ লোৱাৰ বাবদ ১৫ মে ১৯৯৩ ইং চনত মেজৰ সত্যব্ৰত লহকৰৰ সচিব প্ৰধানে গুৱাহাটীৰ ৰবীন্দ্ৰ ভৱনত ৰাজহুৱা সভাত সম্বৰ্দ্ধনা জনাইছিল।

তৰুলতা দাস এগৰাকী সহজ-সৰল মহিলা। সদায় মুখত লাগি থকা মধুৰ হাঁহিটোৱে সকলোকে আকৰ্ষণ কৰে। তাৰোপৰি তেওঁৰ অমায়িক স্বভাৱ, সাধুতা আৰু পবিত্ৰতাই তেওঁৰ মানসিকতাক মধুৰ কৰি ৰাখিছে। বাইদেউৱে কেতিয়াও ডাঙৰ কৰি কথা নকয়। পিন্ধন-উৰণতো তেওঁৰ ৰুচি মন কৰিবলগীয়া। চাল-চলন, কথা-বতৰা, পিন্ধন-উৰণেহে প্ৰকৃত নাৰী চৰিত্ৰৰ পৰিচয় দিয়ে। Henry Ward Becher (হেনৰী বেচিয়াৰে) এইদৰে কৈছে In my sound I think God meant to Each the world the way to purity and nobility through woman. তৰুলতা দাসৰ ক্ষেত্ৰত যেন এই কথাৰ উমান পোৱা যায়।

তৰুলতা দাস মোৰ শহুৰৰ ফালৰ পৰা 'বৌ' বা 'জা' হয় আৰু সেইবাবেই বাইদেউৰ ঘৰুৱা জীৱন আৰু আন আন সমস্যাবোৰৰ সম্পৰ্কেও আমাৰ মাজত আলোচনা হয়। সেয়েহে বাইদেউৰ মনৰ ভিতৰখন যেন মই দেখিবলৈ পাইছো আৰু তেওঁৰ অন্তৰ্জগতৰ কথাবোৰ জানিব পাৰিছো। তেওঁক মোৰ নিজৰ বাইদেউৰ দৰে লাগে, বহু কথা, উপদেশ, পৰামৰ্শৰ বাবে সঘনে মই তেওঁৰ ঘৰলৈ অহা যোৱা কৰো। বাইদেউৰ সহনশীলতা আৰু কৰ্মৰ প্ৰতি একাগ্ৰতা আছে। সেইবাবে তেওঁ বৰপেটাত থাকিও সাহিত্য সেৱা কৰিব পাৰিছে। বাহিৰৰ জগতখনৰ লগত চিনাকি আছে বাবেই বাইদেউৱে কল্পনা আৰু বাস্তৱৰ মাজত উটি-বুৰি সাহিত্যৰ সৃষ্টি কৰিব পাৰিছে। বাইদেউৰ লিখনিসমূহ ১৯৭৪ ইং চনৰ পৰাই আৰম্ভ হোৱা বুলি কৈছে আৰু কৈছে "১৯৭৪ চনৰ পৰা আৰম্ভ হোৱা মোৰ কলম কেতিয়া জানো থমকি ৰয়, ক'ব নোৱাৰো। গাত শক্তি থাকে মানে কলম চলাই যাম।"

সেই সময়ৰ পৰাই তেওঁ গল্প, প্ৰবন্ধ, কবিতা, উপন্যাস, নাটক, হোলীগীত আদি বিভিন্ন আলোচনী, বাতৰি কাকত আদিত প্ৰকাশ পাই আহিছে। ইয়াৰ মাজৰ লিখনিৰ মাজৰ পৰা যিখিনি সম্ভৱ লিখনিত দাঙি ধৰিবলৈ আগবাঢ়িছো।

তৰুলতা দাসৰ উপন্যাস দুখন বৰ্তমানে পঢ়ুৱৈ সমাজৰ মাজত পৰিচিত। তাৰে এখন হ'ল "শত শ্বহীদৰ তেজৰ শিখাৰে।" আৰু আনখন হ'ল "প্ৰণয়ৰ পোহৰ।" অসমৰ বিদেশী বহিষ্কৰণ আন্দোলনৰ সময়ৰ অসমীয়া ৰাইজৰ সংগ্ৰাম এই উপন্যাসত তেওঁ সুন্দৰ ভাৱে ফুটাই তুলিব পাৰিছে।" উপন্যাস এখনি ছবি বা প্ৰতিকৃতিৰ দৰে। কিন্তু আমি মনত ৰাখিব লাগিব যে ছবিত বা প্ৰতিকৃতিত সাদৃশ্যৰ বাহিৰেও আৰু কিবা কিবি থাকে। তৰুলতা দাসৰ "শত শ্বহীদৰ তেজৰ শিখাৰে" উপন্যাসখন পৰ্যালোচনা কৰিলে দেখা যায় যে কাহিনীৰ যুক্তিযুক্ততা, ভাৱ-ধাৰণা সামাজিক পৰিস্থিতি আদি কম-বেছি পৰিমাণে আছে। এই উপন্যাসখন "নাম নাই" আলোচনীত (সত্যব্ৰত লহকৰ সম্পাদিত) ধাৰাবাহিক ভাৱে ওলাই গৈছে। উপন্যাসখনে ৰাইজৰ মাজত সমাদৰ লাভ কৰিছে। কাৰণ এই উপন্যাসখনে অসমীয়া ৰাইজৰ অন্তৰৰ কথা প্ৰকাশ কৰিছে। সময়ৰ সোঁতত বহুতো কথা পাহৰণিৰ গৰ্ভত লীন হৈ যায়। কিন্তু সাহিত্যই ইয়াৰ ছবি সদায় সঞ্জীৱিত কৰি ৰাখে।

শ্ৰীতৰুলতা দাসৰ আন এখন উপন্যাস হ'ল "প্ৰণয়ৰ পোহৰ"। প্ৰণয় মানৱ জীৱনৰ চিৰন্তন প্ৰবাহ। এই প্ৰণয় কাহিনীয়েই নিখুঁত কলাকাৰৰ হাতত মূৰ্তিমান হৈ অমৰ হৈ থাকে আৰু সেই উপন্যাস হৈ পৰে চিৰন্তন সাহিত্য। উদাহৰণ স্বৰূপে স্বেক্সপিয়েৰৰ "ৰোমিঅ জুলিয়েট", ৰজনীকান্ত বৰদলৈৰ "মিৰি জীয়ৰী" আদি উপন্যাস মন কৰিবলগীয়া। এনেধৰণৰ কাহিনী পৃথিৱীৰ সকলো দেশৰ সাহিত্যতে পোৱা যায়। তেওঁৰ উপন্যাসখনৰ প্ৰায় কাহিনী ব্যথাভৰা ৰূপত আৰু ছন্দময় ভাষাত প্ৰকাশ পাইছে। মানৱ সমাজত স্বামী-স্ত্ৰী, প্ৰেমিক-প্ৰেমিকা আদিৰ প্ৰেমৰ উপৰিও ব্যতিক্ৰম প্ৰেমৰ কাহিনী কেতিয়াবা দেখা যায়। শ্ৰীদাসে তাকেই দেখুৱাব খুজিছে। কাৰণ উপন্যাসখনত প্ৰেম নিৰাশাবাদত শেষ নহয়। দৈহিক মিলন সম্ভৱ নহ'লে নায়ক-নায়িকাই ভগৱৎ প্ৰেমত আশ্ৰয় লৈ শান্তি লাভ কৰে। প্ৰেম অৱশেষত আধ্যাত্মিক প্ৰেমত পৰিণত হয়। তেওঁৰ উপন্যাসখনত বিবাহিতা নাৰীৰ দ্বিধা আৰু মানসিক দ্বন্দ সুন্দৰ ভাৱে ফুটাই তুলিব পাৰিছে। আৰু শেষত সেই প্ৰেম অমৃতৰ তুল্য হৈ পৰিছে।

"মঞ্চদীপ" দাসৰ চাৰিখন একাঙ্কিকা নাটৰ সংকলন। যোৱা দুটা দশকত অসমীয়া নাট্য সাহিত্যই বিশেষ সমাদৰ লাভ কৰা দেখা যায়। সত্যপ্ৰসাদ বৰুৱা, ভবেন্দ্ৰনাথ শইকীয়া, দুৰ্গেশ্বৰ বৰঠাকুৰ আদিৰ নাটত সামাজিক জীৱন ৰূপায়িত হৈছে। এইবোৰৰ উপৰিও অসমৰ নবীন নাট্যকাৰসকলে একাঙ্কিকা নাটৰ মাধ্যমত মধ্যবিত্ত আৰু নিম্ন শ্ৰেণীৰ আশা, আকাঙ্খা, জীৱন সংগ্ৰাম, সমাজ বিপ্লৱ আদি প্ৰতিফলিত কৰিছে। এইবোৰৰ দ্বাৰা অনুপ্ৰাণিত হৈ হয়তো বাইদেৱে তেওঁৰ "মঞ্চদীপ"ত সমাজৰ বিভিন্ন চিত্ৰ দাঙি ধৰিবলৈ প্ৰয়াস কৰিছে। ফুলকলি, চেতনা,

ৰেখাঙ্ক আৰু সূৰ্য্যোদয়, চাৰিখন সামাজিক নাট। সমাজত যৌতুক প্ৰথাই যি মৃত্যুৰ বিভীষিকা হৈ লেখিকাৰ মনত গভীৰ ৰেখাপাত কৰিছে তাৰ ফলত জন্ম হৈছে 'ৰেখাঙ্ক' নামৰ নাটখনৰ। 'ফুলকলি' নামৰ নাটখনত লেখিকাই শিশুৰ মানসিক চিত্ৰ দাঙি ধৰিবলৈ প্ৰয়াস কৰিছে। শিশু হ'ল দেৱদূতৰ দৰে পৱিত্ৰ। কবিয়ে কৈছে— Child is the father of man. শিশু হ'ল সৰগৰ পাৰিজাতৰ দৰে পৱিত্ৰ। এওঁলোকে আহে ভগৱানৰ চৰণৰ পৰা। এই শিশুৰ অন্তৰ এখিলা অলিখিত উকা পাতৰ দৰে। আমি এই শিশুবোৰৰ অন্তৰত সৎচিন্তা, সৎ উপদেশ দি সংসাৰৰ অশুভ কালিমাবোৰৰ পৰা আঁতৰত ৰাখিব লাগে। মৰম, স্নেহ আদিৰ দ্বাৰা সিহঁতৰ অন্তৰ শুদ্ধ কৰি ভৱিষ্যতৰ সৎ নাগৰিক হিচাবে গঢ় দিব লাগে।

তৰুলতা দাসৰ আন দুখন নাট "সূৰ্য্যোদয়" আৰু "চেতনা"। এই দুয়োখন নাটেই বিগত ছয় বছৰীয়া অসমৰ বিদেশী বহিষ্কৰণ আন্দোলনৰ পটভূমিত ৰচিত। এই অন্দোলনত পুৰুষৰ লগতে মহিলা সকলেও দেশৰ হকে ৰাজপথলৈ ওলাই আহি সাহসেৰে যুঁজ কৰি নিজৰ জীৱন আহুতি দিলে, কিন্তু কিছুমান অমানুহে এই মহিলাসকলক বেয়া চকুৰে চাই সমালোচনা নকৰা নহয়। সেই সময়ৰ উত্তৰ কামৰূপৰ নাৰী নিৰ্য্যাতনৰ করুণ কাহিনী কাৰো অবিদিত নহয়। আনহাতে "চেতনা" নামৰ শিশু নাটখনো সেই একে পটভূমিত ৰচনা কৰিছে। সৰু সৰু ল'ৰা ছোৱালীৰ মাজতো জাতীয় চেতনা কেনেকৈ জাগি উঠিব পাৰে তাৰে এক চিত্ৰ এই নাটখনত লেখিকাই প্ৰকাশ কৰিবলৈ যত্ন কৰিছে। শ্ৰীদাসৰ এই নাটসমূহ বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানত মঞ্চস্থ কৰি বঁটা লাভ কৰিছে। নতুন সমাজবোধৰ প্ৰভাৱত সমস্যামূলক সামাজিক নাটবোৰে সম্প্ৰতি বিকাশ লাভ কৰিছে। সাধাৰণ মানুহৰ আশা-আকাঙ্খা আৰু আবেগ-অনুভূতিক লেখিকাই ফুটাই তুলিবলৈ যত্ন কৰিছে। আনহাতে তেওঁৰ নাটত সমাজ জীৱনৰ বিভিন্ন চিত্ৰ ৰূপায়িত হৈছে। ইয়াত শ্ৰেণী বৈষম্য, ধনী-দুখীয়াৰ ব্যৱধান, অৰ্থনৈতিক সংকট, নিবনুৱা সমস্যা আদিকে ধৰি জীৱনত উদ্ভৱ হোৱা সমস্যাসমূহে সকলো লোকৰ দৃষ্টি আকৰ্ষণ কৰিলে। এইক্ষেত্ৰত বাইদেউৰ নাটসমূহ সমাজৰ দাপোণ স্বৰূপ।

উপন্যাস, নাটক আদিৰ উপৰিও শ্ৰীমতী দাস এগৰাকী লেখত ল'বলগীয়া কবি হিচাবেও আসন পাই আহিছে। কবিতা পুথি "হৃদয়ৰ সুৰ" "অনুভূতিৰ প্ৰতীতি" নামৰ এই দুখন পুথিৰ দ্বাৰা বাইদেউৱে কবি হিচাবে নিজৰ স্থান লাভ কৰিবলৈ সমৰ্থ হৈছে। তেওঁৰ নানা প্ৰসঙ্গ লৈ ৰচনা কৰা বহুতো কবিতা বহীৰ মাজত আবদ্ধ হৈ আছে। তাৰে বহুতো বাতৰি কাকত, আলোচনী আদিত প্ৰকাশ পাইছে। এই সকলোবোৰৰ সম্বন্ধে আলোচনা কৰা সম্ভৱ নহয়। বাইদেউৰ কবিতাসমূহ নানা বিষয়ৰ। দেশ আৰু সমাজৰ অনিয়ম-অনীতি আৰু সংঘাত-সমস্যাবোৰে তেওঁৰ অন্তৰত যি প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিছে তাৰেই প্ৰতিফলন পোৱা

যায় তেওঁৰ কবিতাবোৰত। তাৰোপৰি দেশপ্ৰেম আৰু দাৰ্শনিক ভাবো কিছুমান কবিতাত পোৱা যায়। জীৱন আৰু জগত সম্বন্ধে কবিৰ বিশেষ ধৰণৰ অভিজ্ঞতা হোৱা যেন অনুমান হয় তেওঁৰ কবিতাসমূহ পঢ়িলে। ভাৰতীয় দৰ্শন আৰু সংস্কৃতি এনেধৰণৰ ভাবৰ ওপৰতেই প্ৰতিষ্ঠিত। ভাৰতীয় দৰ্শনৰ মায়াবাদ, কৰ্ম্মফলবাদ আৰু বৈষ্ণৱ কবি শঙ্কৰ-মাধৱৰ গীতে এই ক্ষেত্ৰত কবিক অনুপ্ৰাণিত কৰা যেন লাগে। স্বদেশ প্ৰেমৰ উদ্দীপনাই এই যুগৰ কবিৰ কবিতাৰ আন এটি উৎস। স্বদেশৰ প্ৰতি প্ৰেমে কবিৰ মন উতলা কৰিছে "এই পথ ৰুদ্ধ পথ" নামে কবিতাত তেওঁ লিখিছে দেশৰ দুৰ্দশাৰ কথা, পঙ্গু সমাজৰ কথা।

ভুৱা আৰু চলনাৰ নিবিড় সান্নিধ্যত
জীৱন যাত্ৰাৰ ভাৱৰীয়া সাজি
দুৰ্নীতি দুৰ্য্যোগৰ ক্ষয় ৰোগত
ভোগা পঙ্গু আমাৰ সমাজ
তিলতিলকৈ মৃত্যুৰ গণিছে ক্ষণ।

এইদৰে শ্ৰীমতী দাসৰ কবিতাবোৰত তেওঁৰ মনৰ খলকনি উঠিছে। প্ৰত্যেকটো কবিতা বেলেগ বেলেগ হোৱা বাবেই কবিতাবোৰক ভাগ কৰি উলিওৱা কঠিন। কিন্তু ক'ব লাগিব যে কবিৰ প্ৰত্যেকটো কবিতা নিজৰ ভাব-অনুভূতিৰ পৰা ওলোৱা। নিজৰ মনলৈ যি ভাৱ আহিছে তাকে কবিতাৰ ৰূপত প্ৰকাশ কৰিছে। প্ৰত্যেকটো কবিতাই কাব্যিক ৰসেৰে ৰসাপ্লুত। বিশ্লেষণ কৰিলে প্ৰত্যেকটো কবিতাৰে আছে মাধুৰ্য্য, আছে ভাবৰ গভীৰতা। কবিৰ মন ত্যাগৰ মহিমাৰে মহিমান্বিত। বহুকেইটা কবিতাত কবিয়ে শেৱালীফুলৰ নিচিনা ত্যাগৰ সপোন দেখিছে। 'শেৱালীৰ চকুলো কবিতা'ই কবিৰ মনৰ ভাৱ ফুটাই তুলিছে। "উজাগৰী নিশাবোৰ পাৰহৈ যায় প্ৰতিক্ষণে/প্ৰতিক্ষণে, ক্লান্ত দেহ-মন/নাই প্ৰতিদান, নাই কোনো অভিযোগ।" কবিৰ কিছুমান কবিতা বৰ অদ্ভুত ধৰণৰ। যেনে "এটি সৰু কবিতা"—

"এটি সাপৰূপী বাসনাৰ ৰচিদালে
মোক কৰিলে গ্ৰাস
নেজানো কোনো এটি মুহূৰ্তও
ৰাতিৰ নিবিড়তাত"।

জীৱনৰ বিয়লি বেলাত যেতিয়া দাপোণত মুখখন চাই কবি নিৰাশ হয় তেতিয়া কবিতাই তেওঁৰ মনত ভুমুকি মাৰে ঃ

"দাপোনত মুখখনি চাই
স্মৃতিৰ সঁফুৰাত আলফুলে হাত বুলাওঁ
ধূসৰ আৱৰণৰ মাজেৰে জাঁহি উঠে

হেৰাই যোৱা মোৰ সোণালী
দেহৰ পুৰঠ মুখ।"

শৈশৱৰ পৰা যৌৱনলৈ এই বছৰবোৰৰ মধুৰ স্মৃতিয়ে কবিক আকুল কৰে—

"মোৰ শৈশৱৰ চিকুণ পুৱাতে
এটি ফুটুকি ধুনীয়া পখিলাই
নাচি নাচি মোৰ কাষলৈ আহিছিল।

কিন্তু বৰ কৰুণ অস্পষ্ট ভাৱেৰে শেষ হ'ল এটি সুন্দৰ সপোন, কবিয়ে এতিয়া নিষ্ঠুৰ বাস্তৱৰ লগত যুঁজ কৰি কৰি ভাগৰি পৰিছে। কবিয়ে কি ভাৱত কবিতা ৰচনা কৰে তাক কোৱা টান যদিও তাৰ সংকেত পোৱা যায়। কবিতাৰ মাজেৰে আমি কবিক চিনিব পাৰো। অন্তৰৰ ভাৱৰ খলকনিয়ে যেতিয়া কবিৰ অন্তৰ আলোড়িত কৰে তেতিয়া কবিতাৰ সৃষ্টি হয়। সেই বাবে কবিৰ দুখৰ ভাবেই সুখৰ সংগীত ৰচনা কৰে। আমাৰ মধুৰ গীতবোৰ যিবোৰে আমাৰ দুখৰ কাহিনী কয়।
Our Sweetest songs are those which
that tills us saddest thought.

অসমীয়া কাব্য-সাহিত্যত বহুতো মহিলা কবিৰ অৱদান আছে। যাইকৈ সমাজ সচেতনতা, দেশপ্ৰেম, মানৱ প্ৰেম আৰু প্ৰকৃতি প্ৰেম তেওঁলোকৰ কবিতাত প্ৰতিভাত হৈছে। সম-সাময়িক সমাজৰ স্থবিৰ আৰু নিৰাশজনক ছবিয়ে তেওঁলোকক ব্যথিত আৰু চিন্তিত কৰিছে। ব্যক্তিগত প্ৰেম আৰু বেদনাৰ আলফুল অনুভৱক প্ৰশ্ৰয় নিদি তেওঁলোকে অধিক গুৰুত্ব দিছে সমূহীয়া সমস্যাবোৰক, ফলত সাম্প্ৰতিক কালত মহিলা কবিসকলৰ কবিতাত দেখিবলৈ পাইছোঁ— প্ৰত্যাহ্বান আৰু প্ৰতিবাদৰ সুৰ। সেয়ে আমাৰ কবি বাইদেৱে একে প্ৰত্যাহ্বান আৰু প্ৰতিবাদৰ সুৰ তুলি গাইছে—

"আমি মানুহ, মানুহৰ দৰে জীয়াই থাকিব বিচাৰো
আশাৰ সপোন আমিও দেখো
কিন্তু এই জীয়াই থকাৰ সপোনবোৰ
নৈৰ গৰাখহাৰ দৰে থানবান হয় কিয়?"

এই কিয়ৰ উত্তৰ বিচাৰিয়েই আজিও আমাৰ কবিয়ে হাতৰ পৰা কলম এৰা নাই। 'নাৰী' কবিতাত নাৰী অশুচি, অপবিত্ৰ হোৱাৰ কাৰণ বিচাৰিছে।

"কিয়েইবা কাৰণ?
কিয় তেনে হলো আমি অশুচি, অপবিত্ৰ
আজিৰ সমাজত।"

কবিতাৰ উপৰিও "লগন উকলি গল" দাসৰ এখনি চুটি গল্প সংকলন, দহোটা গল্পৰ সমষ্টি। এই গল্পবোৰ প্ৰায় চকুৰ আগতে দেখা আৰু বাস্তৱ জগতৰ

আলম লৈ লিখা যেন লাগে। এইবোৰ বহুতো আলোচনাত প্ৰকাশ হৈ গৈছে। এই গল্পবোৰ প্ৰায় চকুৰ আগতে দেখা আৰু বাস্তৱ জগতৰ আলম লৈ লিখা যেন লাগে। এইবোৰ বহুতো আলোচনাত প্ৰকাশ হৈ গৈছে। এই গল্পবোৰে নাৰী সমাজৰ সমস্যাকে গল্পৰ মাজেৰে তুলি ধৰিব বিচাৰিছে। আধুনিক চুটি গল্পৰ প্ৰধান উদ্দেশ্য জীৱনৰ বিশেষ মুহূৰ্ত একোটিক উজলাই তোলা। ইয়াত থাকে মাথোন এটি কেন্দ্ৰীভূত ভাৱ। জীৱনৰ প্ৰতিটো মুহূৰ্তকে কেন্দ্ৰ কৰি চুটি গল্প ৰচনা কৰিব পাৰি। এই সুবিধাকন গ্ৰহণ কৰি প্ৰতিভাৱান গল্পকাৰে চুটি গল্পৰ ভঁৰাল চহকী কৰে। তৰুলতা দাসৰ গল্পবোৰত বিশেষকৈ নাৰী জীৱনৰ বিভিন্ন সুৰ উথলি উঠিছে। পাই হেৰুৱাৰ বেদনা, নাৰীৰ মননশীলতা, কন্যা সন্তানৰ প্ৰতি অৱহেলা, অনাদৰ আদিৰ ৰূপ দিওঁতে অসমৰ গাঁও আৰু চহৰৰ সাধাৰণ নাৰীৰ আলম লৈছে। সমাজৰ ভিন্ ভিন্ দিশৰ ওপৰত গল্পকাৰৰ সজীৱ মনোনিৱেশ আৰু অসমীয়া সমাজৰ পটভূমিয়ে গল্পকেইটা মনোগ্ৰাহী কৰি তুলিছে। তেওঁৰ ৰচনাত কোনো অযথা আড়ম্বৰ নাই। নিজৰ সহজ-সৰল কথন ভঙ্গীৰে সুন্দৰকৈ প্ৰকাশ কৰিছে।

তৰুলতা দাসৰ অ'ত তত প্ৰকাশ হোৱা কেইটামান বিশেষ ধৰণৰ লিখনি ঃ

১৯৭৪ ইং চনত অসমবাণীত প্ৰকাশ হয় "বৰপেটা কীৰ্তন ঘৰত মহিলাৰ স্থান।"

১৯৭৫ ইং চনত আন এখন আলোচনীত প্ৰকাশ পায় "মোৰ প্ৰশ্নৰ উত্তৰ বিচাৰি" কবিতা।

১৯৭৬ ইং চনত নলবাৰীৰ "ৰিনিৰ সাধু" নামৰ শিশু পুথিত প্ৰচাৰ হয় "সোণৰ মইনা" শিশু গল্প। "যোগাযোগ" (তেজপুৰৰ কাকত)ত প্ৰকাশ পায় এটি "সুন্দৰ সপোন" নামৰ কবিতা।

১৯৭৭ ইং চনত অগ্ৰদূতত প্ৰকাশ পায় নাৰী নিৰ্যাতনৰ প্ৰতিবাদত লিখা "মহিলা সমিতিৰ কৰ্তব্য কি?" "নাৰী কণ্ঠ ৰুদ্ধ হ'ল কিয়?"

একে চনতে প্ৰকাশ হয় "সোণ পাহীইঁতৰ সপোন" কবিতা সেউজী নামৰ আলোচনীত। ৰাজধানী মইনা পাৰিজাত শিশু আলোচনীত প্ৰকাশ হয় গল্প "ফুলকলি।"

১৯৭৮ ইং চনত সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ মুখপত্ৰ লেখিকাত প্ৰকাশ পায় গল্প "মোৰ সপোনবোৰ হেৰাই গ'ল।"

১৯৭৯ চনত "নাম নাই" আলোচনীত "আশ্ৰয়" আৰু "কলঙ্ক" নামৰ গল্প প্ৰকাশ পায়।

১৯৮০ চনত একেখন আলোচনীত প্ৰকাশ হয় গল্প "মৌন ক্ৰন্দন", "এলাগা মদাৰ"।

১৯৯০ চনত প্ৰকাশ পায় শিশু উপযোগী পুথি "শিশু শংকৰ"। শিশুসকলৰ কোমল মনত গুৰুজনাৰ জীৱন চৰিতৰ সহানুভৱতা আংশিকভাৱে হ'লেও প্ৰভাৱ পেলাব পাৰিব। এই আশাৰে লেখিকাই পুথিখন ৰচনা কৰে।

২০০৩ চনত ডিফুৰ সাহিত্য সভাৰ ৰাংছিনা ভৱনত শ্ৰীতৰুলতা দাসৰ একাঙ্কিকা নাট "ৰেখাঙ্ক" ৺ইলি ৰংপী সোঁৱৰণী বঁটা লাভ কৰে।

২০০৩ চনৰ ২৯ জুনত পুনৰবাৰৰ বাবে বৰপেটা জিলা মহিলা সমিতিৰ সভানেত্ৰীৰ আসন লাভ কৰে।

বাইদেউৰ ল'ৰা-ছোৱালী সাতটি। ছোৱালী পাঁচজনী আৰু ল'ৰা দুটা। ডাঙৰ ছোৱালী প্ৰীতিধাৰা বৰ্মণ, জোঁৱাই শ্ৰীবদন চন্দ্ৰ বৰ্মণ। এওঁ বান নিয়ন্ত্ৰণ বিভাগৰ মুখ্য অভিযন্তা। দ্বিতীয় ছোৱালী শ্ৰীনীতি ধাৰা বৰা, জোঁৱাই শ্ৰীমদন চন্দ্ৰ বৰা। এওঁ যোগান বিভাগৰ মুখ্য পৰিদৰ্শক। তৃতীয়া ছোৱালী স্মৃতিধাৰা দাস শিক্ষয়িত্ৰী আৰু এগৰাকী সু-কণ্ঠ শিল্পীও। জোঁৱাই শ্ৰীভূমিধৰ দাস এগৰাকী সফল ব্যৱসায়ী। চতুৰ্থ ছোৱালী শ্ৰীতৃপ্তি ধাৰা তালুকদাৰ গুৱাহাটী হাইকোৰ্টৰ অধিবক্তা আৰু অভিনেত্ৰী। "হনুমান সাগৰ বান্ধ চাউ" নাটকৰ 'ৰূপা' চৰিত্ৰত অভিনয় কৰি কেবাঠাইতো প্ৰদৰ্শন কৰি সমাদৰ লাভ কৰিছিল। বৰ্তমানেও সুবিধা পালেই মঞ্চত অভিনয় কৰি আহিছে। তাৰোপৰি দূৰদৰ্শনৰ চিৰিয়েল আৰু কথাছবিতো অভিনয় কৰি আহিছে। জোঁৱাই শ্ৰীব্ৰজেন তালুকদাৰ ব্ৰহ্মপুত্ৰ বৰ্ডৰ SDO। পঞ্চম ছোৱালী শ্ৰীইতিধাৰা বৰ্মণ এগৰাকী সু-গায়িকা। এওঁ ভাতখাণ্ডে সংগীত কেন্দ্ৰৰ পৰা কণ্ঠ সংগীতত বিশাৰদ ডিগ্ৰী লাভ কৰিছে। কলেজত পঢ়ি থাকোতেও শ্ৰেষ্ঠ সংগীত শিল্পী' সন্মান লাভ কৰিছিল। জোঁৱাই শ্ৰীকমল বৰ্মণ আবকাৰী বিভাগৰ পৰিদৰ্শক। ডাঙৰ ল'ৰা ডাঃ বিষ্ণু প্ৰসাদ দাস গুৱাহাটী মেডিকেল কলেজ হস্পিতালৰ প্ৰসূতি বিভাগৰ সহযোগী অধ্যাপক আৰু বোৱাৰী ডাঃ জ্যোতি ভূএগ দাস এগৰাকী চকু চিকিৎসক। তেৰোঁ গুৱাহাটী মেডিকেল কলেজ হস্পিতালৰ চকু চিকিৎসা বিভাগৰ সহযোগী অধ্যাপক। সৰু ল'ৰা শ্ৰীজ্যোতি প্ৰসাদ দাস, বৰপেটা কৃষি বিভাগৰ সম্প্ৰসাৰণ বিষয়া হিচাবে বৰপেটাতে কাম কৰি আছে। দহ-বাৰখন নাটক ৰচনাৰে জ্যোতিপ্ৰসাদ দাসে নাট্য-সাহিত্যত বিশেষ পাৰদৰ্শিতা লাভ কৰিছে। এওঁ এগৰাকী সুদক্ষ নাট পৰিচালকো। বোৱাৰী তুষ্টি দাস আইন শিক্ষাৰে শিক্ষিতা।

এনেদৰে বাইদেউৰে বিভিন্ন সময়ত বিভিন্ন গল্প, কবিতা, প্ৰবন্ধ, হোলীগীত, উপন্যাস, শিশু উপযোগী সাধু, মহিলাৰ অধিকাৰ সম্পৰ্কত, ইত্যাদি লিখনি বৰ্তমান সময়লৈকে লিখি আছে। বিভিন্ন সময়ত বিভিন্ন বাতৰি কাকত, আলোচনী আদিত প্ৰকাশ পাই আছে সেইবোৰ লিখনি।

শেষত বাইদেউ শ্ৰীতৰুলতা দাসৰ দীৰ্ঘ জীৱন কামনা কৰিলোঁ। তেওঁৰ শৰীৰ যেন সুস্থ হৈ থাকে আৰু সাহিত্য সেৱা অবিৰত গতিত চলি থাকে এই শুভ-ইচ্ছাৰে। □

# অনুপমা দেৱী

**লীনা ডেকা**



মানুহ এগৰাকীৰ প্ৰকৃত পৰিচয় পোৱা যায় কৰ্মৰ জৰিয়তে। জন্মসূত্ৰে কোনো মানুহ হয়তো বহুজন পৰিচিত হ'ব পাৰে; কিন্তু বিখ্যাত হ'ব নোৱাৰে। কৰ্মইহে মানুহৰ প্ৰকৃত পৰিচয়। কেৱল নিজৰ কৰ্মৰ দ্বাৰাই নিজস্ব পৰিচয় দাঙি ধৰা তেওঁ এনে এগৰাকী নাৰী, যাৰ নাম শ্ৰীঅনুপমা দেৱী। এই গৰাকী নাৰীৰ পৰিচয় কেৱল কাৰোবাৰ পত্নী হিচাপে বা কাৰোবাৰ মাতৃ হিচাপে নহয়; অনুপমা দেৱীৰ নিজৰে এটা সুকীয়া পৰিচয় আছে। সেই পৰিচয় হ'ল এগৰাকী সমাজ সেৱিকা হিচাপে, সুলেখিকা হিচাপে। যিসময়ত নাৰীৰ কোনো পৰিচয়েই নাছিল, অৰ্থাৎ কাৰোবাৰ জীয়ৰী, কাৰোবাৰ পত্নী বা কাৰোবাৰ মাতৃৰূপেহে নাৰী সমাজত পৰিচিতা আছিল, সেই সময়তে প্ৰতিকূল পৰিস্থিতিৰ মাজতো অনুপমা দেৱীয়ে নিজৰ নামেৰেই নিজৰ পৰিচয় দাঙি ধৰিবলৈ সক্ষম হৈছিল।

অনুপমা দেৱীৰ জন্ম হৈছিল ১৯৩৮ চনত মঙ্গলদৈত। তেওঁৰ পিতৃৰ নাম আছিল দেবেন্দ্ৰ নাথ ভট্টাচাৰ্য আৰু মাতৃৰ নাম চন্দ্ৰপ্ৰভা ভট্টাচাৰ্য। পিতৃ আছিল এগৰাকী শিক্ষাবিদ, সাহিত্যিক আৰু নলবাৰী জিলাৰ আঠঘৰীয়া গাঁওৰ বিখ্যাত মহামহোপাধ্যায় পণ্ডিত ধীৰেশ্বৰাচাৰ্যৰ বংশোদ্ভুত। গতিকে পৰিয়ালৰ প্ৰভাৱেও অনুপমা দেৱীক প্ৰভাৱান্বিত কৰিছিল। দেউতাক বিদ্যালয়ৰ সহকাৰী পৰিদৰ্শক আছিল বাবে বিভিন্ন ঠাই ঘূৰি ফুৰাৰ সুযোগ তেওঁ পাইছিল আৰু এনেকৈয়ে বিভিন্ন গুণী-জ্ঞানীলোকৰ সাহচৰ্য্য লাভ কৰিছিল। প্ৰধানতঃ সাহিত্যিক দেউতাকৰ পৰাই সাহিত্য চৰ্চা কৰিবলৈ প্ৰেৰণা লাভ কৰিছিল যদিও জীৱনত লগ পোৱা বহুজন গুণী-জ্ঞানী লোকৰ আদৰ্শইও অনুপমা দেৱীক সততে প্ৰেৰণা যোগাইছিল। বৰ্তমান সাহিত্য সৃষ্টিৰ সৈতে নিজকে জড়িত কৰি ৰখাৰ মূলতে সেইসকললোকৰ আদৰ্শই আছিল মূল প্ৰেৰণা।

অনুপমা দেৱীৰ স্কুলীয়া শিক্ষা আৰম্ভ হৈছিল ধুবুৰী বি. চি. মেমোৰিয়েল

স্কুলত। তাত দুবছৰ অধ্যয়ন কৰাৰ পিছত নলবাৰী ছোৱালী হাইস্কুলত ভৰ্তি হয়। উক্ত বিদ্যালয়ৰ পৰাই মধ্য ইংৰাজী (এম. ই) পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পিছত সেই বিদ্যালয়ৰ পৰাই প্ৰৱেশিকা পৰীক্ষাতো অৱতীৰ্ণ হয়। অকল স্কুলীয়া শিক্ষাতে শিক্ষাজীৱনৰ সামৰণি পৰিলেও অনুপমা দেৱীয়ে প্ৰকৃত শিক্ষা লাভ কৰিছিল পিতৃ-মাতৃ আৰু সমাজৰপৰাহে। স্কুলীয়া জীৱনতে তেওঁ লিখাৰ অভ্যাসো কৰিছিল। সেই সময়ত কবি এম. ইব্ৰাহীম আলিয়ে মঙ্গলদৈৰপৰা সম্পাদনা কৰি উলিয়াইছিল শিশু আলোচনী 'কাঁচিজোন'। এই 'কাঁচিজোনে'ই অনুপমা দেৱীৰ জীৱনলৈ লৈ আনে এক নতুন শিহৰণ আৰু আনন্দৰ বতৰা। প্ৰত্যেক লেখক-লেখিকাৰে প্ৰথম লিখনিটো প্ৰকাশিত হোৱাৰ সময়ত মনত এক বুজাব নোৱাৰা আনন্দৰ জোঁৱাৰ উঠে। পুলকিত-চমকিত হয় মন। অনুপমা দেৱীৰো সেইদিনা তেনেকুৱাই হৈছিল। সেয়া ১৯৫২ চনৰ কথা। অনুপমা দেৱীৰ জীৱনৰ প্ৰথম গল্প 'পৰাজিত' ছপা হৈছিল 'কাঁচিজোন' নামৰ শিশু আলোচনীখনত। শিশুমনত আনন্দই নধৰা হৈছিল। তাৰ পিছত আৰু থমকি ৰ'বলগীয়া হোৱা নাই। 'নতুন অসমীয়া' 'শান্তিদূত' 'নতুন দৈনিক' 'বুধবাৰ', 'সঁফুৰা' আদি আলোচনী বাতৰি কাকতত অনুপমা দেৱীৰ বিভিন্ন অনুদিত গল্প প্ৰকাশিত হৈছে।

অনুপমা দেৱীৰ জন্মৰ সময়ছোৱা আছিল স্বদেশৰ পৰাধীনতাৰ সময়। ৰাজনৈতিকভাৱে অসমৰ অৱস্থা তেতিয়া বৰ সুবিধাজনক নাছিল। প্ৰথম মহাসমৰৰ পিছত দ্বিতীয় মহাসমৰৰ প্ৰাক্‌মুহূৰ্তত অসমৰ অৰ্থনৈতিক অৱস্থা থৰক বৰক হলেও সাহিত্য জগতত এটা আলোড়নৰ সৃষ্টি হৈছিল। ইতিমধ্যে ১৯২৯ চনত কলিকতাৰপৰা 'আৱাহন' কাকত ওলাইছিল। ইয়াৰ লগে লগে অসমীয়া গল্প সাহিত্যই এক নতুন স্তৰত ভৰি দিছিল। সম্ভৱতঃ এনে প্ৰেক্ষাপটতে অনুপমা দেৱী গল্প সাহিত্যৰ প্ৰতি আকৃষ্ট হৈছিল আৰু গল্প ৰচনাত নিজকে আবদ্ধ ৰাখিছিল। আৱাহনত প্ৰকাশ পোৱা সুপ্ৰভা দেৱীৰ মৌপাছাৰ গল্পৰ অনুবাদে অনুপমা দেৱীক বৰকৈ আকৃষ্ট কৰিছিল। আৰু সুপ্ৰভা দেৱীৰ আদৰ্শতে অনুপমা দেৱীয়েও মৌপাছাৰ গল্পৰ অনুবাদ কৰিবলৈ লৈছিল।

সেইসময়ত ছোৱালীবিলাকৰ কম বয়সতে বিয়া হোৱা নিয়ম আছিল। তাতে ব্ৰাহ্মণ কন্যাসকলৰ ক্ষেত্ৰত এই নিয়ম আৰু কটকটীয়া আছিল। এনে সামাজিক ৰীতিৰ বাবেই অনুপমা দেৱীয়ে বিবাহ-বান্ধোনত সাঙোৰ খাই পৰিব লগীয়াত পৰিছিল ১৯৫৩ চনতে নলবাৰী জিলাৰ বাঁহজানী মৌজাৰ অন্তৰ্গত খৈৰাপাৰা গাঁওৰ কৰুণাকান্ত শৰ্মাৰ সৈতে। স্বামী নলবাৰী মহাবিদ্যালয়ৰ ৰাজনীতি বিজ্ঞান বিভাগৰ প্ৰবক্তা আছিল বাবে সাহিত্যৰ লগতে শিক্ষা বিষয়ক কিছু জ্ঞানো তেওঁ লাভ কৰিবলৈ সুযোগ পাইছিল।

বিয়াৰ পিছত সংসাৰৰ দায়-দায়িত্বৰ উপৰিও আন আন সমস্যাও আহি পৰিল। তথাপিয়ো কলম স্তব্ধ নহ'ল অনুপমা দেৱীৰ। প্ৰতিকূল পৰিস্থিতিকো জয় কৰি সমাজৰ কামকাজত অনুপমা দেৱী অগ্ৰসৰ হ'ল। মানুহৰ জীৱনত সংঘাত আহেই, 'সংঘাতে আনি দিয়ে জীৱনৰ নতুন তৰঙ্গ' অনুপমা দেৱীৰ জীৱনত এইষাৰ কথা বাৰুকৈয়ে খাটে। সমাজৰ কটকটীয়া নিয়ম, পৰিয়ালৰ ৰক্ষণশীলতাৰ মাজৰপৰা ওলাই আহি অনুপমা দেৱীয়ে সামাজিক কাম-কাজত নিজকে নিয়োগ কৰিলে। সমাজ সেৱাৰ অনুপ্ৰেৰণাও পাইছিল মাকৰ পৰাই। দুখীয়া নিছলাৰ প্ৰতি মাতৃৰদৰেই অনুপমা দেৱীৰো আছে গভীৰ সহানুভূতি। স্কুলত পঢ়ি থকা সময়তে ১৯৫০ চনত নলবাৰী চহৰত নগাঁওৰ 'শ্ৰীমন্ত শঙ্কৰ মিছন'ৰ দ্বাৰা আয়োজিত চকু চিকিৎসা শিৱিৰত স্বেচ্ছাসেৱিকা হিচাপে কাম কৰি অনুপমা দেৱীয়ে প্ৰশংসা লাভ কৰিবলৈ সক্ষম হৈছিল।

১৯৬৭ চনত অনুপমা দেৱী নলবাৰী মহিলা সমিতিৰ সদস্যা হয় আৰু তেতিয়াৰেপৰা ১৯৭১ চনলৈ উক্ত সমিতিৰ কুটীৰ শিল্প বিভাগৰ সম্পাদিকাৰ কাম-কাজ দায়িত্বৰে বহন কৰে। ১৯৭২ চনৰ পৰা বৰ্তমানলৈকে তেওঁ নলবাৰী মহিলা সমিতিৰ সাধাৰণ সম্পাদিকাৰূপে কাৰ্য্য নিৰ্বাহ কৰি আছে। ১৯৭৩ চনৰ পৰা বৰ্তমানলৈকে নলবাৰী জিলা মহিলা সমিতিৰ উপ সভানেত্ৰীৰূপে কাৰ্যনিৰ্বাহ কৰে আৰু বৰ্তমানে নলবাৰী জিলা মহিলা সমিতিৰ সভানেত্ৰীৰ পদতো তেওঁ অধিষ্ঠিত হৈ আছে। ইয়াৰ উপৰিও অনুপমা দেৱী অসম প্ৰাদেশিক মহিলা সমিতিৰ কাৰ্যকৰী সদস্যা, অসম সাহিত্য সভা, নলবাৰী জিলা সাহিত্য সভা', নলবাৰী লেখক সভাৰ আজীৱন সদস্যা। 'নলবাৰী লেখিকা সমাজ'ৰ উপদেষ্টা, 'নলবাৰী বয়ন সমবায় সমিতি লিমিটেড'ৰ উপ সভানেত্ৰী, ভাৰত যুৱক সমাজৰ নলবাৰী শাখাৰ প্ৰাক্তন উপসভানেত্ৰী, বিশ্ব গ্ৰামীন মহিলা সন্থাৰ আজীৱন সদস্যা আদি বিভিন্ন ধৰণে জড়িত হৈ অনুপমা দেৱীয়ে নিজৰ সামাজিক জীৱনৰ পৰিচয় দাঙি ধৰিছে। ১৯৮১ চনত নলবাৰীত অনুষ্ঠিত হোৱা 'সদৌ অসম লেখিকা সমাৰোহ সমিতি'ৰ ৬ষ্ঠ বাৰ্ষিক অধিবেশনৰ কাৰ্যকৰী সভানেত্ৰী হোৱাৰ উপৰিও তেওঁ অধিবেশন উপলক্ষ্যে প্ৰকাশ পোৱা স্মৃতিগ্ৰন্থ 'স্মৰনিকা'ৰ সম্পাদিকা আছিল।

ব্যক্তিগতভাবে অনুপমা দেৱী সত্য সাই বাবাৰ আদৰ্শেৰে অনুপ্ৰাণিত। ১৯৭৭ চনৰপৰা তেওঁ নলবাৰীৰ শ্ৰীশ্ৰীসত্যসাই সেৱা সংগঠনৰ মহিলা শাখাৰ সভানেত্ৰী হিচাপে আজি পৰ্যন্ত কাৰ্যনিৰ্বাহ কৰি আছে। ১৯৮০ চনত পুত্তাপৰ্ত্তীত অনুষ্ঠিত সত্যসাই সংগঠনৰ ৩য় বিশ্ব সন্মিলনতো অনুপমা দেৱীয়ে যোগদান কৰিছিল।

অনুপমা দেৱীয়ে কেৱল সামাজিক কামকাজতে যে নিজক ব্যস্ত ৰাখিছিল,

এনে নহয়; সাহিত্য সৃষ্টিতো নিজস্ব প্ৰতিভাৰ পৰিচয় দিব পাৰিছে। তেওঁৰ দ্বাৰা অনূদিত গল্প সংগ্ৰহ দুখনকৈ ইতিমধ্যে প্ৰকাশিত হৈ ওলাইছে। ফৰাছী গল্পকাৰ মোপাঁছাৰ গল্পৰ অনুবাদ 'এনুৱা জোনালী নিশা' প্ৰকাশিত হৈছিল ১৯৫৫ চনত (প্ৰকাশক ঃ ৺মুনীন্দ্ৰ নাৰায়ণ দত্তবৰুৱা, উমা প্ৰেছ, নলবাৰী)। আন এখন তেওঁৰ অনূদিত গল্প সংগ্ৰহ 'প্ৰত্যাবৰ্তন'; এই গল্প সংগ্ৰহখনি প্ৰকাশ কৰি উলিয়াইছে অনুপমা দেৱীৰ স্বামী প্ৰয়াত কৰুণাকান্ত শৰ্মাই ১৯৯১ চনত। এই গল্পসংগ্ৰহ খনিৰ বিষয়ে গল্পকাৰ, সমালোচক ড° বসন্ত কুমাৰ ভট্টাচাৰ্যই ঠিকেই লিখিছে ঃ "কোনোটো গল্পতে তেওঁ মূলৰ বিষয়বস্তুক বিকৃত কৰা নাই আৰু গল্পত নথকা কথাও সংযোজন কৰা নাই। অনুবাদিকাৰ ভাষা প্ৰাঞ্জল, সৰস আৰু আবেদনক্ষম। পৰিস্থিতি অথবা চৰিত্ৰৰ মানসিক অৱস্থা চিত্ৰনৰ বাবে ঠাই বিশেষে ব্যৱহাৰ কৰা আলংকাৰিক ভাষাই সোণত সুৱগা চৰাইছে।"

ইয়াৰ উপৰিও 'বুধবাৰ' কাকতত 'Children of the News Forest' উপন্যাসৰ অসমীয়া অনুবাদ 'নিউ ফৰেষ্টৰ অকণিহঁত' প্ৰচাৰিত হৈছে আৰু এই অনুবাদ শিশুসকলৰদ্বাৰা সমাদৃতও হৈছে। গল্পৰ উপৰিও প্ৰবন্ধ ৰচনাত অনুপমা দেৱীয়ে নিজস্ব প্ৰতিভাৰ পৰিচয় দিবলৈ সক্ষম হৈছে। ১৯৯৯ চনত সদৌ অসম লেখিকা সমাৰোহ, গুৱাহাটী শাখাই অনুষ্ঠিত কৰা প্ৰবন্ধ প্ৰতিযোগিতাত প্ৰথম হৈ পুৰস্কৃত হৈছে অনুপমা দেৱী। অনুপমা দেৱী এগৰাকী সুবক্তাও। সভাই-সমিতিয়ে দিয়া তেওঁৰ বক্তৃতাৰ সুৰ আৰু আবেদন সম্পূৰ্ণ নিজস্ব আৰু আকৰ্ষণীয়। বোঁৱা-কটা, শালত ফুল তোলা আৰু চিলাই তেওঁৰ প্ৰিয় কাৰ্য। ভাল শিপিনী হিচাপেও অনুপমা দেৱীয়ে কৃতিত্ব দাবী কৰিব পাৰে। অভিনয়ৰ প্ৰতিও তেওঁৰ স্পৃহা আছিল। নলবাৰীৰ খ্যাতনামা অভিনেতা গোপী গোস্বামী, নৰেণ দত্ত, পীৰবক্স আলি আদিৰ সৈতে অনুপমা দেৱীয়ে অভিনয় কৰি অভিনয়-প্ৰতিভাৰ পৰিচয় দিছিল।

অনুপমা দেৱী এগৰাকী আদৰ্শ গৃহিণীও। ল'ৰা-ছোৱালীকেইটিকো তেওঁ উপযুক্তভাৱেই গঢ়ি তুলিছে। তেওঁৰ দুই পুত্ৰ আৰু তিনি কন্যাই উপযুক্ত শিক্ষা-দীক্ষাৰে সমাজত প্ৰতিষ্ঠিত হৈছে। প্ৰথম পুত্ৰ ডাঃ দীপক শৰ্মা, দ্বিতীয় পুত্ৰ জয়ন্ত শৰ্মা ইঞ্জিনিয়াৰ। জ্যেষ্ঠ কন্যা অৰ্পণা দেৱী গুৱাহাটীৰ জাতীয় বিদ্যালয়ৰ কৃতী শিক্ষয়িত্ৰী, মাজু জীয়ৰী ডাঃ কল্পনা দেৱী চণ্ডীগড়ৰ নাৰ্চিং হোম এখনৰ ডাক্তৰ আৰু সৰু জীয়ৰী চন্দনা দেৱী আইনৰ ছাত্ৰী। দুই বোৱাৰী বিৰজা আৰু জুৰীও যথাযথ শিক্ষাৰে শিক্ষিতা একোগৰাকী সুগৃহিণী আৰু শাহুয়েকৰ আদৰ্শৰে অনুপ্ৰাণিত। দুই জোঁৱাই যথাক্ৰমে অৰূপ শৰ্মাই ইঞ্জিনিয়াৰিঙৰ ডিগ্ৰী লাভ কৰি স্বাধীন ব্যৱসায়ত মনোনিৱেশ কৰিছে। সৰু জোঁৱাই ডাঃ শিৱদেৱ সিং কটোচ্ চণ্ডীগড়ৰ নাৰ্চিং হোম এখনৰ সুচিকিৎসক। ৰুণিমা, অনুৰাগ, দীপালী, তন্ময়,

দীক্ষা, নাতাচা এই ছয়টিকে নাতি-নাতিনীৰ কলকলনি-হাঁহি-খিকিন্দালিৰে পৰিপূৰ্ণ এখনি সুখী সংসাৰৰ অধিকাৰী তেওঁ। এটি সফল জীৱনৰ অধিকাৰী অনুপমা দেৱীয়ে দীৰ্ঘজীৱন লাভ কৰি অসমীয়া ভাষা-সাহিত্যৰ বেদীথন চহকী কৰি থাকক। নিতান্তই পৰিষ্কাৰ আৰু পৰিপাটিকৈ ৰখা অনুপমা দেৱীৰ ঘৰখন দেখিলেই মনটো পৱিত্ৰতাৰে ভৰি পৰে। অনুপমা দেৱী নাৰী হিচাপে সাহসীও। তেওঁৰ এটা আদৰ্শ আছে। সত্যৰ মুখামুখি হ'বলৈ অনুপমা দেৱীৰ আছে সৎ সাহস। কনিষ্ঠসকলৰ প্ৰতি আছে মৰম-চেনেহ। সকলোৰে প্ৰতি সততে তেওঁৰ সহায়ৰ হাত অগ্ৰসৰ। গঠনমূলক কামৰ বাবে অনুপমা দেৱীয়ে নিজেও আগবাঢ়ি আহে আৰু অইনকো সেই কৰ্মৰ প্ৰতি অনুপ্ৰাণিত-উৎসাহিত কৰি তুলিবলৈ তেওঁৰ আছে অপৰিসীম দক্ষতা। নিজ দক্ষতা আৰু যোগ্যতাৰে অনুপমা দেৱীয়ে কাম কৰি গৈ থাকক সমাজৰ হিতৰ বাবে—মানুহৰ মংগলৰ বাবে আৰু ভাষা-সাহিত্যৰ শ্ৰীবৃদ্ধিৰ বাবে। ❑

# ড০ স্বৰ্ণলতা বৰুৱা

ড০ মনোৰমা বৰগোহাঁঞি



শান্ত সৌম্য নিৰহঙ্কাৰী ৰূপ, কিন্তু উজ্জ্বল দুচকুত প্ৰখৰ মেধাশক্তিৰ দীপ্তি, শুভ্ৰ মাৰ্জিত মমতাময়ী বেশেৰে সহজতে দৃষ্টি আকৰ্ষণ কৰা স্বনামধন্য এগৰাকী মহিলা— নাম যাৰ ড০ স্বৰ্ণলতা বৰুৱা, সৰ্বজনবিদিত তেওঁৰ বিদ্যায়তনিক পৰিচয় হৈছে ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ বুৰঞ্জী বিভাগৰ সন্মানিত অনিৰুদ্ধদেৱ আসনৰ অধ্যাপিকা। পাৰিবাৰিক জীৱনত সুগৃহিণী, শৈক্ষিক জগতত ওৰে জীৱন শিক্ষাব্ৰতী আৰু সামাজিক জীৱনত নিস্বাৰ্থ সেৱিকাৰূপে অকুণ্ঠ সেৱা আগবঢ়াই আদৰ্শস্বৰূপা হোৱা এইগৰাকী বিদূষী মহিলা দেশ মাতৃকাৰ এটি উজ্জ্বল ৰত্ন, অসমৰ নাৰী সমাজৰ বাবে পৰম গৌৰৱ।

**জন্ম আৰু পিতৃ-মাতৃৰ পৰিচয় ঃ** ১৯৩৯ চনৰ ১৩ নৱেম্বৰত গোলাঘাটৰ মিছন পট্টিত স্বৰ্ণলতা বৰুৱাৰ জন্ম হয়। তেওঁৰ পিতৃৰ নাম আছিল স্বৰ্গীয় কুমুদ চন্দ্ৰ দত্ত আৰু মাতৃৰ নাম স্বৰ্গীয়া হেমপ্ৰভা দত্ত। পিতৃপুৰুষৰ পূৰ্বৰ ঘৰ আছিল যোৰহাটৰ গড়মূৰত। ১৯৩৭ চনত চাকৰিসূত্ৰে প্ৰয়াত কুমুদচন্দ্ৰ দত্তদেৱ গোলাঘাটলৈ যায়। মূল গৃহৰ মমতা এৰি আহি গোলাঘাটত ভাৰাঘৰ লৈ মিছন ছোৱালী হাইস্কুলত শিক্ষকতাৰ জীৱন আৰম্ভ কৰে। যুদ্ধপূৰ্বকালীন সমাজত স্ত্ৰীশিক্ষাৰ প্ৰসাৰতাৰ বাবে সততে নিষ্ঠাৰে সৈতে কাম কৰা এই উদ্যোগী পুৰুষজনে মিছন ছোৱালী হাইস্কুলত বহুবছৰ শিক্ষকতা কৰে। ১৯৫০ চনত তেখেতে সহকাৰী স্কুল পৰিদৰ্শক ৰূপে যোগদান কৰে। নিষ্ঠা আৰু সততাৰে কাৰ্যনিৰ্বাহ কৰি শেষত অতিৰিক্ত উপ পৰিদৰ্শকৰূপে চাকৰিৰ পৰা অৱসৰ লয়।

পিতৃ-মাতৃৰ ছগৰাকী কন্যাসন্তানৰ জ্যেষ্ঠা সন্তান ৰূপে স্বৰ্ণলতা বাইদেউ পৰিয়ালৰ অতীৱ মৰম-স্নেহ, আদৰ-যত্নত লালিত পালিত হয়। তেওঁৰ ককায়েক এজন— নাম প্ৰয়াত দণ্ডেশ্বৰ দত্ত। অসম চৰকাৰৰ এজন সুদক্ষ অভিযন্তা আছিল। ২০০৩ চনৰ ৫ জানুৱাৰীৰ দিনা তেওঁৰ পৰলোক প্ৰাপ্তি ঘটিল।

**শৈশৱ আৰু কৈশোৰৰ স্মৃতি ঃ** এক সুৰুচিসম্পন্ন নিৰ্মল ঘৰুৱা পৰিবেশত বাইদেউৰ জীৱনৰ মূল ভেটি ৰচিত হৈছিল। উপযুক্ত পিতৃ-মাতৃৰ উপযুক্ত শিক্ষা আৰু সংস্কাৰত তেওঁৰ শৈশৱ আৰু কৈশোৰৰ দিনবোৰ অতিবাহিত হৈছিল। সেয়েহে স্কুলীয়া কালতে তীক্ষ্ণ মেধা শক্তি আৰু সুসংস্কৃত মনৰ পৰিচয় দি সকলোকে আনন্দ দিব পাৰিছিল।

মিছন পট্টি আছিল খ্ৰীষ্টিয়ান লোক অধ্যুষিত সমাজ। গতিকে সেই ধৰ্মাৱলম্বী লোকসকলৰ লগতে মিলি-জুলি বসবাস কৰিব লগীয়া হোৱাত তেওঁলোকৰ ধৰ্মীয় শিক্ষা আৰু জীৱন দৰ্শনে বাইদেউক প্ৰভাৱিত কৰিছিল। বাইদেউহঁতৰ ঘৰৰ পোনে পোনেই আছিল মিছন পট্টিৰ পৱিত্ৰ গীৰ্জাঘৰটো। অন্যান্য খ্ৰীষ্টিয়ান ছোৱালীৰ লগত শৈশৱতে বাইবেল পঢ়িছিল, বৰদিনত নাটক কৰিছিল। চুবুৰীৰ সমনীয়া ছোৱালী নেলী চাংমা, ৰাণী, অমিৰণ নিছাহঁতৰ লগত খেলা-ধূলা কৰি থাকোতে গীৰ্জাৰ পৱিত্ৰ ঘণ্টাধ্বনি শুনি আৰু হৃদয় বিগলিত কৰা পৰম পৱিত্ৰ যীশুৰ গুণ গৰিমাসূচক প্ৰাৰ্থনা সংগীত শুনি কোনো এক শান্তিময় ধৰাৰ কল্পনাত শিশুমনে ডেউকা মেলিছিল। সেই সোঁৱৰণী যেন আজিও মনৰ মাজত সজীৱ হৈ আছে।

শৈশৱতে স্বৰ্ণলতা নামৰ কণমানি ছোৱালীজনী আছিল সকলোৰে আশা-ভৰষাৰ থল। চতুৰ্থ শ্ৰেণীত পঢ়োতে জন বনিয়নৰ 'Pilgrims' Progress' খনৰ অসমীয়া অনুবাদ 'জাত্ৰিকৰ জাত্ৰা'খন পঢ়াৰ উপৰিও 'বুঢ়ী আইৰ সাধু', 'টলষ্টয়ৰ সাধু' আদি পঢ়ি অধ্যয়নৰ প্ৰতি আগ্ৰহী হৈ পৰিছিল। চতুৰ্থ শ্ৰেণীতে দেউতাকে 'Assam Tribune' অৰ আচল বাতৰিকেইটা পঢ়ি শুনাব লাগিছিল আৰু অসমীয়াখিনিও ক'ব লাগিছিল। পৰিয়ালৰ অন্যান্যসকলেও লগতে শুনিছিল। সেইমতে বাতৰি পঢ়াৰ অভ্যাস গঢ়ি তুলিছিল।

চতুৰ্থ শ্ৰেণীত থাকোতেই ১৯৪৭ চনত ভাৰত স্বাধীন হোৱাৰ আনন্দ-উচ্ছল পৰিৱেশত স্বাধীনতা দিৱসৰ শোভাযাত্ৰাত যোগদান কৰোতে ককায়েকৰ কথামতে সুন্দৰকৈ স্পষ্ট মাতেৰে শ্ল'গান দি সকলোকে বিস্মিত কৰিছিল। নৱম শ্ৰেণীত থাকোতে এবাৰ জাতীয় পতাকাৰ ওপৰত পঞ্চত্ৰিশমিনিট জোৰা বক্তৃতা দিছিল। শৈশৱকালত খেলাধূলা আদিতো পাৰদৰ্শিতা দেখুৱাব পাৰিছিল। কিশোৰী অৱস্থাতে ঘৰুৱা কাম-কাজ আৰু তাঁত-সূতা বোৱাৰ ক্ষেত্ৰতো দক্ষতাৰ পৰিচয় দিব পাৰিছিল।

**শিক্ষা আৰু বিবাহ ঃ** গোলাঘাটৰ মিছন ছোৱালী স্কুলত স্বৰ্ণলতা বাইদেৱে শিক্ষা জীৱনৰ পাতনি মেলিছিল। প্ৰাক্-প্ৰাথমিক শ্ৰেণীৰ পৰা দশম শ্ৰেণীলৈকে শিক্ষা দিয়া সেই স্কুলখন আছিল মিছনেৰী শিক্ষা পদ্ধতিৰ। সেইখন স্কুললৈ সমগ্ৰ উত্তৰ পূৰ্বাঞ্চলৰ ছোৱালী শিক্ষা গ্ৰহণ কৰিবলৈ আহিছিল। তেতিয়াৰ নগাপাহাৰ, গাৰোপাহাৰ, লুচাই পাহাৰ আদিৰ ছাত্ৰীসকলে থাকিব পৰাকৈ ছাত্ৰীনিবাসো আছিল। তাত সেই সময়ত এশগৰাকী ছাত্ৰী থাকিব পাৰিছিল। বিভিন্ন ধৰ্মাৱলম্বী পৰিয়ালৰ পৰা ছোৱালী আহি শিক্ষা গ্ৰহণ কৰা সেই স্কুলখনৰ তেতিয়াৰ অধ্যক্ষা আছিল মিছ্ টেইট (Miss Tait)। সহকাৰী অধ্যক্ষা আছিল মিছ্ ইৱানচ্ (Miss Evans)। প্ৰাইমেৰী বৃত্তি পৰীক্ষা দি বাইদেৱে ১৯৪৬ চনত প্ৰথম স্থান লাভ কৰিছিল। অসম উপত্যকাৰ ভিতৰত তৃতীয়স্থান লাভ কৰি এম. ই পৰীক্ষাত উত্তীৰ্ণ হৈছিল। ১৯৫৩ চনত গোলাঘাট মিছন ছোৱালী হাইস্কুলৰ পৰা প্ৰৱেশিকা পৰীক্ষা

দি প্ৰথম বিভাগত পাছ কৰে। ইয়াৰ পিছতে গুৱাহাটীৰ কটন কলেজত কলেজীয়া শিক্ষা আহৰণ কৰিবলৈ গ'ল। ১৯৫৭ চনত তেওঁ বুৰঞ্জী অনাৰ্চত প্ৰথম স্থান অধিকাৰ কৰি স্নাতক ডিগ্ৰী লাভ কৰে।

বি-এ পৰীক্ষা দিয়াৰ পাছতে তেজপুৰৰ বিহগুৰিৰ স্বৰ্গীয় অম্বিকা প্ৰসাদ বৰুৱা আৰু স্বৰ্গীয়া হেমলতা বৰুৱাৰ কনিষ্ঠ পুত্ৰ উদ্ভিদ বিজ্ঞানৰ অধ্যাপক কৃষ্ণপ্ৰসাদ বৰুৱাৰ লগত তেওঁ বিবাহপাশত আবদ্ধ হয়। কিন্তু বৈবাহিক জীৱন আৰু মাতৃত্বই শিক্ষালাভত বাধা দিব নোৱাৰিলে। ন মহীয়া কেচুৱা এৰি থৈ এম-এ পঢ়িবলৈ গ'ল আৰু এবছৰৰ ভিতৰতেই এম-এৰ পাঠ্যক্ৰম শেষ কৰি গুৱাহাটী বিশ্ববিদ্যালয়ৰ বুৰঞ্জী বিষয়ত প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান লাভ কৰি এই পৰীক্ষাত উত্তীৰ্ণ হ'ল ১৯৬০ চনত। এই কৃতিত্বত স্বৰ্ণপদকেৰে বিভূষিতা হোৱাৰ উপৰিও ড° সূৰ্যকুমাৰ ভূঞা সোঁৱৰণী বঁটা লাভ কৰে। তদুপৰি বাইদেউ আছিল গুৱাহাটী বিশ্ববিদ্যালয়ৰ বুৰঞ্জী বিষয়ত এম. এ পৰীক্ষাত প্ৰথম শ্ৰেণী অৰ্জন কৰা প্ৰথম মহিলা। পাৰিবাৰিক জীৱনৰ নানা দায়িত্ব পালন কৰিও এনে কৃতিত্ব দেখুৱাব পৰা মহিলা যথাৰ্থতে বিৰল। 'Rajmantri Purnananda Burhagohain and His Times' বিষয়ৰ গৱেষণা-গ্ৰন্থৰ বাবে ডিব্ৰুগড় বিশ্ববিদ্যালয়ে তেওঁক ১৯৭২ চনত পি. এইচ. ডি. উপাধি প্ৰদান কৰে। গৱেষণাৰ তত্ত্বাবধায়ক আছিল ড° প্ৰতাপ চন্দ্ৰ চৌধুৰী। এই গৱেষণা গ্ৰন্থই ১৭৮২ চনৰ পৰা ১৮১৭ চনৰ ভিতৰৰ অসম বুৰঞ্জীৰ গুৰুত্বপূৰ্ণ কালছোৱা সামৰিছে।

**কৰ্মজীৱন :** স্বৰ্ণলতা বৰুৱা বাইদেৱে ১৯৫৭ চনতে বিহগুৰি হাইস্কুলত শিক্ষকতাৰে কৰ্মজীৱনৰ পাতনি মেলে। এইখন স্কুলত তেওঁ ১৯৬৯ চনলৈকে চাকৰি কৰে। প্ৰথমে সহকাৰী শিক্ষয়িত্ৰীৰূপে কাম কৰি পিছত প্ৰধান শিক্ষয়িত্ৰীৰ পদ গ্ৰহণ কৰিছিল। ১৯৬১ চনত গোলাঘাটৰ দেৱৰাজ ৰয় মহাবিদ্যালয়ত প্ৰবক্তাৰূপে যোগদান কৰি ১৯৬৪ চনলৈকে এই চাকৰিত থাকে। এই কালচোৱাতে তেওঁ গুৱাহাটীৰ কটন কলেজত প্ৰবক্তাৰূপে নিৰ্বাচিত হৈছিল। কিন্তু ডিব্ৰুগড়ৰ হনুমানবক্স সুৰযমল কানৈ মহবিদ্যালয়ৰ তদানীন্তন অধ্যক্ষ প্ৰয়াত লক্ষীপ্ৰসাদ দত্তদেৱে ডিব্ৰুগড়ত এখন বিশ্ববিদ্যালয় খোলাৰ মানসেৰে বাইদেউক বুৰঞ্জী বিষয়ত অধ্যাপনা কৰিবলৈ মাতি আনে। সেয়েহে কটন কলেজত চাকৰি কৰাৰ প্ৰবল ইচ্ছা থকাতো তেওঁ ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অধীনত কানৈ মহাবিদ্যালয়ত খোলা বুৰঞ্জীৰ স্নাতকোত্তৰ মহলাত অধ্যাপনা কৰিবলৈ লয়। ১৯৬৭ চনত তেওঁ ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ বুৰঞ্জী বিভাগত প্ৰবক্তাৰূপে যোগদান কৰে। ১৯৭২ চনলৈকে তেওঁ এই পদতে কাৰ্যনিৰ্বাহ কৰে। এই বছৰতে পি. এইচ. ডি. ডিগ্ৰী পোৱাত তেওঁ সহ-প্ৰাধ্যাপিকাৰূপে নিযুক্তি পোৱাৰ উপৰিও বিভাগীয় প্ৰধানৰ দায়িত্ব লয় আৰু ১৯৮৯ চনলৈকে এই দায়িত্বত থাকে। ১৯৮৭ চনত তেওঁ প্ৰাধ্যাপিকাৰূপে নিযুক্তি পায়। ১৯৯৫ চনত বাইদেউক ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ সন্মানিত শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱ আসনত অধ্যাপিকাৰূপে নিযুক্তি দিয়া হয়। ১৯৯৯

চনত তেওঁ চাকৰিৰ পৰা অৱসৰ লয় যদিও শৈক্ষিক দায়িত্বৰ বাবে তিনিবছৰলৈ ম্যাদ বঢ়াই দিয়া হয় আৰু ২০০২ চনতহে সম্পূৰ্ণভাবে অৱসৰ গ্ৰহণ কৰে। কিন্তু এতিয়ালৈকে তেওঁ অনিৰুদ্ধদেৱ আসনৰ অধ্যাপিকাৰূপে দায়িত্ব পালন কৰি আছে।

**শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱ আসন ঃ** শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱ উজনি অসমৰ এজন বিশিষ্ট ধৰ্ম প্ৰচাৰক। এইজনা মহান ধৰ্মপ্ৰচাৰকে বুৰঞ্জী প্ৰসিদ্ধ মায়ামৰা সত্ৰ প্ৰতিষ্ঠা কৰিছিল আৰু অসমৰ অনুন্নত শ্ৰেণীৰ মাজত ভক্তি ধৰ্মৰ পবিত্ৰ বাণী প্ৰচাৰ কৰিছিল। এইজনা মহান ধৰ্মগুৰুৰ নামত তেৰাৰ শিষ্য-প্ৰশিষ্যসকলৰ অনুৰোধত ১৯৯২ চনত অসমৰ মুখ্যমন্ত্ৰী প্ৰয়াত হিতেশ্বৰ শইকীয়াই এখন আসন প্ৰতিষ্ঠা কৰিবলৈ ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ বুৰঞ্জীবিভাগক ১০ লাখ টকাৰ এটি অনুদান দিয়ে। ১৯৯২ চনৰ ডিচেম্বৰ মাহত ভাৰতৰ তদানীন্তন উপৰাষ্ট্ৰপতি ড° কে. আৰ. নাৰায়ণনে এই আসনখন উন্মোচন কৰে। এই আসনখনৰ উদ্দেশ্য হ'ল— শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱৰ জীৱন আৰু কৃতিৰ অধ্যয়ণ কৰি প্ৰচাৰ কৰা আৰু মায়ামৰা সত্ৰৰ অনুন্নত সম্প্ৰদায়বিলাকৰ আৰ্থ-সামাজিক দিশ অধ্যয়ন কৰা। আসনখনৰ জৰিয়তে সমাজত আধ্যাত্মিক জ্ঞানৰ প্ৰয়োজনীয়তা তথা প্ৰাসঙ্গিকতা সম্পৰ্কে অধ্যয়ন কৰাৰ লগতে পৰৱৰ্তী কালত সমগ্ৰ উত্তৰ পূৰ্বাঞ্চলৰ বুৰঞ্জী আৰু সংস্কৃতি অধ্যয়ন কৰাও অন্যতম উদ্দেশ্য।

এই আসনখনৰ কাৰ্যসূচী কঢ়িয়াই নিবলৈ এটি ভৱনৰ প্ৰয়োজনীয়তা অনুভৱ কৰা হ'ল। সেই মৰ্মে গঢ়ি উঠিল বৰ্তমানৰ শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱ ভৱন। ইয়াৰ বাবে অৰ্থ সাহায্য আগবঢ়ালে দুলিয়াজানৰ Indian Oil Division, ডিগবৈৰ Assam Oil Company আৰু ৰাজ্যসভাৰ সাংসদ বাসন্তী শৰ্মাই। সত্ৰীয়া সংস্কৃতিৰ লগত মিল থকা কিছুমান সামগ্ৰী প্ৰদৰ্শন কৰিবলৈ আৰু লগতে বৰগীত আৰু সত্ৰীয়া নৃত্য শিকোৱাৰ আঁচনিৰে ৰাজ্যসভাৰ সাংসদ ড° মনমোহন সিং ডাঙৰীয়াৰ অৰ্থসাহায্যৰে সম্প্ৰতি অনিৰুদ্ধদেৱ ভৱনৰ সম্প্ৰসাৰণ ঘটোৱা হ'ল। নতুন আৰ্হিৰে এই আটকধুনীয়া ভৱন নিৰ্মাণত বাইদেউৰ চিন্তা, শ্ৰম আৰু পৰিকল্পনা অনস্বীকাৰ্য।

**বিদেশ ভ্ৰমণ**

বিশ্ববিদ্যালয়ৰ অনুদান আয়োগৰ সৌজন্যত বাইদেউ ১৯৮৪ চনত লণ্ডনলৈ যায়। উদ্দেশ্য আছিল ভাৰতবৰ্ষৰ পুথিভঁৰালত নোপোৱা অসমবুৰঞ্জীৰ দুষ্প্ৰাপ্য কিন্তু লাগতিয়াল সমল সংগ্ৰহ কৰা। তাত দুমাহকাল থাকি তেওঁ 'London University আৰু Indian Office Library ত এই কাম সম্পন্ন কৰে।

১৯৯২ চনত হংকং বিশ্ববিদ্যালয়ত 'Conference of the International Congress of Asian and North African Studies' অনুষ্ঠিত হৈছিল। তালৈ আমন্ত্ৰিত হৈ বাইদেৱে এখন বহুমূলীয়া গৱেষণা পত্ৰ পাঠ কৰিছিল। বিষয় আছিল 'The Indian Historical Evidence on the Southern Silk Roads. The Route of Ahom Migration to Assam.'

এই গৱেষণা পত্ৰই বিশেষ প্ৰশংসা লাভ কৰিছিল। চীনা ভাষাত ইয়াৰ অনুবাদ প্ৰকাশ হৈ ওলাইছে। বিশ্ববিদ্যালয়ৰ গৱেষণা পত্ৰিকাতো প্ৰকাশ পাইছে।

**প্ৰকাশিত গ্ৰন্থ আৰু প্ৰবন্ধপাতি**

১। ভাৰত বুৰঞ্জী (প্ৰাচীন যুগ) ঃ এইখন স্কুলীয়া পাঠ্যপুথি। অষ্টম শ্ৰেনীৰ বাবে লিখা এই পুথিখন প্ৰকাশিত হৈছে ১৯৭২ চনত।

২। ভাৰত বুৰঞ্জী (বৃটিছ শাসন আৰু ভাৰতৰ স্বাধীনতা সংগ্ৰাম)

উচ্চতৰ মাধ্যমিক শ্ৰেণীৰ অতিৰিক্ত অধ্যয়নৰ বাবে লিখা এই কিতাপখন উচ্চ পৰ্যায়ৰ অধ্যয়নৰ বাবেও পৰীক্ষাৰ্থীসকলৰ মাজত সমাদৃত আৰু প্ৰয়োজনীয়।

৩। মাধ্যমিক ভাৰত বুৰঞ্জী ঃ পাঠ্যতালিকা অনুযায়ী ১৯৯০ চনত প্ৰকাশিত মাধ্যমিক শাখাৰ বাবে ৰচিত এইখন বুৰঞ্জী ছাত্ৰ-ছাত্ৰীসকলৰ মাজত বিশেষভাৱে জনপ্ৰিয়।

৪। উচ্চতৰ মাধ্যমিক বুৰঞ্জী ঃ উচ্চতৰ মাধ্যমিক পাঠ্যতালিকা অনুযায়ী বিস্তৃতভাৱে লিখা এইখন বুৰঞ্জী প্ৰকাশ হয় ১৯৯২ চনত।

৫। তিনিচুকীয়া ঃ 'যুগে যুগে নিজৰ কাচোন' সুবোধ চন্দ্ৰ সৰকাৰ স্মাৰক প্ৰথম বক্তৃতা, ১৯৯৯ চনত তিনিচুকীয়াৰ পৰা প্ৰকাশিত।

৬। A comprehensive History of Assam : ১৯৮৫ চনত দিল্লীৰ পৰা প্ৰকাশিত এই গ্ৰন্থখনৰ বিশেষত্ব হ'ল Gait চাহাবৰ পাছত এইখনেই এককভাৱে লিখা অসমৰ পূৰ্ণাঙ্গ বুৰঞ্জী। প্ৰাগ্‌ঐতিহাসিক যুগৰ পৰা আৰম্ভ কৰি অসম আন্দোলনলৈকে সকলো ঘটনা সামৰি ৰচিত।

৭। Last Days of Ahom Monarchy : এইখন গ্ৰন্থ ১৯৯২ চনত দিল্লীৰপৰা প্ৰকাশ হৈ ওলাইছে।

৮। Status of women in Assam (সম্পাদিত) ঃ এইখনো ১৯৮৯ চনত দিল্লীৰ পৰা প্ৰকাশিত।

৯। Life and Teachings of Sri Sri Anirudhadeva : (সম্পাদিত)

এইখন সম্প্ৰতি (২০০৩) শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱ আসনৰ পৰা প্ৰকাশ হৈ ওলাইছে।

প্ৰকাশৰ বাহিৰে ঃ

১০। Bhakti Movement and Social Transformation in Assam (H.L. Gupta Endoment Lecture delivered in the Tezpur Session of the North-East India History Association).

(২০০১ চনত অনুষ্ঠিত অধিবেশনত প্ৰদান কৰা বক্তৃতামালা)।

১১। অসমত বুৰঞ্জী চৰ্চাৰ ঐতিহ্য ঃ ২০০৩ চনৰ জানুৱাৰী মাহত ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ দ্বাৰা আয়োজিত ড° লীলা গগৈ স্মাৰক বক্তৃতামালাৰ অষ্টম লানি বক্তৃতা।

**প্ৰকাশিত প্ৰবন্ধ ঃ** এতিয়ালৈকে ৬০ টাতকৈ অধিক প্ৰবন্ধ প্ৰকাশ হৈ ওলাইছে।

বিভিন্ন সাময়িকা আৰু গৱেষণা-পত্ৰিকাত অসমীয়া আৰু ইংৰাজী দুয়োটা ভাষাতে ৰচিত প্ৰবন্ধবোৰ তলত দিয়া ধৰণেৰে বিভক্ত কৰিব পাৰি ঃ

(ক) অৰ্ধাংশ প্ৰবন্ধ বুৰঞ্জী সম্পৰ্কীয়,

(খ) কিছু সংখ্যক নাৰী অধ্যয়ন সম্পৰ্কীয়,

(গ) কিছুমান মায়ামৰা সত্ৰসমাজ আৰু অনিৰুদ্ধ দেৱ সম্পৰ্কীয়,

(ঘ) অন্যান্য বিবিধ বিষয়ৰ প্ৰবন্ধবোৰ হৈছে শিক্ষা, যুৱ উচ্ছৃংখলতা, শিক্ষাৰ প্ৰমূল্য আৰু অৱক্ষয় ইত্যাদি ধৰণৰ।

**সমাজ-জীৱনলৈ অৱদান ঃ** সময় অমূল্য ধন। কৰ্মব্যস্ত জীৱনৰ প্ৰতিটো পল সৎকৰ্মত নিয়োজিত কৰা বাইদেৱে 'সৰ্বজন সুখায় সৰ্বজন হিতায়' মন্ত্ৰকে সাৰোগত কৰি সমাজ-জীৱনলৈ অকুণ্ঠভাৱে অৱদান যোগাই আহিছে। বিভিন্ন সময়ত বিভিন্ন সভা-সমিতিৰ দ্বাৰা আমন্ত্ৰিত হৈ বহুমূলীয়া ভাষণেৰে তেওঁ সকলোকে আপ্লুত কৰে। প্ৰচুৰ অধ্যয়ন আৰু গভীৰ চিন্তাশক্তিসম্ভূত মধুৰ কণ্ঠস্বৰেৰে দিয়া ভাষণে সকলোকে মন্ত্ৰমুগ্ধ কৰি তোলে। ডিব্ৰুগড় বিশ্ববিদ্যালয় শিক্ষক সন্থাৰ (Dibrugarh University Teachers' Association) তেওঁ এবছৰ সভানেত্ৰী আছিল। এই সন্থাৰ তেৱেঁই প্ৰথম মহিলা সভানেত্ৰীৰূপে নিৰ্বাচিত হৈছিল।

১৯৮৯ চনত তেওঁ ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ চাকৰিজীৱী মহিলা সন্থা (D.U. Professional Women's Forum) গঠন কৰে। প্ৰতিষ্ঠাপিকা সভানেত্ৰী হোৱাৰ উপৰিও ২০০২ চনত চাকৰিৰ পৰা অৱসৰ গ্ৰহণ নকৰা পৰ্যন্ত মাজত কেৱল দুটা বছৰ বিৰতি লৈ এই দায়িত্বত থাকে। এই কালছোৱাত সন্থাৰ যোগেদি নানা আঁচনি হাতত লোৱা হয়। বিশেষকৈ ডিব্ৰুগড় জিলাৰ ভালেকেইখন আওহতীয়া গাঁৱলৈ গৈ নানা উন্নয়নমূলক আঁচনি ৰূপায়িত কৰা হয়। পোহাৰী ধনীয়া, ডাইনীজান, বিনয়গুটীয়া আদি গাঁৱত সাক্ষৰতা আৰু স্বাস্থ্য পৰীক্ষা শিবিৰ অনুষ্ঠিত কৰা হয়। গাঁওসমূহৰ নিৰক্ষৰা আৰু অৰ্ধশিক্ষিতা মহিলাক গোট খুৱাই নানা বিষয়ৰ বুজ দিয়া হয়। গাঁৱত মহিলা সমিতি পাতি অঞ্চলসমূহৰ অগ্ৰগতিৰ বাবে আগবাঢ়ি যাবলৈ পৰামৰ্শ দিয়া হয়। সন্থাৰ যোগেদি 'ৰজাভেটা মহিলা সমিতি' গঠন এইক্ষেত্ৰত উল্লেখযোগ্য কাম। ইয়াৰ উপৰিও ডিব্ৰুগড় বিশ্ববিদ্যালয়ত চাকৰি কৰা নিৰক্ষৰ মহিলা আৰু তেওঁলোকৰ শিশুৰ লগতে কৰ্মৰত ভৃত্যসকলক শিক্ষাৰ বাবে সাক্ষৰতা কেন্দ্ৰ (Literacy Centre) খুলিছিল। এই কেন্দ্ৰৰ সভানেত্ৰীৰূপে নিৰক্ষৰসকলক সাক্ষৰ কৰাৰ বাবে বাইদেৱে যৎপৰোনাস্তি চেষ্টা কৰি এটা জাগৰণ আনিছিল। চতুৰ্থ শ্ৰেণীৰ মহিলা কৰ্মচাৰীসকল (অনুন্নত সম্প্ৰদায়ৰ) এই বিষয়ত যথেষ্ট আগ্ৰহী হোৱা দেখি বাইদেউ আনন্দত উৎফুল্লিত হৈ পৰিছিল। এই মহিলা কৰ্মচাৰীসকলে টিপচহীৰ সলনি স্বাক্ষৰ কৰা আৰু বাতৰি কাকত পঢ়িব পৰা হোৱাত বাইদেৱে বৰ সন্তোষ পাইছিল।

মাক-দেউতাকৰ স্মৃতি যুগমীয়া কৰাৰ মানসেৰেও চিন্তা কৰি তেওঁ ডিব্ৰুগড়

বিশ্ববিদ্যালয়ত পিতৃ কুমুদচন্দ্ৰ দত্ত সোৱঁৰণী তিনিটা স্মাৰক বক্তৃতাৰ আয়োজন কৰিছিল। ইয়াৰ প্ৰথম বক্তৃতা প্ৰদান কৰিছিল হায়দৰাবাদৰ প্ৰবাল দাশগুপ্তই। দ্বিতীয়টি প্ৰদান কৰিছিল প্ৰাধ্যাপক অমৰেশ দত্ত আৰু তৃতীয়টি কৰিছিল প্ৰাধ্যাপক উদয়ন মিশ্ৰই।

মাতৃৰ নামত হেমপ্ৰভা সোঁৱৰণী ন্যাস প্ৰতিষ্ঠা কৰি প্ৰতিবছৰ হাইস্কুল শিক্ষান্ত পৰীক্ষাত গোলাঘাট জিলাৰ ভিতৰত প্ৰথম স্থান অধিকাৰ কৰা ছাত্ৰ বা ছাত্ৰীক এটি বঁটা দিয়া হয়। বঁটাৰ মূল্য আঢ়ৈ হাজাৰ টকা। শাহুৱেক হেমলতা বৰুৱাৰ নামতো ২০০৩ চনৰ পৰা তেজপুৰৰ বিহগুৰি মৌজাৰ স্কুল কেইখনৰ ভিতৰত প্ৰথম হোৱা ছাত্ৰ-ছাত্ৰীক হেমলতা বৰুৱা সোঁৱৰণী বঁটা দিবলৈ লোৱা হৈছে।

শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱ আসনখনৰ লগত জড়িত হৈ সম্প্ৰতি বাইদেৱে মাজামৰা সত্ৰৰ কৈৱৰ্ত শিষ্যসকলৰ আৰ্থসামাজিক অৱস্থাৰ ওপৰত অধ্যয়ন চলাই আছে। লগতে অসমত বুৰঞ্জী চৰ্চাৰ ক্ষেত্ৰত অব্যৱসায়িক বুৰঞ্জীবিদ্‌সকলৰ অৱদান সম্পৰ্কে অধ্যয়নত ৰত হৈ আছে।

**সামৰণি**

ড০ স্বৰ্ণলতা বৰুৱা বাইদেউ তিনিজন পুত্ৰ আৰু এগৰাকী কন্যা সন্তানৰ মাতৃ। ইতিমধ্যে তেওঁলোক বিভিন্ন ক্ষেত্ৰত সংস্থাপিত হৈ একো একোখন সুখী গৃহস্থী চলাই আছে। পাৰিবাৰিক জীৱনৰ দায়িত্বৰ পৰা বাইদেৱে বহুখিনি অব্যাহতি পালেও নানাধৰণৰ উন্নয়নমূলক কামত নিজকে নিয়োজিত কৰি আত্মসন্তুষ্টি লাভ কৰিছে। বাইদেউৰ হৃদয়ৰ মাজত আজিও যেন অনুৰণিত হৈ উঠে শৈশৱকালতে শুনা আবেদন ময় Cardinal Newman ৰচিত সেই অমৰ সংগীতৰ মধুৰ সুৰ ঃ

'Lead, kindly light!
Amid the Encircling gloom
Lead, thou me on'...

সঁচাকৈয়ে বাইদেৱে হৃদয়ৰ গভীৰতাৰে অনুভৱ কৰে - জীৱনটো অত্যন্ত বহুমূলীয়া। জীৱনক তেওঁ অতিশয় ভাল পায়। সেয়েহে উত্তৰ পুৰুষলৈ বাইদেউৰ বাণী— জীৱনটো মানুহে সদায় সজকামত প্ৰয়োগ কৰিব লাগে। সময় নদীৰ দৰে কোবাল সোঁতেৰে বৈ যায়। আগতে উপলব্ধি কৰিব পৰা নাযায়-জীৱনটো কিমানযে চুটি। সেয়েহে বাইদেৱে কয়, সময় থাকোতেই প্ৰতি মুহূৰ্তৰ সদ্ব্যৱহাৰ কৰিব লাগে। আৰু এটা কথা তেওঁ অনুভৱ কৰে এই জীৱনত যিমানে আনক সুখ দিব পাৰি সিমানে মানুহে শান্তি লাভ কৰিব পাৰে, শৈশৱকালতে শুনা খ্ৰীষ্ট ধৰ্মীয় পবিত্ৰ সঙ্গীতৰ সুৰ তেওঁ যেন ক'ৰবাত শুনিবলৈ পায়— এই সঙ্গীতে হৃদয়ৰ মাজেদি প্ৰৱাহিত কৰি আনে সৰগীয় শান্তিৰ সুধা—

'Hark the Herald angles sing
Glory to the new born king ? □

# ড° কেশদা মহন্ত

নিৰলা শইকীয়া



অফুৰন্ত কৰ্মশক্তি, অসীম সাধনা আৰু অধ্যয়নপুষ্ট এটি প্ৰতিভা— যোৰহাটৰ শ্ৰীযুতা কেশদা মহন্ত যাৰ ঐকান্তিক প্ৰচেষ্টা আৰু গভীৰ অধ্যয়নপুষ্ট লেখনিৰে সুশোভিত হৈছে—অসমীয়া সাহিত্যৰ বেদী।

১৯৩৯ চনৰ ১৭ চেপ্তেম্বৰৰ দিনা যোৰহাটৰ কৰঙাৰ তেলপানী সত্ৰত কেশদা মহন্তৰ জন্ম হয়। ১৬৩১ শকত (১৭০৯ চন) শলগুৰি নামে ঠাইত দিহিং আৰু তেলপানী নৈৰ সংগম স্থলত তেলপানী সত্ৰ স্থাপন হয়। মোৱামৰীয়া বিপ্লৱৰ সময়ত এই সত্ৰ শিৱসাগৰৰ হাঁহচৰালৈ, তাৰ পাছত নাজিৰাৰ ওচৰৰ হুদুপাৰালৈ স্থানান্তৰিত হয়। মানৰ আক্ৰমনৰ সময়ত এই সত্ৰ পুনৰ গোলাঘাটৰ দক্ষিণ হেঙেৰা মৌজালৈ আৰু শেহত কৰঙালৈ সত্ৰ স্থানান্তৰিত হয়। উক্ত সত্ৰতে জন্ম গ্ৰহণ কৰি পিছলৈ সত্ৰাধিকাৰ পদত অধিষ্ঠিত হোৱা ৺মোহন চন্দ্ৰ মহন্তৰ দুহিতা কেশদা মহন্ত। মাতৃ ৺দিনপ্ৰভা মহন্ত।

মোহন চন্দ্ৰ মহন্ত আছিল এগৰাকী বৈষ্ণৱ বুদ্ধিজীৱী, চিন্তানায়ক, স্বাধীনতা আন্দোলনৰ অগ্ৰণী নেতা, আইনজ্ঞ আৰু নিষ্ঠাবান ব্যক্তি। তেখেতে সেই সময়ৰ সাদিনীয়া আৰু তিনিদিনীয়া দুয়োখন 'অসমীয়া' কাকতৰ সম্পাদনাৰ কাম কৰিছিল। ধৰ্মপ্ৰাণ আৰু কৰ্মযোগী ব্যক্তিগৰাকীয়ে ভালেমান তত্ত্বগধুৰ ৰচনাৰে অসমীয়া সাহিত্যৰ ভঁৰাল চহকী কৰি গৈছে। জীৱনৰ বিয়লি বেলাতো শুভ্ৰ বস্ত্ৰ আৰু মূৰত পাগুৰি পৰিধান কৰি অসম সাহিত্য সভাৰ চন্দ্ৰকান্ত সন্দিকৈ ভৱনত অনুষ্ঠিত সভা-সমিতিলৈ নিয়মীয়াকৈ অহা-যোৱা কৰিছিল। মাতৃ দিনপ্ৰভা মহন্তয়ো স্বাধীনতা আন্দোলনত অংশ গ্ৰহণ কৰি সাহসিকতাৰ পৰিচয় দিছিল। বিয়াৰ আগতে তেখেতে মূলা গাভৰুৰ অভিনয় কৰি খ্যাতি অৰ্জন কৰিছিল। সেই গৰাকী যুৱতীয়েই মোহন চন্দ্ৰ মহন্তৰ সৈতে বিবাহ পাশত আবদ্ধ হয় আৰু তেলপানী সত্ৰত কপাহ নেওঠা, সূতা কটা, কাপোৰ বোৱা, এৰী পোহা আদি কামত ব্যস্ত হৈ এগৰাকী সু-গৃহিণী হৈ পৰিল। ইমানবোৰ কামৰ মাজতো তেখেতে ল'ৰা-

ছোৱালীহঁতক আজৰি সময়ত দেশপ্ৰেমমূলক গীত-মাত শিকাই স্বাধীনতা আন্দোলনৰ কথাও কৈ শুনাইছিল।

**শিক্ষা আৰু কৰ্মস্থান ঃ** আদৰ্শবান পিতৃ-মাতৃৰ ছত্ৰ-ছাঁয়াত ডাঙৰ দীঘল হোৱা কেশদা মহন্ত আৰু তেওঁৰ আটাইকেইগৰাকী ভাতৃ-ভগ্নী শিক্ষা-দীক্ষা সকলোতে পাৰ্গত হৈ সমাজত খ্যাতি ৰাখিব পাৰিছে। সৰুৰে পৰা শ্ৰীযুতা মহন্ত তীক্ষ্ণ বুদ্ধিৰ গৰাকী আছিল। পঢ়া শুনা, ঘৰুৱা কাম-কাজ সকলোতে পাৰ্গত আছিল। সত্ৰীয়া বেষ্টনী পাৰ হৈ পুৰুষৰ দৰে শিক্ষা লাভ কৰাত ছোৱালীৰ বাধা আছিল যদিও মাতৃ দিনপ্ৰভা আৰু খুড়াক কুমুদ চন্দ্ৰ মহন্তই সকলো বাধা-বিঘিনি আঁতৰাই ছোৱালীজনীক শিক্ষা লাভ কৰিবলৈ উদ্‌গনি যোগাইছিল। স্থানীয় স্কুলতে শিক্ষা আৰম্ভ কৰি পিছত যোৰহাট চৰকাৰী বালিকা বিদ্যালয়ৰ পৰা প্ৰবেশিকা পৰীক্ষা পাছ কৰে। দশম শ্ৰেণীত থাকোতেই সামাজিক পৰিস্থিতিত বিয়া দিব লগা হৈছিল যদিও তেওঁৰ পিতৃপক্ষ আৰু শহুৰপক্ষৰ মাজত প্ৰতিশ্ৰুতি হৈছিল বিয়াৰ পাছতো স্নাতক পৰ্য্যায়লৈকে পঢ়ুৱাবলৈ। ১৯৫৬ চনত সংস্কৃত আৰু বিজ্ঞানত লেটাৰ লৈ প্ৰথম বিভাগত কেশদা মহন্ত মেট্ৰিক পৰীক্ষাত উত্তীৰ্ণ হয়। জগন্নাথ বৰুৱা মহাবিদ্যালয়ৰ পৰা সংস্কৃত বিষয়ত সন্মান সহ ১৯৬০ চনত স্নাতক হয় আৰু ১৯৬৪ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা সংস্কৃতত প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান লাভ কৰি স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰে। আৰ্থিক অৱস্থাৰ কাৰণে এবছৰ চাকৰি কৰাৰ পাছতহে তেওঁ এম এ পঢ়িবলৈ গৈছিল। তেওঁ প্ৰথমে যোৰহাট বালিকা বিদ্যালয়ত অস্থায়ীভাৱে কাম কৰিছিল। সৰোজিনী দেবী উচ্চ ইংৰাজী বালিকা বিদ্যালয়তো শিক্ষকতা কৰিছিল। তাৰ পাছত জগন্নাথ বৰুৱা মহাবিদ্যালয়ত সংস্কৃত বিষয়ৰ অধ্যাপনা কৰি ২০০০ চনৰ আগষ্ট মাহত অৱসৰ গ্ৰহণ কৰে শ্ৰীযুতা মহন্তই।

**বিবাহ ঃ** শিৱসাগৰৰ কুজিবালিত জন্ম গ্ৰহণ কৰা শ্ৰীযুত বাপচন্দ্ৰ মহন্তৰ লগত ১৯৫৫ চনত কেশদা মহন্তৰ বিবাহ সম্পন্ন হয়। তেওঁৰ স্বামীও এগৰাকী শিক্ষাবিদ আৰু সু-সাহিত্যিক। তেখেতসকল বৰ্তমান যোৰহাটৰ গোঁহাই টেকেলা গাঁৱৰ 'চিত্ৰকুট' ভৱনৰ বাসিন্দা। তেখেতসকলৰ তিনিটি সন্তানৰ ভিতৰত বৰ পুত্ৰ ড° অভিনৱ প্ৰকাশ মহন্ত জগন্নাথ বৰুৱা মহাবিদ্যালয়ৰ ভূগোলৰ প্ৰবক্তা, তেওঁৰ পৰিবাৰ ৰুণুমী ডেকা মহন্তও তিতাবৰৰ নন্দনাথ শইকীয়া মহাবিদ্যালয়ৰ ভূগোল বিষয়ৰে প্ৰবক্তা। দুগৰাকী কন্যা ক্ৰমে ড° নীৰাজনা মহন্ত বেজবৰা আৰু সুবাসনা মহন্ত চৌধুৰী। দুয়ো গৰাকীয়ে ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ অধ্যাপিকা।

সাংসাৰিক জীৱনৰ মেৰপাকত সোমোৱা শ্ৰীযুতা মহন্তই বিদ্যা শিক্ষা আহৰণত অলপো অৱহেলা কৰা নাছিল। বিয়াৰ পিছতহে তেওঁ আটাইকেইটা চূড়ান্ত পৰীক্ষাত উত্তীৰ্ণ হয়। মূৰত ওৰণিৰে এখন ঘৰৰ বোৱাৰী, পত্নী আৰু

মাতৃৰূপে দায়িত্ব পালন কৰিও উচ্চ শিক্ষাৰে বিভূষিতা হৈ এইগৰাকী নাৰীয়ে জীৱনৰ সাধনা হিচাপে বাচি ল'লে— সাহিত্য চৰ্চা। উন্নতিৰ জখলাত আগুৱাই যাবলৈ মহন্তক প্ৰেৰণা যোগাইছিল তেওঁৰ শাহু আই আৰু স্বামীয়ে। নিজে ল'ৰা ছোৱালী ৰাখি বোৱাৰীক পঢ়িবলৈ পঠোৱা শাহু আইগৰাকী সঁচাকৈ অতি মহান। শ্ৰীযুত বাপচন্দ্ৰ মহন্তই যোৰহাট চৰকাৰী উচ্চতৰ বালক বিদ্যালয়ত সুদীৰ্ঘ কাল শিক্ষকতা কৰি অৱসৰ লয়। তেখেত হিন্দী ভাষাৰ এগৰাকী বিদগ্ধ পণ্ডিত। তেখেতেও কেইবাখনো তত্ত্বগধুৰ গ্ৰন্থ লেখি অসমীয়া সাহিত্যৰ ভঁৰাল সমৃদ্ধ কৰিছে। স্বামী-স্ত্ৰী উভয়ে অক্লান্ত শ্ৰম আৰু কৰ্তব্যনিষ্ঠাৰে আগবঢ়োৱা বৰঙণিৰে সাহিত্যৰ পথাৰখন সঁচাকৈয়ে শস্য শ্যামলা হৈ পৰিছে।

**সাহিত্যিক জীৱন ঃ** পিতৃদেৱ, দুজন খুড়াক আৰু সংস্কৃতিবান ঘৰখনৰ পৰাই কেশদা মহন্তই সাহিত্য সৃষ্টিৰ প্ৰেৰণা পাইছিল। এদিন খুড়াকে কেশদাক 'পঢ়ি শুনি কি হ'বি' বুলি সোধাত তেওঁ 'হাকিম হ'ম' বুলি তপৰাই উত্তৰ দিলে। তাকে শুনি দেউতাকে কৈছিল—'এই তৰ্ক শাস্ত্ৰ মহাব্ৰাহ্মী তৰ্কৰ খাতিৰতে আজি গোটেই ৰাতিপুৱাটো তাই মোৰ লগত যিমান তৰ্ক কৰিলে তাতে মই তাইৰ দয়া মায়া হীনতাৰ পৰিচয় পাই গ'লো। তাই হাকিম হ'লে তৰ্কৰ খাতিৰতে নিতৌ এটাকৈ মানুহ ফাঁচী দিয়াব'। দেউতাকৰ কথা শুনি মহন্তই হাকিমনী হোৱাৰ আশা ত্যাগ কৰিলে। তেওঁ 'ৰাসলীলাৰ ঐতিহাসিক পৃষ্ঠ ভূমি', 'শঙ্কৰদেৱৰ সাহিত্যত শক্তি', 'শিৱ-নাৰদ' এইবোৰ লিখিবলৈ কলম তুলি লোৱা বুলি নিজেই স্বীকাৰ কৰিছে। এইবোৰ প্ৰবন্ধ ১৯৬৫-৬৬ চনত ৰামধেনু, ছমহীয়া নীলাচলত প্ৰকাশ হৈছিল।

তেতিয়াৰ পৰা এইগৰাকী লেখিকাৰ কলম থমকি ৰোৱা নাই। ঐকান্তিক প্ৰচেষ্টা আৰু গভীৰ অধ্যয়নৰ যোগেদি কেশদা মহন্তই কেইবাখনো আপুৰুগীয়া গ্ৰন্থ লিখি উলিয়াইছে। তেওঁৰ প্ৰকাশিত গ্ৰন্থ হ'ল— **'কালিদাসৰ সাহিত্য', 'অসমীয়া ৰামায়ণী সাহিত্য ঃ কথা বস্তুৰ আঁতিগুৰি' প্ৰথম খণ্ড, 'বিচিত্ৰ ৰামায়ণী কথা, 'মহাপুৰুষীয়া সাহিত্য ঃ কেইটিমান দিশ', 'চিন্তা উপচাৰ', 'ৰামায়ণী সাহিত্য ঃ কথাবস্তুৰ আঁতিগুৰি' - দ্বিতীয় খণ্ড, 'কৃষ্ণ কথা ঃ মূলধাৰা', 'উত্তৰ ৰাম চৰিত আৰু মেঘদূত কাব্য', 'কাব্যতত্ত্বৰ দৃষ্টিৰে শঙ্কৰদেৱৰ কাব্য'**। শ্ৰীযুত বাপচন্দ্ৰ মহন্তৰ সৈতে যুটীয়াভাবে লিখা **'গোস্বামী তুলসীদাস আৰু ৰামচৰিত মানস'** ১৯৭০ চনত প্ৰকাশ হয়। অনুবাদ সাহিত্যলৈকো মহন্তই বৰঙণি আগবঢ়াইছে। তুলসীদাসৰ **'ৰাম চৰিত মানস'** আৰু এচ মহাৰাজনৰ **'কম্বন'** অনুবাদ কৰিছে। কেৱল সেয়ে নহয়— সংস্কৃত ভাষাৰ পৰা **'অথৰ্ব'**বেদ অনুবাদ কৰি মহৎ কাৰ্য সাধন কৰিছে।

তেওঁ সম্পাদিত পুথি হ'ল—**'বৈষ্ণৱানন্দ লহৰি'** (সংস্কৃতপাঠ, উদিতনাৰায়ণদেৱকৃত ঘোষানুবাদসহ); **'ৰামচৰিত মানসৰ উত্তৰাকাণ্ড'** (শ্ৰীকান্ত সূৰ্য বিপ্ৰৰ ঘোষানুবাদ)।

কেশদা মহন্তই হিন্দী ভাষাতো প্ৰবন্ধ লিখিছে। পৰিষদ পত্ৰিকা (পাটনা), পাঞ্চজন্য (দিল্লী), ৰাষ্ট্ৰবানী (পুনে), ৰাষ্ট্ৰসেৱক (গুৱাহাটী), সমন্বিতা (ভাৰতীয় সাহিত্য পৰিষদ - যোৰহাট) প্ৰভৃতি পত্ৰিকাত তেওঁৰ প্ৰবন্ধ প্ৰকাশ হয়।

শ্ৰীযুতা মহন্ত এগৰাকী শিশু সাহিত্যিকো। ভাৰতীয় সাহিত্য কাননৰ পৰা বাচি অনা পুষ্পৰাজিৰে তেখেতে সজাই তুলিছে অসমীয়া শিশুসাহিত্যৰ বেদী। **'ৰঘুবংশৰ কথা', 'ৰামায়ণৰ সাধু দুটামান কওঁ', 'মহাভাৰতৰ সাধু দুটামান কওঁ', 'নিৰ্মলা নদীৰ পানী', 'ঐতিহ্যপ্ৰাণ নাতিলৈ আইতাৰ চিঠি', 'মৌ কোঁহৰ কৰ্মী প্ৰজা'** আদি শিশু পুথিসমূহ একো একো পাহি সুগন্ধি ফুল। মৌচাক, সঁফুৰা, শিশু সাৰথি আদি আলোচনীত লেখিকাই শিশুৰ বাবে গল্প-কবিতা গীত আদি লিখিছে।

তাহানিৰ ৰামধেনুতে লেখিবলৈ আৰম্ভ কৰা কেশদা মহন্তৰ বলিষ্ঠ লেখনী প্ৰান্তিক, প্ৰকাশ, গৰীয়সী, অসম সাহিত্য সভাৰ পত্ৰিকা আদিৰ উপৰিও অসমৰ আগশাৰীৰ বাতৰি কাকতত প্ৰকাশ হয়।

১৯৭৪ চনত শ্ৰীযুতা মহন্তৰ প্ৰবন্ধপুথি **'কালিদাসৰ সাহিত্য'** প্ৰকাশ হয়। 'অভিজ্ঞানম শকুন্তলম' নাটকৰ পৰা বাচি লোৱা বিষয়সমূহৰ ওপৰত যুগুত কৰা মুঠ এঘাৰটা প্ৰবন্ধৰে এই গ্ৰন্থ পৰিপুষ্ট। কালিদাসৰ সাহিত্যই যুগে যুগে মানুহক আনন্দৰ খোৰাক যোগাই আহিছে। যিসকলৰ সেই সাহিত্য পঢ়াৰ সামৰ্থ বা সৌভাগ্য ঘটিছে— তেওঁলোকৰ হৃদয় আপ্লুত হয় - কালিদাসৰ বৰ্ণনাৰ মাধুৰ্য্যত— ভাষাৰ লালিত্যত। কিন্তু সংস্কৃত ভাষা নজনাসকলে তেনে সাহিত্যৰ আলোচনাত্মক ৰচনা পঢ়িয়েই অমৃত পান কৰিবলৈ সুবিধা পায়। দুষ্মন্ত শকুন্তলাৰ প্ৰেম-বিৰহ-পুনৰমিলন, শকুন্তলাৰ জন্ম কাহিনী, আশ্ৰমৰ গছ-লতিকা-পশু-পক্ষী আদিৰ নয়নাভিৰাম দৃশ্যই সকলোৰে মন আকৰ্ষণ কৰে। মহন্তৰ 'কালিদাসৰ সাহিত্য'ই পাঠকক কেৱল আনন্দই দিয়া নাই, জ্ঞানৰ জেউতিও বিলাইছে।

ভাগৱত, পুৰাণ, বেদ, উপনিষদ, শঙ্কৰী সাহিত্য আৰু ভাৰতৰ অন্যান্য সাহিত্য সংস্কৃতি অধ্যয়ন কৰি যুগুত কৰা প্ৰবন্ধ সংকলনটি হ'ল— 'চিন্তা উপচাৰ'। প্ৰবন্ধসমূহে লেখিকাৰ অধ্যয়নশীল মন আৰু সুগভীৰ জ্ঞানৰ স্বাক্ষৰ বহন কৰিছে। 'উপনিষদ তত্ত্ব আৰু পাশ্চাত্য বিদ্বৎ সমাজ' নামৰ প্ৰবন্ধত আলবেৰুণি, জেনোফেনচন, গৰেঁই, হেৰক্লিটাচ, প্লটিনাচ, চপেনহাৱাৰ, কাৰ্লাইলৰ দৰে পাশ্চাত্য পণ্ডিতসকলৰ চিন্তাধাৰাত বেদান্ত দৰ্শনৰ চিন্তা কেনেদৰে পৰিব্যাপ্ত হৈছে তাৰ আভাস দিছে। 'সংস্কৃত এক অংকীয়া নাটক' নামৰ প্ৰবন্ধটোত সংস্কৃত এক অংকীয়া নাটকৰ বিভিন্ন দিশ আলোচনা কৰা হৈছে। আন এক— প্ৰবন্ধ 'অথৰ্ববেদৰ পৃথিবীসুক্ত'ত পৃথিবীয়ে মাতৃৰ দৰে প্ৰাণী, উদ্ভিদ, জীৱশ্ৰেষ্ঠ মানুহক ধাৰণ কৰাৰ কথা আৰু মানুহেও পৃথিবীক মাতৃৰূপে পূজা কৰা কথা উল্লেখ কৰিছে। প্ৰাচীন ভাৰতৰ কেইগৰাকীমান নাৰী ঋষিৰ পৰিচয় আছে— 'ঋকবেদৰ

মন্ত্ৰদ্ৰষ্টা নাৰীত'। 'বিয়া নামত হৰগৌৰী দম্পতি' নামৰ প্ৰবন্ধত লিখিছে— 'ৰাম-সীতাৰ জীৱন কথাত জন জীৱনক চমক লগাব পৰাকৈ লীলাৰ প্ৰাচুৰ্য্য নাই। ৰাধা-কৃষ্ণৰ লীলাত মাধুৰ্য্য থাকিলেও সাধাৰণজনে নিজক বিচাৰি পোৱাৰ অৱকাশ কম, পৰকীয়া নায়িকা ৰাধা আৰু কৃষ্ণৰ লীলা ব্যৱহাৰিক জীৱনত খাপ খুৱাব নোৱাৰা কথা। জনসাধাৰণে সৰ্বাত্মক ব্যৱহাৰিক জীৱনৰ চিত্ৰ বিচাৰি পায় হৰ-গৌৰীৰ যুগ্ম জীৱনত। সেয়েহে জনপ্ৰিয়তাৰ দৃষ্টিৰে হৰ গৌৰীৰ স্থান এই তিনিও যুগল মূৰ্তিৰ ভিতৰত'।

আমাৰ বিয়া নামবোৰৰ লগত হৰ-গৌৰীৰ নাম ওতঃ-প্ৰোতভাৱে জড়িত। প্ৰবন্ধটোৰ আন এঠাইত আছে— 'বিয়াৰ দুদিন পিছত দৰাৰ ঘৰত অনুষ্ঠিত হোৱা খোবা-খুবুনীৰ দিনা অসমীয়া সমাজত দৰা কন্যাক কৃষিৰ লগত জড়িত 'মহাদেউ পাৰ্বতী'ৰ কাহিনী শুনাই এই জনপ্ৰিয় দেৱ-মিথুনৰ অনাড়ম্বৰ গাৰ্হস্থ্য জীৱনৰো ইংগিত দিয়ে। ভাৰতীয় দশহাৰা শাৰদীয় উৎসৱৰ পৰম্পৰা আৰু ভাৰতৰ বিভিন্ন ঠাইত এই উৎসৱ পালন কৰা পদ্ধতি বৰ্ণিত হৈছে— 'বিবিধ ৰূপত বিজয়া উৎসৱ' প্ৰবন্ধটোত। বিভিন্ন বিষয় বস্তুৰে সমৃদ্ধ চিন্তা উপচাৰখন লেখিকাৰ বহু চিন্তনীয় বিষয়ত সহযোগ কৰা যোৰহাটৰ ধৰ্মপ্ৰাণ আৰু কৰ্মযোগী ব্যক্তি গৌৰীচৰণ বৰকটকীৰ পবিত্ৰ স্মৃতিত উছৰ্গা কৰিছে।

'অসমীয়া ৰামায়ণী সাহিত্য ঃ কথা বস্তুৰ আঁতিগুৰি' লেখিকাৰ এখনি উৎকৃষ্ট গ্ৰন্থ। ইয়াত প্ৰাক্ শংকৰী যুগৰ পৰা বৰ্তমান লোক সাহিত্যকো সামৰি অসমীয়া ভাষাৰ ৰামায়ণমূলক ৰচনাৰ বিষয়ে আলোচনা কৰা হৈছে। বাল্মীকি ৰামায়ণ, পুৰাণ, মাধৱ-কন্দলিৰ ৰামায়ণ, শঙ্কৰদেৱ, মাধৱদেৱ, হৰিহৰ বিপ্ৰৰ উপৰিও তামিল, তেলেগু, বাংলা, মালয়ালম, পাৰ্চী, নেপালী, কাশ্মীৰী আদি ৰামায়ণৰ ৰামকথাৰ বিশদ বিৱৰণৰ লগতে বিভিন্ন কাব্যৰ পৰা তুলি দিয়া পংক্তিসমূহেৰে পৰিপূৰ্ণ গ্ৰন্থখন পঢ়ি সাধাৰণ পাঠকে মধুপান কৰিবলৈ সুবিধা পাইছে। সাধাৰণ পাঠকলৈ লক্ষ্য ৰাখিয়েই বিষয়সমূহ ফঁহিয়াই আলোচনা কৰা হৈছে বুলি লেখিকাই গ্ৰন্থখনৰ আগকথাত প্ৰকাশ কৰিছে।

'কৃষ্ণ-কথা' ঃ মূলধাৰা'ত মুঠ চৈধ্যটা প্ৰবন্ধ সন্নিবিষ্ট কৰা হৈছে। 'সত্ৰ আৰু মহাপুৰুষীয়া সংস্কৃতি' শীৰ্ষক নিবন্ধত সত্ৰ শব্দৰ তাৎপৰ্য, ভাওনা, চিত্ৰকলা, উপাসনা আৰু সত্ৰসমূহে সমাজত সমতা ৰক্ষা, মানুহৰ শাৰীৰিক আৰু মানসিক উৎকৰ্ষৰ বাবে যোগোৱা অৰিহণাৰ কথা বৰ্ণনা কৰা হৈছে। 'মহাভাৰত, ভাগৱত বৰ্ণিত ফল্গুৎসৱৰ আঁতিগুৰি, 'ভক্তি ৰত্নাকৰত শৰণ নিৰ্ণয়, 'শংকৰদেৱৰ সাহিত্যত বৈষ্ণৱৰ সহিষ্ণুতা', 'শ্ৰীকৃষ্ণৰ বৈকুণ্ঠ প্ৰয়াণত পাণ্ডৱকুলৰ অৱস্থা', 'ৰাসলীলাৰ ঐতিহাসিক পৃষ্ঠভূমি' আদিৰ দৰে লিখনিসমূহত ভাৰতীয় সাহিত্যত বৰ্ণিত কৃষ্ণ কাহিনীৰ যোগেদি ঐশ্বৰিক মাহাত্ম্য আৰু চিন্তা চৰ্চাৰ সৰস আলোচনা আগবঢ়াইছে।

কৃষ্ণ কথাঃ মূলধাৰাত বৈষ্ণৱ দৰ্শনৰ প্ৰবন্ধকেইটাৰ লগতে মহাপুৰুষীয়া ধৰ্মৰ আধুনিক ব্যাখ্যা আগবঢ়োৱা লক্ষ্মীনাথ বেজবৰুৱা আৰু শ্ৰীযুতা মহন্তৰ পিতৃৰ ব্যক্তিত্ব আৰু জীৱন কৃতিৰ সুন্দৰ পৰ্যালোচনা আগবঢ়াইছে। 'গ্ৰন্থ তৰ্পনৰ অভিপ্ৰেত মোহন চন্দ্ৰ মহন্তৰ ব্যক্তিত্ব' নামৰ প্ৰবন্ধটোত লেখিকাগৰাকীয়ে পিতৃৰ জীৱন কৃতিৰ অভিনৱ মূল্যায়ন কৰিছে। প্ৰবন্ধটোৰ আৰম্ভণিতে তেওঁ কৈছে "নিৰ্ভীক আদৰ্শনিষ্ঠ, বৈষ্ণৱ বুদ্ধিজীৱী মোহন চন্দ্ৰ মহন্তৰ জীৱন নদীৰ মূলধাৰা কৃষ্ণ কথাঃ। আমাৰ এঘাৰ পুৰুষ ধৰি বৈ অহা কৃষ্ণকথা মূলধাৰাতে মোহন চন্দ্ৰ মহন্তই স্নান-পান-আচমন কৰি, কুৰি শতিকাৰ আৰম্ভণিতে অসমৰ দিগন্তত জাতীয় চেতনাৰে যি ধলফাট দিছিল, তাৰ ৰেঙণিত জীৱনৰ গতিধাৰাৰ বাট বিচাৰি ল'লে"। এই গ্ৰন্থখনি মহন্তই পিতৃ তৰ্পণ হিচাবে মোহন চন্দ্ৰ মহন্তৰ নামতে উচৰ্গা কৰিছে। ড° কেশৱানন্দ গোস্বামীয়ে পুথিখনৰ পাতনিত লিখিছে 'পিতৃ তৰ্পণ স্বৰূপে সম্প্ৰতি স্বৰ্গীয় মোহন চন্দ্ৰ মহন্তৰ নামত আগবঢ়োৱা এই সংকলনটিত বৈষ্ণৱৰ দ্বাদশাক্ষৰী মন্ত্ৰৰ দৰে বাৰটি প্ৰবন্ধৰ লগত উপসংহাৰ স্বৰূপ তপনীয় ব্যক্তিগৰাকীৰ জীৱনকৃতি তথা সামগ্ৰিক মূল্যায়নৰ যত্ন পুত্ৰীয়ে কৰিছে। পুত্ৰীৰ অভিধা অৰ্থও তাতে সাৰ্থক'। গ্ৰন্থখনত কৃষ্ণ ৰসৰ নিজৰাটিৰ লগতে ভক্তিৰসৰ সোঁতটিও প্ৰবাহিত হৈছে।'

১৯৭২ চনত কেশদা মহন্তৰ শিশু পুথি 'ৰঘুবংশৰ কথা' প্ৰকাশ হয়। ইয়াত ৰজা দিলীপৰ কৰ্তব্যনিষ্ঠা, ৰঘুৰ বীৰত্বৰ কাহিনী, ৰঘুৰ প্ৰশংসনীয় দানৰ কাহিনী, অজ আৰু ইন্দুমতীৰ বিয়া, ইন্দুমতীৰ শাপমুক্তি, কুশ-কুমুদ্বতীৰ বিয়া এই ছয়টা কাহিনী আছে। 'ৰঘুবংশৰ কথা' শিশুৰ কোমল মনত ৰেখাপাত কৰিব পৰাকৈ প্ৰাঞ্জল ভাষা, প্ৰকাশ ভংগীৰ মাধুৰ্যতা আৰু নীতিপদ বাক্যৰে ভৰা। এইখন পুথি লেখিকাই তেওঁৰ অসীম শ্ৰদ্ধাৰ শাহু আইৰ নামত উচৰ্গা কৰিছে।

'নিৰ্মলা নদীৰ পানী' প্ৰাকৃতিক ভাৰসাম্যৰ ওপৰত লিখা শিশুপুথি। স্বাৰ্থসিদ্ধিৰ কাৰণে মানুহে প্ৰকৃতি আৰু উদ্ভিদসমূহৰ ওপৰত অত্যাচাৰ চলাইছে। প্ৰাকৃতিক ভাৰসাম্য ৰক্ষা কৰাটো জীৱশ্ৰেষ্ঠ মানুহৰ কৰ্তব্য। চিৰশ্যামল বন আৰু সুখপুৰ গাঁৱৰ সৌন্দৰ্য্য লোপ পালে। গছ গছনি কাটি খান্তাং হ'ল। নিমাখিত বনৰীয়া প্ৰাণীয়ে আশ্ৰয় বিচাৰি আঁতৰি গৈছে হাবি-বননিৰ পৰা। পাহাৰৰ মাটি খহি পানী নৰখা হ'ল। বানপানীত মানুহ উটি গৈছে। এচিদ বৰষুণৰ পৰা হোৱা অপকাৰিতা, কল-কাৰখানাৰ পৰা ওলোৱা ধোঁৱা, কাগজকলৰ পৰা হোৱা প্ৰদূষণ আদি বিভিন্ন কথা অতি শুৱলা ভাবে 'নিৰ্মলা নদীৰ পানী'ত বৰ্ণনা কৰা হৈছে। গছৰ উপকাৰিতাৰ বিষয়ে লেখিকাই কৈছে— 'স্বৰ্গত বোলে কল্পতৰু নামৰ গছজোপাই যিয়ে যি খোজে তাকে দিয়ে। পৃথিৱীত গছেই কল্পতৰু'। হাতীৰ আত্মহত্যা নামৰ গল্পটোত মহাদন্ত নামৰ হাতীটোৱে মানুহৰ অত্যাচাৰ সহিব

নোৱাৰি মহাবাহু ব্ৰহ্মপুত্ৰত জপিয়াই আত্মহত্যা কৰা বৰ্ণনা অতি সৰস। পুথিখনৰ শেষৰফালে কেইটামান গীতো সংযোজন কৰা হৈছে।

'মৌকোঁহৰ কৰ্মী প্ৰজা'খন লেখিকাৰ বৰ্তমানৰ গাঁৱৰ শিশুহঁতক লৈ লিখা। নিজে গঠন কৰা 'সোণামুৱা মইনা পাৰিজাত'ৰ মইনাহঁতক তেখেতে গীত-নৃত্য-নাট সকলো শিকাইছিল। মইনাহঁতৰ কিছুমান ছবি পুথিখনৰ লিখনিত ফুটি উঠিছে। তেওঁলোকৰ বাবে লিখা কেইবাটাও গীত পুথিখনত ছপা হৈছে। শ্ৰীযুতা মহন্তৰ শিশুৰ লগত থকা নিবিড় সম্পৰ্ক আৰু তেওঁলোকৰ বাবে কৰা ত্যাগৰ নিদৰ্শন 'মৌকোঁহৰ কৰ্মী প্ৰজাই' দাঙি ধৰিছে।

'ঐতিহ্যপ্ৰাণ নাতিলৈ আইতাৰ চিঠি' কেশদা মহন্তৰ আন এখন অনুপম পুথি। অসম, ভাৰত, জাভা, সুমাত্ৰা, ইন্দোচীন, আদি ঠাইসমূহৰ ধৰ্ম সংস্কৃতিৰ চমু আভাস দিয়াৰ লগতে শিৱসাগৰ, ডিবৰু, কুৰুক্ষেত্ৰ, সৰস্বতী, তক্ষশীলা আদিৰ ঐতিহ্যৰ বৰ্ণনা আছে উক্ত পুথিখনত। বিয়াৰ পানী তোলা, গায়ন বায়ন হাতী, ঢোলে-দগৰে যোৱা বৰযাত্ৰীক আদৰ-সাদৰ কৰি নি কইনাঘৰত ৰভাৰ তলত বহিবলৈ দিয়া হয়। তাৰ পিছত আয়তীসকলৰ নামৰ ধ্বনি আৰু ঢুলীয়াৰ ঢোলৰ চেৱত ৰভাঘৰ মুখৰিত হয়। 'হাতী কৰে দলদোপ' শীৰ্ষক চিঠিখনত লেখিকাই এই সকলোবোৰৰ ওপৰত আলোকপাত কৰিছে। 'দ্বীপময় ভাৰত গঢ়িছে' নামৰ চিঠিখনত ভাৰতৰ ভৌগলিক অৱস্থান সম্পৰ্কে জনাইছে। দুখন মানচিত্ৰও পুথিখনত অংকিত হৈছে। অতি শুৱলা ভাষাৰে শিশুৰ বোধগম্য হোৱাকৈ চিঠিৰ মাধ্যমেৰে বহু কথাৰ সম্ভেদ দিয়া 'ঐতিহ্যপ্ৰাণ নাতিলৈ আইতাৰ চিঠি'— অসমীয়া শিশু সাহিত্য ভঁৰাললৈ দিয়া সুৱাগমনি ধান। তেওঁৰ শিশু পুথিসমূহ উপযুক্ত শব্দ, গীত মাত, কথোপকথন আদিৰে সমৃদ্ধ। অতি কোমল ভাষা আৰু বৰ্ণনাই শিশুৰ মনত সহজে ৰেখাপাত কৰে।

কেশদা মহন্তৰ জ্ঞানৰ পৰিধি অসীম। অসমীয়া লোক সাহিত্য-বিয়ানাম, আই নাম, লোকগীত, নাওখেলোৱা গীত আদি সকলোৰে জ্ঞান প্ৰাচুৰ্যতা দেখি তবধ মানিব লাগে। উপমা, প্ৰবচনৰ ব্যৱহাৰত তেখেত সিদ্ধহস্ত। আধুনিক যুগৰ মানুহে পাহৰি যোৱা বা ক'ব নোখোজা খাটি অসমীয়া শব্দ উপযুক্ত ঠাইত ব্যৱহাৰ কৰে। উপযুক্ত শব্দ চয়ন, সাৱলীল ভাষা আৰু অনুপম বাক্য বিন্যাসেৰে মহন্তৰ সাহিত্য সম্ভাৰ সমৃদ্ধ।

কেশদা মহন্ত যে কেৱল সাহিত্য চৰ্চাতে ব্যস্ত এনে নহয়। সত্ৰীয়া সংস্কৃতিৰ লগত জড়িত নৃত্য-গীত, ভাওনা, সুৰ-তাল-লয় আদি সকলোতেই আয়ত্ব কৰিছিল। তেখেতে গাঁৱৰ ল'ৰা-ছোৱালীহঁতক 'চোৰধৰা', 'পিম্পৰা গুচোৱা'ৰ পৰা 'ৰাম বিজয়'লৈকে গীত মাত ভাওনা আদিৰ শিক্ষা দিছিল আৰু নিজেও ভালেমান গীত ৰচনা কৰিছিল।

নিৰৱচ্ছিন্নভাৱে সাহিত্য চৰ্চাত ব্ৰতী শ্ৰীযুতা মহন্তই তেওঁৰ অনুপম সৃষ্টিৰ বাবে ৰাইজৰ পৰা অকুণ্ঠ স্নেহ শ্ৰদ্ধা আৰু স্বীকৃতি লাভ কৰিছে। ১৯৮৯ চনত শিশুপুথি - 'মৌকোঁহৰ কৰ্মী প্ৰজা'ৰ বাবে অসম সাহিত্য সভাৰ 'নকুল চন্দ্ৰ সভাপণ্ডিত সোঁৱৰণী' বঁটা লাভ কৰে। 'ৰামায়ণী সাহিত্য প্ৰথম খণ্ড'ৰ বাবে ১৯৮৯-৯০ চনৰ জগদ্ধাত্ৰী হৰমোহন বঁটা, 'মহাপুৰুষীয়া সাহিত্য ঃ কেইটামান দিশ'ৰ বাবে ১৯৯০ চনৰ বাসন্তী বৰদলৈ সোঁৱৰণী বঁটা আৰু 'কাব্যতত্ত্বৰ দৃষ্টিৰে শংকৰদেৱৰ কাব্য গ্ৰন্থ'ৰ বাবে ২০০১ চনত অসম সাহিত্য সভাৰ দুৰ্গাধৰ বৰকটকী সোঁৱৰণী বঁটা লাভ কৰি শ্ৰীযুতা মহন্তই সাৰস্বত সাধনাৰ ক্ষেত্ৰত গৌৰব কঢ়িয়াই আনে।

১৯৯৭ চনত তিতাবৰত অনুষ্ঠিত হোৱা 'সদৌ অসম লেখিকা সমাৰোহ সমিতি'ৰ সপ্তদশ দ্বিবাৰ্ষিক অধিবেশনৰ মুকলি সভাত কেশদা মহন্তই সভানেত্ৰীৰ আসন অলংকৃত কৰিছিল। অন্যান্য অনুষ্ঠানেও তেওঁক সম্বৰ্দ্ধনা জনাইছে। ইমানখিনি বঁটা আৰু সন্মানৰ বাবে তেওঁৰ অলপো আত্মাভিমান হোৱা নাই, সদায় নিজৰ একাণপতীয়া সাধনা আৰু চিন্তা-চৰ্চাত স্থিতপ্ৰজ্ঞা।

সত্ৰীয়া পৰিবেশত ডাঙৰ দীঘল হ'লেও এইগৰাকী নাৰীৰ অন্তৰত কাৰো প্ৰতি বিদ্বেষ নাই। অঞ্চলটোৰ আটায়ে তেওঁক শ্ৰদ্ধা কৰে আৰু 'আই' সম্বোধন কৰে। তেওঁ সকলোকে স্নেহ-শ্ৰদ্ধা কৰে। গাঁৱৰ সভা-সমিতি, বিয়া-সবাহত উপস্থিত থাকি ৰাইজক আনন্দ দিয়ে।

আধুনিক বিলাস-বৈভৱৰ পৰা মহন্ত বাইদেউ সম্পূৰ্ণ আঁতৰত। সাধাৰণ চাদৰ মেখেলা পৰিহিতা মানুহগৰাকী অতি নিৰ্ভীক আৰু স্পষ্টবাদী। মনত উদয় হোৱা কথাবোৰ ব্যক্ত কৰিবলৈ অলপো কুণ্ঠাবোধ নকৰে।

বৰ্তমান শাৰীৰিক অসুস্থতাই আমনি কৰিলেও বাইদেউৰ মনোবল অলপো কমা নাই। সাহিত্য সৃষ্টিৰ মাজেদিয়েই তেওঁ লাভ কৰিছে মানসিক প্ৰশান্তি একাগ্ৰতা, আত্মবিশ্বাস আৰু অনুসন্ধিৎসু মনেৰে ব্ৰতী হৈ আছে ভাবগধুৰ বিশ্লেষণাত্মক ৰচনা সৃষ্টিত।

এইগৰাকী বিদুষী মহিলাৰ ঐকান্তিক প্ৰচেষ্টা আৰু জ্ঞানস্পৃহা নব প্ৰজন্মৰ বাবে প্ৰেৰণা হৈ ৰওক। অসমীয়া সাহিত্যৰ আকাশখন তেওঁৰ অভিজ্ঞতাপুষ্ট কলমৰ যোগেদি প্ৰজ্বলিত হোৱা শিখাৰে উদ্ভাসিত হওক।

সৰ্বশেষত তেওঁৰ সুস্বাস্থ্য কামনা কৰি কনিষ্ঠাসকললৈ তেওঁ আগবঢ়োৱা পৰামৰ্শ এটিৰে মোখনি মাৰিব খুজিছো 'জীৱনৰ গভীৰ অভিজ্ঞতা অৰ্জন, ব্যাপক অধ্যয়ন, গভীৰ চিন্তন মনন, ধৈৰ্য আৰু নিষ্ঠাৰে সৃষ্টিশীল প্ৰতিযোগিতাৰ ভাবেৰে লিখাত প্ৰবৃত্ত হওক, আমাৰ লেখিকাসকল। ❐

# ড০ নীলিমা শৰ্মা

**ড০ লীলাৱতী শইকীয়া বৰা**



অষ্টমমান শ্ৰেণীত পঢ়ি থাকোঁতেই 'নতুন অসমীয়া'ৰ মহিলা চ'ৰাত 'নাৰী আৰু সমাজ' বিষয়ক প্ৰবন্ধ লেখি জনপ্ৰিয় হোৱা ড০ নীলিমা শৰ্মা এগৰাকী বিশিষ্টা গল্পকাৰ আৰু দাৰ্শনিক। সমাজ আৰু সাহিত্য জগতত প্ৰতিষ্ঠিত হোৱা প্ৰতি গৰাকী প্ৰতিভাশালী সাহিত্যিকৰ সফলতাৰ আঁৰত থাকে একোজন ব্যক্তি বা একোখন সমাজ বা নিজৰ ঘৰখনৰ সাংস্কৃতিক পৰিবেশ। ব্যক্তিগত জীৱনৰ ঘটনা-পৰিঘটনা বা আনন্দ-বেদনাইও এগৰাকী ব্যক্তিক লেখিবলৈ প্ৰেৰণা যোগায়। স্কুলীয়া অৱস্থাতে নীলিমাক লেখিবলৈ প্ৰেৰণা যোগাইছিল ঘাইকৈ ঘৰখনৰ সাংস্কৃতিক পৰিবেশ আৰু তৎকালীন ছিলঙীয়া সমাজখনে।

নীলিমা শৰ্মাৰ জন্ম হয় ১৯৪০ চনত যোৰহাট আৰু শিৱসাগৰ চহৰৰ মধ্যস্থলত থকা 'জগদুৱাৰ' চাহ বাগিছাত। সেই সময়ত জগদুৱাৰ বাগিচাৰ স্বত্বাধিকাৰী আছিল তেতিয়াৰ মৌজাদাৰ প্ৰয়াত বোধেশ্বৰ খাউণ্ডদেৱ। তেখেতৰে দ্বিতীয়া কন্যা ৺পুতলী দেৱী আছিল নীলিমা শৰ্মাৰ মাতৃ। তেওঁৰ পিতৃ হৈছে যোৰহাটৰ ভোগদৈ নদীৰ পাৰৰ বালিগাঁও নিবাসী শ্ৰীসুৰেন্দ্ৰ শৰ্মা। তেওঁৰ পিতৃ তথা নীলিমা শৰ্মাৰ ককাক আছিল কেদাৰ পূজাৰী। কিন্তু তেওঁৰ চাৰিজন পুত্ৰৰ দুজনে 'শৰ্মা' উপাধি লেখিছিল। সুৰেন্দ্ৰনাথ শৰ্মাই সুখ্যাতিৰে কটন কলেজৰপৰা বি. এ. পাছ কৰাৰ পাছত উচ্চ শিক্ষাৰ প্ৰতি প্ৰবল ধাউতি থকা সত্ত্বেও কলিকতাত গৈ এম. এ. পঢ়াৰ সপোন পূৰ্ণ কৰিব নোৱাৰিলে। পিছত সেই সপোন তেওঁৰ চাৰিওটি সন্তানৰ মাজেৰে পূৰ্ণ কৰিলে। সুৰেন্দ্ৰনাথ শৰ্মাই কৰ্মজীৱন আৰম্ভ কৰে ছিলঙত। ছিলঙৰ লাবানত তেতিয়াৰ দিনতে নিজৰ ঘৰ-দুৱাৰ কৰি থকা ডাঙৰ বায়েকৰ ভিনিহিয়েক সিংহপুৰুষ স্বৰূপ দুৰ্গাধৰ শৰ্মাৰ পৃষ্ঠপোষকতাত সুৰেন্দ্ৰনাথ শৰ্মাই বৃটিছ শাসিত অসমত প্ৰথম চাকৰি জীৱন আৰম্ভ কৰে। শৰ্মা এগৰাকী সুদক্ষ টেনিচ খেলুৱৈ আছিল। তেওঁৰ সহযোগী খেলুৱৈ আছিল সহপাঠী বিবেকানন্দ ভৰালী (ভৰালী ব্ৰাডাৰ্ছৰ প্ৰতিষ্ঠাপক স্বত্বাধিকাৰী) আৰু পিছলে চুপ্ৰিম কৰ্টৰ

ন্যায়াধীশ হোৱা পাৰ্বতীপ্ৰসাদ গোস্বামী। এসময়ৰ ভাৰতৰ ৰাষ্ট্ৰপতি ফকৰুদ্দিন আলি আহমেদ, আই. জি. পি ভৱানী প্ৰসাদ বৰুৱা আৰু সুধীন দত্তও তেতিয়াৰ ছিলং ক্লাবত তেওঁৰ টেনিছ খেলৰ লগৰীয়া আছিল। শৰ্মাই বৰ জীয়ৰী নীলিমাকো এগৰাকী সুদক্ষা টেনিছ খেলুৱৈ কৰিব খুজিছিল। কিন্তু কিতাপ পঢ়ি ভাল পোৱা নীলিমাই দুদিনমান ক্লাবলৈ গৈয়ে টেনিছ খেলিবলৈ এৰি দিলে। নীলিমাৰ মাতৃ পুতলী দেৱীও এগৰাকী উদ্যোগী মহিলা আছিল। তেওঁ নিচেই কম বয়সতে ছিলঙৰ মহিলা সমিতিৰ যুটীয়া সম্পাদিকা আছিল। 'অসম ৰাষ্ট্ৰভাষা প্ৰচাৰ সমিতিৰ জন্ম লগ্নতে তেওঁ ৰাষ্ট্ৰ ভাষা শিকিছিল আৰু বিশাৰদ উপাধি লৈছিল। সামাজিক কামতো তেওঁ আগৰণুৱা আছিল। ১৯৭৪ চনত ছিলঙৰ পৰা গুৱাহাটীলৈ আহি 'পানীৰাম বৰা পথ'ত লাবান নামঘৰৰ আৰ্হিত তেওঁ এটি নামঘৰ কৰায়। শাস্ত্ৰীয় সঙ্গীতৰ প্ৰতিও তেওঁৰ হেঁপাহ আছিল আৰু জীয়েকক সেই সঙ্গীতৰ শিক্ষা দি নিজৰ মনৰ হেঁপাহ পূৰাব খুজিছিল।

**শিক্ষা :**

নীলিমা শৰ্মাই স্কুলীয়া জীৱন আৰম্ভ কৰে চাৰে তিনি বছৰ বয়সতে। এদিন কোনেও গম নোপোৱাকৈ কণমানি সেই ছোৱালীজনী কাৰোবাৰ লগত 'লাবান অসমীয়া ছোৱালী হাইস্কুল' পালেগৈ। ঘৰত তেওঁক বিচাৰি নাপাই অসুখীয়া মাক আৰু খাছীয়া গাভৰু কং কাক্ৰিল ব্যাকুল। আবেলি তিনি বজাত চুবুৰীয়া স্কুলীয়া ল'ৰা-ছোৱালীৰ জাক আহি ঘৰ সোমালহি। সেই যে স্কুললৈ গ'ল, গৈয়েই থাকিল। নীলিমাৰ নামটো ঘৰৰ ওচৰৰে শিক্ষয়িত্ৰী কনক শইকীয়াই দিয়া। প্ৰধান শিক্ষয়িত্ৰীয়ে এদিন নাম সোধাত তেওঁ ঘৰত মতা আটাইবোৰ নাম ক'লে। কনক শইকীয়াই শয্যাগত মাকৰ লগত অলোচনা কৰি ঘৰত মতা এটা নামৰ লগত সঙ্গতি ৰাখি নীলিমা কৰে। ষষ্ঠমান শ্ৰেণীলৈকে তেওঁৰ পাঠ্যপুথিৰ প্ৰতি বিশেষ অনুৰাগ নাছিল। কিন্তু শিশু সাহিত্যৰ জগতখনৰ প্ৰতি তেওঁৰ আছিল দুৰ্বাৰ আসক্তি। মাকে ওচৰৰ 'ব্ৰাহ্ম সমাজ লাইব্ৰেৰী', পুলিচ বজাৰৰ 'ৰবীন্দ্ৰ সদন' লাইব্ৰেৰীৰ পৰা তেওঁক বঙলা শিশু সাহিত্যৰ পুথি যোগান ধৰিছিল। নীলিমা শৰ্মাই পাঁচ বছৰ বয়সৰপৰা শাস্ত্ৰীয় সঙ্গীত শিকিছিল। শাস্ত্ৰীয় সঙ্গীতৰ প্ৰতি মাকৰ যি হেঁপাহ আছিল, সেয়া জীয়েকৰ মাজেৰে পূৰাব খুজি তেতিয়াৰ শাস্ত্ৰীয় সঙ্গীতৰ ওস্তা ৰূপে খ্যাত মতি মিঞাৰ ওচৰত শাস্ত্ৰীয় সঙ্গীত শিকাৰ ব্যৱস্থা কৰি দিছিল। অনাতাঁৰ শিল্পী ৰূপে খ্যাত বীৰেন্দ্ৰনাথ দাস, (এতিয়াৰ জনপ্ৰিয় শিল্পী জে. পি. দাসৰ পিতৃ) আৰু ৰুদ্ৰ বৰুৱাৰ লগত আধুনিক গীতো তেওঁ শিকিছিল। কিন্তু পিছলৈ তেওঁ এই সকলোবোৰৰ প্ৰতি পিঠি দিলে। সপ্তমমান শ্ৰেণীৰ স্কুলীয়া ছাত্ৰী নীলিমা শৰ্মাৰ জীৱনলৈ অভাৱনীয় পৰিবৰ্তন আহিল। তেওঁলোকৰ ভাড়াঘৰত থকা লেডীকীন স্কুলৰ শিক্ষয়িত্ৰী বীণা বৰুৱাৰ প্ৰভাৱত পৰি তেওঁ কবিতা লিখিবলৈ

লৈছিল, দুয়ো যুগ্মভাবে ছদ্মনামত কবিতা লেখি সেই সময়ত প্ৰচলিত বাতৰি কাকতৰ সাহিত্য চ'ৰাত প্ৰকাশ কৰিছিল। ৰীণা বৰুৱাই সুন্দৰ বেহেলা বজাইছিল। তেওঁকে দেখি নীলিমাইও দেউতাকৰ ওচৰত আব্দাৰ কৰি পুলিচ বজাৰৰ 'মিউজিক মাৰ্ট'ৰ পৰা জাৰ্মানীত তৈয়াৰী "ষ্ট্ৰেডিভৰিয়াচ্' ভায়োলিন কিনাই মৈদান লাবানত থকা তেতিয়াৰ সুদক্ষ বেহেলাবাদক দুৰ্গেশ চৌধুৰীৰ ওচৰত 'তালিম' ল'বলৈ ধৰিলে। ঘৰুৱা কাম-কাজতো নীলিমা বেছ পাকৈত আছিল। তাঁত বোৱা, ব তোলা, ৰাছ ভৰোৱা, উলৰ চুয়েটাৰ, মোজা, টুপী, টি-ক'জি আদি গোঁথা, এমব্ৰয়ডাৰি কৰা ইত্যাদি কাম তেওঁ নিয়াৰিকৈ কৰিছিল।

১৯৫৫ চনত নীলিমা শৰ্মাই লাবান অসমীয়া ছোৱালী হাইস্কুলৰ পৰা প্ৰতিভামূলক বৃত্তি লৈ সুখ্যাতিৰে মেট্ৰিক পাছ কৰে। স্কুলীয়া জীৱনত তেওঁ লক্ষ্য কৰিছিল, ৰাজধানী ছিলং চহৰৰ আন্তঃ স্কুল প্ৰতিযোগিতাবোৰত দুগৰাকী প্ৰধান বিচাৰকে সদায় ইংৰাজী মাধ্যমৰ স্কুলকেইখনৰ প্ৰতি হকে বিহকে পক্ষপাতিত্ব দেখুৱাইছিল আৰু ভাৰ্ণাকুলাৰ মিডিয়ামৰ স্কুলবোৰক অৱজ্ঞা কৰিছিল। খং আৰু আক্ষেপত নীলিমা শৰ্মা আৰু বান্ধৱী লোপা আহ্‌মেদে তেওঁলোকৰ নামকৰণ কৰিছিল 'ছিলঙীয়া বিলাতী' বুলি। অবিভক্ত অসমৰ ৰাজধানী ছিলঙত তেতিয়া এনেধৰণৰ 'ছিলঙীয়া বিলাতী' ভালে সংখ্যক আছিল। চৈয়দ আব্দুল মালিকে এনে ধৰণৰ 'বিলাতী'ক তেওঁৰ গল্পৰ মাজেৰে বিদ্ৰূপ কৰিছিল। স্কুলত পঢ়ি থাকোঁতেই ছিলঙৰ 'লেডী হাইডৰী পাৰ্ক'ত অসম সাহিত্য সভাৰ অধিবেশন বহিছিল। সেই অধিবেশনলৈ অসমৰ বৰেণ্য সাহিত্যিকসকল আহিছিল। নীলিমা শৰ্মাই তেখেতসকলৰ অট'গ্ৰাফ লৈ বিস্ময়ত মনে মনে ভাবিছিল, এখেতসকলে কিহৰ প্ৰেৰণাত লেখে বাৰু?

মেট্ৰিক পাছ কৰি নীলিমা শৰ্মাই কলেজীয়া জীৱন আৰম্ভ কৰে চেইণ্ট মেৰীজ কলেজত। ইয়াৰ কলেজীয়া জীৱনত কোনো বৈচিত্ৰ নাছিল যদিও এটা কথাই নীলিমাৰ অন্তৰত গভীৰ সাঁচ বহুৱাইছিল। সেই সময়ত কন্‌ভেণ্টৰ ডৰ্মিটৰিত এজাক অনাথ ছোৱালীক ৰখা হৈছিল। তেওঁলোকক ৰোমান কেথলিক অনুষ্ঠানটোৱে বিনা পইচাত নিজৰ কন্‌ভেণ্টত আৰু কলেজত শিক্ষা প্ৰদান কৰিছিল। তেওঁলোকক জীয়াই থাকিবৰ বাবে যিখিনি ন্যুনতম খাদ্য দিব পাৰি, সিমানখিনিহে দিয়া হৈছিল। তেওঁলোকে সময় পালেই বিশেষকৈ ব'টানীৰ প্ৰেক্টিকেল ক্লাছৰ বাবে ছাত্ৰীবোৰ যেতিয়া পাৰ্টটাইম অ্ধ্যাপকজনৰ কাৰণে এঘণ্টা সময় ৰৈ আছিল, তেতিয়াই ক্লাছ ৰুমটো বাদ দি বাকী গোটেই কলেজ চৌহদ, বাথৰুম, টয়লেট আদি চকচকীয়াকৈ পৰিস্কাৰ কৰিছিল। অনাথ ছোৱালীবোৰৰ নিস্তেজ মুখবোৰে নিষ্পেষণৰ বাৰ্তা দিছিল। নীলিমাই নিজৰ ক্লাছৰে অনাথ ছাত্ৰী আভাক লৈ গল্প লেখিছিল আৰু সেই গল্প নতুন অসমীয়াৰ দেওবৰীয়া চ'ৰাত

প্ৰকাশ হৈছিল। তৃতীয় বাৰ্ষিকত নীলিমা শৰ্মা 'লেডী কীন্' কলেজত ভৰ্তি হ'লহি। সেই কলেজত দৰ্শন বিভাগটোৰ সুনাম আছিল। স্বয়ং প্ৰিন্সিপাল গৰাকীয়েই বেদান্ত দৰ্শন পঢ়াইছিল। প্ৰিন্সিপাল আছিল অগ্নিকবি কমলাকান্ত ভট্টাচাৰ্যৰ জীয়েক উষা ভট্টাচাৰ্য। দৰ্শনৰ অনাৰ্চৰ মাত্ৰ দুগৰাকী ছাত্ৰী থকাৰ কাৰণে অধ্যক্ষাই নিজৰ অফিচ কোঠাতে ক্লাছ লৈছিল। বেদান্ত দৰ্শনৰ ক্লাছত অধ্যক্ষাই যেতিয়া দুচকু মুদি লৈ আত্মবিভোৰ হৈছিল, সহপাঠী ফ্লিছিল্ডাই তেতিয়াই উষা ভট্টাচাৰ্যৰ তামোলৰ টেমাৰ পৰা দুখনকৈ থুৰিয়াই থোৱা 'মিঠাপান' চুৰি কৰিছিল। অফ পিৰিয়ডত ইউক্লিপ্‌টাচ্ গছৰ তলত বহি সেই মিঠাপানৰ স্বাদ লৈছিল তেওঁলোকে।

লেডীকীন কলেজৰপৰা দৰ্শনত অনাৰ্চ লৈ বি. এ. পাছ কৰাৰ পাছত অধ্যাপিকা ৰ'জ্ মিলিয়ন'ৰ উদ্‌গনিত নীলিমাই কলিকতা বিশ্ববিদ্যালয়ৰ মনোবিজ্ঞান বিষয়ত এড্‌মিশ্যন লৈছিল। কিন্তু ককাক বোধেশ্বৰ খাউণ্ডে কলিকতালৈ যাবলৈ নিদিয়াত তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰাই ১৯৬২ চনত সুখ্যাতিৰে এম. এ. পাছ কৰে। বিশ্বদ্যিালয়ত পঢ়ি থকা কালত নীলিমা শৰ্মাৰ ভাল সহপাঠী বান্ধৱী আছিল অনিমা ভৰালী (পিছলৈ গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ অধ্যাপিকা ড° অনিমা দত্ত)। নীলিমা শৰ্মাৰ মতে মেধাবী ছাত্ৰী অনিমা ভৰালী আছিল এখন 'অভিধান' আৰু অসমীয়া ভাষা সাহিত্যৰ বিশ্বকোষ। সেই সময়ত দুয়োৰে গল্প 'মণিদীপ', 'অসম বাণী', 'নতুন অসমীয়া', 'হিমাচল', 'ৰামধেনু' আদিত প্ৰকাশ পাইছিল। নীলিমা শৰ্মাৰ লিখি থাকোতে কোনো শব্দৰ বানানত খোকোজা লাগিলে, কাষৰ ৰূমত থকা অনিমাক সুধিছিল। নিমিষতে শুদ্ধ উত্তৰ আহিছিল। এতিয়াৰ দৰে তেতিয়াও বিশ্ববিদ্যালয়ৰ গ্ৰাম্য প্ৰাকৃতিক পৰিবেশ আছিল অতুলনীয়। বিশাল ব্ৰহ্মপুত্ৰৰ আৰ্দ্ৰ বতাহ, সেউজীয়া আঁচলেৰে গা ঢাকি ৰখা ওখ পাহাৰ, কৃষ্ণচূড়া-ৰাধাচূড়া-সোণাৰু-মে'ফ্লাৱাৰৰ মন মতলীয়া কৰা সৌন্দৰ্য, নাম নজনা জাক জাক চৰাই, নাম নজনা কতনা সুগন্ধি ফুল— এই সকলোবোৰে নীলিমাক অভিভূত কৰিছিল। ছিলঙত এইবোৰ ফুল, চৰাই নাছিল। গতিকে কাক সুধিব এইবোৰৰ নাম? ওচৰতে থকা 'বিশ্বকোষ' অনিমা ভৰালীৰ ওচৰলৈ গ'লেই সকলো চিছিম্‌ফাক হৈ যায়।

এম. এ. পাছ কৰি নীলিমাই কেইমাহমান লেডীকীন কলেজ আৰু দৰং কলেজৰ দৰ্শন বিভাগত প্ৰবক্তাৰ কাম কৰে। তাৰ পাছত অসম চৰকাৰৰ গৱেষণামূলক বৃত্তি লৈ 'বেনাৰস হিন্দু বিশ্ববিদ্যালয়'ত দৰ্শনত গৱেষণা কৰিবলৈ যায়। আচৰিত কথা যে কুৰি শতিকাৰ ষাঠিৰ দশকতো ৰক্ষণশীল ব্ৰাহ্মণ পৰিয়ালৰ জীয়ৰীক বিয়া দিয়াৰ পৰিবৰ্তে গৱেষণা কৰিবলৈ পঠিওৱাৰ কাৰণে তেওঁৰ পিতৃ-মাতৃয়ে আত্মীয় কুটুম্বৰপৰা লাঞ্চনা-গঞ্জনা খাবলগীয়াত পৰিছিল। মদন মোহন মালব্যৰ মানস সন্তান বেনাৰস হিন্দু বিশ্ববিদ্যালয়ৰ দৰ্শন বিভাগৰ সুখ্যাতিয়ে

ইতিপূৰ্বে দেশৰ পৰিধি পাৰ হৈ বিশ্বৰ দৰবাৰ পাইছিলগৈ। তেনে এটা বিভাগত গৱেষণা কৰিবলৈ পাই তেওঁ পুলকিত হৈছিল। 'বি. এইচ. য়ু'তে তেওঁ ৰাধাকৃষ্ণণ প্ৰমুখ্যে কেইবাজনো বিদগ্ধ দাৰ্শনিক পণ্ডিতৰ সান্নিধ্য লাভ কৰে। কুলপতিৰ বিশেষ অনুমতি লৈ গৱেষণাৰ লগতে তেওঁ মিউজিক কলেজত বেহেলা বাদনো শিকে। জাৰ্মান ভাষাতো তেওঁ ডিপ্লমা লাভ কৰে, ১৯৬৬ চনত তেওঁ Nature and destiny of Man in twentieth century Indian philosophy শীৰ্ষক গৱেষণা গ্ৰন্থ দাখিল কৰে। ১৯৬৭ চনৰ ফেব্ৰুৱাৰী মাহত, বেনাৰস হিন্দু বিশ্ববিদ্যালয়ে স্বৰ্ণজয়ন্তী পালন কৰা বছৰতে তেওঁ দৰ্শন বিষয়ত ডক্টৰেট ডিগ্ৰী লাভ কৰে। ১৯৭২ চনত তেওঁৰ গৱেষণা গ্ৰন্থখন বেনাৰসৰ 'ভাৰতীয় বিদ্যা প্ৰকাশনে' প্ৰকাশ কৰি উলিয়ায়।

**কৰ্মজীৱন**ঃ এম. এ পাছ কৰিয়েই নীলিমা শৰ্মাই পোনতে কৰ্মজীৱন আৰম্ভ কৰে প্ৰথমে লেডীকীন কলেজ আৰু পিছত দৰং কলেজ আদিত অধ্যাপনা কৰি। কিন্তু কিছু দিন কাম কৰিয়েই বেনাৰস হিন্দু বিশ্ববিদ্যালয়ত গৱেষণা কৰিবলৈ যায়। গৱেষণা কাৰ্য সমাপ্ত কৰি ১৯৬৬ চনৰ পৰা ১৯৬৭ চনলৈ তেওঁ বেনাৰস হিন্দু বিশ্ববিদ্যালয়ৰ 'ভাৰতীয় দৰ্শন আৰু ধৰ্ম' বিভাগৰ স্নাতকোত্তৰ শ্ৰেণীত শিক্ষকতা কৰে। এই বিভাগৰ সৰহ সংখ্যক ছাত্ৰ-ছাত্ৰীয়েই জলপানি লৈ পঢ়িবলৈ অহা বিদেশী ছাত্ৰ-ছাত্ৰী আছিল। College of Indology -ৰ জাৰ্ণেল 'ভাৰতী'ত সেই সময়তে তেওঁৰ দুখন গৱেষণা পত্ৰ প্ৰকাশ হয়। ১৯৬৭ চনৰ নৱেম্বৰ মাহৰ ১১ তাৰিখে 'বি. এইচ. য়ু' এৰি আহি তেওঁ পৰিয়ালৰ তাগিদাত পৰি কটন কলেজত যোগদান কৰে প্ৰবক্তা ৰূপে। অসমৰ এখন ঐতিহ্য মণ্ডিত কলেজ হ'লেও কটনৰ প্ৰতি নীলিমা শৰ্মাৰ কোনো আসক্তি জন্মা নাছিল। বৰঞ্চ তেওঁ বিৰক্ত হৈছিল কেতবোৰ কথাত। উদাহৰণ স্বৰূপে, কটন কলেজৰ ঠিকনাত অহা তেওঁৰ চিঠি-পত্ৰ প্ৰায়েই হেৰাইছিল। যি কেইখন পাইছিল, সেই কেইখনো কোনোবাই চেঞ্চৰ কৰিছিল। জাৰ্মান ফেল'শ্বিপ এটাৰ বাবে মনোনীত হোৱাৰ পাছতো তেওঁ সময়ত যাব নোৱাৰিলে। কাৰণ কাগজ-পত্ৰবোৰ কোনোবাই 'গাইব' কৰিলে। অধ্যক্ষৰ দৃষ্টি আকৰ্ষণ কৰা হৈছিল যদিও বিশেষ ফল নিদিলে। কটনৰ প্ৰাণ আছিল (আছে, থাকিবও) তাৰ প্ৰতিভাশালী ছাত্ৰ-ছাত্ৰীবোৰ। ক্লাছ ৰূমৰ ভিতৰে-বাহিৰে প্ৰাণৱন্ত ছাত্ৰ-ছাত্ৰীবোৰৰ মাজত প্ৰবক্তা নীলিমা শৰ্মাই দেখা পাইছিল আলোকদীপ্ত উজ্বল আকাশ। কিন্তু ষ্টাফ ৰূমটো তেওঁৰ বাবে কাঁইটীয়া আছিল। তিনি বছৰৰ মূৰত ১৯৭০ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ দৰ্শন বিভাগত প্ৰবক্তা ৰূপে যোগদান কৰো। ১৯৮১ চনত তেওঁ ৰীডাৰ আৰু ১৯৯১ চনত তেওঁ অধ্যাপিকাৰ পদ পায়। ১৯৯৪ চনৰ পৰা ১৯৯৭ চনলৈ বিভাগীয় মুৰব্বী হয়। তেওঁৰ তত্ত্বাৱধানত দৰ্শন বিভাগত তিনিখন নেশ্যনেল চেমিনাৰ আৰু তিনিটা ৰিফ্ৰেছাৰ ক'ৰ্চ অনুষ্ঠিত হয়। তেওঁৰ

তত্ত্বাবধানত গৱেষণা কৰি এতিয়ালৈকে বাৰজন গৱেষকে 'ডক্টৰেট' উপাধি লাভ কৰিছে। ১৯৯৬ চনত ভিজিটিং প্ৰফেছাৰ ৰূপে প্ৰায় ডেৰমাহ তেওঁ ইটালী দেশৰ বিভিন্ন Oriental Institute আৰু দুখন বিশ্ববিদ্যালয়ত 'Philosophy of Creativity' আৰু 'Contemporary Indian Philoshphy' ৰ ওপৰত ভাষণ দিয়ে। সমগ্ৰ ইটালী দেশখনত উত্তৰৰপৰা দক্ষিণলৈ ভ্ৰমণ কৰোঁতে হোৱা তেওঁৰ বিচিত্ৰ অভিজ্ঞতাৰ ওপৰত ভিত্তি কৰি এখন ভ্ৰমণ ভিত্তিক উপন্যাস সম্প্ৰতি লিখি আছে।

১৯৯৮ চনত নীলিমা শৰ্মা আমেৰিকালৈ যায়। প্ৰতি পাঁচ বছৰৰ ব্যৱধানত পৃথিবীৰ বিভিন্ন প্ৰান্তত অনুষ্ঠিত হোৱা 'World Philosophical Congress' ত তেওঁ যোগদান কৰে। সেই বছৰ দৰ্শনৰ আন্তঃৰাষ্ট্ৰীয় সত্ৰখন অনুষ্ঠিত হৈছিল বষ্টন বিশ্ববিদ্যালয়ত। এই সত্ৰত বিশ্বৰ বৰেণ্য দাৰ্শনিকসকলৰ সমাবেশত চিন্তা-বিনিয়োগৰ সুবৰ্ণ সুযোগ ঘটিছিল তেওঁৰ। একে সময়তে তেওঁ 'ISADABI' (International Society against Dowry Deaths And Bride Burning In India) ৰ দ্বাৰা আমন্ত্ৰিত হৈছিল। তেওঁৰ বক্তৃতাৰ বিষয় আছিল, "Geographical distribution of Dowry Deaths in India"। হাৰ্ভাৰ্ড বিশ্ববিদ্যালয়ৰ সংস্কৃত ভাষাৰ অধ্যাপকৰ পৌৰহিত্যত নিউটন চহৰত সেই বক্তৃতা প্ৰদান কৰা হৈছিল। দেশৰ বাহিৰে-ভিতৰে মুঠ আঠখন আন্তঃৰাষ্ট্ৰীয় সত্ৰত তেওঁ গৱেষণা পত্ৰ পাঠ কৰে। সমাজ দৰ্শনৰ আন্তঃৰাষ্ট্ৰীয় সভাত, এটি বিশেষ শাখাত তেওঁ পৌৰোহিত্য কৰে। ১৯৯৮ চনত ভাৰত চৰকাৰৰ 'মানৱ সম্পদ বিকাশ' (HRD) -এ নীলিমা শৰ্মাক 'Indian Council of Philosophical Research' ৰ সদস্যা মনোনীত কৰে। সেই পদত চাৰে তিনি বছৰ কাল থাকি তেওঁ দৰ্শন সেৱাত সক্ৰিয় অংশ লয়। তেওঁ উত্তৰ-পূব ভাৰতত দৰ্শনৰ একাডেমিক সম্প্ৰসাৰণৰ যথেষ্ট কাম কৰে। ২০০২ চনত নতুন দিল্লীত অনুষ্ঠিত হোৱা '2nd International Congress of Social Philosophy' -ত তেওঁ Endoment lecture প্ৰদান কৰে "Terrorism and Peace : A Conceptual Analysis" বিষয়ত। Indian Philosophical Congress -ৰ অধিবেশনবোৰত ১৯৬৫ চনৰ পৰাই তেওঁ গৱেষণা পত্ৰ প্ৰদান কৰি আহিছে। দেশৰ ভিতৰত অনুষ্ঠিত হোৱা বুজন সংখ্যক নেশ্যনেল চেমিনাৰৰ লগত তেওঁ ওতঃপ্ৰোতভাবে জড়িত হৈ আহিছে। সম্প্ৰতি Bio-ethics -ৰ বিষয়ে বক্তৃতা প্ৰদান কৰি আহিছে।

দৰ্শন বিষয়ত ইতিপূৰ্বে প্ৰকাশিত হোৱা তেওঁৰ গৱেষণা পত্ৰৰ সংখ্যা হ'ল, বাষষ্ঠিখন (৬২)। দৰ্শন বিষয়ত প্ৰকাশিত গ্ৰন্থ ৩ খন, (১) Twentieth Century India Philosophy (২) পাশ্চাত্য দৰ্শনৰ ইতিহাস আৰু (৩) ভাৰতীয় দৰ্শন। সম্পাদিত গ্ৰন্থ হৈছে ঃ ধৰ্ম দৰ্শন আৰু তৰ্কবিজ্ঞান। সম্পাদিত গৱেষণামূলক আলোচনী ঃ (১) Golden Jubilee Volume of Gauhati University Jour-

nal of Arts, (২) Gauhati University Journal of Philosophy ইং ২০০২ চনত নীলিমা শৰ্মাই গুৱাহাটী বিশ্ববিদ্যালয়ৰ দৰ্শন বিভাগৰ প্ৰফেচৰ পদৰ পৰা অৱসৰ গ্ৰহণ কৰে।

**সাহিত্য সেৱা ঃ** ৬ষ্ঠ - ৭ম মান শ্ৰেণীৰ পৰাই নীলিমা শৰ্মাই সাহিত্য চৰ্চাত মনোনিবেশ কৰে। অষ্টমমান শ্ৰেণীত পঢ়ি থাকোঁতেই তেওঁৰ প্ৰথম প্ৰবন্ধ প্ৰকাশিত হয় কৃতি সাংবাদিক কীৰ্তিনাথ হাজৰিকা সম্পাদিত 'নতুন অসমীয়া'ৰ মহিলা চ'ৰা শিতানত। 'নাৰী আৰু সমাজ' শীৰ্ষক প্ৰবন্ধটো প্ৰকাশ হোৱাৰ পাছত লাবানৰ সহৃদয় অসমীয়া সমাজখনৰ অধিকাংশই তেওঁলোকৰ ঘৰত যেন উবুৰি খাই পৰিছিল। তেওঁলোকৰ আশীষ আৰু চেনেহে তেওঁক দিছিল অসীম প্ৰেৰণা। কীৰ্তিনাথ হাজৰিকাদেৱে নীলিমাক এগৰাকী মহিলা বুলিয়েই ভাবি আছিল। পিছতহে এদিন চেনিকুঠিত থকা নীলিমা শৰ্মাৰ মোমায়েক অধ্যাপক দুলাল বৰঠাকুৰৰ ঘৰতু চেলোৱাৰ কামিজ পিন্ধা স্কুলীয়া ছোৱালীজনীয়েই নীলিমা শৰ্মা বুলি তেওঁ গম পালে। অষ্টমমান শ্ৰেণীত পঢ়ি থাকোতে সহপাঠী লোপা আহমেদৰ সহযোগিতাত স্কুলৰ 'হাতে-লিখা আলোচনী' প্ৰকাশ কৰিছিল। নৱমমানত পঢ়ি থাকোঁতে, স্কুলৰ মেট্ৰিক পৰীক্ষাৰ্থীৰ 'বিদায় উৎসৱ'ত লোপাৰ সৈতে যুটীয়াভাবে নাট লিখি মঞ্চস্থ কৰিছিল। স্কুলীয়া জীৱনত, সাহিত্য চৰ্চাত তেওঁৰ লগত সক্ৰিয় সহযোগ আগবঢ়াইছিল লখিমী (অৰ্চনা) বৰুৱাই। নিতৌ গধূলি কেঞ্চেচট্ৰেছৰ অঁকোৱা-পকোৱা নিমজ পকী আলিবাটত দুয়ো নানা কথা আলোচনা কৰিছিল। 'ৰামধেনু' যুগৰ লেখকসকল তেওঁলোকৰ আদৰ্শ হ'লেও, তেওঁলোক অন্ধ অনুৰাগী নাছিল। অনা অসমীয়াৰ ভিতৰত দুয়োৰে তেতিয়া প্ৰিয় লেখক আছিল বুদ্ধদেৱ বসু, চমাৰ চেট মম্, ষ্টাইন বেক, পাৰ্লবাক আদি। হাইস্কুলৰ অষ্টমমান শ্ৰেণীতে আৰম্ভ হোৱা নীলিমা শৰ্মাৰ লেখিকা জীৱন নিজৰ শক্তি-সামৰ্থ্য সাপেক্ষে এতিয়াও অব্যাহত আছে আৰু লেখিকা জীৱনৰ পঞ্চাছ বছৰ (স্বৰ্ণ জয়ন্তী বুলিব পাৰি) পূৰ্ণ হৈছে। এই পঞ্চাশ বছৰত তেওঁ প্ৰথমে ৰম্য ৰচনা, ছদ্মনামত কবিতা, নাট আৰু পাছলৈ চুটিগল্প, প্ৰবন্ধ আৰু দুখন উপন্যাসিকা লিখিছে। ১৯৯৫ চনৰপৰা দৰ্শন সেৱাত অধিক মনোযোগ দিবলগীয়া হোৱাত, সাহিত্য সৃষ্টিত কিছু শিথিলতা আহি পৰিছিল যদিও সম্প্ৰতি চাকৰি জীৱনৰ পৰা অৱসৰ পাই তেওঁ পুনৰ লিখিবলৈ লৈছে। ইতিমধ্যে আৰম্ভ কৰি থোৱা উপন্যাস দুখন সম্পূৰ্ণ কৰিবলৈ তেওঁ কলম হাতত তুলি লৈছে। যোৱা আঢ়ৈ কুৰি বছৰত তেওঁৰ শতাধিক গল্প, কুৰিটামান প্ৰবন্ধ, দুখন উপন্যাসিকা প্ৰকাশিত হৈছিল। স্কুলীয়া জীৱনৰ ৰম্য ৰচনা আৰু কবিতাৰ সংখ্যাও নিচেই তাকৰ। তেওঁৰ প্ৰকাশিত গল্প সংকলনকেইখনৰ নাম হ'ল ঃ

১. অন্যসূতি ঃ (গল্পবোৰ ১৯৫৫ - ১৯৬০ চনৰ কালছোৱাত লেখা, প্ৰকাশক - অসম প্ৰকাশনি প্ৰাইভেট লিমিটেড, কলিকতা, ১৯৬৭)

২. যেন ডালিমৰে গুটি ঃ (১৯৬০ চনৰ পৰা ১৯৭০ চনৰ ভিতৰত লেখক, প্ৰকাশক - লয়াৰ্ছ বুক-ষ্টল, গুৱাহাটী - ১৯৭২, গল্পবোৰৰ নিৰ্বাচন আৰু নামকৰণ নিৰোদ চৌধুৰীদেৱৰ)

৩. তৰঙ্গৰ ৰং ঃ (১৯৬৯ - ৰ পৰা ১৯৭৯ চনৰ ভিতৰত লেখা, প্ৰকাশক-ভৱানী পাবলিচিং কনচাৰ্ণ, কলিকতা, ১৯৭৯।

৪. মানস সৰোবৰ ক'ত ঃ (১৯৭৫ চনৰ পৰা ১৯৯৫ চনৰ ভিতৰত লেখা, প্ৰকাশক - চন্দ্ৰপ্ৰকাশ, গুৱাহাটী, ১৯৯৬, এই গ্ৰন্থৰ বাবে 'অসম সাহিত্য সভা'ই 'বাসন্তী দেৱী বৰদলৈ' পুৰস্কাৰ দিছিল, কিন্তু বিশেষ কাৰণত লেখিকাই পুৰষ্কাৰটো গ্ৰহণ নকৰিলে।

নীলিমা শৰ্মাই তেওঁৰ গল্পৰ সমল বাস্তৱ জগতৰ পৰাই গ্ৰহণ কৰে। দেশৰ, সমাজৰ সমস্যাৰাজিৰ বিষয়ে তেওঁৰ কলম সজাগ। গল্পৰ ক্ষেত্ৰত তেওঁ সাধাৰণতে মনঃ সমীক্ষণমূলক বিশ্লেষণৰ আশ্ৰয় লয়। যোৱা শতিকাৰ ষাঠীৰ দশকত নাৰী-মনস্তত্ত্বৰ ওপৰত আলোকপাত কৰিবলৈ কীৰ্তিনাথ হাজৰিকা, বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য আৰু বীৰেণ বৰকটকীদেৱে তেওঁক উদগাইছিল। নাৰীৰ সম অধিকাৰৰ স্বত্ত্ব অতি সাহসেৰে প্ৰতিষ্ঠা কৰিব পৰাটোও গল্পকাৰ নীলিমা শৰ্মাৰ এক বিশেষ কৃতিত্ব। ড° শৰ্মাৰ গল্পৰ "আৰম্ভণি আকস্মিক আৰু আৰম্ভণিতে ঘটনাৰ এনে উৎকণ্ঠা সৃষ্টি কৰে যে, সেই উৎকণ্ঠাই গল্পৰ শেহলৈকে পাঠকৰ মনত উৎসুক্য বজাই ৰাখে। আৰম্ভণিৰ এনে আকস্মিকতা আৰু উৎকণ্ঠাৰ দিশত 'ওৰণি নেলাগে গুচাব' গল্পটো বিশেষভাবে উল্লেখযোগ্য।" নাৰীৰ মন মনঃসমীক্ষাত্মক দৃষ্টিভঙ্গীৰে বিচাৰ-বিশ্লেষণ কৰি লিখা গল্পবোৰৰ ভিতৰত 'আৱৰণ' এটা উৎকৃষ্ট গল্প। মুঠতে চুটিগল্পৰ কাৰিকৰী কৌশলৰ সুপ্ৰয়োগেৰে নীলিমা শৰ্মাই বক্তব্যত চৰিত্ৰৰ গতিবিধি, চিন্তা-ভাৱনা আৰু ক্ৰিয়া-কলাপৰ মাজেৰে সুন্দৰকৈ প্ৰকাশ কৰিবলৈ সমৰ্থ হৈছে। নীলিমা শৰ্মাৰ লেখিকাজীৱনৰ এটি বিশেষ ঘটনা তেওঁৰ বাবে স্মৰণীয় ঃ ১৯৬৫ চনৰ এটি ভৰ দুপৰীয়া 'বেনাৰস হিন্দু বিশ্ববিদ্যালয়'ৰ চেণ্ট্ৰেল অফিচৰ পৰা নীলিমা শৰ্মাই গৱেষণাৰ বৃত্তি আনিবলৈ গৈছিল। পিন্ধনত আছিল এখন মুগা বৰণীয়া চাইনিজ চিল্কৰ চাদৰ কাটি কৰা মেখেলা। চাদৰৰ বগা ৰেছমী সূতাৰ চিকমিক কৰা পাৰিটো কাটি, জোৰা দি মেখেলাৰ এহাত বহলৰ পাৰি কৰা হৈছিল। পাৰিদুটাৰ সংযোগ-স্থল ঢাকিবৰ বাবে এক ৰঙৰ ৰেছমী সূতাৰে ডবল 'পাখি' চিলাইৰে এমব্ৰয়ডাৰি কৰা হৈছিল। মেখেলাখন এখন অভিনৱ ডিজাইনৰ মুগাৰ মেখেলা বুলি ভ্ৰম হৈছিল। হোষ্টেলৰ কৌতুহলী ৰছকী ছোৱালীবোৰে মেখেলাখন পিটিকি পিটিকি চাইছিল। ভ্ৰম হৈছিল সেই সময়ৰ লোকসভাত স্বৰাষ্ট্ৰমন্ত্ৰীতাৰে তোলপাৰ লগাই থকা সাংসদ তথা অসমৰ প্ৰখ্যাত সাহিত্যিক হেম বৰুৱাদেৱৰ। 'বি. এইচ. য়ু'ৰ কৰ্টৰ মেম্বাৰৰূপে তেখেত কৰ্টৰ মিটিঙলৈ আহিছিল।

চেণ্ট্ৰেল অফিচৰ ওপৰ তলাৰ বাৰান্দাৰ পৰা তেখেতে 'মেখেলা পৰিহিতা'ক লক্ষ্য কৰিছিল। তাৰ পিছত তললৈ নামি আহি তেখেতে ছোৱালীজনীৰ নাম ধৰি মতাত নীলিমা শৰ্মা বিস্ময়ত বোবা হৈ গৈছিল। তাতোকৈও আচৰিত হৈছিল, তেওঁৰ নিচিনা সামান্য লেখিকা এগৰাকীক হেম বৰুৱাৰ নিচিনা বিখ্যাত লেখক এজনে মূল্য দিয়া দেখি। হেম বৰুৱাই তেওঁৰ লিখাৰ মনঃসমীক্ষণমূলক বিশ্লেষণৰ প্ৰশংসা কৰিছিল।

**পাৰিবাৰিক জীৱন** ঃ ১৯৭৪ চনত ব্ৰাহ্মণ সমাজৰ ৰীতি অনুযায়ী নীলিমা শৰ্মাই বৈবাহিক জীৱনত প্ৰবেশ কৰে। তেওঁৰ স্বামী ড° বিনোদ শৰ্মাৰ ঘৰ নলবাৰী জিলাৰ পশ্চিম চামতাত। বিনোদ শৰ্মাৰ পৰিয়ালত অতীজৰেপৰা এটি শৈক্ষিক পৰিবেশ বিৰাজমান। নিলীমা শৰ্মাৰ শহুৰেক ৺উদয় শৰ্মা চৰকাৰী হাইস্কুলৰ হেডমাষ্টৰ আছিল। চাকৰি সংক্ৰান্তত পৰিয়ালটো অসমৰ বিভিন্ন ঠাইত থাকিবলগীয়া হৈছিল। বুঢ়ী আইতাক (শাহুৰেকৰ মাতৃ) স্বাধীনতাৰ প্ৰাককালত আজাৰাৰ প্ৰাইমেৰী স্কুলৰ প্ৰধান শিক্ষয়িত্ৰী আছিল। বুঢ়ী শাহুৰেকে নাতি বোৱাৰীয়েকৰ লগত 'সখি' পাতিছিল। শাহুৰেক চুবুৰীটোৰ সমাজখনৰ, সৰু চামৰ বাবে অবৈতনিক শিক্ষয়িত্ৰী আছিল। বোৱাৰীয়েকৰ লগত তেওঁৰ এক সৌহাৰ্দ্যপূৰ্ণ সম্পৰ্ক গঢ় লৈ উঠিছিল। পৰিয়ালটোত পৰুষানুক্ৰমে আয়ুৰ্বেদিক চৰ্চাৰ প্ৰভাৱ দেখা যায়। সাহিত্য-সংস্কৃতিৰ লগতো তেওঁলোকৰ নিবিড় সম্পৰ্ক। সৌ সিদিনালৈকে ববজনাক জিতেন শৰ্মা ভ্ৰাম্যমান নাট্য জগতৰ অবিচ্ছেদ্য অঙ্গ আছিল। দেওৰেক ডা° ভগবান শৰ্মা এজন কৃতি গল্প লেখক। স্বামী ড° বিনোদ শৰ্মা অসমীয়া ভাষা-সাহিত্যৰ লগত ছাত্ৰ-জীৱনৰে পৰা জড়িত। তেওঁলোকৰ একমাত্ৰ পুত্ৰৰ নাম 'মণিকূট'। দিল্লীৰ পৰা প্ৰথম শ্ৰেণীসহ 'এম. বি. এ.' পাছ কৰি তেওঁ সম্প্ৰতি কলিকতাৰ বহুজাতিক কম্পেনী এটাৰ এক্সিকিউটিভ বিষয়া। বৰ্তমান নীলিমা শৰ্মা আৰু তেওঁৰ স্বামীয়ে চাকৰি জীৱনৰ পৰা অৱসৰ পাই কেতবোৰ কাম কৰাৰ আঁচনি লৈছে। তেওঁলোকৰ কাৰ্য-ক্ৰমনিকাৰ সহানুভূতিশীল সমালোচক তথা অপৰিহাৰ্য সহযোগী হ'ল মণিকূট শৰ্মা। এটি মাত্ৰ সন্তানেৰে নীলিমা শৰ্মাৰ পাৰিবাৰিক জীৱন বেছ সুখৰ।

তেনেই সহজ-সৰল জীৱন যাপন কৰা নীলিমা শৰ্মা অতি অমায়িক আৰু মৰমীয়াল। সফল আৰু কৃতি শিক্ষক হিচাপে তেওঁ ছাত্ৰ-ছাত্ৰীসকলৰ অতি প্ৰিয়। এই গৰাকী প্ৰতিভাশালী লেখিকাই অৱসৰৰ পিছত কৰিবলৈ লোৱা সাহিত্য কৰ্মৰ আঁচনি যাতে সফল হয়, তাৰ বাবে তেওঁৰ সুস্বাস্থ্য আৰু দীৰ্ঘায়ু কামনা কৰিলোঁ। □

# দীপিকা ভট্টাচাৰ্য্য

**জীৱন মাধুৰী নেওগ বৰা**



কিতাপ এখন পঢ়ি থাকোঁতে কিতাপখনৰ বৰ্ণনাত পোৱা ঠাইখনৰ গছ-গছনি, নৈ-নিজৰা, পাহাৰ-পৰ্বতবোৰ যেতিয়া নিজ চকুৰে দেখা দেখা যেন লাগে, দুৰ্গম বাট-পথৰ বৰ্ণনা পঢ়ি নিজে সেই বাটেৰে গৈ থকাৰ দৰে বুকু দুৰু দুৰু কৰে। বৰফকণা বৃষ্টিৰ বৰ্ণনাত হঠাৎ যেন জাৰ জাৰ অনুভৱ হয়। কাহিনী একোটাৰ চৰিত্ৰই মনৰ চকুত জীৱন্ত হৈ ধৰা দিয়ে,— তেনে লেখাই সাৰ্থক সাহিত্য হয়।

ভাব ভাষাৰ লগত হৃদয়ৰ অনুভৱেৰে লিখি এনে সাৰ্থক সাহিত্য সৃষ্টি কৰিব পৰা এগৰাকী লেখিকা শ্ৰীমতী দীপিকা ভট্টাচাৰ্য্য। প্ৰাঞ্জল ভাষা, সৰস বৰ্ণনা, শুদ্ধ তথ্যৰে আকৰ্ষণীয়কৈ ভ্ৰমণ কাহিনী লিখি সকলো শ্ৰেণীৰ পঢ়ুৱৈৰ মনৰ মাজত সোমাই পৰিব পৰা লেখিকা দীপিকা ভট্টাচাৰ্য্যই কণ কণ মইনাহঁতৰ বাবে লিখা জাতকৰ সাধু, পুৰাণৰ আখ্যান, বুদ্ধদেৱৰ জীৱনৰ সঁচা সাধু, মাৰ্ক টোৱেইনৰ ৰসভৰা কাহিনী, নানকৰ কৰ্ম আৰু জীৱনক লৈ লিখা কাহিনী আদিৰে শিশু সাহিত্যলৈ আপুৰুগীয়া বৰঙণি যোগাইছে।

পাহাৰ-পৰ্বতৰ দুৰ্বাৰ আকৰ্ষণত বাৰে বাৰে হিমালয়লৈ ওলাই যোৱা এইগৰাকী দীপিকা ভট্টাচাৰ্য্যক অসমৰ লব্ধপ্ৰতিষ্ঠ সাহিত্যিক স্বৰ্গীয় লক্ষ্যধৰ চৌধুৰীয়ে নাম দিছিল 'পাহাৰী কন্যা'। স্বৰূপতেই জোৰাই-জোখাই দিয়া উপযুক্ত নাম। কিমানবাৰ যে কিমান পাহাৰীয়া ঠাই ভ্ৰমণ কৰিছে তেওঁ! কেতিয়াবা সপৰিবাৰে, কেতিয়াবা সবান্ধৱে। ক্লান্তি-শ্ৰান্তিহীন এনে ভ্ৰমণৰ আনন্দৰ ভাগ তেওঁ জানো অকলে লৈছে? ঘূৰি আহি সেই ঠাইৰ সম্পূৰ্ণ তথ্য সম্বলিত লিখনিত পাহাৰ-পৰ্বতৰ বিতং বিবৰণ, আঁৰত থকা কাহিনী, মঠ-মন্দিৰৰ নিৰ্মাণকাৰীৰ নাম-ধাম, কাৰ ৰাজত্ব কালৰ, কোন বছৰত প্ৰতিষ্ঠিত সকলো তথ্য উদ্ধাৰ কৰি সুন্দৰ সৰস বৰ্ণনাৰে একোখনি পুথি লিখি পঢ়ুৱৈ সমাজলৈ আগবঢ়াই আনন্দৰ ভাগ দিয়াৰ লগতে উপকৃতও কৰিছে। ঠাইবোৰত থকা মঠ-মন্দিৰৰ প্ৰভাৱ পৰা মানুহৰ লোক বিশ্বাসৰ অলিখিত কাহিনীও তেওঁ তাৰ থলুৱা লোকৰ লগত

কথাপাতি উদ্ধাৰ কৰে। তেওঁৰ জ্ঞানপিপাসু মনটোৰে নিষ্ঠা, কষ্ট আৰু আগ্ৰহেৰে লিখা এনেকুৱা ভ্ৰমণ কাহিনীবোৰ উপভোগ্য হোৱাৰ উপৰিও ভ্ৰমণবিলাসীসকলক প্ৰেৰণা আৰু উৎসাহ যোগায়। তদুপৰি ভ্ৰমণকাৰীসকলক এনে পুথিয়ে 'গাইড বুক'ৰ দৰেও সহায় কৰে। শ্ৰীমতী ভট্টাচাৰ্য্যৰ ৰচনা-ৰীতিৰ বৈশিষ্ট্যও এইখিনিতেই।

কলম হাতত লোৱাৰ আগৰপৰাই সাহিত্য-চৰ্চাৰ পৰিৱেশৰ মাজত সোমাই থকা শ্ৰীমতী দীপিকা ভট্টাচাৰ্য্যৰ প্ৰথম 'লেখা' প্ৰকাশ পাইছিল 'জনশিক্ষা' নামৰ আলোচনীখনত। তেতিয়া তেওঁ পঞ্চমমান শ্ৰেণীৰ ছাত্ৰী। লেখা-পঢ়া কৰাৰ পৰিৱেশ তেওঁৰ চৌপাশ জুৰি আছিল। নিজৰ ঘৰতো, মোমায়েকৰ ঘৰতো। সেয়ে চাগে অকণমানিজনীৰো কিবা লিখোঁ লিখোঁ লাগি আছিল। সেই যে কলম হাতত লৈছিল পঞ্চমমানতে, আজিও অবিৰতভাৱে লিখি আছে তেওঁ। এই সাহিত্যনুৰাগী স্নকলো কথাৰ প্ৰতি আগ্ৰহী, কৌতূহলী ছোৱালীজনীলৈ তেওঁৰ একমাত্ৰ মোমায়েক লোক-সংস্কৃতিৰ গৱেষক ড° প্ৰফুল্ল দত্তগোস্বামীৰ কিমান মৰম! কিমান হেঁপাহ! কিমান যে সপোন!! সেই একে সপোন মাক শ্ৰীমতী অৰুণা গোস্বামী আৰু পিতাক ৺সন্তদেৱ গোস্বামীৰ চকুতো আছিল। এনে সফল সপোন দেখাৰ বাবে তেওঁলোকৰ ঘৰখনতো পৰিৱেশৰ অভাৱ নাছিল।

মেধীপাৰাৰ তেওঁলোকৰ ঘৰখনক মানুহে 'স্কুলীয়া গোসাঁইৰ ঘৰ' বুলিয়েই জানিছিল। কাৰণ তেওঁলোকৰ ককাদেউতাক, বৰদেউতাক, খুৰাক কেইবাজনেও শিক্ষকতাই কৰিছিল। সুশিক্ষিত এটি আদৰ্শ পৰিয়াল। পিতাক সন্তদেৱ গোস্বামীৰ জন্ম হৈছিল এই বাটৰহাট মেধীপাৰাতে ১৯১১ চনত। ১৯৩০ চনত মেট্ৰিক আৰু ১৯৩২ চনত সুখ্যাতিৰে আই.এ. পাছ কৰি ১৯৩৪ চনত তেওঁ দৰ্শন বিষয়ত উচ্চস্থানৰ অনাৰ্চসহ বি.এ. পাছ কৰিছিল কটন কলেজৰ পৰা। মেট্ৰিকত দেখুৱা সুফলৰ বাবে তেওঁ কৰ্তৃপক্ষৰ পৰা ৰূপৰ পদকো লাভ কৰিছিল। ছাত্ৰাৱস্থাত ৰচনা লিখি আউনিআটি সত্ৰৰ প্ৰয়াত অধিকাৰ 'শ্ৰীশ্ৰীদত্তদেৱ গোস্বামী সোঁৱৰণী' সোণৰ পদক লাভ কৰিছিল। চাকৰি কৰা কালত পলাশবাৰী আৰ.বি. হায়াৰ ছেকেণ্ডাৰী স্কুলত শিক্ষকতা কৰাৰ উপৰিও সেই সময়ৰ 'নেফা'ৰ সামৰিক বিভাগত (Military Accounts) যথাক্ৰমে শ্বিলং আৰু যোৰহাটত চাকৰি কৰিছিল।

এনে এটি সুশিক্ষিত সংস্কৃতিবান পৰিয়ালতে দক্ষিণ কামৰূপৰ মেধীপাৰা সত্ৰত ১৯৪০ চনৰ ১৮ এপ্ৰিলত জন্ম হৈছিল শ্ৰীমতী দীপিকা ভট্টাচাৰ্য্যৰ। তেখেতসকলৰ সাতজন ভাই-ভনীৰ মাজত জ্যেষ্ঠা আছিল তেওঁ। মৰমতে সকলোৱে তেওঁক 'চুনী' বুলি মাতিছিল। চাকৰি সূত্ৰে পিতাক শ্বিলঙত থকাত সৰুকালৰ কেইটামান বছৰ তেওঁলোকো শ্বিলঙতে আছিল। তেতিয়াৰ পৰাই তেওঁৰ যেন প্ৰকৃতিৰ লগত বিশেষ আত্মীয়তা। ফুল-পখিলাৰ পিছত দৌৰি ফুৰা

সময়তেই পিতাক আকৌ অন্য ঠাইলৈ বদলি হোৱাত পৰিয়ালটোক বাটৰহাট মেধীপাৰাৰ নিজ ঘৰত আনি থয়। দীপিকাৰ বিদ্যাৰম্ভও হৈছিল তাতেই। বাটৰহাট বাছ আস্থানৰ কাষত থকা ল'ৰা আৰু ছোৱালীৰ দুখন পঢ়াশালিৰ ল'ৰাৰ নিম্ন প্ৰাইমেৰী বিদ্যালয়খনতে খুৰাক শ্ৰীলক্ষ্মীদেৱ গোস্বামী আৰু শ্ৰীবিশ্বদেৱ গোস্বামীয়ে নাম লগাই দিছিল। সেইখন স্কুলৰ ছাত্ৰী হিচাবেই তেওঁ গুৱাহাটী ডনবস্ক স্কুলত শিক্ষকতা কৰা আন এজন খুৰাক শ্ৰীমহাদেৱ গোস্বামীৰ লগত থাকি গুৱাহাটীৰ পৰাই প্ৰাইমেৰী বৃত্তি পৰীক্ষা দিছিল। তাৰ পিছত প্ৰায় এবছৰমান কামৰূপৰ বিখ্যাত সংস্কৃত টোল 'দক্ষিণপাৰ বিদ্যোৎসাহিনী টোল'ৰ ছাত্ৰী হৈছিল। সেই টোলখনৰ প্ৰথম ছাত্ৰী তেৱেঁই আছিল। সেই টোলত তেওঁৰ খুৰাক শ্ৰীলক্ষ্মীদেৱ গোস্বামীয়ে শিক্ষকতা কৰিছিল। পিছত মোমায়েক ড° প্ৰফুল্ল দত্ত গোস্বামীয়ে তেওঁৰ গুৱাহাটীৰ ঘৰলৈ আনি নিজৰ লগতে ৰাখি উজানবজাৰ বালিকা বিদ্যালয়ত নাম লগাই দিছিল। তাত পঢ়ি থকাৰ মাজতে পঞ্চম শ্ৰেণীমানত পিতাকে আকৌ দীপিকাক শ্বিলঙলৈ লৈ গৈছিল। তেওঁ ১৯৫৫ চনলৈ তাতেই পঢ়া-শুনা কৰিছিল। ইয়াৰ মাজতে অষ্টম শ্ৰেণীলৈ প্ৰমোচন পাওঁতেই সেই সময়ত ব্ৰাহ্মণ সমাজত থকা নিয়ম অনুসৰি দীপিকাৰ বিবাহ সম্পন্ন হয় গুৱাহাটীৰ ৺উগ্ৰতাৰা মন্দিৰৰ দ'লৈ বিখ্যাত সংস্কৃত পণ্ডিত নলবাৰীৰ চক্ৰেশ্বৰ ভট্টাচাৰ্য্যৰ পুত্ৰ অধিবক্তা ৰমেশ চন্দ্ৰ ভট্টাচাৰ্য্যৰ লগত। বিয়াৰ পিছতো মাক-পিতাকৰ লগত শ্বিলঙতে থাকি লাবান স্কুলত অষ্টম আৰু নৱম শ্ৰেণীলৈ পঢ়িবলৈ পায়। কাৰণ বিয়াৰ দুবছৰৰ পিছতহে শহুৰেকৰ ঘৰলৈ বোৱাৰী হৈ যাব লগা হৈছিল।

শহুৰেকৰ ঘৰ! আকৌ দীপিকাই নিজৰ নিজৰ লগা সংস্কাৰ সমৃদ্ধ আৰু সংস্কৃতিসম্পন্ন-সুশিক্ষিত এখন ঘৰ পালে। মৰমীয়াল শাহু-শহুৰ, দেৱৰ-ননদেৰে এখন ভৰা ঘৰ। পোন্ধৰ বছৰীয়া বোৱাৰী দীপিকাৰ ভাল লাগিবৰে কথা। তাতে জ্ঞানপিপাসু দীপিকাই যেতিয়া দেখিলে তেওঁৰ শহুৰ ভাৰত বিখ্যাত পণ্ডিত, তেওঁৰ যেন সৌভাগ্যই পাৰ ভাঙি গ'ল। পণ্ডিত চক্ৰেশ্বৰ ভট্টাচাৰ্য্য ব্যাকৰণশাস্ত্ৰীদেৱে বাইছ বছৰ ৺উগ্ৰতাৰা দেৱালয়ৰ দ'লৈ হৈ আছিল। ভূকম্পনত ভগা উগ্ৰতাৰাৰ মূল মণ্ডপটো তেখেতেই নিৰ্মাণ কৰাইছিল— যিটো আজিও বিদ্যমান। এইজনা ভাৰত বিখ্যাত পণ্ডিতে লিখা পুথি কেইবাখনো। তাৰে কেইখনমান হ'ল—(১) শক্তিতত্ত্ব, (২) তাৰাৰচনাতন্ত্ৰম্, (৩) শাক্তদৰ্শনম আৰু (৪) শতচণ্ডীজাগপ্ৰয়োগতন্ত্ৰম্। পিছৰ পুথিকেইখন জ্ঞানীসকলৰ দ্বাৰা উচ্চ প্ৰশংসিত। পিছৰ তিনিওখন কিতাপেই সংস্কৃত ভাষাত লিখা। তেখেতৰ পাণ্ডিত্যৰ বাবেই ভাৰত চৰকাৰ আৰু অসম চৰকাৰ দুয়োখন চৰকাৰৰ পৰাই সাহিত্যিক পেঞ্চন লাভ কৰিছিল। তেখেতক ব্যাকৰণতীৰ্থ উপাধিও প্ৰদান কৰা হৈছিল। এনে এজন গুণী-জ্ঞানী শহুৰ, শিক্ষিত মৰমীয়াল স্বামী আৰু দেৱৰ-

ননদসকলক লৈ দীপিকা সুখীতো হয়েই এগৰাকী আদৰ্শ বোৱাৰী হিচাবেও পৰিগণিত হৈছিল।

নতুন ঘৰত পোন্ধৰ বছৰীয়া বোৱাৰী 'চুনী' (দীপিকা ভট্টাচাৰ্য্য) সকলোৰে আদৰৰ। তেওঁৰ মৰমীয়াল সাদৰী স্বভাৱৰ বাবেই শাহু-শহুৰ, দেৱৰ-ননদ সকলোৰে মন জয় কৰি লৈছিল। মৰমতে তেওঁক জ্যেষ্ঠসকলে পঢ়াৰ প্ৰতি থকা আগ্ৰহ দেখি পঢ়িবলৈও উদগণি দিছিল। সেয়ে দীপিকাই স্বামীৰ ঘৰৰ পৰাই মেট্ৰিক পৰীক্ষা দি সুখ্যাতিৰে উত্তীৰ্ণ হয়। আলহী-অতিথি ভালপোৱা ছোৱালীজনীয়ে নিজৰ ঘৰৰ দৰে শহুৰৰ ঘৰতো অতিথি আপ্যায়ন কৰিবলৈ পাই বৰ ভাল পাইছিল। বিদগ্ধ পণ্ডিত শহুৰেকৰ ওচৰলৈ নানা ঠাইৰ পৰা নানা ধৰণৰ অতিথি আহিছিল জ্ঞানগৰ্ভ আলোচনা কৰিবলৈ বা শুনিবলৈ। স্বামী আৰু দেৱৰহঁতৰো বন্ধু-বান্ধৱেৰে ঘৰখন অনবৰত গিজগিজাই আছিল। অকণো আমনি নোপোৱাকৈ, অকণো বিৰক্ত নোহোৱাকৈ দীপিকাই হাঁহি মুখেৰে সকলোকে আপ্যায়ন কৰা দেখি শহুৰ-শাহু, স্বামীয়েও মনত বৰ আনন্দ পাইছিল। এই সুখ, এই আনন্দখিনিয়েই আশীৰ্বাদ হৈছিল তেওঁৰ বাবে। মাক-পিতাকৰ সপোনখিনি, মৰমৰ মোমায়েকৰ সপোন সকলোবোৰেই সাৰ্থক হোৱাৰ পথত ৰৈ আছিল। সকলো পৰাই লিখা-পঢ়া কৰি ভালপোৱা, চিলাই-এম্ব্ৰইডাৰী কৰি ভালপোৱা, সুস্বাদু ৰন্ধা-বঢ়া কৰি ভালপোৱা দীপিকা ভট্টাচাৰ্য্যই সকলো কামৰ মাজতে আনন্দ বিচাৰি পাইছিল। সুখৰ সংসাৰখনত ব্যস্ততাৰ অন্ত নাছিল তেওঁৰ। ইয়াৰ মাজতে তেওঁলোকৰ কোলালৈ আহিছিল এটি এটি কৰি তিনিটি কন্যা সন্তান। মাজনী, মুনমুন, কণজুন। এজন মামাককা, দুজনকৈ ককা, দুগৰাকী আইতা, খুৰা, মামা, মাহীৰ মাজত ডাঙৰ হৈ আহিছিল তিনিজনী ছোৱালী। কথা-হাঁহি, সৰু সৰু খোজৰ দুপ্‌দাপ্ শব্দই যেন নতুন এক ভাললগা সঙ্গীতৰ সৃষ্টি কৰিছিল ৺উগ্ৰতাৰা মন্দিৰৰ কাষতে থকা তেওঁলোকৰ ঘৰখনত। এই উপচি পৰা আনন্দৰ মাজত দীপিকা ভট্টাচাৰ্য্য কিন্তু উটি যোৱা নাছিল। এই সকলোবোৰ 'মা ভগৱতীৰ' আশীৰ্বাদ বুলি ভবা শ্ৰীমতী ভট্টাচাৰ্য্যই স্বভাৱগত ভাৱেই ধীৰ-স্থিৰ হৈ আছিল। মন্দিৰৰ ডবা-ঘণ্টা-শঙ্খৰ মঙ্গলময় ধ্বনি, শহুৰৰ গদ্ গদ্ কণ্ঠ নিঃসৃত সুস্পষ্ট সংস্কৃত শ্লোক, সন্তানৰ সুমধুৰ কলৰৱ সকলো এক হৈ তেওঁৰ ঘৰখন যেন এক পবিত্ৰ সঙ্গীতৰ মাজত বুৰ গৈ আছিল। এনেকৈয়ে পাৰ হৈছিল উলাহ-উছাহৰ মাজত দীপিকাৰ দাম্পত্য জীৱন। পোন্ধৰ বছৰতে বোৱাৰী হৈ অহা ছোৱালীজনীয়ে অত্যন্ত মৰমীয়াল সাদৰী স্বভাৱৰ আৰু খুব ভাল ৰান্ধনী বুলি নাম থকা শাহুৱেকৰ পৰা বহুত শিকিলে। পণ্ডিত শহুৰেকৰ নীতি-নিৰ্দেশনা আৰু এজন বুজন মৰমীয়াল স্বামীৰ সহায়-সহযোগিতাত সেই পোন্ধৰ বছৰীয়া ছোৱালীজনী এজনী পৈণত সুগৃহিণী হৈ পৰিল। পাৰ হৈ গ'ল এনেকৈয়ে সোতৰটা বছৰ।

কিন্তু এই সোতৰ বছৰে দীপিকা ভট্টাচাৰ্য্যৰ দাম্পত্য জীৱনত বাজি থকা সুমধুৰ ঐকতান হঠাৎ স্তব্ধ হৈ গ'ল। স্তব্ধ হৈ গ'ল তেওঁৰ জীৱনৰ মসৃণ গতি। কিছুদিনৰ অসুস্থতাৰ পিছত স্বামী অধিবক্তা ৰমেশ চন্দ্ৰ ভট্টাচাৰ্য্যৰ মৃত্যু হয় ১৯৭২ চনৰ ২৮ আগষ্টত। ডেকা পুত্ৰৰ নিথৰ দেহা দেখি থৰ হৈ গ'ল বৃদ্ধ পিতৃ-মাতৃ। তিনিওটি কিশোৰীৰ ওঁঠৰ হাঁহি ওঁঠতে বৈ গ'ল পিতাকৰ নিস্তব্ধ দেহাটি চাই। আৰু পত্নী দীপিকাই? জীৱনত পোৱা প্ৰথম এই প্ৰচণ্ড আঘাতত কান্দিবলৈও যেন তেওঁ পাহৰি গ'ল। শোকত অধীৰ হ'লেও স্বভাৱতে ধীৰ-স্থিৰ মানুহগৰাকীয়ে তেওঁকে সাৱটি কান্দোনত ভাগি পৰা কিশোৰী কন্যা তিনিটিলৈ চাই চকুলোৰ মাজতে মন দৃঢ় কৰি ল'লে। এতিয়াতো তেৱেঁই মাক-পিতাক দুয়োজনেই হ'ব লাগিব! বাস্তৱৰ মুখামুখি হ'ব পৰাকে নিজকে তেওঁ প্ৰস্তুত কৰিলে। পিতৃ-মাতৃ, আত্মীয়-স্বজনে আগবঢ়োৱা সহায়ৰ হাত আৰু মৰমৰ আশ্ৰয়ৰ আহ্বানক বিনয়েৰে প্ৰত্যাখাত কৰি তেওঁ অকলেই জীৱন সংগ্ৰামৰ বাবে সাজু হ'ল। কিন্তু তেৰ বছৰতে বিয়া হৈ বত্ৰিশ বছৰ বয়সত স্বামীক হেৰুওৱা মানুহগৰাকীয়েনো কেনেকৈ কি কৰিব পাৰে? পাৰিলে। পিতৃ-মাতৃ, শাহু-শহুৰৰ আশীৰ্বাদ শিৰত লৈ, আত্মীয়-শুভাকাঙ্খীসকলৰ শুভেচ্ছা মনৰ মাজত লৈ, আই উগ্ৰতাৰা মা-ৰ চৰণত অচলা ভক্তি ৰাখি তেওঁ জীৱন সংগ্ৰামত একান্তভাৱে নামি পৰিল। সেই কঠোৰ সংগ্ৰামত কি কৰা নাই তেওঁ? দিনটোৰ ঘৰুৱা কাম-কাজবোৰ নিজ হাতে কৰি নিশা এপৰলৈ মেচিনত চুৱেটাৰ গুঠিছে। মেচিন এম্ব্ৰইডাৰী কৰিছে। সৰু ল'ৰা-ছোৱালীৰ কাপোৰ চিলাইছে। তেওঁ কৰা নিখুঁত কামবোৰৰ উচিত মূল্যায়ণ কৰি মানুহবোৰে ঘৰৰ পৰাই বস্তুবোৰ লৈ গৈছে। তেওঁলোকে বস্তুবোৰৰ বাবে প্ৰশংসা কৰি আকৌ নতুন কাম দিছে। নতুন উদ্যমেৰে আৰু আগ্ৰহেৰে তেওঁ আকৌ নতুন কাম হাতত লৈছে। আকৌ কাৰোবাৰ কিতাপৰ পাণ্ডুলিপি কপি কৰি দিছে। ব্যস্ততাৰে তেওঁ পাৰ কৰিছে প্ৰতিটো মুহূৰ্ত। প্ৰতিটো ক্ষণ। কষ্ট হ'লেও তেওঁ ছোৱালী তিনিজনীক উচিত শিক্ষা দিছে। সসন্মানে-সগৌৰৱে ছোৱালীকেইটিয়ে মুৰ তুলি থিয় দিছে। স্বাৱলম্বিতাৰ, শ্ৰমৰ মৰ্যদা, আৰু আত্মমৰ্যদাৰ শিক্ষা আহৰণ কৰিছে। অপ্ৰয়োজনীয় অভাৱক প্ৰশ্ৰয় নিদিবলৈ তেওঁলোকেও শিকিছে। পঢ়া-শুনাৰ উপৰিও তেওঁলোকে মাকক এম্ব্ৰইডাৰী কৰাত সহায় কৰিছে। ষষ্ঠ-অষ্টম শ্ৰেণীত পঢ়া সৰু সৰু ছোৱালীকেইজনীৰ এনে সহযোগিতাই ঘৰখন আকৌ ঠন ধৰি উঠাত সহায় কৰিছে। মাক দীপিকা ভট্টাচাৰ্য্যৰ ব্যক্তিত্বৰ পোহৰত তেওঁলোকে যেন পিতৃৰ অস্তিত্বও অনুভৱ কৰিবলৈ সক্ষম হৈছে। তদুপৰি ককাক পণ্ডিত চক্ৰেশ্বৰ ভট্টাচাৰ্য্য আৰু মোমায়েক শ্ৰীকমলদেৱ গোস্বামীৰ সান্নিধ্যত ছোৱালীকেইজনীৰ ওঁঠলৈ আকৌ হাঁহিবোৰ ঘূৰি আহিছে। সেই দুস্তৰ সময়ৰ কঠোৰ সংগ্ৰামৰ কথা শ্ৰীমতী ভট্টাচাৰ্য্যই এতিয়াও সোঁৱৰে। আৰু আন্তৰিক

কৃতজ্ঞতাৰে সোঁৱৰে তেওঁক দিহা-পৰামৰ্শ সাহস যোগোৱা আশীৰ উৰ্দ্ধৰ শহুৰেকক আৰু সুদীৰ্ঘ ৯ বছৰ তেওঁৰ লগত থাকি তেওঁক সহায়-প্ৰেৰণা দিয়াৰ উপৰিও নিজান-নিজান গোমা পৰিৱেশ এটাৰ পৰা ছোৱালীকেইজনীক আকৌ পোহৰ আৰু উলাহৰ গান গাবলৈ শিকোৱা অনুজ ভ্ৰাতৃ কমলদেৱ গোস্বামীক।

১৯৭৪ চনত শ্ৰীমতী ভট্টাচাৰ্য্যই পাণবজাৰ আদৰ্শ বিদ্যালয়ত অস্থায়ীভাবে শিক্ষয়িত্ৰী কামত সোমায়। তাত তেওঁ এবছৰ কাম কৰাৰ পাছত খাৰঘুলি শিশু বিদ্যাপীঠত শিক্ষকতা কৰিবলৈ লয়। সেই বছৰতে তেওঁ প্ৰাইভেটকৈ হায়াৰ চেকেণ্ডাৰী পৰীক্ষা পাছ কৰি এই একেখন বিদ্যালয়তে শিক্ষকতা কৰি থাকে।

১৯৯৮ চনত অৱসৰ লোৱালৈকে তেওঁ এই শিশু বিদ্যাপীঠখনতে শিক্ষকতা কৰি আছিল। শিশুসকলৰ মাজত তেওঁ স্বৰ্গীয় আনন্দ অনুভৱ কৰিছিল। ছাত্ৰ-ছাত্ৰীবোৰক তেওঁ নিজৰ ল'ৰা-ছোৱালীৰ দৰে মৰম কৰি তেওঁলোকৰ শাৰীৰিক-বৌদ্ধিক উৎকৰ্ষ সাধনৰ বাবে যৎপৰোনাস্তি চেষ্টা কৰিছিল। তেওঁলোকৰ মন বুজি শিক্ষা দিয়াৰ বাবেই শিশুসকলৰ মনৰ মাজত সোমাই পৰিব পাৰিছিল। এই স্কুলখনৰ সকলো ছাত্ৰ-ছাত্ৰীক প্ৰতি বছৰে শ্ৰীমতী ভট্টাচাৰ্য্যই নিজৰ ফালৰ পৰাই উপহাৰ দিছিল। এই উপহাৰ আছিল কিতাপৰ টোপোলা। পঢ়া-শুনাৰ প্ৰতি ধাউতি বঢ়াবলৈ ইয়াতকৈ সুন্দৰ নিদৰ্শন কিবা আছেনে? অৱসৰ লোৱাৰ পাছতো তেওঁ এই কিতাপ উপহাৰ দিয়া অব্যাহত ৰাখিছে। তেওঁ তেওঁৰ নাতি-নাতিনীৰ জন্মদিনটোত এই স্কুলখনৰ ল'ৰা-ছোৱালীবোৰলৈ তেওঁৰ সাধ্যানুসৰি খোৱা বস্তু লৈ যায়। জন্মদিনৰ মাঙ্গলিক পৱিত্ৰতাই যেন সকলোৰে মনবোৰ আনন্দেৰে ভৰাই তোলে। সিহঁতৰ ওঁঠৰ পৰা সৰি পৰা হাঁহিবোৰেই যেন একো একোপাহ ফুলৰ নিৰ্মালিৰ হৈ তেওঁৰ নাতি-নাতিনীৰ মূৰত পৰে। নাতিহঁতকো জন্মদিনত তেওঁ কিতাপেই উপহাৰ দিয়ে।

শ্ৰীমতী ভট্টাচাৰ্য্যৰ জ্ঞান-পিপাসু মনটোৱে নতুন কিবা শিকিবলৈ, নতুন কিবা জানিবলৈ, কিবা লিখিবলৈ অনবৰত উদ্বাউল হৈ থাকে। সেয়ে ইমান কষ্ট-পৰিশ্ৰমৰ মাজতো তেওঁ লিখিবলৈ আহৰি পায়। নিজৰ ঘৰত থকা কিতাপৰ উপৰিও পুথিভঁৰাললৈ গৈ তেওঁ অধ্যয়ন কৰে। অধ্যৱসায়ৰ ফলতেই তেওঁ এটা অধ্যয়নপুষ্ট মনেৰে সুন্দৰভাৱে লিখে। তেওঁৰ 'লেখা'বোৰ মননশীল আৰু সুখপাঠ্য হয়। বিচিত্ৰ বিষয়ৰ প্ৰতি তেওঁৰ অক্লান্ত কৌতূহল।

মুখত অনৱৰত লাগি থকা স্নিগ্ধ প্ৰশান্তিৰ হাঁহি আৰু দীপ্তিমান এযুৰি চকুৰে নিতান্ত সাধাৰণ সাজপাৰৰ মাজত থকা অসাধাৰণ ব্যক্তিত্বৰ দীপিকা ভট্টাচাৰ্য্যক যি এবাৰ লগ পাইছে—তেওঁৰ সান্নিধ্যৰ কথা সদায় মনত ৰাখিছে। সহজ-সৰল স্বভাৱ আৰু মৰমীয়াল ব্যৱহাৰৰ বাবেই তেওঁৰ সঙ্গ আকৰ্ষণীয়। তেওঁৰ 'লেখা'বোৰো তেনেকৈয়ে সৰল আৰু মনোৰম ভাষাৰ হোৱা হেতু তেওঁৰ লিখা কিতাপ হাতত ল'লে শেষ নোহোৱালৈ এৰিব নোৱাৰি। তেওঁৰ 'লেখা'

কাকতত পঢ়িয়েই অসমৰ প্ৰাক্তন পুলিচ সঞ্চালক শ্ৰীভবানী দত্ত খাৰ্কোৱাল ইমান অভিভূত হৈছিল যে তেওঁ উপযাচিয়ে শ্ৰীমতী ভট্টাচাৰ্য্যৰ ঘৰ বিচাৰি উলিয়াই চিনাকি হৈছিল। তেওঁ মুগ্ধ হৈছিল—এগৰাকী অসমীয়া মহিলাৰ ভ্ৰমণ প্ৰিয়তা আৰু ভ্ৰমণৰ পাছত পুঙ্খানুপুঙ্খভাৱে ঠাইবোৰৰ বৰ্ণনাৰে লিখা পুথি পঢ়ি। উত্তৰ প্ৰদেশৰ কুমায়ূণ গাড়োৱাল অঞ্চলৰ লোক খাৰ্কোৱাল মুগ্ধ হৈছিল দীপিকা ভট্টাচাৰ্য্যৰ ব্যক্তিত্ব, দৃঢ়তা আৰু সাহস দেখি। দুৰ্গম হিমালয় অঞ্চলত কৰা বাৰম্বাৰ ভ্ৰমণেও তেওঁক আচৰিত কৰিছিল। এনে এগৰাকী মহিলাক খাৰ্কোৱালে অন্তৰেৰে শ্ৰদ্ধা কৰাৰ উপৰিও উচ্ছাসিত আৰু প্ৰশংসা কৰিছিল।

১৯৭৬ চনত ভাৰত চৰকাৰৰ দ্বাৰা আয়োজিত ন-শিকাৰুৰ বাবে লিখা পুথিৰ পাণ্ডুলিপি প্ৰতিযোগিতাত শ্ৰীমতী ভট্টাচাৰ্য্যই তেওঁৰ 'আমাৰ গাঁও' পুথিৰ (পাণ্ডুলিপি) বাবে ৰাষ্ট্ৰীয় বঁটা লাভ কৰিছিল। তাৰ পাছত আৰু তেওঁ উভটি চাব লগা হোৱা নাই। হোৱা নাই থমকি ৰ'ব লগাও। তেওঁ লিখি গৈছে অবিশ্ৰান্তভাৱে। বিভিন্ন বাতৰি কাকত-আলোচনীত প্ৰকাশ পাইছে তেওঁৰ বিভিন্ন বিষয়ৰ লেখা। এতিয়ালৈ উনৈশখন পুথি প্ৰকাশ পোৱা শ্ৰীমতী ভট্টাচাৰ্য্যৰ দহখনেই ভ্ৰমণ কাহিনী। তেওঁৰ ভ্ৰমণ কাহিনীবোৰত অকল ভ্ৰমণৰ কথাই নাথাকে—ভূগোল, ইতিহাস পুৰাণৰ সাধুৰ যেন অপূৰ্ব সমাৱেশ। তেওঁৰ শিশু পুথি—(১) বিষ্ণু পুৰাণৰ সাধু (২) বলদেৱৰ তীৰ্থযাত্ৰা (৩) সাধু শুনো আহাঁ (৪) নানক (৫) সিন্ধু উপত্যকাৰ সভ্যতা (৬) ৰাজকুমাৰ আৰু ভিকহু (অনুবাদ গ্ৰন্থ) (৭) আমাৰ গাঁও (ন-শিকাৰুৰ বাবে)।

শ্ৰীমতী দীপিকা ভট্টাচাৰ্য্যৰ ভ্ৰমণ কাহিনীকেইখন

(১) মোহময় নেপাল — ১৯৮২ চন
(২) গিৰিতীৰ্থ কেদাৰবদ্ৰী — ১৯৮৭ চন
(৩) কুম্ভমেলাৰ মধুৰ স্মৃতিত — ১৯৯১ চন
(৪) প্ৰয়াগৰ পাৰে পাৰে বিন্ধ্যৰ আঁৰে আঁৰে — ১৯৯২ চন
(৫) ত্ৰিকূটেশ্বৰী বৈষ্ণোদেৱী — ১৯৯৩ চন
(৬) স্মৃতিৰ পাপৰি মেলি — ১৯৯৫ চন
(৭) মন্দিৰনগৰী ভুবনেশ্বৰ — ১৯৯৭ চন
(৮) মোহনীয় কুমায়ুনৰ প্ৰান্তৰে প্ৰান্তৰে — ১৯৯৮ চন
(৯) অপৰূপ কিন্নৰ — ১৯৯৯ চন
(১০) ভাস্কৰ্য্যৰ বাগিচাৰ পৰা — ২০০০ চন

তেওঁৰ অন্য এখন আপুৰুগীয়া কিতাপ হ'ল—

'ইতিহাসৰ পাত লুটিয়াই' প্ৰথম খণ্ড—২০০১ চন। এইখন পুথিত অসম বুৰঞ্জীৰ কেইবাগৰাকীও বীৰ-বীৰাঙ্গনাৰ কাহিনী থুপ খুৱাইছে—অতি মনোমোহাকৈ। কিতাপখনে যথেষ্ট জনপ্ৰিয়তা অৰ্জন কৰিছে।

বৰ্তমানে যন্ত্ৰস্থ হৈ থকা তেওঁৰ আন তিনিখন পুথি—

(১) ইতিহাসৰ পাত লুটিয়াই (২য় খণ্ড)

(২) বিধে বিধে গল্প

(৩) লোক কথা দেশে দেশে

পাণ্ডুলিপি যুগুতাই থোৱা অন্য দহখন পুথি তেওঁৰ অপ্ৰকাশিত হৈ আছে। উল্লেখযোগ্য যে প্ৰকাশ হোৱা সৰহভাগ পুথিয়েই তেওঁৰ নিজৰ বা পৰিয়ালৰ দ্বাৰা প্ৰকাশিত। শ্ৰীমতী দীপিকা ভট্টাচাৰ্য্যই ভ্ৰমণ কাহিনীত অকল নিজৰ ভ্ৰমণ অভিজ্ঞতাৰ বৰ্ণনা দিয়েই নিলিখে। সেই ঠাইবোৰৰ বিষয়ে আন আন লিখকে লিখা তথ্যপাতি সংগ্ৰহ কৰি, চালি-জাৰি চাই যথেষ্ট অধ্যয়ন কৰিহে একোখনি ভ্ৰমণ কাহিনী লিখে—যাৰ বাবে কিতাপখন পঢ়োতে সেই ঠাইৰ বুৰঞ্জী, পৌৰাণিক আখ্যান, ভৌগলিক সীমাৰেখাৰ সম্যক জ্ঞানো লাভ কৰিব পাৰি। তদুপৰি লিখনিৰ সাৱলীল ভঙ্গী আৰু ভ্ৰমণত পোৱা সৰস কাহিনী সন্নিবিষ্ট কৰাৰ বাবে ভ্ৰমণ কাহিনীবোৰো বৰ ৰসাল আৰু উপভোগ্য হয়। ইয়াত তেখেতৰ কেইখনমান কিতাপৰহে থুলমুল পৰিচয় দিবলৈ চেষ্টা কৰা হৈছে।

**মোহময় নেপাল ঃ** ১৯৮২ চনৰ মাৰ্চত প্ৰকাশিত কিতাপখন 'ৰুশ-জুন প্ৰকাশন'ৰ পৰা প্ৰকাশ হৈছে। কিতাপখনত স্বয়ম্ভুনাথ মন্দিৰৰ, ৩০০ বছৰৰ মূৰত হোৱা স্বয়ম্ভুনাথৰ পূজা, পশুপতিনাথৰ, হনুমান ধোকাৰ কুমাৰী গৃহ, বালাজু উদ্যানৰ কালী মন্দিৰ, বুদ্ধা নীলকণ্ঠ, পাটনৰ ৰাজ প্ৰসাদ আৰু কৃষ্ণমন্দিৰ, জনকপুৰৰ জানকী মন্দিৰ আদিৰ ফটোৰে সজাই তোলা হৈছে। কিতাপখন পঢ়িলে নেপালৰ ভৌগলিক অৱস্থিতি, নেপালৰ অতীত বুৰঞ্জী, তাত বাস কৰা বিভিন্ন জাতি-উপজাতি, ভাষা-ভাষীৰ বিষয়ে বহুতো কথা জানিব পাৰি। এই 'মোহময় নেপাল' পুথিখন নেপালৰ সভ্যতা-সংস্কৃতি, জন-জীৱনৰ গতি-প্ৰকৃতিৰ বিষয়ে সুক্ষ্ম নিৰিক্ষণৰ প্ৰকাশ। '... নেমনুনি নামৰ এজন সাধু প্ৰকৃতিৰ ৰজাৰ নামৰ পৰাই নেপাল নামৰ উদ্ভৱ হয়...।' কাঠমাণ্ডুৰ বিষয়ে লিখিছে '... সমুদ্ৰপৃষ্ঠৰ পৰা ৪,৫০০ ফুট উচ্চতাত অৱস্থিত নেপালৰ ৰাজধানী কাঠমাণ্ডু এখন মনোমোহা চহৰ।' '.... সমগ্ৰ নেপালক প্ৰতিনিধিত্ব কৰিব পৰাকৈ শিল্পকলা ভাস্কৰ্য্যৰ বিপুল ভঁৰালেৰে চহকী চহৰ কাঠমাণ্ডু...।' এঠাইত লিখিছে—'মন্দিৰৰ ভিতৰতে এটা ল'ৰাই বেৰত খোদিত আন এগৰাকী দেৱী মূৰ্তিৰ সমুখত বলি দি আছে। এখন হাতেৰে খুকুৰীখন ধৰি আনখন হাতেৰে ঠিয় হৈয়ে যাত্ৰীয়ে বলি দিবলৈ নিয়া হাঁহ, কুকুৰা, ছাগলী আদি এনেদৰে কাটি আছে যেন সেইটো একো কথাই নহয়।... ঠাইখনত তেজৰ নৈ বৈ গৈছে আৰু সেই তেজবোৰ মন্দিৰৰ ভিতৰত সোমাই থাই আছে তিনিটা কুকুৰে। এনে অভাৱনীয় দৃশ্য দেখি এষাৰ কথাই মনলৈ আহিল— কুকুৰ শৃগাল গৰ্দ্দভবো আত্মা ৰাম—। ... হঠাৎ 'হেই হেই' কৈ বলি কাটি থকা ল'ৰাটো দৌৰি আহি মন্দিৰৰ

ভিতৰলৈ কৌতূহলৰ বশৱৰ্তী হৈ দুখোজমান সোমাই অহা বিদেশীনী এগৰাকীক (হিন্দু বা বৌদ্ধ ধৰ্মাবলম্বী নহয়) তেজসনা দুয়োখন হাতেৰে ঠেলা মাৰি বাহিৰলৈ উলিয়াই দিলে। বেচেৰীয়ে 'অ' মাই গড়' বুলি জিভাখন উলিয়াই সাত জাপ মাৰি পিচুৱাই গ'ল আৰু পিন্ধি থকা বগা ফ্ৰকটোত বলি কটা ল'ৰাটোৰ তেজেৰে তুমৰলি হোৱা দুখন হাতৰ ছাপ স্পষ্টভাৱে প্ৰতিফলিত হোৱা দৃশ্যলৈ চাই ওচৰে-পাজৰে থকা কৌতূহলী জনতালৈ চাই হোঃ হোঃ কৈ হাঁহি দিলে। শেষত উপায়ন্তৰ হৈ বেচেৰীয়ে মন্দিৰৰ চাৰিবেৰৰ বাহিৰৰ পৰাই ভিতৰৰ দৃশ্যাবলী নিজৰ কেমেৰাত আবদ্ধ কৰাত ব্যস্ত হৈ পৰিল।...' আকৌ এঠাইত লিখিছে— '...বাটত আজি আমাৰ লগত নতুনকৈ অহা মানুহখিনিৰ লগত কথা-বতৰা হ'লোঁ। তেওঁলোকে পশ্চিম নেপাল ভ্ৰমণ শেষ কৰি আহিছে। আমি পোখৰালৈ... নাই যোৱা বুলি ক'লো। এইবাৰ দলটোৰ ইমান সময় বাছুত উঠাৰ পৰা নইঁহা-নমতাকৈ মুখ ফুলাই বহি থকা এগৰাকী ভদ্ৰমহিলাৰ মুখত হাঁহি ওলাল— আকাশৰ ক'লা ডাৱৰ ফালি ওলোৱা উজ্বল ভাস্কৰৰ দৰে। মুখত কথাৰ আখৈও ফুটিল। পোখৰাৰ প্ৰাকৃতিক সৌন্দৰ্য্যৰ বৰ্ণনাত লাগি গ'ল। পোখৰা শব্দটোৰ যাদুকৰী প্ৰভাৱ দেখি আমি ইটোৱে সিটোৰ চকুলৈ চোৱা-চোৱি কৰিলোঁ।... গোটেই বাটছোৱা একমাত্ৰ এইগৰাকী মহিলাইহে স্থবিৰৰ দৰে বহি আছিল।'... এনেকুৱা বৰ্ণনাই বহুতো কথা কৈ যায়। এঠাইত লিখিছে 'বহুতে কয় অসমীয়া মানুহ চুকৰ ভেকুলী। বাহিৰলৈ নোলায়। আন ঠাইত চাকৰি কৰিবলৈ যাবলৈ টান পায়। মই কিন্তু 'চুকৰ ভেকুলী' কোৱা মানুহক প্ৰত্যুৎত্তৰত কৈ আহিছোঁ, 'ৰত্নগৰ্ভা অসমী আইৰ সন্তান আমি। আমাৰ দেশৰ আহাৰ পানীয়ে আমাৰ চাহিদা সদায়ে পূৰাই আহিছে আৰু আহিবও যদিহে আমি সেই সম্পদৰাজিৰ সদ্ ব্যৱহাৰ কৰিব পাৰোঁ। গতিকে ভাত-কাপোৰ বিচাৰি আমি অনাই-বনাই ঘূৰি ফুৰাৰ কোনো কাৰণ নেদেখোঁ। চাকৰিৰ বাবে ইখন দেশৰ পৰা সিখন দেশলৈ নিশ্চয় যাব লাগিব। কিন্তু নিজৰ ঘৰ-মাটি এৰি নহয়। অৱশ্যে দেশ ভ্ৰমণ কৰাটো ভাল কথা।...' এনেকুৱাকৈ নিজৰ মতামত দাঙি ধৰিও জাতীয় চেতনা ব্যক্ত কৰিছে। ১৪১ পৃষ্ঠাৰ এই 'মোহময় নেপাল' কিতাপখনৰ প্ৰথম পাততেই 'একাষাৰ' লিখি দিয়া ড° নিৰ্মল প্ৰভা বৰদলৈৰ ভাষাত '... নেপালৰ আধ্যাত্মিক সত্তাৰ এক বিশেষ ৰূপ পশুপতি মন্দিৰৰ মাহাত্ম্যৰ কথা শুনি এগৰাকী তাপক্লিষ্টা নাৰীয়ে দৰ্শন কৰিবলৈ গৈছিল। কিন্তু পশুপতিৰ দৰ্শনতে তেওঁৰ যাত্ৰা বন্ধ নহ'ল। মোহময় নেপালৰ দৰ্শনত তেওঁৰ মনে মুক্তি বিচাৰি পালে। নেপালৰ প্ৰাকৃতিক সৌন্দৰ্য্য, নেপালৰ সভ্যতা সংস্কৃতি-জন-জীৱনৰ গতি-প্ৰকৃতি, সহায়-সংশয়, প্ৰেম-কৰুণা, লোক বিশ্বাসৰ পৰা ৰাজনৈতিক সংঘৰ্ষৰ ইতিহাস, আধুনিক ব্যৱসায়ী চাতুৰ্য্যলৈকে সূক্ষ্মভাৱে দৰ্শন কৰিলে মন্দিৰ দৰ্শনাৰ্থী দীপিকা ভট্টাচাৰ্য্য।' ...কিতাপখনৰ বিষয়ে ইয়াতে প্ৰায় সকলো দিশৰ কথা কোৱা হৈ

গ'ল। উল্লেখযোগ্য যে এই— 'মোহময়ী নেপাল' পুথিখনৰ দুহাজাৰ কপি দুবছৰত বিক্ৰী হৈ যোৱাটোও এক অভিলেখ। কিতাপখনৰ দাম আছিল দহ টকা।

**গিৰিতীৰ্থ কেদাৰ-বদ্ৰী :** 'Himalaya ! Here is the abode of Rishis. Here resounded the sacred flute of Krishna. Here thundered the blessed Gautama Buddha. Here originated all Vedas. Here lived Pandavas.

Himalaya Jewel of India. Himalayas treasure of World. Himalayas the sacred symbol of ascent." — নিকোলাস্ ৰোয়েৰিকৰ এইখিনি উক্তিৰে আৰম্ভ কৰা 'গিৰিতীৰ্থ কেদাৰবদ্ৰী' কিতাপখন এবাৰ হাতত ল'লে পঢ়ি শেষ নোহোৱা পৰ্য্যন্ত এৰিব নোৱাৰি। পাঁচাশী পৃষ্ঠাৰ কিতাপখনৰ প্ৰতিটো পাততেই ঠাইখনৰ মনোৰম বৰ্ণনা, মন্দিৰৰ বিষদ বিৱৰণ, কিংবদন্তি, আখ্যান, আৰতি আৰু পূজা কৰাৰ বিৱৰণ পঢ়ি ভক্তিত মূৰ দোঁ খাই যায়। হিমালয়ৰ অদ্ভুত আকৰ্ষণে ভ্ৰমণলৈ যোৱাৰ আগ্ৰহ বঢ়াই তোলে। কিতাপখন ৰচনা কৰোঁতে তথ্যপাতিবোৰ অন্যান্য কিতাপৰ পৰা লৈ সুন্দৰভাৱে সজাই তোলাত আকৰ্ষণীয় হোৱাৰ উপৰিও থুপতে সকলো জানিবলৈ সহজ হয়। বহুতো ভ্ৰমণকাৰী যাত্ৰীক এইখন কিতাপে সহায় কৰা বুলি মই নিজেও জানো।

পাঁচাশী পৃষ্ঠাৰ কিতাপখনৰ দাম কুৰি টকা। ফাল্গুন প্ৰকাশনৰ দ্বাৰা প্ৰকাশিত।

**কুম্ভমেলাৰ মধুৰ স্মৃতিত :** 'আজিৰ অসম'ৰ 'সপ্তাহিকী' শিতানত ধাৰাবাহিক ৰূপে প্ৰকাশ হৈ যোৱা 'লেখা'খিনি কিতাপ আকাৰে যুগুতাই উলিয়াইছে। শ্ৰীমতী ভট্টাচাৰ্য্যৰ লিখনিৰ সাৱলীল ভঙ্গী, সৰল ভাষা, সৰস বৰ্ণনাই কিতাপখন অধিক মনোমোহা কৰিছে। তদুপৰি কুম্ভমেলালৈ যোৱাৰ আগ্ৰহী কিন্তু যাব নোৱৰাসকলৰ বাবে এক আপুৰুগীয়া সম্বল। এঠাইত লিখিছে—'ভাৰতবৰ্ষৰ সকলো ৰাজ্যৰে মানুহ আহি এই মেলা সাফল্যমণ্ডিত হোৱাত অৰিহণা যোগাইছে। দেশ-বিদেশৰ মেলাপ্ৰেমী ৰাইজো আহিছে। ইয়াত যেন সকলোটি একেটি পৰিয়ালৰ লোকহে।' সকলো ৰাজ্যৰ লোকৰ সহায়-সহযোগিতাতহে প্ৰয়াগত অনুষ্ঠিত এই মহাকুম্ভই পূৰ্ণতা লাভ কৰিছে।' অন্য এঠাইত আছে—'প্ৰবাদ আছে কুম্ভযোগত স্নান কৰিলে হেনো মানুহৰ শতবৰ্ষ পৰমায়ু হয়। ৰোগমুক্ত হয়। কুম্ভস্নানলৈ যোৱা যাত্ৰী হেনো নিজৰ সঞ্চিত পাপ নিজেই নাশ কৰে।... বিশ্বাসৰ কিবা এক অদৃশ্য তাড়নাত যেন জনতাৰ প্ৰবল বন্যা সংগম অভিমুখে ধাবিত হৈছে।' আকৌ এঠাইত লিখিছে—'এবাৰ কুম্ভস্নান কৰিলেই হেনো সম্পূৰ্ণ পৃথিৱী লাখবাৰ পৰিক্ৰমা আৰু হাজাৰবাৰ অশ্বমেধ যজ্ঞ কৰাৰ সমান পুণ্যপ্ৰাপ্ত হয়। বিশেষকৈ প্ৰয়াগৰ কুম্ভস্নান হেনো সৰ্বশ্ৰেষ্ঠ। এইবোৰ শাস্ত্ৰৰ কথা। এই পুণ্য লাভৰ আশাত মই অন্ততঃ কুম্ভমেলালৈ অহা নাই

বুলি ন-দি ক'ব পাৰোঁ। যি পানীত নামি এইমাত্ৰ মই এই পুণ্যস্নান সমাপ্ত কৰিলোঁ সেই পানী লক্ষ স্নানাৰ্থীৰ অবগাহনেৰে বোকা পানীলৈ পৰিবৰ্তিত হৈছে। কিন্তু বিনা দ্বিধাই নিঃসংকোচে বৰং পৰম বিশ্বাসেৰে সেই জলত স্নান কাৰ্য সমাধা কৰি মনত যি এক অপাৰ্থিব আনন্দ লাভ কৰিলোঁ, মই ভাবিছো সেয়াই পুণ্য লাভ বা অমৃত লাভ নেকি? নে লক্ষ পুণ্যাৰ্থীৰ অবগাহনেৰে বোকাপানীলৈ ৰূপান্তৰিত হোৱা জলেই সমূদ্ৰ উদ্ভুত অমৃত? নহ'লে কুম্ভস্নানে মানুহক এনে সুখানুভূতি প্ৰদান কৰিব কিয়?... কুম্ভস্নান অনাদি অনন্ত কাল ধৰি চলি অহা ধৰ্মীয় প্ৰথা। এই প্ৰাচীন সংস্কাৰৰ মাজতে জীয়াই আছে ভাৰতীয় সত্বাৰ এক অভিন্ন সূত্ৰ। যিজনে উপলব্ধি কৰিব পাৰিছে তেঁৱেই অমৃতপ্ৰাপ্ত হৈ অমৰত্বৰ আস্বাদন অনুভৱ কৰিব পাৰিছে। ...মৌনী অমাবস্যাৰ দিনা স্নানাৰ্থৰ সংখ্যা ডেৰ কৌটি হৈছিল।' এনে অভিনৱ ব্যাখ্যাৰে লিখা কিতাপখন বুজিবলৈ যিমান সহজ-সৰল, পঢ়িবলৈও সিমানেই উপভোগ্য। তদুপৰি নিজৰ চিন্তাৰ উৎকৰ্ষ সাধনতো সহায় হয়। ৰুশজুন প্ৰকাশনৰ— ১১১ পৃষ্ঠাৰ কিতাপখনৰ দাম ওঠৰ টকা।

**প্ৰয়াগৰ পাৰে পাৰে বিন্ধ্যৰ আঁৰে আঁৰে ঃ** শ্ৰীমতী দীপিকা ভট্টাচাৰ্য্যৰ আন এখন ভ্ৰমণ কাহিনী। দেৱতা-অসুৰৰ অমৃত মন্থনৰ কাহিনী, ৰাম-সীতাৰ চিত্ৰকূটৰ বৰ্ণনা, মন্দিৰ দৰ্শন, পাণ্ডাৰ অত্যুৎসাহী আমন্ত্ৰণ আদিৰে ভ্ৰমণ কাহিনীখন সৰ্বাঙ্গসুন্দৰ আৰু ৰসাল। ৰামায়ণত বৰ্ণিত এই ঠাইবোৰ চাবৰ বাবে যি হেঁপাহ জন্মে—কিতাপখনৰ সাৰ্থকতাও তাতেই—। চিত্ৰকূটৰ বৰ্ণনা পঢ়ি আৰু পঢ়িম যেন লগা শ্ৰীমতী ভট্টাচাৰ্য্যৰ লিখনি অপূৰ্ব।

১৪৮ পৃষ্ঠাৰ কিতাপখনৰ দাম ত্ৰিশ টকা। ৰুনজুন প্ৰকাশনৰ দ্বাৰা প্ৰকাশিত।

**ভাস্কৰ্য্যৰ বাগিচাৰ পৰা ঃ** তেখেতৰ আনকেইখন ভ্ৰমণ কাহিনীৰ দৰেই লোভনীয় পুথি। ইয়াত আছে খাজুৰাহোৰ অপূৰ্ব বৰ্ণনা। 'খাজুৰাহো আছিল ৰাজপুত চান্দেলাসকলৰ ৰাজধানী। দশম শতাব্দীৰপৰা দ্বাদশ শতাব্দী পৰ্য্যন্ত। এই দুশ বছৰৰ ভিতৰত চান্দেলা ৰজাসকলে খাজুৰাহোত ৮৫ টা মন্দিৰ নিৰ্মাণ কৰিছিল। এটা সুবিশাল হ্ৰদৰ তীৰত প্ৰায় আঠ বৰ্গমাইল আগুৰি আছিল এই মন্দিৰসমূহে। এই সমগ্ৰ অঞ্চলটো অনুচ্চ পাহাৰেৰে আবৃত আৰু প্ৰায় সমতল।' বহুতো কিংবদন্তি, বহুতো ইতিহাসৰ কাহিনীৰে বৰ প্ৰাঞ্জলকৈ লিখা এইখন উপন্যাস যেন লগা এখন ভ্ৰমণকাহিনী। এঠাইত লিখিছে—'খাজুৰাহোৰ মন্দিৰসমূহৰ গাত সাধাৰণতে তিনি শাৰী মূৰ্তিমালা থাকে। এজনে ক'লে এই তিনিশাৰী মূৰ্তিমালা হেনো শৈশৱ, যৌৱন আৰু বাৰ্দ্ধক্যৰ প্ৰতীক...।' '... নাৰী মূৰ্তিসমূহকো সাংসাৰিক কাম-কাজৰ উপৰিও প্ৰসাধন কৰি থকা, চিঠি লিখি থকা, নৃত্যৰতা, সন্তানক স্তন দান কৰি থকা, প্ৰেমিক নাইবা স্বামীৰ লগত প্ৰেমালাপত ৰত আদি বিভিন্ন ভংগিমাত দেখিবলৈ পোৱা যায়। মূৰ্তিসমূহ

ভালদৰে বিশ্লেষণ কৰি চালে সেইকালৰ লোকৰ সামাজিক, ৰাজনৈতিক, অৰ্থনৈতিক, ধৰ্মীয় বহু কথাৰে সম্ভেদ পোৱা যায়। সেইকালৰ সাজ-পোছাক, বৰ্ণাঢ্য উৎসৱ, কবৰী বন্ধন প্ৰণালী, পুৰুষৰ ডাঢ়ি-চুলি ৰখাৰ পদ্ধতি... আদিৰ স্পষ্ট আভাস এই মূৰ্তিবোৰে দিয়ে।' এনেবোৰ তথ্যই বহুতো কথা শিকাত সহায় কৰে। অন্য এঠাইত আছে—'তাজমহল নিৰ্মাতা শিল্পীৰ কৰুণ পৰিণতি লোকগাঁথালৈ ৰূপান্তৰিত হৈছে। ... লোকগাঁথাত একবিন্দুও সত্য নাথাকিলে লোকৰ মনত গঁথা যাব কেনেকৈ? লোকগাঁথাই কয়— 'সমাপ্ত তাজমহল দেখি শাহাজাদা আনন্দৰ বন্যাত ভাহি গ'ল। তেওঁ ইমানেই উচ্ছ্বাসিত হৈ পৰিল যে তৎক্ষণাৎ প্ৰধান বাস্তুবিদৰ হাত দুখন কাটি দিবলৈ, লিপিকাৰক অন্ধ কৰি দিবলৈ, আৰু মুখ্য স্থপতিবিদক গৰ্দান কৰিবলৈ আদেশ দিছিল। যাতে তেওঁলোকে ভৱিষ্যতে কেতিয়াও তাজমহলৰ সমকক্ষ আৰু এটা সৌধ নিৰ্মাণ কৰিব নোৱাৰে...'।"

৫৬ পৃষ্ঠাৰ কিতাপখনৰ দাম পয়ত্ৰিশ টকা। প্ৰকাশক ঃ দিপালী চৌধুৰী।

... এনেকুৱা বহুত লিখনিয়ে কিতাপখন অকল ভ্ৰমণ কাহিনীয়েই কৰি ৰখা নাই। এখন যেন মনোৰম উপন্যাস। এখন যেন তথ্যসম্বলিত স্থিৰ চিত্ৰ। শ্ৰীমতী ভট্টাচাৰ্য্যৰ লিখনি শৈলীয়ে প্ৰতিখন কিতাপেই এৰোখন মূল্যবান দলিলত পৰিণত কৰিছে।

তেখেতৰ অন্যান্য পুথি কেইখনো সমানে উপভোগ্য আৰু মূল্যবান। এই কিতাপসমূহৰ উপৰিও বহুতো প্ৰবন্ধ-গল্প-আখ্যান বিভিন্ন বাতৰি কাকত-আলোচনীত সিঁচৰতি হৈ আছে। তেখেতে 'নাটক' লিখিও পুৰস্কৃত হৈছিল। সেয়া 'ৰাজ্যিক সংহতি পৰিষদ, অসম'ৰ পৰা ১৯৭৫ চনত পতা নাটক প্ৰতিযোগিতাত। তেখেতৰ অন্য এখন নাটক 'ৰাম টাঙোন' গুৱাহাটী অনাতাঁৰ কেন্দ্ৰযোগে প্ৰচাৰিত হৈছিল। ১৯৭৪-৭৫ চনত।

ভাবি অনেকেই আচৰিত হয়—শিক্ষয়িত্ৰীৰ সীমিত উপাৰ্জনেৰে শ্ৰীমতী ভট্টাচাৰ্য্যই বাৰু প্ৰায় প্ৰতি বছৰে ভ্ৰমণলৈ সপৰিয়ালে কেনেকৈ ওলাই যায়? আচৰিত হ'বৰে কথা। তেখেতৰ মতে যেতিয়া তেওঁক গিৰিৰাজ হিমালয়ৰ নৈসৰ্গিক সৌন্দৰ্য্যই হাঁতবাউল দি মাতে, যেতিয়া সুউচ্চ পাহাৰ-পৰ্বতত, কণ্টকাবৃত অৰণ্যত থকা প্ৰাচীন মঠ মন্দিৰৰ শঙ্খ-ঘণ্টাৰ ধ্বনিয়ে কাণৰ কাষত আহি ঝঙ্কাৰ তোলে, তেতিয়াই তেওঁ মুকলি আকাশৰ তললৈ, —হিমালয়ৰ ধৱল বুকুৰ মাজলৈ ঢাপলি মেলে। মা-ভগৱতীৰ কৃপাত তেওঁৰ যাত্ৰাৰ সকলো প্ৰস্তুতি চিন্তাশূন্য ভাবেই সম্পূৰ্ণ হৈ উঠে। সঙ্গীৰ অনুসন্ধানো কেতিয়াও তেওঁ কৰিবলগীয়া হোৱা নাই। অন্তৰৰ আহ্বান যে কি এক পৰম শক্তি!! তদুপৰি তেওঁৰ ভ্ৰমণমুখী মন ডাঙৰ ডাঙৰ চহৰৰ জাক-জমকতাৰ প্ৰতি নহয়। বিলাসীতাৰ বস্তুৰে ভৰা বজাৰ-হাটৰ প্ৰতিও নহয়। দুৰ্বাৰ আকৰ্ষণ তেওঁৰ

হিমালয়ৰ প্ৰতি। নিতান্ত সাধাৰণভাৱে জীৱন-যাপন কৰা শ্ৰীমতী ভট্টাচাৰ্য্যৰ বিলাস মাথোঁ এই এটাই।।

চিন্তাশূন্য মন এটাৰে যেনেকৈ তেওঁৰ ভ্ৰমণ সুসম্পন্ন হৈ উঠে, তেনেকৈ তেওঁৰ সাংসাৰিক দায়িত্ববোৰো সুশৃঙ্খলাবদ্ধভাৱে চিন্তাশূন্যকৈ সম্পূৰণ হয়। তেখেতৰ ডাঙৰ জীয়ৰী শ্ৰীৰঞ্জনাৰ (মাজনী) বিবাহ সম্পন্ন হয় পাটাচাৰকুছিৰ বৰ্তমান গুৱাহাটীৰ অধিবক্তা শ্ৰীপ্ৰমোদ কুমাৰ গোস্বামীৰ লগত। ৰঞ্জনাৰ চখ, কিতাপ পঢ়া আৰু এম্ব্ৰইডাৰী কৰাত। দ্বিতীয়া জীয়ৰী শ্ৰীঅঞ্জনাৰ (মুন্ মুন্) বিয়া হয় মঙলদৈৰ সফল ব্যৱসায়ী শ্ৰীদীলিপ শৰ্মাৰ লগত। অঞ্জনাৰ ৰাপ শাস্ত্ৰীয় সঙ্গীতত। নুমলীয়া জীয়ৰী শ্ৰীঅৰ্চনাৰ (ৰুশ্ জুন) বিয়া হয় পাটাচাৰকুছিৰ বৰ্তমান গুৱাহাটীৰ ইঞ্জিনীয়াৰ শ্ৰীশিশিৰ কুমাৰ গোস্বামীৰ লগত। অৰ্চনাই গুৱাহাটীৰ চাৰু-কাৰু কলা নিকেতনৰ পৰা 'ফাইন্ আৰ্টচ্' পাছ কৰি ওলাইছে। অৰ্চনাই আঁকা ছবি বিশেষভাৱে সমাদৃত। শ্ৰীমতী ভট্টাচাৰ্য্যৰ তিনিওযোৰা জী-জোঁৱাই তেওঁৰ দৰে ভ্ৰমণ বিলাসীও। শ্ৰীমতী ভট্টাচাৰ্য্যৰ চাৰিটি নাতি-নাতিনী আবিৰ, গাগী, সংঘমিত্ৰা আৰু মৈত্ৰেয়ী কোমল বয়সীয়া যদিও এতিয়াৰ পৰাই সিহঁতকেইটি সঙ্গীত-সাহিত্য-কলাৰ একান্ত অনুৰাগী।

গুৱাহাটীৰ উজানবজাৰৰ ঐতিহ্যমণ্ডিত শ্ৰীশ্ৰী ৺ উগ্ৰতাৰা মন্দিৰৰ কাষৰে বাসিন্দা শ্ৰীমতী ভট্টাচাৰ্য্য। প্ৰচাৰবিমুখ এই গৰাকী সুলেখিকা দীপিকা ভট্টাচাৰ্য্যক বিভিন্ন সভা-সমিতিলৈ বক্তাৰূপে নিমন্ত্ৰণ কৰিলে, তেওঁ নানান অজুহাত দেখুৱাই প্ৰত্যাখ্যান কৰে। সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ বেলতলা শাখাই স্বনামধন্য কবি-সাহিত্যিক নিৰ্মল প্ৰভা বৰদলৈৰ জন্ম দিৱসটি 'প্ৰেৰণা দিৱস' হিচাপে বিভিন্ন কাৰ্য্যসূচীৰে কেবাবছৰো ধৰি পালন কৰি আহিছে। যোৱা বছৰ উক্ত দিৱসত... ড° নিৰ্মল প্ৰভা বৰদলৈৰ পৰিয়ালৰ হৈ শ্ৰীমতী স্বপ্নাদেৱীয়ে আজীৱন সাহিত্যসেৱী শ্ৰীমতী দীপিকা ভট্টাচাৰ্য্যক উষ্ণ আদৰণিৰে প্ৰশস্তিপত্ৰ, গ্ৰন্থ আৰু অন্যান্য উপহাৰেৰে সম্বৰ্দ্ধনা জনায়। গুণী মহিলাগৰাকীয়ে এই সম্বৰ্দ্ধনা গ্ৰহণ কৰি উপযুক্ত সন্মানৰ অধিকাৰী হোৱাত আমি সকলোৱেই গৌৰৱ আৰু আনন্দ অনুভৱ কৰিছোঁ, ভৱিষ্যতেও এনেকৈ আদৃত হোৱাৰ কামনা কৰিছোঁ।

এইগৰাকী সু-সাহিত্যিকা, ভ্ৰমণকাহিনী লেখিকা শ্ৰীদীপিকা ভট্টাচাৰ্য্যক ভগৱানে আৰু বহুতো বৰষলৈ হৰষেৰে পৰ্বত-প্ৰান্তৰ দেশ-বিদেশ ভ্ৰমিব পৰাকৈ সু-স্বাস্থ্য দান কৰক আৰু তেখেতৰ নান্দনিক দৃষ্টিত জিলিকি উঠা মঠ-মন্দিৰ, পৰ্বত-পাহাৰ, নৈ-সাগৰ আৰু ঐতিহাসিক ভগ্নস্তূপৰ ৰত্ন সম্ভাৰ থুপ খুৱাই সজাই-পৰাই গ্ৰন্থৰূপে অসমীয়া সাহিত্যৰ বেদীলৈ আগবঢ়াই থাকক —এয়ে আমাৰ ঈশ্বৰৰ ওচৰত একান্ত প্ৰাৰ্থনা। ❑

# ড° মামনি ৰয়চম গোস্বামী

ড° মলয়া খাওন্দ



একবিংশ শতাব্দীৰ প্ৰাৰম্ভতেই এদিন সেই বহু আকাঙ্খিত বাতৰিটো আহিল— অসমা-সুষমা নিৰুপমা আইৰ সুযোগ্যা জীয়ৰী মামনি ৰয়চম গোস্বামীয়ে ভাৰতীয় সাহিত্যৰ সৰ্ব্বোচ্চ স্বীকৃতি 'জ্ঞানপীঠ' সন্মানেৰে বিভূষিতা হ'ল। এই স্বনামধন্যা লেখিকা গৰাকী কেৱল অসমীয়া সাহিত্যতে নহয়, ভাৰতীয় সাহিত্যতো দৰাচলতেই এক বিস্ময়। নিচেই কম বয়সৰে পৰা সৃষ্টিশীল সাহিত্যত অৰিহণা যোগাই অহা মামনি ৰয়চম গোস্বামীয়ে আজি প্ৰায় পাচঁোটা দশক জুৰি অসমীয়া সাহিত্যত উখল-মাখলৰ সৃষ্টি কৰি আহিছে। সেয়েহে হয়তো ভাৰতৰ জাতীয় পুস্তক ন্যাসে (NBT) প্ৰকাশ কৰা Masterpiece of Indian literature, Vol-1 ৰ এঠাইত কৈছে— ড° ইন্দিৰা গোস্বামী (মামনি ৰচয়চম গোস্বামী) অসমীয়া সাহিত্যৰ সাম্প্ৰতিক যুগৰ সৰ্বশ্ৰেষ্ঠা লেখিকা। এই একেই সুৰতে সু-সমালোচক ড° হীৰেন গোঁহায়ে এঠাইত কৈছে ঃ মামনি ৰয়চম গোস্বামী বৰ্তমান সময়ত অসমীয়া সাহিত্য জগতত হোৱা এক অসাধাৰণ সৃষ্টি— 'Mamani Raisom Goswami is the most Extraordinary thing to have happened in Assamese literature in recent years... . There cannot be any doubt that she is a major anthor from whom great thing can be expected.' কোৱা বাহুল্য, ১৯৯৪ চনৰে এক সমালোচনাত দিয়া এই মন্তব্য, দুহেজাৰ চনত ভাৰতীয় জ্ঞানপীঠ সন্মানেৰে অলংকৃতা হোৱা এই বিৰল প্ৰতিভাৰ অধিকাৰী গৰাকীৰ প্ৰকৃততেই এক যথাযথ সাহিত্যিক মূল্যায়ন।

... writing is my blood, in my veins
If I stop I will die of suffocation
without my pen I will die...
with my writing I am free as a bird
to fly anywhere to be anyone, to undurstood

anything... এই আবেগপ্ৰৱণ উক্তি হ'ল মামনি ৰয়চম গোস্বামীৰ। জীৱনৰ অত্যন্ত দুখ-দুৰ্য্যোগৰ মুহূৰ্ততো কলমকে সাৰটি লোৱা এইগৰাকী কথাশিল্পীয়ে 'মোৰ লেখাৰ আঁৰ'ৰ কাহিনীত কৈছে ঃ 'মোৰ বাবে এতিয়া জীৱন আৰু সাহিত্য একে হৈ গৈছে। গতিকে আমি এই সাহিত্য-সৰ্ব্বস্ব জীৱনৰ গৰাকীৰ জীৱনালেখ্য গতানুগতিকভাৱে লিপিবদ্ধ কৰিব খোজা নাই; নিজৰ অভিজ্ঞতালব্ধ সৃষ্টিৰ মাজেদি প্ৰকাশি উঠা জীৱন-চিত্ৰ এখনিহে অংকিত কৰাৰ প্ৰয়াস কৰিছোঁ...।

অসমৰ একমাত্ৰ উচ্চ শিক্ষানুষ্ঠান কটন কলেজৰ চৌহদৰ কচম'পলিটান ছাত্ৰাবাস-অধীক্ষকৰ আবাসস্থান—মহাসৰস্বতীৰ সেই আবাসস্থানতেই অবিভক্ত অসমৰ বৰেণ্য শিক্ষাবিদ উমাকান্ত গোস্বামী আৰু অম্বিকাদেৱীৰ দ্বিতীয় সন্তান ইন্দিৰাই (মামনি) পৃথিৱীৰ প্ৰথম পোহৰ দেখে। সময় আছিল দ্বিতীয় মহাসমৰে সৃষ্টি কৰা উতপ্ত পৰিবেশ আৰু সৰ্বসাধাৰণ ভাৰতীয় জীৱন জোকাৰি যোৱা স্বাধীনতা সংগ্ৰামৰ '৪২ ৰ' ভাৰত-ত্যাগ' আন্দোলনৰ উত্তাল তৰঙ্গত আবিৰ্ভূত হোৱা ভাৰতীয় জাতীয় জীৱনৰ এক মহা সংক্ৰান্তিৰ ক্ষণ। জন্ম-লগ্ন ১৪ নবেম্বৰ সোমবাৰৰ উষাকাল।

ৰূপৰ চামুচ মুখত লৈয়ে মামনিয়ে জন্মলাভ কৰিছিল বুলিলে অত্যুক্তি কৰা নহয়। সচৰাচৰ এটি সন্তানৰ প্ৰেয়— আৰ্থিক স্বাচ্ছন্দ্যমান অৱস্থাৰ উচ্চশিক্ষিত পিতৃ; স্নেহময়ী মাতৃ; ভ্ৰাতৃ-ভগ্নীৰে আৱৰা এক সুস্থ পাৰিবাৰিক বাতাবৰণ; উপযুক্ত শৈক্ষিক আৰু সুৰক্ষিত ঘৰুৱা পৰিৱেশ— এই সমস্ত পৰিপূৰ্ণতাৰ মাজতেই আৰম্ভ হৈছিল মামনিৰ শৈশৱ। শিক্ষা জীৱনত একাধিক স্বৰ্ণ-ৰৌপ্য পদক লাভ কৰা,বিশেষকৈ কলিকতা বিশ্ববিদ্যালয়ৰ অৰ্থনীতি এম, এত প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান অধিকাৰ কৰা উচ্চপদস্থ চৰকাৰী বিষয়া তথা আমৰঙা সত্ৰৰ অধিকাৰ উমাকান্ত গোস্বামী আৰু শিৱসাগৰৰ বিখ্যাত কাশীনাথ তামুলী ফুকনৰ ঘৰৰ জীয়ৰী মাতৃ অম্বিকাদেবীৰ মৰমৰ ডেউকাৰ আঁৰত পখিলীৰ দৰে উন্মুক্ত 'ফুটফুটীয়া ফ্ৰক' পিন্ধা মামনিৰ শৈশৱ স্বাভাৱিকতেই হাঁহি আৰু আনন্দৰ মাজতেই পাৰ হ'বলগীয়া কথা আছিল। কিন্তু সৰুৰে পৰাই তেওঁ আছিল অত্যাধিক অনুভূতিপ্ৰৱণ— সকলোসময়তে এক গভীৰ হতাশা আৰু অবসাদৰ ভাব— 'কিবা যেন নাই নাই ভাব'। এই প্ৰসঙ্গত সততে মনত পৰে সুলেখিকা নিৰুপমা বৰগোহাঞিয়ে দিয়া মন্তব্যলৈ— ... 'মামনিৰ এই দুখৰ কথা ভাবিলে মোৰ Merchant of venice ৰ এণ্টনিঅ'ৰ এইষাৰ কথাকে মনত পৰে 'I know not why I am so sad!' [ ৰাণী গোঁহাই সম্পাদিত 'হৃদয়ৰ তপস্বিনীৰ 'মাঃ ৰঃ ৰ সোণালী দুখ পৃঃ ১৫৪ ]

গুৱাহাটীৰ লতাশিল প্ৰাইমাৰী স্কুলতেই মামনি গোস্বামীৰ শিক্ষা জীৱন আৰম্ভ হৈছিল। বাঁহীৰাম দাস নামৰ এজন শিক্ষক গোস্বামীৰ পৰিয়ালৰ সদস্যৰ দৰেই তেওঁলোকৰ ঘৰত আছিল। এই শিক্ষকজনৰ প্ৰতি মামনিৰ আকৰ্ষণ

আছিল। তেওঁ কোৱা সাধুকথাবোৰে পিছৰ সৃষ্টিশীলতাত সামান্যভাৱে হ'লেও প্ৰভাৱ পেলাইছিল। বিশেষকৈ সাধুকথাৰ দলিত-বঞ্চিতসকলৰ প্ৰতি যি অনুকম্পাৰ ভাব জাগি উঠিছিল, সি হৃদয়ত শিলৰ ৰেখাৰ দৰে বহি গৈছিল। 'দস্তাবেজ'ত লিখা '... শিক্ষকসকলৰ প্ৰতিহে মোৰ আকৰ্ষণ বেছি আছিল। জীৱন্ত মানুহৰ ব্যৱহাৰ আৰু কৰ্মইহে যেন বেছি আকৰ্ষণ কৰে এনে ভাব হৈছিল— কথাবাৰ্তাৰ সত্যতা শৈশৱৰ পৰাই লক্ষণীয় আছিল। পাঠ্য আওৰাব নোৱাৰাৰ বাবে মাৰ-পিট কৰা বা অন্য কোনো শাস্তি দিয়া ইত্যাদিৰে সেই সময়ৰ বিদ্যায়তনিক অৱস্থা কোমলমতীয়া মামনিৰ বাবে সহ্যকৰ নাছিল। আমৰঙা সত্ৰৰ জীয়ৰী হিচাপে তেওঁৰ শৈশৱৰ 'স্বৰ্গপুৰী' জগলীয়া নদীৰ পাৰৰ জুপুৰিসদৃশ পঢ়াশালিলৈও কেতিয়াবা গৈছিল। সেই শিক্ষা ব্যৱস্থাতো দেখিবলৈ পাইছিল বৰ্ণ-বৈষম্যৰ দুৰ্ভেদ্য প্ৰাচীৰখন। দুখীয়া-নিচলা ছাত্ৰ-ছাত্ৰীৰ মুখৰ মলিন ছায়াই তেওঁৰ মন-গহ্বৰত বিচৰণ কৰি ফুৰিছিল। শৈশৱৰ স্মৃতি ৰোমন্থনৰ সময়ত সেই পঢ়াশলীয়া জীৱনে বিশেষ প্ৰেৰণা যোগাব নোৱাৰে। সোণালী সূতাৰে বান্ধি থোৱা শৈশৱৰ মধুৰ স্মৃতি আছিল পিতাকৰ চাকৰিসূত্ৰে শ্বিলঙৰ বাসিন্দা হৈ লাভ কৰা পুৰণি নামী শিক্ষানুষ্ঠান পাইন মাউণ্ট স্কুলত পঢ়াৰ দিনবোৰ। ঘৰত মন মাৰি অন্যমনস্ক হৈ থকা মামনিয়ে এই স্কুলখনত অন্য এক জগতৰ যেন সন্ধান পাইছিল। মিছ নীল, মিছ হুলাটন, মিছ ড্ৰাকাপ আৰু অন্যান্যৰ লগতে মিছেছ ক'লমেনৰ দৰে ব্যক্তিত্বসম্পন্না শিক্ষয়িত্ৰীসকলক তেওঁ আজিও শ্ৰদ্ধাৰে সোঁৱৰে। পাঠ্যপুথি আওৰাব নোৱাৰা বাবে শাস্তি বিহাৰ এওঁলোক পক্ষপাতী নাছিল বাবেও হয়তো মামনিৰ তেওঁলোকলৈ শ্ৰদ্ধা বাঢ়ি উঠিছিল। সেইসকলৰ অনলস প্ৰেৰণাতেই পাঠ্যপুথিৰ উপৰিও ছবি আঁকা, সঙ্গীত-চৰ্চা, সাঁতোৰ-প্ৰশিক্ষণ আৰু খ্ৰীষ্ট ধৰ্মশাস্ত্ৰ (scripture) ক্লাছ ওপৰঞ্চিকৈ লৈ কৃতিত্ব দেখুৱাইছিল। যীশুখ্ৰীষ্টৰ ক্ৰুছবিদ্ধ ছবিখনে হৃদয়ত শেলে বিন্ধা দি বিন্ধিছিল। মানবীয় গুণসম্পন্ন ধৰ্মশাস্ত্ৰৰ বাণী কেতবোৰে তেওঁৰ মনত এক মচিব নোৱাৰা সাঁচ বহুৱাইছিল, যেনে ঃ

> ... 'এই সুন্দৰ নয়ন তোমাৰ শৰীৰৰ প্ৰদীপ। তোমাৰ নয়ন
> সৰল হ'লে সমস্ত শৰীৰ দীপ্তিমান হ'ব— কিন্তু তোমাৰ নয়ন
> মলিয়ন হ'লে তোমাৰ শৰীৰ অন্ধকাৰময় হৈ পৰিব।'...

(দস্তাবেজ ৯ পৃঃ)

পিছলৈ তেওঁৰ সৃষ্টিত ঠাই বিশেষে তাৰ উদ্ধৃতি দিছিল। উদাহৰণস্বৰূপে 'হৃদয়' গল্পত উদাৰ দৰদী হৃদয়ৰ চৰিত্ৰ ৰবাৰ্ট ঠাকুৰ দাসৰ মনত শৈশৱৰ পৰা খুটি পুতি বহিছিল আৰ্তজনক সেৱা কৰাৰ মনোভাৱ... 'যোৱা আৰ্তজনৰ ওচৰত যোৱা', আকৌ, 'উয়ে খোৱা হাওদা'ৰ অনাদৰ-অৱহেলাত জীৱনটো মৰহি যাব খোজা

সদ্য-বিধৱা পাটগাভৰু গিৰিবালাই বিদেশী মাৰ্ক চাহাবৰ সান্নিধ্যত যেন এক নতুন জ্যোতিৰ, নতুন পথৰ সন্ধান পাইছে। গিৰিবালাই মাৰ্ক চাহাবক কৈছে ঃ

'মৰ কি ভাব হৈছিল জানানে সন্যাসী চাহাব?
মৰ ভাব হয় উঘাৰ দৰে লাগা আৰু ডিঙিত অলমে
লৈ ফুৰা সেই ক্ৰুছৰ দেৱতাই মোক পথ দেখুৱাই দিছি।' (পৃঃ ১৯৩)

অৱশ্যে মানৱীয় মূল্যবোধৰ ৰেঙণি মামনি ৰয়চমৰ প্ৰতিটো কাহিনীৰ ছত্ৰে-ছত্ৰেই নিহিত হৈ থকা দেখা যায়।

১৯৫৬ চনত পিতাকৰ চাকৰিৰ অব্যাহতি ঘটে আৰু গোস্বামী পৰিয়াল স্থায়ীভাৱে গুৱাহাটীত বসতি কৰিবলৈ আহে। মামনি গোস্বামী তাৰিণীচৰণ ছাত্ৰী বিদ্যালয়ত ভৰ্তি হৈ অসমীয়া ভাষা সম্পূৰ্ণকৈ আয়ত্ব কৰে। অনুসূয়া চৌধুৰী, হীৰা বাইদেউ, ভানুমতী বাইদেউ, শকুন্তলা বাইদেউ আৰু মদন ডেকা ছাৰ আদিক তেওঁৰ 'আপোন মানুহৰ দৰেই ভাব হৈছিল।' এই সময়ছোৱাতে মামনিয়ে কেইবাটাও চুটিগল্প লিখে। 'পৰশমণি', 'বীজাণু' 'সেই আন্ধাৰ-পোহৰবো অধিক', 'মাতৃ' আদি সেই সময়ৰে ৰচনা। ইতিমধ্যে প্ৰবেশিকাৰ ডেওনা পাৰ হৈ কটন কলেজত ভৰ্তি হয়হি। চৌদিশে যেন দেখা পালে পৃথিৱীৰ বিনন্দীয়া সৃষ্টিৰ অনবদ্য সম্ভাৰ। মন 'প্ৰেমৰস'ত আদ্ৰ হ'ল, হৃদয়ত জাগি উঠিল কবিতাৰ অঙ্কুৰ। তাৰিণীচৰণ স্কুলত ইন্দিৰা বাইদেৱে কোৱা 'গল্প-কবিতা মানুহে অভিজ্ঞতা হ'লেহে লিখা ভাল' কথাষাৰত মামনিয়ে যি আড়ষ্টতা অনুভৱ কৰিছিল, কটনৰ অধ্যাপক হেমন্ত শৰ্মা ছাৰে কিন্তু উপদেশ দিলে— 'সেইবোৰৰ হাতত ধৰিয়েই তুমি আগবাঢ়ি যাব পাৰিবা বুলি।' মামনিৰ কলম এপলকো থমকি নৰ'ল। সৃষ্টি হ'ল— 'গাল্পিক পটভূমি, কলা-কৌশল, কথনশৈলী, মননশীলতা আৰু গভীৰ জীৱনবোধেৰে দীপ্তিমান 'ঝিণিকি ঝিণিকি দেখিছো যমুনাৰ' নিচিনা উচ্চমানবিশিষ্ট চুটিগল্প। বি, এ শ্ৰেণীত থাকোঁতেই মামনি গোস্বামী অসমীয়া সাহিত্য জগতত প্ৰতিষ্ঠিত হ'ল। কিন্তু মাতৃৰ চিন্তা হ'ল— মামনিক সাংসাৰিক জীৱনত প্ৰতিষ্ঠা কৰাৰ। কাৰণ ইতিমধ্যেই তেওঁৰ স্বামী পৰলোকগত হ'ল। পাচোঁটা নিঠৰুৱা সন্তানৰ মাতৃ হিচাপে মামনিক পাত্ৰস্থ কৰাৰ বাবে উঠি-পৰি লাগে। মামনিৰ 'সৌৰৰণীত' পাপ-গ্ৰহৰ পয়োভৰৰ বাবে ৰাহি-জোৰা প্ৰথাৰ বিয়াও সহজ নাছিল। এইখিনি সময়তেই বি, এ পৰীক্ষাৰ অনাৰ্চ (অসমীয়া)ত আশানুৰূপ ফল নোপোৱাত মামনিয়ে আত্মঘাতী হোৱাৰ চেষ্টা চলালে...। অৱশ্যে এই যাত্ৰাত জীৱন ৰক্ষা পৰিল— কিন্তু বহুতৰে বিভিন্ন ধৰণৰ বিৰূপ আলোচনা-সমালোচনাৰ সমুখীন হ'বলগীয়া হ'ল। সেই সত্যতা দাঙি ধৰিছে 'দস্তাবেজ'ৰ পাতত—

... 'এইখিনি সময়তে মই কিছুমান দূৰ সম্বন্ধীয়
মানুহৰ হিংসা আৰু স্বাৰ্থপৰতাৰ এক নাঙঠ ছবি
দেখা পালোঁ। ই হয়তো স্বাভাৱিক মানৱীয় চৰিত্ৰ। (পৃঃ ১৭)

ৰূপ-লাৱণ্যৰ প্ৰাচুৰ্য্যৰে সৰবৰহী মামনিৰ পুৰুষ বন্ধুৰো অভাৱ নাছিল। কিন্তু তেওঁ হৃদয়ৰ পৱিত্ৰতা— দেহাৰ পৱিত্ৰতাৰ প্ৰতি সজাগ আছিল। ঘৰুৱা সংস্কাৰ আৰু ভাৰতীয় ধৰ্ম-পৰম্পৰা, নীতি-বিৰুদ্ধ গৰ্হিত কাৰ্য্যত নিহিত থকা গভীৰ পাপবোধক অন্তঃকৰণেৰে উপলব্ধি কৰিছিল। সেইবোৰৰ পৰা সততে দূৰৈত আছিল তেওঁ।

মাতৃৰ অশেষ পূজা-পাৰ্বণৰ পিছতো মামনিৰ বাবে সুপাত্ৰ নোলাল। ঘৰত বিয়াৰ বাবে চলোৱা ব্যৱহাৰত অতিষ্ঠ হৈ এদিন তেওঁ অন্য সম্প্ৰদায়ৰ যুৱক এজনৰ লগত 'ৰেজিষ্ট্ৰাৰ্ড' বিবাহৰ নথি-পত্ৰত চহী কৰি আহিল। কিন্তু পৰিয়ালৰ নিকটাত্মীয়সকলে এনেধৰণৰ 'হৈ হাল্লা' লগালে যে সহজ-সৰল প্ৰকৃতিৰ মাকৰ অৱস্থা কাহিল হৈ পৰিল। নিজৰ কৃতকৰ্মৰ বাবে মামনি গ্লানি আৰু অনুশোচনাত দগ্ধ হ'ল—' এফালে নিজৰ প্ৰেমিক বন্ধুজন, আনফালে জন্মদাত্ৰী মাতৃসহ ৰক্ষণশীল পৰিয়াল। শেহান্তৰত সত্য হৈ পৰিল 'নীলকণ্ঠীব্ৰজ'ৰ নিজৰ মানস-কন্যা সৌদামিনীৰ আবেগ-বিহ্বল স্বীকাৰোক্তি ঃ 'ক্ষমা কৰা আৰু উভতি যোৱা ক্ষমা কৰা।' (পৃঃ ১৪৫)

অশান্তি আৰু অসন্তুষ্টিৰে ভৰা জীৱনটোত তেওঁ সাহিত্য-সৃষ্টিৰ অমৃতেৰে নিজকে জীয়াই ৰাখিছিল। দেশী-বিদেশী নামী সাহিত্যিকৰ গ্ৰন্থয়ো মনত শান্তি দিছিল। পাঠ্যপুথি আৰু পৰীক্ষা-পদ্ধতিত আস্থা নাথাকিলেও তেওঁ এদিন গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা অসমীয়াত এম, এ ডিগ্ৰী ল'লে। নিজকে ব্যস্ত ৰাখিবলৈ কিছুদিন মিছনেৰী স্কুল এখনতো শিক্ষয়িত্ৰী হৈ থাকিল।

জন্ম, বিবাহ আৰু মৃত্যুত মানুহৰ হাত নাই। আমাৰ সমাজত সচৰাচৰ কোৱা হয়— 'যাৰ কন্যা তাৰ বিবাহ। ইংৰাজীতো কয়— Marriages are made in Heaven– সেয়ে নোহোৱা হ'লে ৰাজপ্ৰসাদৰ ভোগ-বিলাসত মত্ত হৈ থকা ৰজা দুষ্মন্তই মৃগয়া কৰিবলৈ গৈ কণ্বমুনিৰ আশ্ৰম-পালিতা কন্যা শকুন্তলাৰ পাণিগ্ৰহণ কৰা মনোৰম ছবি মহাকবি কালিদাসে অংকন নকৰিলেহেঁতেন। মামনি গোস্বামীৰ বাবেও সুদূৰ দক্ষিণৰ পৰা পখীৰাজ ঘোঁৰাত উঠি ৰাজকোঁৱৰহেন মাধৱেন ৰয়চম অয়েংগাৰ আহি অসমৰ মাটিত পদাৰ্পণ কৰিলেহি। মামনিৰ ঘৰৰ চুবুৰীতে থকা হিন্দুস্থান কনষ্ট্ৰাকছন্ কোম্পানীৰ সামৰিক ইঞ্জিনিয়াৰজন ব্ৰহ্মপুত্ৰৰ দলং সজাৰ কামত আহিছিল। ক্ৰমান্বয়ে দুয়োৰে মাজত সৌহাদ্যতা গঢ়ি উঠিল আৰু বৈবাহিক সম্বন্ধ স্থাপন কৰিবলৈও মামনিৰ পৰিয়ালৰ আপত্তি নাথাকিল। মাধৱেনৰ পৰিয়াল আছিল শ্ৰীসম্প্ৰদায়ৰ বৈষ্ণৱপন্থী লোক। তেওঁৰ পিতৃ নৰসিংহ ৰয়চম আয়েংগাৰ বৃটিছ চৰকাৰৰ অধীনৰ উচ্চপদস্থ ইঞ্জিনিয়াৰ আছিল। বিদেশত বিশেষ শিক্ষা লৈ অহা এই অৰ্হতাসম্পন্ন লোকজনে বাংগালোৰত প্ৰথম ইলেক্ট্ৰিক লাইটৰ প্ৰচলন কৰিছিল। তেওঁৰ নাম বাংগালোৰৰ 'পাৱাৰ প্ৰজেক্ট'ৰ ওচৰত তামৰ ফলকত

আজিও খোদিত হৈ আছে। মাতৃহীন মাধৱেনৰ ভাই-ককাই, বাই-ভনীৰ মাজতেই আছিল মধুৰ সম্বন্ধৰ সংসাৰ। মামনিক সেই সম্বন্ধৰ এনাজৰীত বান্ধিবলৈ মন উন্মনা হৈ উঠিল মাধৱেনৰ...।

শৈশৱত য'ত উমলি-জামলি ডাঙৰ হৈছিল, যি জগলীয়াত সাঁতুৰি-নাদুৰি 'স্বৰ্গপুৰী' পোৱা যেন ভাব হৈছিল, সেই জগলীয়া পাৰৰ সত্ৰতেই ১৯৬৫ চনৰ অক্টোবৰ মাহত কোনো এক মাহেন্দ্ৰ ক্ষণত মামনি মাধৱেনৰ শুভ বিবাহ সম্পন্ন হৈছিল। গোটেই গাত গুণাৰ বনকৰা বগা পাটৰ কাপোৰ সাজেৰে মামনি যেন পৰিণত হৈছিল সৰস্বতী প্ৰতিমাত। তুলসী আৰু বগাফুৰ মালাৰে পাটৰ পাঞ্জাবী পৰিহিত ৰাজপুত্ৰ যেন লগা মাধৱেনৰ হোমৰ মন্ত্ৰোচ্চাৰণত গোটেই পৰিবেশটোতেই এক পৱিত্ৰতাৰ প্ৰলেপ পৰিছিল। 'মামনি-মাইছানাৰ' বিয়াত ওচৰৰ গএগ্রা-ৰাইজ উবুৰি খাই পৰিছিল। উপযাচি আহি বানচ নোলোৱাকৈ 'বেণ্ডপাৰ্টি', ঢোল-খোল বজাই আনন্দ কৰিছিল। এইয়া জগলীয়াৰ পাৰত দুখন হিয়া একাকাৰ হোৱাৰ কাহিনী। মামনি সুখী হৈছিল; কাৰণ,

'সূৰ্য্যৰ চেয়ে, আকাশেৰে নক্ষত্ৰ থেকে
প্ৰেমেৰ প্ৰাণেৰ শক্তি বেশি; (পৃঃ ২১২)

— যি প্ৰেমে মানুহক শক্তিশালী কৰে, পৃথিৱীত অমৰ হৈ থকাৰো প্ৰেৰণা দিয়ে— মামনি গোস্বামীৰ মুখপাত্ৰী 'আইমানো'ৰ মতে সেই স্বতঃস্ফূৰ্ত প্ৰেম আয়ে-বোপায়ে পতা বিয়াত (arranged marriage) নাথাকে। বৰং 'সেই প্ৰেম কৰি ল'ব লাগিব জোৰকৈয়ে— যান্ত্ৰিকভাৱে'—(ৰিঃ ৰিঃ দেখিছো যমুনা পৃঃ ২১০)। সেই প্ৰেমৰ কাহিনীৰ পাণ্ডুলিপিৰ মাজেদিয়েই মামনি গোস্বামী পৰিচিত হৈ পৰিল মামনি ৰয়চম গোস্বামী হিচাপে।

বিয়াৰ পিছতেই কৰ্মস্থলীলৈ ঘূৰি যাবলগীয়া হোৱাত মাধৱেনে ১৯৬৭ চনতহে মামনিক লৈ বাঙ্গালোৰৰ ঘৰলৈ আহে। ন-বোৱাৰীক আদৰিবলৈ ঘৰত উখল-মাখল লাগিছিল। মাধৱেনৰ আজু আইতাকৰ দিনৰেপৰা পৰম্পৰাগতভাৱে চলি অহা 'পীতাম্বৰী' শাৰীৰে মামনিক সজ্জিতা কৰিলে, ডিঙিত পিন্ধালে 'মঙ্গলসূত্ৰ', আঙুলিত হীৰাৰ আঙঠি পিন্ধাই ন-কইনাৰ বেশত পুনৰ্বাৰ বিবাহ-মন্ত্ৰ উচ্চাৰণ কৰি যজ্ঞ সমাপন কৰাৰ পিছত মামনিক আদৰি ল'লে— ৰান্ধনিশালত সোমাবৰো অধিকাৰ পালে। আমাৰ 'ৰান্ধনি পতা' উৎসৱৰ দৰে ৰূপৰ কাঁহী-বাটিত সকলোকে অন্ন পৰিৱেশন কৰি কৰি নিজেও তেওঁ আনন্দ পালে। 'মাধু'ৰ পৰিয়ালৰ মাজত নিজকে বিলাই দিলে। তেওঁলোকও অসমীয়া জীয়ৰীৰ ৰূপ-গুণত মুগ্ধ হ'ল।

মাধৱেন-মামনিৰ দাম্পত্য জীৱন আৰম্ভ হৈছিল—'মাধু'ৰ চাকৰিৰ অস্থায়ী সাময়িক নিবাসস্থানবোৰত—গুজৰাটৰ বান মৰুভূমিৰ কৌৰৱবেদ অঞ্চল,

বাইবেৰেলি জিলাৰ সাই নদীৰ উপকণ্ঠকে ধৰি কাশ্মীৰৰ চন্দ্ৰভাগা নদীৰ পাৰৰ আৰু চুইনা নদীৰ পাৰৰ দুৰ্গম পাহাৰীয়া অঞ্চলৰ বৰ্ক চাইটবোৰ যেন নৱ-দম্পতীৰ বাবে নিত্য-নতুন আছিল। 'জীৱনক অহৰহ খুলি খুলি খোৱা হতাশা' লাহে লাহে সম্পূৰ্ণভাৱে মামনিৰ মনৰ পৰা আঁতৰি গৈছিল। স্বামীৰ মধুৰ সাহচৰ্য্যত হোৱা এই জীৱনবোধৰ পৰিচয় ঘটিছে— ৰিণিকি ৰিণিকি দেখিছোঁ যমুনা'ৰ 'আইমানো'ৰ দৃষ্টিভঙ্গীৰ মাজেদি।

'বাস্তৱৰ সকলো কঠোৰতা, পৃথিৱীৰ সকলো নিষ্ঠুৰতা,
মান-অপমানৰ পৰা মই পলাই আহিছোঁ, তোমাৰ
প্ৰেমৰ ছায়াত মোক তুমি কোনেও নেদেখাকৈ ৰখা— (পৃঃ ২১৬)

— সেই প্ৰেমৰ ছায়াত কৌৰৱবেদৰ মৰুভূমিতো শীতলতাৰ স্পৰ্শ পৰিছিল। 'দস্তাবেজ'ত লিখা—'জোনাকে মৰুভূমিক লাহে লাহে এক অপ্সৰাৰ ৰাজ্যত পৰিণত কৰিছিল। এই অপ্সৰাৰ ৰাজ্যত আমি দুয়ো ঘূৰি ফুৰিছিলোঁ'— কথাষাৰ যেন তেওঁৰ বিশ্বাসেই হোৱা নাছিল।

হঠাতে তেওঁৰ সেই সুখ-স্বপ্ন-ভঙ্গ হ'ল। দুৰ্ঘটনাত 'মাধু'ৰ মৃত্যু হ'ল। ৰয়চম পত্নীৰ জীৱনৰ ছন্দ হেৰাই গ'ল। মাধৱেন ৰয়চম তেওঁৰ জীৱনলৈ বিজুলিৰ চমকৰ দৰেই আহিল আৰু ঠিক তেনেদৰেই এদিন হেৰাই গ'ল। মামনি ৰয়চম কিংকৰ্তব্য বিমূঢ় হৈ পৰিল। নিজৰ পিতৃ-ভিঠা আমৰঙা সত্ৰৰ দামোদৰীয়া গোঁসাই পৰিয়ালৰ চাৰিবেৰৰ মাজত চলি অহা কু-সংস্কাৰ, ৰীতি-নীতিৰ ছবি অংকন কৰা 'দঁতালহাতীৰ উয়ে খোৱা হাওদা'ৰ সদ্য বিধৱা 'গিৰিবালা'ৰ ক্ষেত্ৰত দিয়া মন্তব্যই সত্য হ'ল—'পৰ্বত-সমান একোটা দিন কেনেকৈ পাৰ কৰিব'—মামনি ৰয়চমৰ নিজৰ পুঞ্জীভূত বেদনা আৰু ভাৱনাৰ অনুৰণণৰ মাজেদি। 'অহিৰণ'ৰ 'নিৰ্মলাৰ ৰূপত যেন নিজৰ বিষাদ-বোধ ব্যক্ত কৰিছে ঃ 'কত যে লাঞ্চনা আৰু তিতিক্ষা সহ্য কৰাৰ পাছত ভাব হৈছিল—মই জীৱনক পালোঁ—এইবাৰ জীৱনক ধৰি ৰাখিম। ছায়া হৈ মোৰ সত্তাৰ সৈতে মিহলি হৈ থকা নিঃসঙ্গতাৰ যন্ত্ৰণাৰ পৰা মুক্তি পাম... কিন্তু কিযে হ'ল এয়া'।

স্বামীৰ কৰ্মথলী কাশ্মীৰৰ উধামপুৰৰ পৰা মাধৱেনৰ অস্থিলৈ এদিন মামনি গুৱাহাটী পালেহি। মাতৃ-হৃদয় কন্যাৰ দুখত ভাগি পৰে। বিষাদ-বিমনা জীয়ৰীক শাস্ত্ৰাদিৰ মাজত ব্যস্ত ৰাখিবলৈ মাকে যত্ন কৰে। নিজৰ সমাজখনৰ কিছুমান 'আচাৰ আছে বিচাৰ নাই' জাতীয় ৰীতি-নীতিত মামনি ৰয়চম ক্ষুব্ধ হৈ পৰে। লিখনীৰ মাজত থকা সময়খিনিৰ বাহিৰে বাকী সময় তেওঁৰ বাবে নাযায়-নুপুৱায় যেন হ'ল। স্বাৱলম্বী হৈ নিজৰ ভৰিত থিয় হ'বৰ বাবে নিজকে প্ৰস্তুত কৰি ল'বলৈ তেওঁ আগ্ৰহী হৈ উঠিল। স্বামী সামৰিক ইঞ্জিনিয়াৰ আছিল বাবেই হয়তো গোৱালপাৰৰ সৈনিকস্কুলত চাকৰিটো পোৱাত সহজ হ'ল। এইখিনিতে এটা কথা

উনুকিওৱা উচিত হ'ব—মামনি ৰয়চমে স্বামীৰ মৃত্যুৰ পিছত বাঙ্গালোৰৰ মালেশ্বৰৰ অপাৰ সা-সম্পত্তি নিজৰ প্ৰাপ্য হিচাপে ল'বলৈ সমূলি আগ্ৰহী নাছিল। সেই সম্পত্তিৰে কিছু অংশ স্বামীৰ আত্মীয়-পৰিজনে তেওঁৰ নামত লিখি দিছিল যদিও অতি কম মূল্যতে বিক্ৰীও কৰি দিছিল। এই লেখিকাৰ বাবে মানুহ আৰু মানৱীয় প্ৰমূল্যহে জীৱনৰ প্ৰকৃত অমূল্য সম্পদ। সৈনিক স্কুলৰ সৰু-সৰু ছাত্ৰবোৰৰ লগত নিজকে ব্যতিব্যস্ত কৰি ৰাখিলে আৰু নিজেই লেখা-মেলা কৰি থকাৰ লগতে সেই ছাত্ৰসকলকো লেখাৰ প্ৰেৰণা দিলে। স্কুলৰ প্ৰিন্সিপাল সাহানি আৰু পাৰিখ আদি সতীৰ্থসকলৰ ভদ্ৰোচিত ব্যৱহাৰত স্কুলৰ বাতাবৰণে মনলৈ এক প্ৰশান্তিয়েই আনিলে। তথাপি নিমাত-নিতাল পৰিৱেশেৰে নিজৰ একাষৰীয়াকৈ থকা কুঠৰিটোত আশ্ৰয় লৈ থকাৰ সময়ত মৃত স্বামীৰ অস্তিত্ব বিচাৰি তেওঁ যেন বিব্ৰত হৈ পৰে। পাৰ্থিৱ শৰীৰৰ অৱসান ঘটিলেও 'মাধু'ৰ আত্মাৰ কিবা এক অস্তিত্ব কিজানি চকুৰে দেখিবলৈ পায়—এই আশাত বহুতো বিনিদ্ৰ ৰজনী আকুল উৎকণ্ঠাৰে পাৰ কৰে। এটা সময়ত তেওঁৰ যেন মোহভঙ্গ হয়। 'দস্তাবেজ'ৰ পাতত ভাঁহি উঠিছে এই তীব্ৰ বিষাদবোধৰ সুস্পষ্ট চিত্ৰকল্প ঃ

> 'নাই, নাই একো বাকী নেথাকে। মৃত্যুৰ পাছত আৰু একো
> বাকী নেথাকে। বুকু ফালি ছিৰাছিৰ কৰিলেও, মৃতকে এই
> হৃদয়ৰ খবৰ ল'বলৈ আৰু উভতি নাহে'...। (পৃঃ ৬৮)

মামনি ৰয়চমৰ এই হিয়া-ভগা হুমুনিয়াহ অতৰ্কিতেই নৈৰ্ব্যক্তিকতাৰ স্তৰলৈ উত্তৰণ ঘটিছে। সু-সমালোচক বনামী ডবৰীৰ (Bonamy Dobree) মতে 'It is by his style we recognise writer' আৰু তেওঁৰ মতে ষ্টাইলেই হ'ল শিল্পীৰ আত্মাৰ নিঃশ্বাস। আনহাতে, 'ষ্টাইল একান্তভাৱে ব্যক্তিগত হ'লেও সি হ'ব লাগিব নৈব্যক্তিক' বুলি কোৱা ইংৰাজ সমালোচক মিডলটন মুৰীয়ে (১৮৮৯-১৯৫৭) কৈছে ঃ 'Highest style is that wherein the two curent meaning of the word blend, it is a combination of the maximum, of personality with the minimum of impersonality.– গতিকে দেখা যায় মহত্তৰ সাহিত্য-সৃজনৰ বাবে দিয়া দুয়োজনা খ্যাতনামা সমালোচকৰ মন্তব্য 'আধালেখা দস্তাবেজ'ত পূৰামাত্ৰাই বিদ্যমান। সেয়েহে 'নৱভাৰত টাইমচ'ত জ্যোতিশ যোশীয়ে এদিন কৈছিল ঃ 'Autobiography witing is not an easy genre. It has its complexities. But Indira Goswami has turned it to her advantage by rising it to a higher pedestal– from an individualishtic account to an unviersal account... It, infact, does proud not only to the Assamese literature but to the entire Indian literature. (19 Jyly, 1992).

মামনি ৰয়চমৰ সাহিত্য-কৰ্মত এনে প্ৰশংসাৰ অন্ত নাই।।

নিৰুপমা বৰগোহাঞিয়ে আটুট কথাই কৈছে ঃ 'লেখাই তেওঁৰ সুখৰ মুক্তিদূত।' (মাঃ ৰয়চমৰ সোণালীদুখ' পৃঃ ১৫৩)

জন্ম-কুণ্ডলীত অশুভ গ্ৰহ-দৃষ্টিৰ বাবে নৱগ্ৰহৰ পণ্ডিত এজনে মামনিক কৈছিল— 'এইজনা ছোৱালী বিয়া দিয়াতকৈ দুটুকুৰা কৰি নদীত ভহাই দিয়াই ভাল হ'ব।' মামনি ৰয়চমে কিন্তু সেই অদেখা শত্ৰুৰ ওচৰত হাৰ মনা নাই। 'পাপ-গ্ৰহ'ৰ তাড়নাই তেওঁৰ বৈবাহিক জীৱন ভগ্নস্তুপত পৰিণত কৰিলেও তেওঁ সিবিলাকৰ বিৰুদ্ধে যুদ্ধ কৰিব—যাৰ পাশুপত অস্ত্ৰ হ'ব কলম। তেওঁ নিজকে সান্ত্বনা দিছিল এনেদৰে ঃ 'কলম নথকা হ'লে অদৃশ্য হৈ থকা ৰক্তৰ ফোবাৰাৰ লগত কিদৰে যুদ্ধ কৰিলোঁহেঁতেন!' অৱশ্যে নৱগ্ৰহৰ পণ্ডিতজনে এইবুলিও ভৱিষ্যতবাণী কৰিছিল যে 'তোমাৰ মগজত মই 'অধ্যাৱসায়'ৰ জ্যোতি দেখা পাইছোঁ। তুমি পাহাৰ বগাব পাৰিবা।'

যি কি নহওঁক, এই 'অধ্যাৱসায়'ৰ বাবেই যেন মামনি ৰয়চমে এদিন নৱ-জীৱন লাভ কৰিলে...।

গোৱালপাৰাত এবছৰ চাকৰি কৰাৰ পিছত পিতৃতুল্য গুৰু অধ্যাপক উপেন্দ্ৰ চন্দ্ৰ লেখাৰুৰ স্নেহধন্যা মামনিয়ে Institute of Oriental Philosophy ত গৱেষণা কৰিবলৈ ভগৱান কৃষ্ণৰ লীলাভূমি বৃন্দাবনত পৰ্দাপণ কৰাৰ সৌভাগ্য হ'ল। মহাপুৰুষ শঙ্কৰদেৱে 'কীৰ্তন'ত কৈছে—

> 'বৃন্দাবনৰ তৃণ হৈবো তেবে মহাভাগ।
> পাইবো গৈয়া ব্ৰজবাসীৰ চৰণ ৰেণু লাগ।।'

তদুপৰি গৱেষণাও কৰিব ৰামায়ণী সাহিত্যৰ ওপৰত। ভাগ্যদেৱী যেন তেওঁৰ প্ৰতি সুপ্ৰসন্ন হ'ল। তেওঁৰ গৱেষণাৰ বিষয়বস্তু আছিল 'মাধৱ কন্দলী'ৰ ৰামায়ণ আৰু গোস্বামী তুলসীদাসৰ 'ৰামচৰিত মানস'ৰ তুলনামূলক অধ্যয়ন। এই গৱেষণা-কাৰ্য্যৰ বাবে মামনিয়ে গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা শঙ্কৰদেৱ-বৃত্তিও (Sankardev Scolarship) লাভ কৰে। মহাপুৰুষ শঙ্কৰদেৱেও 'গুণৱত্তা' স্বীকাৰ কৰি যোৱা কন্দলীৰ ৰামায়ণখন যেনেদৰে উত্তৰ-পূব ভাৰতৰ প্ৰান্তীয় ভাষাৰ ভিতৰত সৰ্বপ্ৰধান, সেইদৰে সমস্ত উত্তৰ-ভাৰতৰ জনমানসত ভক্তিৰ হিল্লোল তোলা তুলসীদাসৰ 'ৰাম-চৰিত মানস'ৰ গুৰুত্ব আৰু জনপ্ৰিয়তাও নুই কৰিব নোৱাৰি। 'পাপ-গ্ৰহ'ৰ তাড়নাত বৈবাহিক জীৱন দ্বিখণ্ডিত হৈ ৰামায়ণী সাহিত্যৰ দ্বাৰা এক মহিমামণ্ডিত জীৱন লাভ কৰা গোস্বামী তুলসীদাসৰ জীৱন-চৰিত মামনি ৰয়চমৰ বাবে এক প্ৰকাৰ মহাপ্ৰেৰণাৰ আধাৰেই আছিল। স্কুলীয়া কালতে হিন্দী ভাষা কিছু আয়ত্ব কৰিছিল যদিও তৎপৰতাৰে বৃন্দাবনত হিন্দী শিকাত জোৰ দিলে। দুয়োখন সাগৰ-সংকাশ গ্ৰন্থত মূৰ তুলিব নোৱাৰাকৈ সোমাই গ'ল। আইট,

ফেন আদি দৈনন্দিন জীৱনৰ অপৰিহাৰ্য্য সামগ্ৰীৰ সুবিধা নথকা বৃন্দাবনৰ সৰু খোটালিটোত সোমাই থকা অৱস্থাতেই পুৰণি সঙ্গী হতাশা আৰু নৈৰাশ্যবোধে খুলি-খুলি খায়। মনলৈ আহে এই পৃথিবীৰ পৰা আঁতৰি যোৱা তেওঁৰ মৰমৰ পিতৃদেৱ, খুৰদেৱেক আৰু জীৱনসঙ্গী 'মাধু'ৰ পাহৰিব নোৱাৰা স্মৃতিৰাজি। কোনো সময়ত সিদ্ধান্ত ল'ব খোজে পুনৰ গুৱাহাটীলৈ উভতি যোৱাৰ। নিজৰ এই যন্ত্ৰণাৰ ছবিখন প্ৰকাশ পাইছে বৃন্দাবনত লগ পোৱা 'ৰাধেশ্যামী'সকলৰ (ভজন কৰি খোৱা বিধৱা) জীৱন-যাত্ৰাৰ ওপৰত লিখা 'নীলকণ্ঠী ব্ৰজ' উপন্যাসখনিত। 'অন্ধকাৰ, চিৰ ৰহস্যপুৰীৰ লগত সম্বন্ধ স্থাপন কৰি খোৱা প্ৰেতাত্মাৰ দল' অৰ্থাৎ ৰাধেশ্যামীসকলে কেনেকৈ নিজৰ তেজ-মঙহৰ শৰীৰটোক নেদেখাজনৰ ওচৰত সমৰ্পণ কৰি, খুজি-মাগি পোৱা দুপইছাও নিজৰ শেষ-কৃত্যঃ ঔৰ্দ্ধদৈহিকৰ বাবে সঞ্চয় কৰে, সেই অতীৱ দুখৰ কাহিনীৰ বাস্তৱ প্ৰতিফলন ঘটিছে 'নীলকণ্ঠী ব্ৰজ' উপন্যাসত। সেই সময়ত লেখিকাই প্ৰত্যক্ষ কৰা বৃন্দাবনৰ হুবহু ছবিৰ লগতে নিজে উপলব্ধি কৰা ভাবানুভূতি আৰু বৃন্দাবনৰ প্ৰাকৃতিক, ধৰ্মীয় আৰু ঐতিহাসিক চিত্ৰ প্ৰাঞ্জল হৈ উঠিছে। এই উপন্যাসতো ভিৰ পাতিছেহি সৌদামিনী, শশী, মৃণালিনীৰ দৰে বঞ্চিতা নাৰী— যি নিজৰ জীৱনটোত পাইছে মাথোন বিফলতা আৰু অৱসাদ। নিজৰ মানসিক যন্ত্ৰণাৰ ছবিখন সৌদামিনীৰ চৰিত্ৰত ঢালি দিয়া বুলি লেখিকাই 'দস্তাবেজ'ত নিজেই কৈছে; উপন্যাসখনত তাৰ দৃষ্টান্ত সদ্যবিধৱা সৌদামিনীৰ উক্তিয়ে দিয়ে ঃ

> 'বহুদিনৰ আগেয়ে যে এই নিঃসঙ্গতাৰ লগত তাইৰ
> আত্মাৰ সম্বন্ধ নাছিল এনে নহয়... কিন্তু সুব্ৰতৰ
> লগত বিয়া হৈ যোৱাৰ পিছত ৰহস্যজনকভাৱে সেই
> নৈৰাশ্যৰ হাঁহাকাৰ অন্তৰ্দ্ধান হৈ পৰিছিল।...
> ... মোৰ জৈৱিক স্পৃহা, প্ৰেম... সেই
> তৰঙ্গৰাশিৰ কোনো পৰিৱৰ্তন হোৱা নাই।' (পৃং ৭২)

কেওঁ কিছু নোহোৱা 'শশী'ৰ মাজতো নিজৰ অসহায় বৰ্ণিত কৰিছে ঃ

> 'এই বয়সত ... ভগৱানে যেন কাকো এনে অৱস্থা নকৰে।
> কাকো যেন এনে ভয় লগা ধৰণে নিৰাশ্ৰয় নকৰে।' (পৃঃ ৫১)

বৃদ্ধ মাক-দেউতাকৰ ভৰণ-পোষণৰ দায়িত্ব লৈ 'মৃণালিনী'য়ে ত্যাগ কৰিছে নিজৰ জীৱন-যৌৱন। সৌদামিনীয়েও পুনৰ খ্ৰীষ্টান যুৱকৰ প্ৰেমত আসক্ত হৈ অন্তৰ্দ্বন্দ্বত ভুগিছে। অভিভাৱকৰ অনুমোদন নোপোৱাত যমুনাৰ বুকুত নিজেই জাহ গৈছে। লেখিকাৰ মানৱীয় দৃষ্টিভঙ্গীৰ গভীৰতাৰ উমান দিছে ধৰ্মৰ নামত ব্যভিচাৰ কৰা পাণ্ডাৰ আগত শিল্পী চন্দ্ৰভানু ৰাকেশৰ বিবৃতিৰ মাজেদি ঃ 'এইবোৰ ভবিৰ খোজ

যমুনাৰ বালিৰ পৰা বুটলি আনিছোঁ... মোক দেখুৱাই দিয়া এই খোজবোৰৰ কোনটি খোজ খ্রীষ্টানৰ। কোনটি হিন্দুৰ আৰু কোনটি মুছলমানৰ'...

মামনি ৰয়চমৰ কৃতিত্ব এইখিনিতে যে মাত্র দুবছৰীয়া সময়ছোৱাতে গৱেষণা-কাৰ্য্য সমাপন কৰাৰ লগতে সমগ্র বিৱৰণৰে ব্ৰজধামৰ মন্দিৰ-বিগ্ৰহৰ, পূজা-পাৰ্বণৰ গতি-প্রকৃতি, পুৰোহিত-পাণ্ডাৰ আচাৰ-ভ্ৰষ্টাচাৰ, ভক্ত-সাধুৰ সততা-ভণ্ডতা, বেহা-বেপাৰৰ বিস্তৃততাৰে বৃন্দাবনৰ ঐতিহাসিক, কিম্বদন্তীমূলক, ৰাজনৈতিক আৰু ভৌগোলিক বৰ্ণনা অবিকলভাৱে দাঙি ধৰিবলৈ সমৰ্থ হৈছে।

নীলকণ্ঠী ব্ৰজ (Shadow of Dark God) উপন্যাসৰ বিষয়ে সুলেখিকা ইন্দিৰা পাৰ্থসাৰথিয়ে কৈছে ঃ

> ... Shadow of Dark God captures the image
> of a dark and macabre world in which
> men and women exist as mere shadows
> struggling hopelessly for their mere survival...
> The significance of the novel lies in the
> fact that the formentor is not condemned,
> but both the oppressor and oppressed are
> shown as victim of a mindless system.
> The another neither exhibits her anger of sympathy
> for any one concerned, which makes this work as
> a pure work of art? (The Hindus: March 23, 1987).

'আধা লেখা দস্তাবেজ'ত মামনি ৰয়চমে এঠাইত কৈছে ঃ ... 'মোৰ গৱেষণাৰ কাম... কিতাপ-পত্ৰ লৈয়ে ব্যস্ত আছিলোঁ। ইতিমধ্যে নীলকণ্ঠী ব্ৰজ' বোলা উপন্যাসখনৰ কামো আৰম্ভ কৰিছিলোঁ। এই উপন্যাসৰ নায়িকা সৌদামিনীৰ মনৰ বেদনা আৰু যন্ত্ৰণাৰ কথাখিনি মই হুবহু নিজৰ মনৰ মাজত হোৱা ভয়ানক ধুমুহাৰ অনুৰূপ কৰি অংকিত কৰিছিলোঁ। সৌদামিনীৰ প্রথম অৱস্থাত হোৱা যন্ত্ৰণা মোৰ নিজৰেই যন্ত্ৰণা আছিল' (পৃঃ ১৬১)

ৰাধেশ্যামীসকলৰ দুখবহুল জীৱনৰ যন্ত্ৰণা লক্ষ্য কৰি এদিন ভাব হ'ল যে সেই ভোকাতুৰ, সৰ্ব্বহাৰা সকলেতো আত্মহত্যা কৰিবলৈ যোৱা নাই— তেওঁলোক compromise কৰি লৈছে নিজৰ ভাগ্যৰ লগত। ৰাধেশ্যামীসকলৰ দৰেই পৰিস্থিতিৰ লগত নিজকে খাপ খুৱাই ৰয়চমেও কৰ্তব্য পথত আগবাঢ়িবলৈ স্থিৰ কৰিলে। মনৰ শুভ বুদ্ধিৰে, মানি ল'লে বৃন্দাবনৰ সাধু সন্যাসীসকলৰ 'মণি-মানিক্যখচিত কথা ঃ

> 'সংসাৰ কিয় ত্যাগ কৰিব লাগে? এই সংসাৰেই নন্দন কানন
> ... আৰু গছ-গছনিয়েই কল্পদ্রুম—

... নিৰাশী হৈও কৰ্ম কৰা
নিষ্কাম হৈও কৰ্ম কৰা
যেয়ে কৰ্ম ত্যাগ কৰে সি ধ্বংস হৈ যায়' (পৃঃ ১৯৩)

এই দৰ্শনৰ লগতে অন্য এক দৰ্শনীয় স্থানৰ গুৰু-গম্ভীৰতাই মামনিৰ জীৱনলৈ সুস্থিৰতা আনিলে। সেয়া হ'ল 'ইনষ্টিউট অব অৰিয়েণ্টেল ফিলচফী'ৰ সৰ্বেসৰ্বা গেৰুৱা বসন পৰিহিত 'বন মহাৰাজ'ৰ গহীন-গম্ভীৰ ব্যক্তিত্ব। তেখেতৰ দিহামতেই দহবিঘা মাটি জুৰি থকা ইনষ্টিটিউট পৰিদৰ্শন কৰি বিশেষকৈ প্ৰাচীন-পুথি-পাঁজিকে ধৰি ডঃ সৰ্বপল্লী ৰাধাকৃষ্ণণৰ দৰ্শন পৰ্য্যন্ত মূল্যবান গ্ৰন্থৰ বৃহৎ লাইব্ৰেৰীটো দেখি তেওঁ অভিভূত হৈ পৰে। আনহাতে নিজৰ কুঠৰিৰ ঠেক, আন্ধাৰ, দুৰ্গন্ধময় পৰিৱেশৰ পৰিৱৰ্তে এই স্থানৰ পৰা দেখা পোৱা অনতিদূৰৈৰ বৃন্দাবনৰ অপূৰ্ব ৰমণীয় শোভাত মন আপ্লুত হৈ পৰিল। পূৰ্বৰ মনত খুটি পুতি লোৱা নৈৰাশ্যৰ ঠাইত মনোজগতত বিচৰণ কৰিলে এক ঐশ্বৰিক শক্তিসম্পন্ন দৈবিক মনোবল। অথিৰ-অবিৰ মনক সংযত কৰি ৰামায়ণী সাহিত্যৰ মহাসমুদ্ৰ মন্থন কৰি মামনি ৰয়চম গোস্বামীয়ে যেন প্ৰকৃততেই অমৃতহে পান কৰিলে। তুলসীদাসে 'ৰামচৰিত মানস'ত কোৱা 'ৰাম-কথা কলি-কামদ গাই'— সকলো মনোবাঞ্ছা পূৰ্ণ কৰা 'ৰামকথা' যেন কলিযুগৰ কামধেনু গাই। সেই 'ৰামকথা'ৰ অদ্ভুত মহিমাৰে এদিন যেনেদৰে মহৰ্ষি বাল্মিকীয়ে দিব্যদৃষ্টিসম্পন্ন হৈ পৰিছিল— দস্যু ৰত্নাকৰৰ পৰা, 'ৰাম-চৰিত-মানস' লিখি যেনেকৈ তুলসীদাস ভাৰতীয় ভক্তি সাহিত্যত অজৰ-অমৰ হৈ পৰিছিল, আমাৰ অসমৰ জীয়ৰী মামনি ৰয়চমেও ভাৰতীয় সাহিত্য জগতত এক বিশিষ্ট আসন অধিকাৰ কৰিবলৈ সক্ষম হ'ল। সেই বাবেই হয়তো অতি কম সময়ৰ ভিতৰতে ডক্টৰেট ডিগ্ৰীও লাভ কৰিলে। অধ্যায়সায়, নিষ্ঠা আৰু একাগ্ৰতাৰ বাবেই তেওঁ এদিন দিল্লী বিশ্ববিদ্যালয়ৰ আধুনিক ভাৰতীয় ভাষা বিভাগৰ পোন প্ৰথমবাৰৰ বাবে আৰম্ভ কৰা অসমীয়া ভাষাৰ সন্মানীয় স্থানখনত অধিষ্ঠিত হোৱাৰ সুযোগ পালে। তেওঁ ভুগি থকা নানান মানসিক যন্ত্ৰণাৰ পৰা অব্যাহতি নাপালেও এটি স্থিৰ বিন্দুত উপনীত হৈ যশ-মান-প্ৰতিষ্ঠাৰে জীৱনলৈ সাফল্য আহিল। 'হৃদয় এক নদীৰ নাম'—লেখিকাৰ হৃদয়ৰ অন্তৰ্স্থলত থকা খৰস্ৰোতা নদীখন বাধাহীনভাৱে ব'বলৈ ধৰিলেঃ বাটৰ 'দুবৰিবনেও 'সৰগৰ বতৰা' দি গ'ল। দ্ৰষ্টা পৰিণত হ'ল স্ৰষ্টাত। মনৰ মণিকোঠাত সঞ্চিত হৈ থকা অভিজ্ঞতা আৰু অধ্যয়নৰ সংযোগ ঘটিল। নৱলব্ধ প্ৰেৰণাৰে সৃষ্টি কৰিলে উপাদেয় গল্প আৰু উপন্যাস— য'ত আছে অদম্য সাহসেৰে লিখা 'সংস্কাৰ'ৰ দৰে চুটিগল্প আৰু নিজৰ দামোদৰীয়া পৰিয়ালৰ সত্ৰাধিকাৰৰ ভব্য, ফোপোলা ৰূপৰ আঁৰত লুকাই থকা বঞ্চিতা নাৰীৰ করুণ আৰ্তনাদৰ কাহিনীৰ আলমত লিখা 'দতাল হাতীৰ উয়ে খোৱা হাওদা'ৰ দৰে উপন্যাস। 'আধা লেখা দস্তাবেজ' 'নীলকণ্ঠী ব্ৰজ', 'উদয় ভানুৰ চৰিত্ৰ', 'অৰ্দ্ধনগ্ন চৰিত্ৰ' আৰু 'হৃদয়', 'নাঙঠ চহৰ' আদি গল্পও বিশ্ববিদ্যালয়ৰ

চাকৰিৰ প্ৰথমাৰ্দ্ধত লিখা। সাহিত্য অকাদেমী পুৰস্কাৰপ্ৰাপ্ত উপন্যাস 'মামৰে ধৰা তৰোৱাল', 'অহিৰণ' আৰু 'চীনাবৰ সোঁত'— এই দলিত-বঞ্চিত বনুৱাসকলক কেন্দ্ৰ কৰি লিখা উপন্যাসকেইখনৰ সমল অৱশ্যে সংগ্ৰহ কৰিছিল স্বামী মাধৱেনৰ লগত কটোৱা সামৰিক কেম্পবোৰৰ বিবাহোত্তৰ জীৱনতে। যি কি নহওক, 'ৰাম-কথা'ৰ যি অদ্ভুত মহিমা তাক দোহৰাৰ প্ৰয়োজন নাই। তেওঁৰ কলমৰ যাদুকৰী স্পৰ্শই অসমীয়া চুটিগল্প আৰু উপন্যাস সাহিত্যত এক নতুন মাত্ৰা আনিলে। ৰামায়ণী সাহিত্যৰ ওপৰত ভাষণ দিবলৈও ভাৰতৰ ভিন্ ভিন্ ঠাইলৈ যোৱাৰ দৰেই থাইলেণ্ড, মৰিছিয়াছ, নেপাল, বেলজিয়াম, ইণ্ডোনেচিয়া, মালয়েচিয়া, আমেৰিকা আদিত হোৱা আন্তৰ্জাতিক সন্মিলনবোৰত যোগদান দিয়াৰ সৌভাগ্য ঘটিল।

সেয়েহে— মাধৱ কন্দলী আৰু তুলসীদাসৰ ৰামায়ণৰ তুলনামূলক অধ্যয়ন কৰি মনস্বিনী হোৱা ইন্দিৰা গোস্বামীৰ বিষয়ে খ্যাতনামা পঞ্জাবী লেখিকা অমৃতা প্ৰীতমে কৈছে ঃ ... 'Tulsidas's life had become a great source of inspiration to her. I know nothing about the constellation of stars that had influnced Tulsidas's life and much less about Indira Goswami's. All that I know is, that, her life had also undergone a metamorphosis. Her pen gave birth not only to her autobiography but also to her novels and collections of short stories.'

মামনি ৰয়চম গোস্বামীৰ বৃহৎ অৱয়বৰ গৱেষণা-গ্ৰন্থ (thesis) 'Ramayana from Ganga to Brahmaputra' ১৯৯৬ চনত প্ৰকাশ পায়। সেইখন উন্মোচন কৰিছিল উপ-ৰাষ্ট্ৰপতি শঙ্কৰদয়াল শৰ্মাই। ১৯৯৯ চনৰ নবেম্বৰ মাহত আমেৰিকাৰ ফ্লৰিদা বিশ্ববিদ্যালয়ে আয়োজন কৰা 'তুলসীদাস আৰু তেওঁৰ সাহিত্য কৰ্ম' (Tulsi Das And His work) শীৰ্ষক সন্মিলনত ইন্দিৰা গোস্বামীয়ে আন্তৰ্জাতিক 'তুলসী বঁটা'ৰ সন্মান লাভ কৰে। বিংশ শতাব্দীৰ অন্যতম শ্ৰেষ্ঠ উপন্যাস হিচাপে স্বীকৃতি পোৱা 'দতাল হাতীৰ উয়ে খোৱা হাওদা'ৰ বাবেও অসম সাহিত্য সভাৰ বিশেষ বঁটা লাভ কৰে ১৯৮৮ চনত। সেইখন উপন্যাসৰ কাহিনীৰ ভিত্তিত প্ৰযোজিত কথাছবি 'অদাহ্য' ই ১৯৯৭ চনত আন্তৰ্জাতিক সন্মান International Jury's Award) ল'বলৈ সক্ষম হয়। দৰাচলতেই এই উপন্যাস মামনি ৰচয়মৰ সাহিত্যিক জীৱনৰ এক বলিষ্ঠ পদক্ষেপ য'ত আছে— দামোদৰীয়া গোঁসাই পৰিয়ালৰ তিনিগৰাকী ৰিক্তা নাৰীৰ কৰুণ আলেখ্য। স্বামীভিঠাৰ পৰা মাতৃ-গৃহলৈ প্ৰত্যাবৰ্তন কৰা সদ্য-বিধৱা পাট-গাভৰু গিৰিবালা; সেই পৰিয়ালৰে পৌঢ়া জীয়ৰী দুৰ্গা— যি এদিন অকাল বৈধব্যক সাৱটি পুনৰ পিতৃ-গৃহতে অৱহেলিত জীৱন-যাপন কৰেছি আৰু সেই পৰিয়ালৰে বিধৱা বোৱাৰী সৰু গোসাঁনী— যি স্বামীৰ স্মৃতি সাৱটি কৰ্তব্য পথত আগবাঢ়িছে যদিও কোনোবা সময়ত যেন তেজ-মঙহৰ গাভৰু দেহাটো স্পৰ্শকাতৰ হৈ পৰে আৰু মনত জাগি

উঠা পাপবোধে সেই ভাব অৱশ্যে লগে লগে দমনো কৰে আৰু এই ত্ৰিমূৰ্তিৰ লগতে বিষাদবোধৰ কৰুণছায়াত চকা-মকাকৈ দেখা ফুল-কুমলীয়া ভাগৱতী জীয়ৰী ইলিমন— যি 'ন-যযৌ-ন তস্থৌ' ৰূপেৰে উপন্যাসৰ মুখ্য পুৰুষ চৰিত্ৰ ইন্দ্ৰনাথৰ আগত দেখা দিছে, অথচ মনৰ কামনা-বাসনা মনতে মাৰ গৈছে। গিৰিবালাকো মৃতস্বামীয়ে কোনো প্ৰেৰণা নিদিয়ে—যি স্বামীয়ে পৰস্ত্ৰী গমন কৰে—'মই মৰ স্বামীৰ খৰমত ফুল-তুলসী নেদাও'। আমৰঙা সত্ৰলৈ আহি তিনিসত্ৰৰ ইতিবৃত্ত লিখিবলৈ, পুৰণি সাঁচিপাত সংগ্ৰহ কৰিবলৈ আৰু আফিং খোৱা অপকাৰিতা দূৰ কৰিবলৈ অহা আমেৰিকান চৰিত্ৰ মাৰ্ক চাহাবৰ প্ৰতি গিৰিবালা আকৃষ্ট হৈ তলসৰা শেৱালীৰ দৰে সমাজৰ গছকত মষিমূৰ হৈছে। পুৰুষপ্ৰধান সমাজৰ এই নাৰীচৰিত্ৰবোৰ নোপোৱাৰ বেদনাৰে জৰ্জৰিত। উপন্যাসৰ মুখ্য পুৰুষ চৰিত্ৰ ইন্দ্ৰনাথৰ আছিল এখন উদাৰ হৃদয়। দুখীয়া-দৰিদ্ৰ, পদদলিতসকলৰ প্ৰতি তেওঁ সততে সহানুভূতিশীল। মাৰ্ক চাহাবৰ দৰে অচিন যুৱকক বিধৱা গাভৰু ভনীয়েক গিৰিবালাক শিক্ষা জগতত বিচৰণ কৰাৰ মনোভাৱ নিৰ্বিবাদে পোষণ কৰাৰ দৰেই নিঃসঙ্গতাৰ বেদনাত ভোগা খুৰীয়েক সৰু গোসানীৰ হৃদয়ৰ গোপন কক্ষত মহীধৰ বাপুৰ প্ৰতি হোৱা দুৰ্বলতাকো স্বাভাৱিক বুলি মানি লৈছে। আশৈশৱ দেখি অহা সত্ৰীয়া সমাজৰ বিধৱাৰ নিস্তৰঙ্গতাত বিগলিত হোৱা 'প্ৰেতিনী' লৈ পৰিণত হোৱা বিধৱা পেহীয়েক দুৰ্গাক কৈছিল 'এতিয়া আগৰ দিন নাই। ডাঙৰ আবুৰ দৰে কায়ো বাটঘৰ নেদেখাকৈ ভূত হোৱাৰ দৰ্কাৰ নাই'। ইলিমনে ইন্দ্ৰনাথৰ পৰা বাঞ্চিত প্ৰেম পোৱা নাই যদিও এঠাইত স্বীকাৰ কৰিছে ঃ 'ৰাজা পুখুৰীৰ গহাই ধুওৱা বাপুৰ আপীৰ কথা মই পাহৰিব পৰা নাই'। মামনি ৰয়চমে এই উপন্যাসত প্ৰেমৰ পৰকাষ্ঠা দেখুৱাইছে। ইন্দ্ৰনাথক বন্ধুবৰ বলোৱে কৈছিল ঃ 'ইন্দ্ৰনাথ এয়ে স্বৰ্গীয় প্ৰেম। তুমি তাইক চুই চোৱা নাই, তাইৰ লগত এষাৰ কথা পতা নাই, অথচ তাই তোমাৰ মনৰ এক সংঘৰ্ষময় কালত একমাত্ৰ সান্ত্বনা হৈ আহিছে। ধন্য এই প্ৰেম।'

শৈশৱত দেখি অহা সত্ৰৰ নিদাৰুণ ৰূপ তথা শিক্ষাৰ পোহৰ নোপোৱা পিছপৰা অঞ্চলটোৰ নাৰীসকলৰ উত্তৰোত্তৰ কল্যাণ সাধনেই এদিন যেন মামনি ৰয়চমৰ কৰ্মজীৱনৰ মূলমন্ত্ৰ হৈ পৰিল। লিখনীৰূপী অস্ত্ৰেৰে তেওঁ অগ্ৰসৰ হ'ল এই মহীয়ান কৰ্মযজ্ঞত। সেই মৰ্মেই লিখা 'দতাঁল হাতীৰ উয়ে খোৱা হাওদা'ত উপন্যাসৰ অন্যতম প্ৰধান পুৰুষ চৰিত্ৰ মাৰ্ক চাহাৰৰ চিন্তাধাৰাত স্পষ্ট হৈ উঠিছে মামনি ৰয়চমৰ সহানুভূতিমূলক চিন্তাধাৰা ঃ

> 'মাৰ্কৰ দৃষ্টিত ভাঁহি উঠিল এই দক্ষিণ পাৰৰ বিধৱা
> গোসানী কিছুমানৰ কাল্পনিক ছবিসমূহ। ক'ত যুৱতী চাগৈ
> বাটঘৰ নেদেখাকৈ মৰি ভূত হৈ গ'ল। কতই 'পাগৰ বাহিৰ'
> হোৱা সময়ত চাগৈ উদং মাটিত শুই অচিন-ব্যাধি চপাই ল'লে

কতই দুটা আখৰ শিকাৰ আগ্ৰহক ৰটনাৰ ভয়ত দমাই
থৈ পুথিৰ অমৃত-সুধা পান কৰাৰ পৰা বঞ্চিত হৈ ৰ'ল।
... আহ কুৰি, ত্ৰিশ-চল্লিশৰ দশকৰ গোসানী আইসকল' (পৃঃ ২৭০)

— বঞ্চিতাসকলৰ প্ৰতি এনে সহৃদয়তাসূচক মনোভাৱৰ বাবেই হয়তো পাকিস্থান 'Dawn' বাতৰি কাকতত ইমচিয়াজ হুছেইনে মন্তব্য কৰিছে ঃ 'আজি পাকিস্থানত ইন্দিৰা গোস্বামীৰ দৰে লেখিকাৰ আবিৰ্ভাৱ হোৱা নাই যি অনাদৃতাসকলৰ কৰুণ কাহিনীক সাহিত্যত বাংময় কৰি তুলিবলৈ এদিন সক্ষম হ'ব'— After all, in Pakistan, too, minorities are not in a happy positon... thier situation has gone from bad to worse. The only differnce is that this sad situation has failed to find and Indira Goswami to probe and record it.? (১১ মে, ২০০৩)

জেন অষ্টিনৰ বিষয়ে সমালোচকসকলে কোৱা 'She wrote of the life she knew and never tried to write of the life she did not know'– মামনি ৰয়চমৰ ক্ষেত্ৰতো প্ৰযোজ্য। 'নগৈ গড়গাঁৱৰ বতৰা কোৱা' লেখিকাতো তেওঁ নহয়েই। যি পটভূমিত তেওঁৰ কাহিনীয়ে গা কৰি উঠে সেই ঠাইৰ প্ৰাকৃতিক, ঐতিহাসিক, ৰাজনৈতিক, সামাজিক—এই সকলোবোৰ তন্ন তন্নকৈ অধ্যয়ন কৰিহে লিখাত মনোনিবেশ কৰে। সেয়ে ৰচয়মৰ সাহিত্য-সাধানাৰ আৰু পটভূমিৰ মুখ্য কেন্দ্ৰস্থল মহানগৰী দিল্লীৰ আলি-গ'লি, প্ৰতিটো চুক-কোণ তেওঁৰ নখ দৰ্পনত— তেহেলৈ সি কবৰস্থানেই হওক বা বেশ্যালয়েই নহওক কিয়। 'ধূলিৰ ধূসৰিত পৃষ্ঠা'ৰ ছত্ৰে ছত্ৰে দেখা যায়—লেখিকাই সাক্ষাততে দেখা ভ্ৰাম্যমান বৃত্তান্তৰ ইতিবৃত্ত। 'হৃদয়', 'নাঙঠ চহৰ'—এই গল্প দুটা পঢ়িলে দিল্লী বিশ্ববিদ্যালয়ৰ শ্ৰেণীকক্ষ, চেন্ট্ৰেল ৰেফাৰেঞ্চ লাইব্ৰেৰী, আৰ্টচ ফেকাল্টি, কন্‌ভকেশ্বন হ'ল, টিউটৰিয়েল বিল্ডিং, কফিহাউচ আদি জল্ জল্ পট্ পট্‌কৈ পাঠকৰ চকুৰ আগত ভাহি উঠে। আন্তৰ্জাতিক ৰামায়ণ সম্মিলনলৈ যোৱাৰ অভিজ্ঞতাত সৃষ্টি হৈছে 'ঈশ্বৰীৰ সংশয় আৰু প্ৰেম' আৰু 'দাশৰথীৰ খোজ'ৰ দৰে অপূৰ্ব সাহিত্য কৰ্ম। 'সংস্কাৰ' গল্পৰ মাজেদি দেখুৱাইছে অদ্ভুত সাহস। ৰাম গোস্বামীৰ মতে এই গল্পৰ মাজেদি মামনিয়ে 'সাহিত্য ৰচনাৰ এক ভয়াবহ নিষেধৰ সীমা অতিক্ৰম কৰি জীৱন্ত অৱয়বৰে মূৰ্ত কৰিছে। আনে হয়তো এনে বলিষ্ঠ ছবি অংকন কৰিবলৈ সাহস নকৰিলেহেঁতেন। দময়ন্তীয়ে (সংস্কাৰ) পেট প্ৰবৰ্তাবলৈ 'মামৰে ধৰা তৰোৱাল'ৰ নাৰায়ণীৰ দৰে 'ৰাণ্ডীগিৰিও' কৰিব কিন্তু যজ্ঞকৰ দয়াত নচলে। দময়ন্তীয়ে পীতাম্বৰৰ সন্তান নষ্ট কৰি পেলাইছে— শূদিৰীয়াৰ বীজ তাই নকঢ়িয়ায়, তাই যে শাণ্ডিল্যগোত্ৰৰ বামুন। সাহিত্য অকাদেমীৰ মুখপত্ৰ 'Indian literature' গুজৰাটৰ প্ৰখ্যাত লেখক গোলাব দাস ব্ৰকাৰে 'সংস্কাৰ' (offspring) গল্পটো পঢ়ি লিখিছে ঃ I have gone through the story– 'The offspring' very

carefuly, and I have felt the power compressed in it. The last part is devastating in its effect. It is a story one cannot forget for years. You are bold woman and bold writer' (২৩ মে, ১৯ মে, ১৯৯৬), 'নীলকণ্ঠীব্ৰজ'তো ঈশ্বৰৰ নগৰীৰ আধ্যাত্মিক জীৱনে বিধৱা সৌদামিনীৰ মনত এবো সাঁচ বহুৱাব নোৱাৰা কথা তাই স্পষ্টভাৱে ব্যক্ত কৰিছে ঃ 'মই স্বাধীন, মই কাকো ভয় নকৰোঁ।— বিধৱা নাৰীৰো যে স্বাতন্ত্র্যতা আছে তাকেই দৰ্শাইছে। 'ছিন্নমস্তাৰ মানুহটো' এগৰাকী অসাধাৰণ সাহসী-লেখিকাৰ ধৰ্মীয় ন্যাস্ত স্বাৰ্থৰ বিপক্ষে 'শ্লগান' দিয়া এখন ভিন্নসুৰী উপন্যাস। সামাজিক অস্থিৰতা সৃষ্টি কৰা, মৃত্যু-অপমৃত্যু আৰু অশান্তি কঢ়িয়াই অনা অসমৰ সাম্প্ৰতিক সন্ত্ৰাসবাদৰ ওপৰত লিখা 'যাত্ৰা' গল্পটোত পোৱা যায় লেখিকাৰ মানৱতাৰ প্ৰতি থকা গভীৰ আস্থা। এই একে পটভূমিতে লিখিছে 'পৰশু পাতৰৰ নাদ' শীৰ্ষক চুটি গল্পটো আৰু 'ভিক্ষাৰ পাত্ৰ ভাঙি' নমাৰ উপন্যাসখন— য'ত চিত্ৰিত হৈছে সন্ত্ৰাসবাদত জৰ্জৰিত এচাম দুৰ্দশাগ্ৰস্ত লোকৰ কষ্টসাধ্য জীৱন।

সু-সাহিত্যক-কবি নৱকান্ত বৰুৱাই কৈছিল 'মামনিয়ে গদ্যতে কবিতা লিখে।' আমাৰ ভাৱ হয় এই গুণফেৰা তেওঁৰ সমস্ত সাহিত্য-কৰ্মতে কম-বেছি পৰিমাণে নিহিত আছে। অৱশ্যে 'আধালেখা দস্তাবেজ'ত এই গুণ সৰ্বাধিক বুলিলে ভুল কোৱা নহ'ব। এই প্ৰসঙ্গত মুল্কৰাজ আনন্দে দিয়া মন্তব্য প্ৰনিধাণযোগ্য। তেখেতে কৈছিল যে... 'অসমীয়া ভাষা যদি এনে সুকুমাৰ অনুভূতি প্ৰকাশৰ বাহন হ'ব পাৰে, তেন্তে এই ভাষা কেইটামান ভাৰতীয় ভাষাৰ মাজত এটা ভাষা হ'ব— য'ত ৰাজহাড় কঁপাই যোৱা কোমল গুণ্‌গুণনি তোলা কবিতা সৃষ্টিৰ বাবে পৰ্য্যাপ্ত শব্দ আছে' ['And if Assamese language can carry such fine feelings, then if must be one of the few languages of India which has words enough for the poetry of solf whichpers of, the infinitesimal reverberations behind the spine'– ৩ নবেম্বৰ', ৯৯ ত মামনি ৰয়চমলৈ দিয়া মুল্কৰাজ আনন্দৰ চিঠি]।

'জ্ঞানপীঠ'ৰ গৰিমাৰে গৰীয়সী মামনি ৰয়চম গোস্বামী আজি সৰ্বভাৰতীয় খ্যাতিসম্পান্না লেখিকা। অমৃতাপ্ৰীতম, কৰ্টুৰ সিংডুগ্গল, বিষ্ণু প্ৰভাকৰ, শিৱ কুমাৰ। শিশিৰ কুমাৰ দাস, ভীষ্ম চাহনি, ৰাজগীল, হিমাংশু যোশী, কমলা দাস আদি সাহিত্য-সৰ্বস্ব লোকসকলে সৰ্বভাৰতীয় সাহিত্য-মঞ্চখনিৰ পৰা এইগৰাকী লেখিকালৈ প্ৰশংসা-পত্ৰ আৰু অভিনন্দন অহৰহ আগবঢ়ায়েই আছে। কোৱা বাহুল্য যে সেই জাতীয়স্তৰৰ লিখক-লেখিকাসকলে প্ৰফেচাৰ ইন্দিৰা গোস্বামীৰ সাহিত্যস্বাদ হিন্দী আৰু ইংৰাজীত ৰূপান্তৰ হোৱা গ্ৰন্থসমূহৰ পৰাই লৈছে। এই ক্ষেত্ৰত বিশেষকৈ নাম ল'ব লাগিব— Selected works of India Goswami (Life is no bargain etc); Shadow of Dark God; Saga of South

Kamrupa; Indira Goswami : A critical study of Her writing; Indira Goswami : Her Fictional World. হিন্দীত অনুবাদ হোৱা নীলকণ্ঠী ব্রজ; জীৱন কোই সৌদা নহী; দক্ষিণী কামৰূপ কী কথা; মামনি গোস্বামী কী কহানীয়া; পুনশ্চ; ছিন্নমস্তা ইত্যাদি। ইয়াৰ বাহিৰেও বঙলা ভাষাৰ মর্চেধৰা তৰোৱাল; নেপালী ভাষাৰ অর্দ্ধবৃত্ত জীৱন-যাত্রা; কানাড়া ভাষাৰ দক্ষিণা কামনুপদ অগু কথানক ইত্যাদি। এই একেখন উপন্যাস তেলেগু আৰু পাঞ্জাবী ভাষাতো অনূদিত হয়।

নিজৰ আত্মবলৰ আৰু সাধনাৰ দ্বাৰা সাহিত্য-জগতত প্রতিষ্ঠা লাভ কৰা মামনিয়ে দিল্লী বিশ্ববিদ্যালয়ৰ ভাৰতীয় ভাষা বিভাগৰ মুৰব্বী-অধ্যাপিকা হোৱা সন্মানো লাভ কৰে।

দুখৰ বিষয়, মামনি ৰয়চম গোস্বামীৰ সাহিত্য-সৃষ্টিৰ বিৰাট সাফল্যৰ অন্তৰালত যি জন ব্যক্তিৰ প্রেৰণা আছিল আৰু যিজনে স্বামীৰ বিয়োগৰ পাছত অন্তৰঙ্গ সঙ্গী হৈ সুদক্ষ প্রহৰীৰ দৰে জীৱনৰ বত্রিছটা বসন্ত মামনিৰ সুখ-দুখৰ সমভাগী হৈ কটালে, সেইজন নিঃস্বার্থ, উদাৰ আৰু মহান ব্যক্তি কাইকছ বার্জোৰ সতৰবালাৰ যোৱা ৫ নবেম্বৰ, ২০০৩ চনত পৰলোক গমন হ'ল। বৃত্তিত ইঞ্জিনিয়াৰ, ইংৰাজী সাহিত্য আৰু ফৰাচী ভাষাত দখল থকা, মাধৱেন ৰয়চমৰো এসময়ৰ সহকর্মী, এই সাহিত্যপ্রেমী ব্যক্তিজনৰ মধুৰ আচাৰ-ব্যৱহাৰে লেখিকাৰ পৰিয়াল তথা বন্ধু-বান্ধৱ সকলোকে মুগ্ধ কৰি গ'ল।

মামনি ৰয়চম গোস্বামীৰ জীৱন এক অগতানুগতিক অভিলেখ য'ত এগৰাকী ব্যক্তিৰ সামাজিক দায়বদ্ধতা আৰু জীৱনৰ বিশেষ মূল্যবোধ প্রকট হৈ উঠিছে। জীৱনৰ প্রাৰম্ভিক ভয় আৰু শঙ্কা, পিছলৈ সাহস আৰু আত্মবিশ্বাসলৈ ৰূপান্তৰিত হৈছে। সংঘাত আৰু দুর্যোগৰ খৰস্রোতা নৈ-খন দুর্বাৰ মানসিক শক্তি আৰু সংযমেৰে পাৰহৈ মামনিয়ে সেই সংঘাত আৰু দুর্যোগক সৃষ্টিৰ সমল কৰি ল'লে। নিজৰ চাক্ষুস অভিজ্ঞতাৰে সৃষ্টি কৰা তেওঁৰ ৪৫ খন গ্রন্থৰ ভিতৰত ১৫ খন ভিন্ ভিন্ স্বাদৰ উপন্যাসৰ নাম প্রথমেই ল'ব লাগিব।

ডঃ প্রফুল্ল কটকীয়ে কোৱাৰ দৰে মামনি ৰয়চম গোস্বামীৰ জীৱন এক সংগ্রামী আত্মাৰ আত্মপ্রতিষ্ঠাৰ 'দস্তাবেজ'। 'তেওঁ প্রেম, মৃত্যু, অনেক উত্থান-পতন, বিফলতা আৰু নিৰাশাৰ সমুখীন হৈছিল যদিও এই সকলোবোৰ স্থিৰ চিত্তে সমভাৱে গ্রহণ কৰিলে। সেয়া লেখিকাৰ এক বিৰল ব্যক্তিত্বৰ পৰিচয়'।

মামনি ৰয়চম গোস্বামীৰ কলম এতিয়াও অবিৰতভাৱে চলি আছে আৰু ভৱিষ্যতেও তেওঁৰ কলমৰ পৰা অনেক মহত্তৰ সৃষ্টিৰ আশা কৰি প্রবন্ধৰ সামৰণি মাৰিলোঁ। □

# কাছেমা খাতুন

**অঞ্জলি শৰ্মা গোস্বামী**



ৰক্ষণশীল সমাজৰ বাধা বিঘিনি নেওচি মনৰ দৃঢ়তাৰে হাতত কাপ মৈলাম তুলি লৈ যি গৰাকী সচেতনশীল, স্পষ্টবাদী, ব্যক্তিত্ব সম্পন্ন কবি, প্ৰবন্ধকাৰ, চুটি গল্প লেখিকা আৰু বিভিন্ন সাহিত্য-সংস্কৃতিৰ সংগঠক হিচাপে ঐকান্তিকভাবে, মনে - প্ৰাণে কাম কৰি আছে— সেই গৰাকীয়ে হ'ল ধুবুৰী জিলাৰ তেলিপাৰা গাঁৱৰ গদাধৰৰ পাৰত বসবাস কৰা নিৰ্জনতা প্ৰিয় কবি কুমাৰী কাছেমা খাতুন। গৌৰীপুৰ চহৰৰ পৰা মাত্ৰ পাঁচ কিলোমিটাৰ দুৰত্বত একত্ৰিশ নম্বৰ ৰাষ্ট্ৰীয় পথৰ দাঁতিত শাওণৰ ধাৰাষাৰ বৰষুণৰ প্ৰাকৃতিক দুৰ্যোগৰে পৰিপূৰ্ণ এটি নিশাত উনৈশ শ' একাৱন্ন চনৰ চাব্বিছ জুনত (১৯৫১ ইং চন - ২৬ জুন) কাছেমা খাতুনৰ জন্ম হয়। মাতৃৰ নাম মৰহুমা জাজীৰুণ নেছা। মাত্ৰ সাত বছৰ বয়সতে কাছেমাই পিতৃ হজীতুল্লাক হেৰুওৱাত তেওঁৰ মাতৃয়ে আছিল একমাত্ৰ অৱলম্বন। মাতৃৰ মৰমৰ মাজত থাকি পিতৃৰ অভাৱ কাহানিও তেওঁ অনুভৱ কৰা নাছিল। যোৱা ১২ জুন ১৯৯৯ ইং তাৰিখ শনিবাৰে তেওঁৰ মাতৃ স্বৰ্গগামী হয় ৯৪ বছৰ বয়সত। এতিয়া গাঁৱৰ ঘৰখনত কাছেমা খাতুন বৰ অকলশৰীয়া।

সি যি কি নহওক। শৈশৱৰ জিল মিল ৰ'দ কাঁচলিত সমনীয়া-লগৰীয়াৰ স'তে দিনটো গাঁৱৰ বোকা পানী গছকি, বালিঘৰ সাজি, বাহনি-জাৰণিত চৰাইৰ বাহ বিচাৰি, গদাধৰৰ পাৰে পাৰে বৰশী বাই, কেকোঁৰা পুৰি খাই ফুৰা মুক্ত সেউজীয়া সেই প্ৰাঙ্গন এৰি প্ৰয়োজনৰ খাতিৰতে কাছেমা খাতুনে চহৰলৈ আহিব লগা হৈছিল। অৱশ্যে প্ৰাথমিক শিক্ষা আৰম্ভ হৈছিল বিন্নাচৰাত (গংগাধৰৰ পাৰৰ বাংলাদেশ সীমান্তত)। তাৰ পিছত দক্ষিণ শালমাৰাত। উনৈশ শ সাতৱন (১৯৫৭ ইং চন) ত দক্ষিণ শালমাৰাত বহা অসম সাহিত্য সভাই তৃতীয় শ্ৰেণীত পঢ়ি থকা অৱস্থাতেই সুৰীয়া গীত পৰিবেশনৰ বাবে তেওঁক প্ৰশংসা পত্ৰ প্ৰদান কৰিছিল। শিশু নাট 'গান্ধাৰীৰ অভিশাপ'ত গান্ধাৰীৰ চৰিত্ৰত অভিনয় কৰা বাবে গুৰু ট্ৰেইনিং স্কুলৰ পৰা তেওঁক ব্ৰঞ্জৰ মেডেল দিয়া হৈছিল। আজিও কাছেমা খাতুনৰ স্মৃতিৰ ফলকত উদ্ভাসিত হয় ১৮১ নং দক্ষিণ শালমাৰাৰ জে. বি. বিদ্যালয়ৰ প্ৰধান শিক্ষক ফজল মাষ্টৰ। সঘনাই মনত পৰে একে বেঞ্চত বহা দেৱীকান্ত ওঝা, আজিজ আৰু সখী হেনাৰ কথা। এতিয়াও মনত পৰে তুলা কোম্পানীত জুই লগা ভয়াবহ ঘটনা, কাছাৰী ঘৰ, জিঞ্জিৰাম নদী নাৱেৰে পাৰ হৈ ফুলবাৰীত ফুটবল খেল চোৱাৰ স্মৃতি আৰু বুঢ়া-বুঢ়ীৰ মেলা।

তেওঁ ধুবুৰী ছোৱালী মজলীয়া ইংৰাজী বিদ্যালয়ৰ পৰা মেট্ৰিক পাছ কৰে। ঊনৈশ শ চৌষষ্ঠিচনত ধুবুৰী ছোৱালী মজলীয়া ইংৰাজী বিদ্যালয়ৰ ইউনিয়নৰ চেক্ৰেটাৰী আছিল। ঊনৈশ শ বাষষ্ঠি চনৰ চীন-ভাৰত যুদ্ধৰ পটভূমিত লিখা তেওঁৰ প্ৰথম চুটি গল্প 'ভাইটিৰ সপোন' আলোচনীত প্ৰকাশিত হয়। স্কুলীয়া দিনত তেওঁ ভাল খেলুৱৈ আছিল। ঊনৈশ শ পয়ষষ্ঠি চনত গৱৰ্ণমেণ্ট অফ্ ইণ্ডিয়াৰ মিনিষ্ট্ৰী অফ্ এডুকেশ্যনে তেওঁক প্ৰশংসা পত্ৰ প্ৰদান কৰে। ইমান প্ৰতিভা থকা সত্ত্বেও তেওঁ পুনৰ গাঁৱৰ ঘৰলৈ ঘূৰি আহিব লগা হয় পাৰিবাৰিক অসুবিধাৰ বাবে। তাৰ পিছত দুবছৰ প্ৰমথেশ বৰুৱা মহাবিদ্যালয়ত পঢ়ে। মহাবিদ্যালয়খনৰ আলোচনীত তেওঁৰ 'মৰহা অতীত' নামৰ বত্ৰিশ শাৰীৰ এটি কবিতা প্ৰকাশ পায়। পিছৰ বছৰত প্ৰকাশ পোৱা 'ভুল কাৰ' নামৰ চুটি গল্পই ভূয়সী প্ৰশংসা লাভ কৰে। ঊনৈশ শ বাসত্তৰ চনত ধুবুৰীৰ ভোলানাথ মহাবিদ্যালয়ৰ পৰা বি, এ, পাছ কৰে। তাৰ পিছত গুৱাহাটী বিশ্ববিদ্যালয়ত প্ৰাইভেটকৈ অসমীয়া বিষয়ৰ ভাষা বিভাগত পঢ়া-শুনা কৰে। তেওঁৰ প্ৰচেষ্টাতেই জন্ম লয় 'গদাধৰ' নামৰ ধুবুৰী জিলাৰ কবি চক্ৰখনৰ। Natures Beckon : An Environmental Activist Group in North East India ৰ আলোচনী (চৰাই বিষয়ক) 'সুপৰ্ণ'ৰ তেওঁ সম্পাদিকা। ইয়াৰ বাহিৰেও 'অসম কবি সন্মিলন'ৰ উপ-সভানেত্ৰী, 'সদৌ অসম লেখিকা সমাৰোহ সমিতি'ৰ উপ-সভানেত্ৰী, 'গোৱালপৰীয়া লোককৃষ্টি বিকাশ সমিতি'ৰ উপ-সভানেত্ৰী আৰু অসম সাহিত্য সভাৰ' আজীৱন সভ্যা। 'অসম সাহিত্য সভা'ৰ কাৰ্য নিৰ্বাহকৰ পদত দুবাৰ মনোনীত হয় যথাক্ৰমে... ২০০১-২০০৩ বৰ্ষৰ বাবে। তেখেত চৰ উপ-সমিতিৰো সদস্যা।

মাইকেল মধুসূদন একাডেমীয়ে ১৯৯৭ চনত তেওঁক কলিকতাত 'মাইকেল মধুসূদন' বঁটা প্ৰদান কৰে চুটি গল্পৰ বাবে। তেওঁ কেবাটাও ভাষাত লিখা-মিলা কৰাৰ অৰ্হতা অৰ্জন কৰিছে। উত্তৰ বংগ নাট্য জগতে তেওঁক 'অসমীয়া কবি' হিচাপে সম্বৰ্দ্ধনা জনায়। মুৰ্চিদাবাদৰ পৰা বাংলা কাব্য সংকলন 'নিৰ্জন সৈকত'ৰ বাবে 'ৰাহিলা' পুৰস্কাৰ লাভ কৰে। ১৯৯২ চনত ধুবুৰীৰ দ্বিভাষিক 'গণ-চাবুক' কাকতে জিলাৰ বিশিষ্ট কবি হিচাপে তেওঁক মান-পত্ৰ প্ৰদান কৰে। ১৯৯৮ চনত ধুবুৰী জিলা সাহিত্যসভাই 'জিলাৰ বিশিষ্ট কবি' হিচাপে আশাৰিকান্দি অধিৱেশনত তেওঁক সম্বৰ্দ্ধনা আৰু মানপত্ৰ প্ৰদান কৰে। 'সদৌ অসম লেখিকা সমাৰোহ সমিতিয়ে ২০০০ চনত লোক কৃষ্টিৰ গৱেষক হিচাপে খাতুনক সম্বৰ্দ্ধনা জনায়। ২০০১ চনত নগাঁওত 'অসম কবি সন্মিলনে'ও সম্বৰ্দ্ধনা আৰু মানপত্ৰ প্ৰদান কৰে তেওঁক। অসমৰ বিভিন্ন শাখা সাহিত্য সভাৰ বিভিন্ন প্ৰতিযোগিতাত তেওঁ কেবাটাও পুৰস্কাৰ লাভ কৰে। তেওঁ চুইডেনৰ গোথেন বাৰ্গৰ পৰা প্ৰকাশিত আলোচনী এখনৰ নিয়মীয়া লেখিকা। ইংলণ্ডৰ (কেম্ব্ৰিজৰ) Achivement Awards - (I.B.C) International Biographical Cemtre এ ১৯৯৮ চনৰপৰা ১৯৯৯ চনলৈ দিব বিচৰা সন্মান আৰু আমেৰিকাৰ women of the year পুৰস্কাৰ তেওঁ

বিনয়ী প্ৰতিবাদেৰে প্ৰত্যাখান কৰে। কাৰণ এই পুৰস্কাৰত যি সোণ, ৰূপ আৰু ব্ৰঞ্জৰ মেডেল দিয়ে তাৰ বিনিময়ত প্ৰায় ভাৰতীয় হিচাবত ছয় হেজাৰৰ পৰা দহ হেজাৰলৈকে টকা জমা দিব লাগে। ইও একপ্ৰকাৰ ভাৰতীয় সাহিত্যিকৰ ওপৰত বিদেশী সকলৰ শোষণ বুলিয়ে তেওঁ ভাবে।

**অসমীয়া সাহিত্যলৈ কাছেমা খাতুনৰ অৱদান**

| | | |
|---|---|---|
| ১। লবেজান | অসমীয়া কাব্য সংকলন | ১৯৯০ চন |
| ২। পৃথিৱীৰ দুৱাৰ বিচাৰি | ,, | ১৯৯৪ ,, |
| ৩। তোমাৰ বাবে | ,, | ১৯৯৫ ,, |
| ৪। নিধুৱা পাথাৰ | গোৱালপৰীয়া ভাষাৰ কাব্য | ১৯৯৬ ,, |
| ৫। নিৰ্জন সৈকত | বাংলা ভাষাৰ কাব্য | ১৯৯৭ ,, |
| ৬। অনুভূতি | অসমীয়া কাব্য | ১৯৯৭ ,, |

কলিকতাৰ পৰা অনুভূতি কাব্য সংকলনখন বাংলা ভাষালৈ অনুবাদ কৰি উলিয়ায় শ্ৰীমতী গৌৰী মল্লিকে।

| | |
|---|---|
| ৭। গোৱালপৰীয়া অভিধান | ১৯৯৮ চন |
| ৮। ডেমু - গোৱালপৰীয়া ভাষাৰ চুটি কাব্য পুস্তিকা | ১৯৯৯ ,, |
| ৯। জন্মঃ যন্ত্ৰণাঃ আশা ইত্যাদি - অসমীয়া চুটি গল্প সংকলন | ২০০০ ,, |
| ১০। নদী আউৰ নাৰী - হিন্দী কাব্য সংকলন | ২০০১ ,, |
| ১১। ৰূপালী বালিৰ স্বপ্ন - উপন্যাস | ২০০৩ ,, |

দৈনিক অসম, অগ্ৰদূত, অসমবাণী, আমাৰ অসম, জনমভূমি, পূবালী, সূত্ৰধৰ, শ্ৰীময়ী, আজি, অসম সংবাদ, পাছুপাদপ, প্ৰান্ত সংবাদ, গণ চাবুক, সাদিন আদি অসমৰ বিভিন্ন কাকতত তেওঁৰ গল্প কবিতা, প্ৰবন্ধ আদি প্ৰকাশ পায়। অসমৰ বাহিৰেও চুইডেনৰ 'উত্তৰ দেশে', পশ্চিমবংগৰ আৰণ্যক, দিনান্তৰ অন্বেষণ, কবিতা পত্ৰ, কালেৰ ৰাখাল, উত্তৰেৰ হাওয়া, মেঘলা আকাশ, সোণালী ৰোদ, আদিৰ নিয়মীয়া লেখিকা। বাংলাদেশৰ অভিযাত্ৰিক, বৰাক উপত্যকাৰ আৰ্শি, মানসি আদিত বাংলা আৰু ভাৰতৰ দলিত সাহিত্য একাডেমীত লেখিকা খাতুনৰ হিন্দী কবিতা প্ৰকাশ পায়।

এক বিৰল প্ৰতিভাৰ অধিকাৰী এই গৰাকী নিৰ্জনতাপ্ৰিয় কবিয়ে ১৯৯০ চনৰ পৰা অহৰহ একক প্ৰচেষ্টাৰ ফলত গোৱালপৰীয়া ভাষাৰ অভিধানখন প্ৰস্তুত কৰি উলিয়ায়। এইখনেই একমাত্ৰ আৰু প্ৰথম গোৱালপৰীয়া (দেশী) অভিধান। অভিধান প্ৰণয়ন কৰাৰ দৰে এটা কঠিন কৰ্মক বাস্তৱ ৰূপ দিবলৈ যাওঁতে তেওঁ কিমানখিনি কষ্ট কৰিবলগীয়া হৈছে আৰু অসুবিধাৰ মুখামুখি হ'ব লগা হৈছে সেই কথা হয়তো তেওঁৰ বাহিৰে অইন কোনেও বুজিব নোৱাৰিব। প্ৰায় দহ বছৰ ধৰি বাৰ্দ্ধক্য জনিত ৰোগত শেতেলীত পৰি থকা জন্মদাত্ৰী আইৰ পৰিচৰ্যা কৰি থাকোঁতে খাতুনে কালৰ গৰ্ভত লুপ্ত হ'ব ধৰা বহু আপুৰুগীয়া শব্দ উদ্ধাৰ কৰি গোৱালপৰীয়া ভাষাৰ যিখন অভিধান আমাক উপহাৰ দিলে সেয়া অসমীয়া সাহিত্যত এক মাইলৰ খুটি বুলি ক'ব পৰা যায়। উক্ত অভিধানখন গোৱালপৰীয়া

ভাষাৰ অগ্ৰদূত। জাতীয় চেতনা আৰু অবিভক্ত গোৱালপৰীয়া জিলাৰ মানুহৰ বুকুৰ সংবাদ বহন কৰি সাহিত্য-সংস্কৃতিৰ জগতখনত এটা শতিকাৰ শেষত ন সুৰুযৰ ন প্ৰভাতৰ বাহকৰূপে জাতিষ্কাৰ হৈ থাকিব খাতুনৰ এই কষ্টসাধ্য কৰ্ম। এই অভিধানখনৰ বিষয়ে গোৱালপৰীয়া লোকগীতৰ সম্ৰাজ্ঞী স্বৰ্গীয়া প্ৰতিমা বৰুৱা পাণ্ডেই লিখিছে- 'কোনো দিনে ভাবোং নাই যে আমাৰ গোৱালপৰীয়া ভাষাৰ একখ্যান অভিধান (Dictionary) বাইৰ হইবে। কাছেমা খাতুনেৰ এই প্ৰচেষ্টাত মুই অভিভূত হইছোং।' ..... আশা কৰোং এই অভিধানখনে আমাৰ বহু দিনেৰ অভাব হয়া থাকা গোৱালপৰীয়া ভাষাৰ পৰিপূৰ্ণতা আইনবে আৰ এইখানে হইবে গোৱালপৰীয়া ভাষাৰ প্ৰথম অভিধান।.... শেষোত কাছেমা খাতুনেৰ উজ্জ্বল ভৱিষ্যত আৰু দীৰ্ঘায়ু কামনা কইৰলুং।"

আঢ়ৈ কুৰিৰ ডেওনা পাৰ হৈও গাভৰু যেন হৈ থকা স্পষ্টবাদী কবি কুমাৰী কাছেমা খাতুনৰ সুৰীয়া কণ্ঠৰ কবিতা আবৃত্তি শুনিলে হিয়া জুৰ পৰে, আমাৰ হেৰোৱা বিশ্বাস যেন পুনৰ ঘূৰাই পাওঁ। শেষত তেখেতৰ সৃষ্টিৰ প্ৰবাহী শক্তি বৈ থাকক অসমৰ ইমূৰৰ পৰা সিমূৰলৈকে, গভীৰৰ পৰা গভীৰতালৈ, পৰ্বত-ভৈয়াম, চৰ-চাপৰিৰ শুকান মাটিক সিক্ত কৰি হিউমাচৰ দৰে উৰ্বৰা হওক লুইতৰ দুয়োপাৰ। জ্ঞান সাধনাৰ জ্যোতিৰে জ্যোতিষ্মান হওক অসমৰ আকাশত-সীমান্ত কবি ৰূপে খ্যাত কুমাৰী কাছেমা খাতুন। শিক্ষাৰ ক্ষেত্ৰত বিশিষ্ট অৱদান আগবঢ়োৱা সকললৈ ভাৰত চৰকাৰে আগবঢ়োৱা 'ৰাষ্ট্ৰীয় শিক্ষক বঁটাৰে বিভূষিত হৈছে কুমাৰী কাছেমা খাতুন বিগত ২০০১ চনত। লেখিকা কাছেমা খাতুনৰ জীৱনৰ এয়া পৰম প্ৰাপ্তি বুলি ক'ব পৰা যায়। শিক্ষা গ্ৰহণ আৰু শিক্ষা দান যেন শিক্ষাব্ৰতী খাতুনৰ জীৱনৰ মহাব্ৰত।

শেষত তেওঁৰ অনুভূতি কাব্য সংকলনৰ পৰা এটি কবিতাৰে সামৰণি মাৰিছোঁ এই লিখনিৰ—

মৃত্যু ঃ এটা সময়ৰ নাম
সময়তে আহে সময়তে উঠি
বন্ধ ঘৰৰ দুৱাৰ খুলি
জন্ম ঃ এটা সময়ৰ নাম
প্ৰয়োজনত আহে
দুফাল কৰা অৰণ্যৰ
গভীৰ নদীয়েদি
মৃত্যু ঃ এটা সমাপ্তি
নাম তাৰ প্ৰশান্তি
জন্ম ঃ এটা আৰম্ভণি
নাম তাৰ যন্ত্ৰণা
দুয়ো—
মিলন-বিচ্ছেদৰ দুয়োপিঠিত ৰাজত্ব কৰে। □

# ওপৰঞ্চি

## প্ৰথম খণ্ডত প্ৰকাশিত জীৱনী

| নাম | জন্ম | মৃত্যু |
|---|---|---|
| বৈষ্ণৱ কবি পদ্মপ্ৰিয়া আই | ০ ০ ০ | ০ ০ ০ |
| ইলাইজা হুইটেনি ব্ৰাউন | ০ ০ ০ | ০ ০ ০ |
| তাৰিণী দেৱী | ১৮২৯ চন | ১৮৯২ চন |
| বিষ্ণুপ্ৰিয়া দেৱী | আনুমানিক ১৮৩৯-৪০ চন | ১৮৯২ চন |
| পদ্মাৱতী দেৱী ফুকননী | ১৮৫৩ চন | ১৯২৭ চন |
| স্বৰ্ণলতা বৰুৱা | ১৮৭১ চন | ১৯৩২ চন |
| ত্ৰৈলোকেশ্বৰী দেৱী বৰুৱানী | ১৮৭৫ চন | ১৯৫৪ চন |
| হিমলা বৰুৱানী | ১৮৭৭ চন | ১৯৪৮ চন |
| নিকুঞ্জলতা চলিহা | আনুমানিক ১৮৭৭ চন | ১৯৪৮ চন |
| অন্নদা দেৱী বৰকটকী | ১৮৮১ চন | ১৯৬৮ চন |
| অমৃতপ্ৰিয়া দেৱী | ১৮৮৩ চন | ১৯৫৫ চন |
| সৰোজবালা দত্ত | ১৮৮৫ চন | ১৯৭৩ চন |
| হেমপ্ৰভা দাস | ১৮৮৬ চন | ১৯৪৫ চন |
| হীৰাৱতী গোহাঁঞি বৰুৱা | ১৮৯০ চন | ১৯৬৭ চন |
| কাব্য ভাৰতী ধৰ্মেশ্বৰীদেৱী বৰুৱানী | ১৮৯২ চন | ১৯৬০ চন |
| ৰাজবালা দাস | ১৮৯৩ চন | ১৯৮৫ চন |
| কমলালয়া কাকতি | ১৮৯৪ চন | ১৯৪৬ চন |
| ধৰ্মলতা বৰুৱা | ১৮৯৫ চন | ১৯৮১ চন |
| ধনদা কুমাৰী শইকীয়ানী | ১৮৯৬ চন | ১৯৭৭ চন |
| হেমলতা বৰুৱা | ১৮৯৬ চন | ১৯৮১ চন |
| চন্দ্ৰাৱতী দেৱী কটকী | ১৮৯৭ চন | ১৯৭৪ চন |
| পদ্মশ্ৰী নলিনীবালা দেৱী | ১৮৯৮ চন | ১৯৭৭ চন |
| যমুনেশ্বৰী খাটনিয়াৰ | ১৮৯৯ চন | ১৯২৪ চন |
| পদ্মশ্ৰী চন্দ্ৰপ্ৰভা শইকীয়ানী | ১৯০১ চন | ১৯৭২ চন |
| ৰাসেশ্বৰী খাটনিয়াৰ | ১৯০২ চন | ১৯৮২ চন |
| কনকলতা চলিহা | ১৯০৩ চন | ১৯৩৫ চন |
| চশ্‌মে নূৰজাহান বেগম | ১৯০৫ চন | ১৯৭৩ চন |

| নাম | জন্ম | মৃত্যু |
| --- | --- | --- |
| সুপ্ৰভা দত্ত | ১৯০৬ চন | ১৯৭৯ চন |
| চন্দ্ৰবালা বৰুৱা | ১৯০৭ চন | ১৯৮৩ চন |
| মিনি এমঞ্জ | ১৯০৮ চন | ১৯৭৭ চন |
| হেমলতা বৰুৱা | ১৯০৮ চন | ১৯৮২ চন |
| শশীপ্ৰভা দত্ত | ১৯১১ চন | ১৯৮৬ চন |
| প্ৰতিভা দেৱী | ১৯১১ চন | ১৯৩২ চন |
| স্নেহলতা দেৱী | ১৯১২ চন | ১৯৭১ চন |
| আজলীতৰা নেওগ | ১৯১৩ চন | ১৯৪৯ চন |
| পদ্মকুমাৰী বৰগোহাঁই | ১৯১৩ চন | ১৯৮৭ চন |
| উষা ভট্টাচাৰ্য্য | ১৯১৬ চন | ১৯৮১ চন |
| সৰোজ কুমাৰী পদ্মপতি | ১৯১৭ চন | ১৯৮৩ চন |
| মালবিকা গোস্বামী | ১৯২৪ চন | ১৯৭৭ চন |
| নিৰুপমা বৰুৱা | ১৯২৯ চন | ১৯৮৫ চন |
| বাণী পাঠক | ১৯৩০ চন | ১৯৭৬ চন |

## দ্বিতীয় খণ্ডত প্ৰকাশিত জীৱনী

| নাম | জন্ম | মৃত্যু |
| --- | --- | --- |
| সাৰদাবালা দাস | ১৮৯৯ চন | ১৯৯০ চন |
| হেমপ্ৰভা হাজৰিকা | ১৯০৪ চন | ১৯৯১ চন |
| হেমলতা দত্ত | ১৯০৮ চন | ১৯৯১ চন |
| স্নেহ দেৱী | ১৯১৬ চন | |
| কুঞ্জলতা দেৱী | ১৮৯৭ চন | |
| হীৰাপ্ৰভা বৰুৱা | ১৮৯৮ চন | |
| জ্ঞানবালা বৰুৱা | ১৯০৪ চন | |
| সুধা বৰুৱা | ১৯০৭ চন | |
| সুপ্ৰভা দেৱী | ১৯১০ চন | |
| মনোৰমা ভট্টাচাৰ্য্য | ১৯১৪ চন | |
| বিষ্ণুপ্ৰিয়া দত্ত বৰুৱা | ০ ০ ০ | |
| সুপ্ৰভা গোস্বামী | ১৯১৭ চন | |
| ব্ৰজবালা দেৱী | ১৯১৯ চন | |

| নাম | জন্ম | মৃত্যু |
|---|---|---|
| কৃষ্ণপ্ৰিয়া হাজৰিকা | ১৯১৯ চন | |
| ফুলেশ্বৰী দত্ত | ১৯২০ চন | |
| অম্বিকা গোস্বামী | ১৯২০ চন | |
| নিৰুপমা কটকী | ১৯২১ চন | |
| প্ৰণীতা দেৱী | ১৯২২ চন | |
| হেমনলিনী গোস্বামী | ১৯২২ চন | |
| দিব্যপ্ৰভা ভৰালী | ১৯২২ চন | |
| ক্ষীৰদা কুমাৰী বৰুৱা | ১৯২৩ চন | |
| সৌজন্যময়ী ভট্টাচাৰ্য্য | ১৯২৩ চন | |
| কমলিনী বৰবৰা | ১৯২৪ চন | |
| ফাতেমা খাতুন | ১৯২৪ চন | |
| বিমল ভাগৱতী | ১৯২৪ চন | |
| নীলিমা দত্ত | ১৯২৫ চন | |
| আৰতি শইকীয়া | ১৯২৫ চন | |
| হেমপ্ৰভা গোস্বামী | ১৯২৬ চন | |
| হিৰণ্যময়ী দেৱী | ১৯২৭ চন | |
| সাবিত্ৰী বৰগোহাঞি | ১৯২৭ চন | |
| হেমপ্ৰভা শইকীয়া | ১৯২৮ চন | |
| অনুৰাধা দাস | ১৯২৮ চন | |
| অনু বৰুৱা | ১৯২৮ চন | |
| নিৰুপমা ফুকন | ১৯২৮ চন | |
| অমিয়া চক্ৰৱৰ্তী | ১৯২৯ চন | |

## তৃতীয় খণ্ডত প্ৰকাশিত জীৱনী

| নাম | জন্ম | মৃত্যু |
|---|---|---|
| উষা বৰঠাকুৰ | ১৯০৪ চন | ১৯৯৩ চন |
| উমেশ্বৰী গোস্বামী | ১৯১৪ চন | |
| পুষ্পলতা দাস | ১৯১৫ চন | |
| ক্ষীৰদা নেওগ | ১৯২৫ চন | |
| বসুন্ধৰা শইকীয়া | ১৯২১ চন | |

| নাম | জন্ম | মৃত্যু |
|---|---|---|
| চম্পা কলিতা | ১৯২৩ চন | |
| নিৰুপমা হাগজেৰ | ১৯২৪ চন | |
| হিৰণপ্ৰভা বৰুৱা | ১৯২৪ চন | |
| মাণিকী বৰদলৈ | ১৯২৪ চন | |
| হেমলতা বৰা | ১৯২৫ চন | ১৯৯৫ চন |
| উমা বৰুৱা | ১৯২৬ চন | ১৯৯১ চন |
| হৰেশ্বৰী হাজোৰাৰী | ১৯২৮ চন | |
| শুচিব্ৰতা ৰায়চৌধুৰী | ১৯২৯ চন | |
| ৰুণু বৰুৱা | ১৯৩০ চন | |
| ডলী তালুকদাৰ | ১৯৩০ চন | ১৯৯৬ চন |
| নিৰ্মলপ্ৰভা বৰদলৈ | ১৯৩৩ চন | |
| নিৰুপমা বৰগোহাঞি | ১৯৩২ চন | |
| লক্ষহীৰা দাস | ১৯৩৩ চন | |
| হিৰন্ময়ী দেৱী | ১৯৩৩ চন | |
| নীলিমা বৰুৱা | ১৯৩৪ চন | |
| ছাকিনা খাতুন | ১৯৩৫ চন | |
| দেৱীকা শইকীয়া | ১৯২৬ চন | |
| স্বৰ্ণ গোস্বামী | ১৯৩৭ চন | |
| অনিমা দত্ত | ১৯৩৮ চন | |
| অন্নদা শইকীয়া | | |
| আইতা ফুলেশ্বৰী পেগু | ১৯১৫ চন | |
| শোভনেশ্বৰী দেৱী গোস্বামী | ১৮৫৭ চন | ১৯১৭ চন |

*২য়-৩য় খণ্ড জীৱনীত থকা কেবাগৰাকীও লেখিকাই ইতিমধ্যে মৃত্যুবৰণ কৰিছে। মৃত্যুৰ চন, তাৰিখ সংগ্ৰহ কৰিব নোৱাৰা বাবে দুখিত।*

*—সম্পাদিকা*